দ্বিতীয় সংস্কৰণ : শাওণ, ১৮০৮ জুলাই ১৯৭৬ / প্ৰথম প্ৰকাশ : আহাৰ ১৮৯৭ শক, জুন ১৯৭৫ /
প্ৰকাশক : শ্ৰীভূমি পাবলিচিং কোম্পানী ৭৯, মহাত্মা গান্ধী ৰোড, কলিকতা ৭০০০০৯ /
ছপা : অন্নু প্ৰেচ ৫১, ঝামাপুকুৰ লেন, কলিকতা ৭০০০০৯ / বেটুপাত : গণেশ বসু।

মূল্য : পোন্ধৰ টকা মাথোন

ডঃ ৰবীন্দ্ৰকুমাৰ গোস্বামী

আৰু

ডঃ (শ্ৰীমতী) লক্ষ্মী গোস্বামী

আপোনাসকলৰ সান্নিধ্যত কটোৱা জীৱনৰ কেইটামান মধুৰতম মুহূৰ্তৰ স্মৃতিত মোৰ এই কিতাপখন আপোনালোক দুয়োজনৰ হাতত দিলোঁ।

॥ ১ ॥

ম'হঘুলি গাঁৱত বাতৰি-কাকত লোৱা মানুহ এজনো নাছিল। গাঁওখনত লিখা-পঢ়া জনা মানুহ যে একেবাৰে নাছিল এনে নহয়; কিন্তু আটাই-বোৰেই হালোৱা-চহোৱা মানুহ, বাতৰি-কাকত পঢ়িবলৈ কাৰো সময় নাই। অৱশ্যে শিৱনাথ ফুকনৰ কথা সুকীয়া। তেওঁ এজন সৰু-সুৱা জমিদাৰ। গাঁওখনত খেতিৰ উপযোগী যিমানখিনি ভাল কৃপিত মাটি আছে—সেই গোটেইখিনিৰে গৰাকী তেৱেঁই। গাঁওখনৰ চাৰি ভাগৰ এভাগ মানুহে তেওঁৰ মাটিতে আধি লৈ খেতি কৰে। বাকী গোটেই-বোৰে প্ৰতি বছৰে চাপৰিৰ হাবি ভাঙি মাটি মুকলি কৰি খেতি কৰে। শিৱনাথে গাঁৱৰ স্কুলৰপৰাই ছাত্ৰবৃত্তি পাছ কৰি ঘৰৰ অৱস্থা ভাল থকা সত্বেও চহৰত গৈ উচ্চ-শিক্ষা লবলৈ মন নকৰিলে। ঘৰতে থাকি খেতি-ৰাতি চলোৱাত মন দিলে। অতি সৰুৰেপৰাই তেওঁৰ মনত সাহিত্যৰ প্ৰতি গভীৰ অনুৰাগ আছিল আৰু নানা বিষয়ৰ কিতাপ-পত্ৰ পঢ়ি তেওঁ ভাল পাইছিল। কিতাপৰ প্ৰতি এই নিচা তেওঁ সম্ভৱতঃ দেউতাকৰ পৰাই জন্মসূত্ৰে লাভ কৰিছিল।

অসমত যি সময়ত অসমীয়া ভাষাৰ পৰিৱৰ্তে বাংলা ভাষা চলিছিল, শিৱনাথৰ দেউতাক গোপীনাথ সেই সময়ৰে বাংলা ভাষাৰ জৰীয়তে শিক্ষা লাভ কৰা মানুহ। গোপীনাথে স্কুলত পঢ়ি থকা অৱস্থাতে মাধবচন্দ্ৰ মুখাৰ্জী নামৰ এজন সাহিত্য-ৰসিক বাঙালী শিক্ষকৰ প্ৰভাৱত পৰি বাংলা সাহিত্য অধ্যয়ন কৰিবলৈ আৰম্ভ কৰিলে, আৰু মৰিবৰ দিনলৈকে তেওঁৰ সেই নিচা থাকি গ'ল। শিৱনাথে অন্যান্য সা-সম্পত্তি আৰু মাটি-বাৰীৰ লগতে এক আলমাৰী বাংলা কিতাপো দেউতাকৰ পৰা উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিলে। আখৰ ভালকৈ পঢ়িব পৰা হোৱাৰ পাছৰপৰাই শিশু শিৱনাথে ছবি থকা গল্পৰ কিতাপৰ সন্ধানত দেউতাকৰ কিতাপৰ

আলমাৰী খুচৰিবলৈ ধৰিলে, আৰু দুদিনমানৰ ভিতৰতে তেওঁ তাৰ মাজত এখন সম্পূৰ্ণ অপৰিচিত আৰু ৰহস্যময় জগত আৱিষ্কাৰ কৰিলে।

আলমাৰীটোত অন্যান্য বহু কিতাপৰ মাজত আছিল এখন কৃত্তিবাসৰ ৰামায়ণ আৰু কাশীৰাম দাশৰ মহাভাৰত। দুয়োখন কিতাপতে অজস্ৰ বহুবৰ্ণ চিত্ৰ আছিল। সেই চিত্ৰবোৰে শিৱনাথক ইমান মোহাবিষ্ট কৰি তুলিছিল যে তেওঁৰ শৈশৱৰ আটাইখিনি স্মৰণীয় সময় সেই কিতাপ দুখনৰ লগতে অতিবাহিত হৈছিল বুলি কব লাগে। শিৱনাথে কেতিয়াবা যেতিয়া অলস মুহূৰ্তত চকু মুদি মুদি অতীতৰ স্মৃতি ৰোমন্থন কৰে, তেতিয়া আজি দুকুৰি বছৰৰ পাছতো তেওঁৰ মনৰ চকুৰ আগত ভাহি উঠে কুৰু-পাণ্ডৱ আৰু ৰাম-ৰাৱণৰ সেই বহুবৰ্ণ উজ্জ্বল চিত্ৰবোৰ, তেওঁৰ নাকত আহি লাগেহি অজস্ৰ পঁইতাচোৰাৰ আশ্ৰয়স্থল সেই কিতাপৰ আলমাৰী-টোৰ অদ্ভুত গোন্ধটো। গোন্ধটোযে ভাল আছিল তেনে নহয়; বৰং কিছু পৰিমাণে সি আছিল ঘৃণা-সঞ্চাৰক। কিন্তু বিবৰ্ণ প্ৰাচীন কিতাপ, পঁইতাচোৰাৰ বিষ্ঠা, মৃত পঁইতাচোৰাৰ শৱ-দেহ, আলমাৰীৰ বন্ধ বতাহ— এই সকলোৰে সন্মিলিত গোন্ধত এনে এক বুজাব নোৱাৰা মাদকতা আছিল যে শিৱনাথে কেতিয়াবা গোটেই আবেলিটো তাৰেই নিচাত আচ্ছন্ন হৈ আছিল। সকলো মানুহৰে সকলো ইন্দ্ৰিয় সমানে শক্তিশালী বা সংবেদনশীল নহয়। কোনোবা মানুহৰ দৃষ্টিশক্তি বেছি সূক্ষ্ম আৰু স্পৰ্শকাতৰ; তেনে মানুহক দৃশ্য-সৌন্দৰ্য্যই বেছিকৈ মুগ্ধ বা প্ৰভাৱিত কৰে। আন কিছুমানৰ শ্ৰৱণ-শক্তি বেছি সজাগ; কৰ্ণ-পথেদিয়েই পৃথিৱীৰ সৰহভাগ সৌন্দৰ্য বা মাধুৰ্যই তেওঁলোকৰ ইন্দ্ৰিয়-চেতনাত প্ৰবেশ কৰে। কিন্তু কিছুমান মানুহ আছে—যিসকল ঘাইকৈ গন্ধ-বিলাসী। ঘাইকৈ নাকৰ সহায়েৰেই তেওঁলোকে জীৱনটোক অনুভৱ কৰে।

শিৱনাথ এই শ্ৰেণীৰ মানুহ। ৰূপ, ৰস, শব্দ, স্পৰ্শ আৰু গন্ধ— এই আটাইকেইটাৰ ভিতৰত তেওঁ গন্ধৰ প্ৰতিয়েই বেছিকৈ সচেতন। প্ৰৌঢ়ত্বৰ দুৱাৰদলিত থিয় হৈ তেওঁ যেতিয়া আজি অতীতৰ কিবা-কিবি কথা মনত পেলাবলৈ চেষ্টা কৰে, তেতিয়া দৃষ্টি বা শ্ৰুতিৰ অভিজ্ঞতাতকৈ

কেতবোৰ গন্ধৰ কথাহে ঘাইকৈ তেওঁৰ মনলৈ আহে। সময়ৰ বিস্তীৰ্ণ প্ৰান্তৰ পাৰ হৈ কেতিয়াবা হঠাৎ তেওঁৰ নাকত লাগেহি শৈশৱ কালৰ গন্ধ। গাঁৱত যেতিয়া বানপানী হয়, হাজাৰ-হাজাৰ বোন্দা-কেঁচুবোৰ দলে দলে গাঁতৰপৰা ওলাবলৈ ধৰে, আৰু পানীয়ে যেতিয়া গোটেই অঞ্চলটো বুৰাই পেলায়, তেতিয়া দুদিনমানৰ ভিতৰতে কেঁচুবোৰ মৰিবলৈ ধৰে। পানী শুকাই অহাৰ লগে লগে তলীত পৰি থকা দ'ম দ'ম কেঁচুবোৰ মানুহ আৰু গৰু-ম'হৰ গছকত বোকা উঠিবলৈ ধৰে। কিছুদিনৰ ভিতৰতে পানী শুকাই যেতিয়া বোকা ওলাই পৰে আৰু আহাৰ-শাওণ মহীয়া চোকা ৰ'দত তাৰপৰা ভাপ ওলাবলৈ ধৰে, তেতিয়া সেই ভাপৰ লগতে গেলা বোন্দা-কেঁচুৰ গোন্ধো মিহলি হৈ বহুদিনলৈ গাঁৱৰ বতাহ গধুৰ কৰি ৰাখে। সৰুতে শিৱনাথৰ সেই গোন্ধটো ইমান অসহ্য লাগিছিল যে তাৰ কাৰণে তেওঁ কেতিয়াবা ভাত খাবও নোৱাৰিছিল। কিন্তু আজি সেই গোন্ধটোৰ কথা মনত পেলাই তেওঁ অকণো ঘিণ অনুভৱ নকৰে। সুদীৰ্ঘ অতীতৰ মাজেদি পৰিস্ৰুত হৈ অহা সেই গোন্ধটোৱে বৰং তেওঁৰ মনত সেই হেৰোৱা জগতখন ঘূৰাই পোৱাৰ কামনাহে জগাই তোলে।···বোন্দা-কেঁচুৰ গোন্ধৰ বোকোচাত উঠি আৰু দুই-চাৰিটা গোন্ধ বহুদূৰৰ পৰা উটি আহে—যিবোৰে শিৱনাথৰ চকুৰ আগত অন্য এখন জগতৰ ছবি দাঙি ধৰে। সেই গোন্ধবোৰ হ'ল শেৱালি ফুলৰ গোন্ধ, কলমৌ ফুলৰ গোন্ধ, পকা ধানৰ গোন্ধ।

কলমৌ ফুল! শিৱনাথে চকু মুদি ল'ৰালি-কালৰ কথা ভাবিলেই তেওঁৰ মনৰ চকুৰ আগত বেঙুনী ৰঙৰ কলমৌ ফুলবোৰ নাচিবলৈ ধৰে, আৰু এটা অদ্ভুত আবেগে তেওঁৰ দেহ-মন বিহ্বল কৰি তোলে। জেঠৰ পৰা আৰম্ভ কৰি ভাদৰ প্ৰায় শেষলৈকে বান-পানী, বৰষুণ আৰু বোকা পানীয়ে গাঁওখন গ্ৰাস কৰি ৰাখে। সেই বতৰৰ কেতবোৰ বিশেষ আকৰ্ষণ নিশ্চয় আছে। কিন্তু তাৰ তুলনাত অসুবিধা আৰু দুখ-কষ্টবোৰ কেতিয়াবা অসহ্য লাগি যায়। গেলা বোন্দা-কেঁচুৰ বমি আনিব খোজা গোন্ধটোতো আছেই, তাৰ ওপৰি শিৱনাথৰ আটাইতকৈ অসহ্য লাগিছিল

আলিবাটৰ একাঠু বোকাবোৰ। গাঁৱৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰে ঘৰৰপৰা ওলাই আলিবাটটোৰ ঠিক সিপাৰেই শৌচ কৰে; তিৰোতা মানুহবোৰে ঘৰৰ জাৱৰ-জোথৰৰ পৰা আৰম্ভ কৰি গোহালিৰ গোবৰলৈকে সকলো আৱৰ্জনা দ'ম কৰে আলিবাটটোৰ কাষতে। ফলত আলিবাটটো হৈ পৰে দ, তাৰ কাষত সৃষ্টি হয় আৱৰ্জনাৰ পাহাৰ। বাৰিষাৰ অবিৰাম বৰষুণে কাষৰ সকলো আৱৰ্জনা ৰাস্তাৰ সোঁ-মাজলৈ উটুৱাই আনে, আৰু বোকাৰ লগত বিষ্ঠা-গোবৰ সকলো মিহলি হৈ সি এক নৰককুণ্ডত পৰিণত হয়। ঘৰৰপৰা ওলাই ৰাস্তাটোত ভৰি দিয়াৰ কথা ভাবিলেই শিৱনাথৰ মনটো এন্ধাৰ হৈ পৰে, গোটেই জীৱনটোৱেই এটা ক্লেদাক্ত আৰু দুৰ্গন্ধযুক্ত বস্তু যেন অনুভৱ হয়। কিন্তু বৰষুণ শাম কাটি ৰ'দ দিলেই যে অৱস্থাৰ উন্নতি হয়, সিও নহয়। বৰং শিৱনাথৰ কাৰণে তেতিয়া এটা নতুন সমস্যাৰ সৃষ্টি হয়। বৰষুণ এৰি কেইদিনমান ৰ'দ দিয়াৰ পাছতেই পানীৰ ভাগটো শুকাই আঠালতীয়া মাটিৰ বোকাবোৰ আৰু বেছি আঠা-যুক্ত হৈ পৰে, ফলত সেই বোকা ৰাস্তাইদি খোজ কাঢ়ি যাওঁতে কলাফুললৈকে সোমাই যোৱা ভৰি দুখন উলিয়াই অনাই টান হৈ পৰে। গোটেই কথাবোৰ যেন মাত্ৰ যোৱা কালিহে ঘটিছিল ঠিক এনেভাৱে শিৱনাথৰ বাল্যকালৰ কথাবোৰ মনত পৰে।

তেওঁ তেতিয়া ৮/৯ বছৰীয়া স্কুলীয়া ল'ৰা; ঘৰৰপৰা স্কুল এমাইল দূৰ; আহাব-শাওণ মাহৰ খাওঁ খাওঁ ৰ'দটো মূৰত লৈ তেওঁ যেতিয়া সেই একাঠু বোকা বাটেদি স্কুললৈ যায় বা ঘৰলৈ ঘূৰি আহে, তেতিয়া এহাতে তেওঁ এবোজা কিতাপৰ ভাৰ আৰু ৰ'দৰ পোৰণিত আধা-মৰা হয়, আনহাতে বোকাত প্ৰায় আঁঠুলৈকে সোমাই পৰা ভৰি দুটা গাৰ জোৰেৰে টানি-আঁজুৰি উলিয়াই আনি ইটো খোজৰ পৰা সিটো খোজ দিওঁতেই তেওঁৰ আধা ধুন হেৰাই যায়। তেওঁৰ এতিয়াও মনত পৰে, ভেদেলা বুঢ়াৰ পদূলিৰপৰা আৰম্ভ কৰি দেওবৰ দদাইৰ পদূলিলৈকে এই বাটছোৱাই আছিল আটাইতকৈ ভয়লগা। সেই বাটছোৱাৰ কথা ভাবি কেতিয়াবা আগদিনা গধূলিৰ পৰাই শিৱনাথৰ মনটো ভয়ত টিপ-

টিপাই থাকে। অৱশ্যে আজি দুকুৰি বছৰৰ পাছতো ৰাস্তাটোৰ কোনো পৰিৱৰ্তন হোৱা নাই, সি আগৰদৰেই আছে। কিন্তু আঠ বছৰীয়া ল'ৰা এটাৰ কাৰণে যিটো বস্তু বলে নোৱৰা বোজা, দুকুৰি বা আঢ়ৈ কুৰি বছৰীয়া মানুহৰ কাঁৰণে সি নিশ্চয় তেনে নহয়। যি হওক, বাৰিষাৰ বতৰে শিৱনাথৰ কাৰণে জীৱনটো আৰু জগতখন অতি কদৰ্য কৰি তুলিছিল, আকুল হৃদয়েৰে তেওঁ সদায় প্ৰাৰ্থনা কৰিছিল তাৰ আশু অৱসানৰ কাৰণে। ঠিক তেনে অৱস্থাত এদিন ৰাতিপুৱা শুই উঠি পেছাব কৰিবলৈ পথুলিলৈ গৈ শিৱনাথে দেখিলে—বাটৰ বোকাবোৰ শুকাই প্ৰায় কৰকৰীয়া মাৰিছে, কাষৰ খালবোৰৰ পাৰলৈকে চপচপীয়া হৈ থকা পানীবোৰ শুকাই গৈ প্ৰায় তলী পাইছেগৈ, পুনী আৰু পানী-মেটেকাৰ জংঘল ভেদ কৰি তাৰ মাজে মাজে মুখ উলিয়াইছে দুই-এপাহ কলমৌৰ ফুলে। ভেল্কিবাজীৰ দৰে মুহূৰ্তৰ ভিতৰতে যে সেই ঘটনাবোৰ ঘট গ'ল এনে নহয়; কিন্তু সকলো বস্তুৰে আৱিষ্কাৰৰ একোটা বিশেষ মুহূৰ্ত থাকে; তেনে এটা বিশেষ মুহূৰ্ততেই শিৱনাথে শৰতৰ সেই নিৰ্ভুল পদ-চিহ্নবোৰ আৱিষ্কাৰ কৰিলে। সেই মুহূৰ্তটোৰ ৰোমাঞ্চ আৰু উত্তেজনা শিৱনাথৰ মনৰপৰা আজিও সমূলি নিঃশেষ হৈ যোৱা নাই।

পথুলিত নিশ্চল হৈ থিয় হৈ শিৱনাথে এবাৰ কলমৌ ফুলবোৰৰ ফালে, এবাৰ বোকা শুকাই আহিব ধৰা বাটটোৰ ফালে, আৰু এবাৰ পূবৰ আকাশৰ ফালে চাই পঠিয়ালে; হয়, চাৰিওফালে শৰতৰ আগমনৰ চিন নিৰ্ভুলভাৱে ফুটি উঠিছে। শিৱনাথৰ সৰু কলিজাখন আনন্দত বুকুৰ ভিতৰতে লাফ মাৰি উঠিল। বাৰিষাৰ বতৰ শেষ হ'ল, মানুহৰ শৌচ আৰু গৰুৰ গোবৰ-মিহলি আঁঠুৱনীয়া বোকাত খোজ কঢ়াৰ নৰক-যন্ত্ৰণা শেষ হ'ল, গেলা বোন্দা-কেঁচুৰ অসহ্য দুৰ্গন্ধ শেষ হ'ল; এতিয়া আহিল কলমৌ ফুল আৰু ফৰকাল বাট-পথ আৰু সুনীল আকাশৰ বতৰ, নদীৰ নিৰ্মল পানী আৰু স্নিগ্ধ জোনাকৰ বতৰ, কুঁৱলী আৰু কঁহুৱা আৰু শুকুলা ডাৱৰৰ বতৰ। নৈ-পৰীয়া জকাইচুকীয়া গাঁৱৰ ল'ৰা এটাৰ কাৰণে বাৰিষাৰ অৱসান আৰু শৰতৰ আগমন যে কেনে এটা তাৎপৰ্যপূৰ্ণ ঘটনা—সেই কথা ব্যক্তিগত অভিজ্ঞতা নথকা আন কাৰো পক্ষে

হৃদয়ংগম কৰা সহজ নহ'ব। আৰু শিৱনাথৰ কাৰণে এই তাৎপৰ্যৰ প্ৰতীক আছিল কলমৌ ফুল। কাৰণ বাটৰ কাষৰ খালত কলমৌৰ ফুল দেখা মাত্ৰেই শিৱনাথে বুজি উঠিছিল যে বৰ্ষাৰ বিদায় হ'ল, এতিয়া আহিল সুন্দৰ আৰু শুকান শৰত; জীৱনটোক চেপি-খুন্দি সংকুচিত কৰি ৰখা সকলো বাধা আৰু ঢাকনী এতিয়া লাহে লাহে দূৰ হ'ব, এতিয়া চাৰিও-ফালৰ পৰা আহিব বহুদূৰৰ অজস্ৰ উদাৰ নিমন্ত্ৰণ। শিৱনাথৰ মনোৰাজ্যত কলমৌ ফুলে এতিয়াও এক বিশেষ ঠাই অধিকাৰ কৰি আছে। কলমৌ ফুল দেখিলেই বা মনলৈ আহিলেই অতীতৰ কবৰৰ পৰা এখন বিশাল মৃত জগত পুনৰ প্ৰাণ পাই শিৱনাথৰ চকুৰ আগলৈ উঠি আহে; তেওঁৰ অনুভৱ হয় ই যেন এটা মায়াবী সচাৰ-কাঠী—যাৰ দ্বাৰা অতীতৰ পেটাৰিটো ইচ্ছা কৰিলেই খুলিব পাৰি, ইচ্ছা কৰিলেই অতীত সময়খিনি পুনৰ লিবিকি-বিদাৰি চাব পাৰি। অৱশ্যে কেৱল কলমৌ ফুলেই তেনেকুৱা একমাত্ৰ সচাৰ-কাঠী নহয়, আৰু দুই-চাৰিটা তেনেকুৱা চাবি-কাঠি আছে। কিন্তু আজি যে বাছি বাছি কেৱল কলমৌ ফুলৰ কথাই শিৱনাথৰ মনত পৰিল তাৰ এটা বিশেষ কাৰণ আছে।

শাওণৰ মাজভাগৰ পৰাই বৰষুণ দিবলৈ আৰম্ভ কৰিছিল। তাৰ পাছৰপৰা আজি পষেকতকৈ বেছি কাল মানুহে বেলিৰ মুখ দেখা নাই। মাজে মাজে কলহৰ কাণে ঢলাকৈ আৰু মাজে মাজে কিনকিনীয়াকৈ বৰষুণ আহে; তাৰ মাজে মাজে বাষ্পগৰ্ভ ডাৱৰে আকাশখন এনেভাৱে আৱৰি থাকে যে মানুহবোৰ ধানৰ ভাপত কঁঠালগুটি সিজাৰদৰে সিজিবলৈ ধৰে। প্ৰায় প্ৰতিদিনেই শিৱনাথৰ ঘৈণীয়েকে একোবাৰ স্বগতোক্তি কৰে ঃ বামুণৰ বিধবাবোৰোনো কি কৰি আছে এই কেইদিন? নেখাই নেখাই চাগৈ তেওঁলোকৰ মৰিবলগীয়া অৱস্থা হৈছে।

বেলিৰ মুখ নেদেখাকৈ বামুণৰ বিধবাই অন্ন মুখত নিদিয়ে, সেই-কাৰণেই শিৱনাথৰ ঘৈণীয়েকৰ এই দুশ্চিন্তা। অৱশ্যে শিৱনাথৰ দুশ্চিন্তা সেইটো নহয়, তেওঁ বিৰক্ত হৈছে আন এটা কথাতহে। পুৱা আৰু গধূলি সদায় নৈৰ পাৰত ফুৰিবলৈ যোৱাটো তেওঁৰ অভ্যাস। যোৱা পষেককাল ধৰি লেথাৰি নিছিগাকৈ বৰষুণ দি থকাৰ ফলত গাঁৱৰ বাটটো

ইমান আঁঠুৱনীয়া বোকা আৰু লেতেৰা হৈছে যে সেই নৰককুণ্ড অতিক্ৰম কৰি নৈৰ পাৰৰ বতাহ খাবলৈ বা প্ৰকৃতিৰ শোভা চাবলৈ মনত কোনো আগ্ৰহ আৰু শক্তি বাকী নাথাকে। তথাপি দহ দিন মান একেৰাহে ঘৰত সোমাই থাকি থাকি অতিষ্ঠ হৈ আজি ৰাতিপুৱা তেওঁ নৈলৈ বুলি ওলাই গৈছিল। কিন্তু বাটছোৱা যাওঁতেই তেওঁৰ বমি আহিবলগীয়া অৱস্থা হ'ল। বাটটোৰ এপাৰে গাঁওখনৰ মানুহৰ ঘৰ-বাৰী; আনটো পাৰে খাল-দোং, শাক-পাচলিৰ মাটি, কঠিয়াতলী, আৰু কোনো কোনো মানুহৰ গৰু-গোহালি—ইত্যাদি। গাঁওখনৰ দহ-বাৰ বছৰৰ তলৰ ল'ৰা-ছোৱালীবোৰে বাটৰ কাষৰ খালকেইটাকে পায়খানা হিচাপে ব্যৱহাৰ কৰে। বাৰিষাৰ বতৰত সেই খালবোৰ পানীৰে ওপচি পৰিছে। দূৰৰ হাবিয়নী আৰু কঠিয়াতলীলৈ যোৱা লুঙলুঙীয়া বাটবোৰো পানীৰ তলত। গতিকে ল'ৰা-ছোৱালীবোৰে বেছি কষ্ট নকৰি ৰাস্তাটোকেই পায়খানা হিচাপে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে। আজি ৰাতিপুৱা শিৱনাথে নৈলৈ বুলি ওলাই গৈ দেখে—কণবাপুহঁতৰ ঘৰৰপৰা ঘনশ্যামহঁতৰ ঘৰলৈকে এই গোটেই বাটছোৱা একাঁঠু বোকা, গৰুৰ গোবৰ আৰু ল'ৰা-ছোৱালীৰ শৌচেৰে একাকাৰ হৈ এক বীভৎস দৃশ্যৰ সৃষ্টি হৈছে। তেওঁৰ আৰু নৈলৈ যোৱা নহ'ল। আধাবাটৰ পৰাই ঘূৰি আহিল।

সেই তেতিয়াৰপৰাই তেওঁৰ মনত মাত্ৰ একেটাই চিন্তা হৈ আছে: কেতিয়া এই আপদীয়া বাৰিষা বতৰৰ শেষ হ'ব? কেতিয়া গাঁৱৰ বাটটো নৰককুণ্ড গুচি মানুহ অহা-যোৱা কৰিব পৰাকৈ ফৰকাল হ'ব? কেতিয়া এদিন তেওঁ ৰাতিপুৱা শুই উঠি পদূলিমুখলৈ গৈয়েই বাটৰ কাষৰ খালবোৰত দেখিবলৈ পাব বেঙুনীয়া ৰঙৰ সৰু সৰু কলমৌ ফুলবোৰ—যিবোৰত লেখা থাকিব শৰতৰ আগমনৰ আগ-জাননী?

শিৱনাথৰ এই সম্পৰ্কীয় চিন্তা আনদিনা সিমানতেই শেষ হ'লহেঁতেন। কিন্তু আজি তেওঁৰ চিন্তাই বহুদূৰ আগবাঢ়ি যাবলৈ এটা দীঘলীয়া পথ বিচাৰি পাইছে। ম'হঘুলি গাঁৱত বাতৰি-কাকত পঢ়া মানুহ কোনো নাই যদিও বা তেওঁ নিজেও বাতৰি-কাকত নপঢ়ে যদিও আজি বহুত দিনৰ পৰাই সকলোৰে কাণত আহি এই খবৰ পৰিছিলহি যে বৃটিছ

সকলে অৱশেষত ভাৰতক স্বাধীনতা দিবলৈ ঠিক কৰিছে। দুজনমান কংগ্ৰেছ-কৰ্মী আৰু চাকৰিয়ালক বাদ দি গাঁওখনৰ বেছিভাগ মানুহেই যে এই খবৰটোত বিশেষ কিবা গুৰুত্ব আৰোপ কৰিছিল বা খবৰটো শুনি কিবা আবেগ অনুভৱ কৰিছিল—শিৱনাথৰ সেই কথা বিশ্বাস নহয়। বৰং এদিন ৰামেশ্বৰহঁতৰ ঘৰত আহুধানৰ ন-খাবৰ দিনা এই বিষয়ৰ আলোচনা ওলাওঁতে দেওবৰ দদাই আৰু তেওঁৰ বয়সৰ কেইজনমানে স্পষ্টভাৱেই ভৱিষ্যতৰ বিষয়ে আশংকা প্ৰকাশ কৰিছিল।

তেওঁবিলাকৰ মনত পৰিছিল ১৯১৮ চনৰ কথা। প্ৰথম মহাযুদ্ধ শেষ হৈ আহিছে, এনে সময়তে ম'হঘুলি অঞ্চলত এটা উৰা-বাতৰি প্ৰচাৰ হ'ল যে বৃটিছবিলাক জাৰ্মানসকলৰ ওচৰত পৰাজিত হৈছে। কথাষাৰ শুনিয়েই ম'হঘুলিৰ কাষৰে-পাঁজৰে থকা মিছিং গাঁও কেইখনৰ সহজ-সৰল মানুহবোৰৰ মনত এটা ধাৰণা সোমাল যে বৃটিছসকল পৰাজিত হ'ল যেতিয়া দেশত এতিয়া বজা নোহোৱা হ'ল, গতিকে যাৰ যি ইচ্ছা তাকেই কৰিব পাৰি। সিহঁতে দিনে-নিশাই দল বান্ধি ম'হঘুলি গাঁৱলৈ আহি মানুহৰ ঘৰ লুটপাট কৰিবলৈ ধৰিলে; যাঠি-জোঙেৰে সজ্জিত শ শ মিছিং ডেকাৰ সমুখত থানাৰ ছটা চিপাহীৰ বাধা নৈৰ কোবাল সোঁতত তৃণৱৎ উটি গ'ল। ম'হঘুলি গাঁৱৰ মানুহে সেই দুৰ্যোগৰ দিনবোৰক আজিও 'লুটপাটৰ দিন' বুলি মনত ৰাখিছে। দেওবৰ দদাইহঁতৰ মনত আশংকা হৈছে—বৃটিছ সকলে ভাৰত এৰি থৈ গ'লে এতিয়াও যে তেনে অৱস্থা নহ'ব, তাৰ কি নিশ্চয়তা আছে? শিৱনাথৰ বুঢ়ী খুড়ীয়েকেতো স্পষ্টভাৱেই ঘোষণা কৰিছে যে, 'মহাবাণী'ৰ ৰাজত্ব শেষ হ'ল যেতিয়া দেশত প্ৰলয় অনিবাৰ্য। অৱশ্যে অৰণ্যৰ কোলাত লুকাই থকা ম'হঘুলি গাঁৱত দেশৰ স্বাধীনতাৰ এই পৰম লগ্ন যে সম্পূৰ্ণ অৰ্থহীন হৈ ৰৈছে সেই কথা নহয়। ৰামেশ্বৰ, ভোলা, হেমচন্দ্ৰ, পৰেশ—গাঁওখনৰ এনেকুৱা কেইবাটাও ডেকা-ল'ৰাই বিয়াল্লিছৰ আন্দোলনত সক্ৰিয়ভাৱে ভাগ লৈছিল; পুলিছে ধৰিব নোৱাৰিলে যদিও শিৱনাথকে ধৰি গাঁৱৰ বহুতো মানুহেই জানে যে পৰেশ আৰু ৰামেশ্বৰেই ডাকঘৰটো ৰাতি জুই দি পুৰি পেলাইছিল, হেমচন্দ্ৰই এবছৰ জেল খাটিও আহিছিল।

স্বাধীনতা লাভৰ ঠিক আগ মুহূৰ্তত এই ডেকাহঁতৰ মন আনন্দত উত্ৰাৱল হৈ উঠিছে। আজি কেইবাদিনৰ পৰাই সিহঁতে ঘৰৰ কাম-কাজ এৰিছে। মুখত হাঁহি এমোকোৰা লৈ স্বপ্নাৱিষ্ট মানুহৰদৰে সিহঁতে চাৰিওফালে ঘূৰি ফুৰিছে আৰু স্বাধীনতাৰ আগমনৰ কথা মানুহক কৈ ফুৰিছে। সিহঁতে এদিন শিৱনাথৰ ওচৰলৈকো আহিছিল। ল'ৰাকেইটাৰ মুখৰ আবেগ-বিহ্বল ৰূপ আৰু আনন্দৰ হাঁহি দেখি তেওঁৰ মনটোও ভাল লাগি গৈছিল। এক নতুন আৰু উজ্জ্বল ভৱিষ্যতৰ আশাত সিহঁত উৎফুল্ল হৈ উঠিছে। কথা প্ৰসংগতে সিহঁতে শিৱনাথক কৈছিল ঃ

'দদাইদেউ, ৰেব মহাজনহঁতৰ দিন উকলিল ; এতিয়া আমাৰ দিন আহিল। ৰেব মহাজনৰ নিচিনা মানুহক আমি সমাজৰপৰা বাহিৰ কৰিহে এৰিম।'

সিহঁতৰ কথা শুনি শিৱনাথে হাঁহিছিল। ৰেব মহাজনহঁতৰ ওপৰত ভোলা-ৰামেশ্বৰহঁতৰ খং কিয়—শিৱনাথে সেই কথা জানে।

ৰেব মহাজন আচলতে চহৰৰ মানুহ। যুদ্ধৰ সময়তে 'হোলছেলাৰ' হৈ তেওঁ ম'হঘুলিলৈ আহে। তাৰ পাছত আৰু তেওঁ ঘূৰি নগ'ল। চেনি, নিমখ আৰু কেৰাচিন তেলৰ চোৰাং কাৰবাৰ কৰি তেওঁতো লাখ টকা ঘটিলেই, তদুপৰি, ম'হঘুলিকে কেন্দ্ৰ কৰি চাৰিওফালৰ মিছিং গাঁওবোৰত বহুতো কানীয়া মানুহ থকাৰ গম পাই তেওঁ কানিৰ চোৰাং ব্যৱসায়ো আৰম্ভ কৰিলে। তেওঁ আছিল বৃটিছ চৰকাৰৰ দাসানুদাস আৰু কংগ্ৰেছ ভলণ্টিয়াৰৰ ঘোৰ শত্ৰু। ৰামেশ্বৰহঁতে যেতিয়া কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈ ম'হঘুলি অঞ্চলত কংগ্ৰেছৰ সংগঠন আৰম্ভ কৰে, তেতিয়া ৰেব মহাজনে সিহঁতক কেৱল টিটকাৰী দিয়াই নহয়, সৰ্বপ্ৰকাৰে সিহঁতৰ কামত বাধা দিবলৈ চেষ্টা কৰিছিল। থানাৰ দাৰোগাৰ ঘাই মন্ত্ৰী আছিল ৰেব মহাজন। গাঁৱৰ হজুৱা-চহা মানুহবোৰে যেতিয়া দিনৰ পাছত দিন নিমখ অকণ নোহোৱাকৈ ভাত খাব লগা হৈছিল, সেই সময়ত সিহঁতৰ প্ৰাপ্য নিমখৰ ভাগ ৰেব মহাজনে চহৰত বিক্ৰী কৰি দিছিল কল্পনা কৰিব নোৱাৰা চৰা দামত। এইবোৰ দুষ্কৰ্মৰ প্ৰতিকাৰ কৰোঁতা কোনো নাছিল। ৰামেশ্বৰহঁতৰ চকুত ৰেব মহাজনেই লাহে লাহে হৈ

পৰিছিল অন্যায়, অত্যাচাৰ আৰু শোষণৰ প্ৰতীক। গতিকে দেশ স্বাধীন হোৱা মানে যে ৰামেশ্বৰহঁতৰ কাৰণে বেব মহাজনৰ প্ৰভাৱ-প্ৰতিপত্তিৰ অৱসান হোৱা—তাত আচৰিত হ'বলগীয়া একো নাই। তত্নপৰি যিজন মানুহ এদিন স্বাধীন ভাৰতৰ ভাগ্য-বিধাতা হ'ব সেই জৱহৰলাল নেহৰুৱেতো কৈ থৈছেই—তেওঁ শাসন-ক্ষমতা পালেই লাভ-খোৰ আৰু চোৰাং কাৰবাৰী কেইটাক প্ৰথমেই হাতৰ কাষতে পোৱা লেম্প প'ষ্টটোত ওলোমাই ফাঁচী দিব। বৃটিছ শাসনৰ শেষ বছৰ কেইটাত অৰ্থাৎ দ্বিতীয় মহাযুদ্ধৰ প্ৰায় আৰম্ভণীৰেপৰাই দেশৰ সৰ্বসাধাৰণ ৰাইজে আটাইতকৈ বেছি কষ্ট পাইছিল নিত্য-ব্যৱহাৰ্য বয়-বস্তুৰ নাটনিত আৰু আকাশলংঘা চৰা দামত; লগতে লাভখোৰ আৰু চোৰাং-কাৰবাৰীৰ অবাধ অত্যাচাৰত। এই সমস্যাটোৱেই হৈ পৰিছিল বিদেশী শাসনৰ অভিশাপৰ প্ৰতীক-স্বৰূপ। গতিকে সৰ্বসাধাৰণ ভাৰতীয়ৰ কাৰণে স্বাধীনতাৰ আটাইতকৈ ডাঙৰ আকৰ্ষণ হৈ পৰিছিল লাভখোৰ আৰু চোৰাং-কাৰবাৰীৰ অত্যাচাৰৰ পৰা নিষ্কৃতি পোৱাৰ নিশ্চিত প্ৰতিশ্ৰুতি। যি মানুহে যিমানেই জনতাৰ অন্তৰৰ কথা বুজি পায়, তেওঁ সিমানেই ডাঙৰ আৰু জনপ্ৰিয় নেতা হয়। ভাৰতৰ হৃদয়-সিংহাসনত ঠাই পোৱা জৱহৰলালে ভাৰতীয় ৰাইজৰ মৰ্মবেদনা বুজি পাইছে। সেই কাৰণে তেওঁ আগতেই ঘোষণা কৰি থৈছে যে ক্ষমতা পালেই তেওঁ-লাভখোৰ আৰু চোৰাং-কাৰবাৰীক চৰম শাস্তি দিব।

স্বাধীনতা আহিলে দেশত কি কি নতুন ঘটনা ঘটিব বা সিহঁতৰ নিজৰ জীৱনলৈ কি কি পৰিবৰ্তন আহিব, সেই সম্পৰ্কে ভোলা-ৰামেশ্বৰ-হঁতৰ স্পষ্ট কোনো ধাৰণা নাই; সিহঁতে কেৱল এটা কথাই ভালকৈ হৃদয়ংগম কৰি লৈছে যে পৰাধীনতা অপমানৰ কথা, স্বাধীন হ'ব পৰাটো গৰ্বৰ কথা। কিন্তু আন একো নহ'লেও এটা কথাৰ বিষয়ে সিহঁত নিশ্চিত হৈছে যে স্বাধীনতা আহিলে থানাৰ দাৰোগা আৰু বেব মহাজনে দৌৰাত্ম্য কৰি ফুৰিব নোৱাৰিব, আৰু চেনি-ডাইল-নিমখকণ সকলোৱে যুক্তিসংগত দামত কিনিবলৈ পাব। এই স্পষ্ট সম্ভাৱনাই স্বাধীনতাক

সিহঁতৰ কাৰণে অধিক অৰ্থপূৰ্ণ কৰি তুলিছে, কেৱল এটা তাত্ত্বিক ধাৰণাৰ পৰিৱৰ্তে তাক এটা প্ৰত্যক্ষ অভিজ্ঞতাৰ বিষয় কৰি তুলিছে।

॥ ২ ॥

আজি ১৪ আগষ্ট। আৰু কেই ঘণ্টা মান পাছতেই, অৰ্থাৎ ৰাতি বাৰ বজাৰ লগে লগে স্বাধীন ভাৰতৰ নতুন ইতিহাস আৰম্ভ হ'ব। পৰাধীন দেশৰ নাগৰিক হিচাপে কোটি কোটি ভাৰতীয়ৰ জীৱনত আজিৰ দিনটোৱেই শেষ দিন। কথাষাৰ চিন্তা কৰি শিৱনাথে এটা মৃদু আবেগৰ শিহৰণ অনুভৱ কৰিলে। মাত্ৰ অলপ সময়ৰ আগতে তেওঁ নৈলৈ বুলি ওলাই গৈ বোকাৰ কাৰণে যাব নোৱাৰি আধা বাটৰ পৰাই ঘূৰি আহিছিল। গতিকে সেই অভিজ্ঞতাৰ পটভূমিতেই তেওঁৰ মনটোৱে নিজে নিজে স্বাধীনতাৰ তাৎপৰ্য বিচাৰ কৰিবলৈ চেষ্টা কৰিলে। শিৱনাথৰ মনত পৰিবৰ দিন ধৰি সেই বাটটো ঠিক একে ধৰণেই আছে। তেওঁৰ জন্মৰ এশ বছৰ আগতেও বাটটো যে সেই অৱস্থাতেই আছিল— সেই বিষয়ে শিৱনাথৰ মনত কোনো সন্দেহ নাই। ঋতুৰ পৰিৱৰ্তনৰ বাহিৰে এই গাঁৱত সহজে আন কোনো পৰিৱৰ্তন চকুত নপৰে। স্বাধীনতাৰ প্ৰাগ্‌লগ্নত শিৱনাথৰ মনত এটা আশা জাগিল যে এইবাৰ বোধহয় কিছু কিছু পৰিৱৰ্তনৰ সূচনা হব। আন একো নহলেও অন্ততঃ এই বাটটোৰ কিছু সংস্কাৰ হ'ব, গাহৰিৰ দৰে বিষ্ঠাত লেটি লোৱাৰ পৰা গাঁৱৰ মানুহবোৰে ৰক্ষা পাব। ১৯৪৫ চনৰ বৰ্ষাকালত যোৰহাটৰ এজন কংগ্ৰেছ নেতাই এই অঞ্চলত ভ্ৰমণ কৰিবলৈ আহিছিল। বাটটোৰ অৱস্থা দেখি আতংকত শিহৰিত হৈ তেওঁ মানুহবোৰক কৈছিল: 'এইবোৰেই হ'ল পৰাধীনতাৰ অভিশাপ। বিদেশী শাসকেই দীৰ্ঘকাল ধৰি আমাৰ

মানুহক বোকাত পশুৰ দৰে লেটি লৈ থাকিবলৈ বাধ্য কৰিছে। সেই কাৰণেই আমি স্বাধীনতা অৰ্জনৰ কাৰণে প্ৰাণ-পণ চেষ্টা কৰিব লাগে। আপোনাসকলে চাই থাকিব—দেশে স্বাধীনতা পোৱাৰ লগে লগে আপোনালোকৰ গাঁৱৰ এই বাট আৰু এদিনৰ কাৰণেও এনেকুৱা হৈ নাথাকে।'......

আজি স্বাধীনতাৰ ঠিক আগ মুহূৰ্তত শিৱনাথৰ সেই কথাষাৰ মনত পৰিল। বাটটো যদি ভাল হৈ উঠে, পুৱা-গধূলি নৈৰ পাৰত ফুৰিবলৈ যাওঁতে তেওঁ যদি নৰককুণ্ড অতিক্ৰম কৰি যাব নালাগে, তেতিয়াহ'লে অৱশ্যে স্বাধীনতা তেওঁৰ কাৰণে নিশ্চয় কিছু সাৰ্থক হৈ উঠিব। বাৰিষা প্ৰায় শেষ হৈ আহিছে, আৰু কেইদিন মানৰ পাছত বাটৰ কাষৰ খালত কলমৌ ফুলে মুখ উলিয়াব, শৰতৰ সুন্দৰ স্পৰ্শ ই সকলো ক্লেদ আৰু মালিন্য মচি পেলাব, তেতিয়া বাটটো নিজে নিজেই ফৰকাল হৈ পৰিব। কিন্তু ইমান দিনে সেই সুখ আছিল অস্থায়ী। শৰৎ-হেমন্ত-বসন্তৰ পাছত আকৌ বাৰিষা আহে, আকৌ সেই বাটটো নৰককুণ্ডত পৰিণত হয়, আৰু তেতিয়া অনুভৱ হয় যে, সেই নৰক-যন্ত্ৰণাৰ যেন কোনোদিনেই শেষ নাই। কিন্তু আজি এটা কথা ভাবি শিৱনাথৰ মনত গভীৰ সুখ অনুভৱ হ'ল যে ইয়াৰ পাছত আৰু বোধহয় সেই বাটটো বছৰে বছৰে একোবাৰ নৰককুণ্ড হোৱাৰ বিভীষিকা চিৰকাললৈ দূৰ হ'ব, স্বাধীনতাই আনিব স্থায়ী সুবিধা আৰু সৌন্দৰ্য।

কথাষাৰ ভাবি শিৱনাথৰ ভাল লাগিল। কিন্তু পাছ মুহূৰ্ততে তেওঁৰ মনলৈ চিন্তা আহিল: এজন প্ৰৌঢ় ভদ্ৰলোকৰ প্ৰাতঃভ্ৰমণ সুগম কৰি তোলাৰ বাহিৰে স্বাধীনতাৰ কি আন কোনো সাৰ্থকতা নাই? এখন বিশাল দেশে দুশ বছৰৰ পৰাধীনতাৰ অমানিশা শেষ কৰি মুক্ত জীৱনৰ সূৰ্যোদয়ৰ কাৰণে ক্ষণ গণিছে; এই পৰম লগ্নত তেওঁ কি আবেগৰ কিছু উচ্ছ্বাস অনুভৱ কৰা উচিত নহয়? সঁচাকৈয়ে কি মই কোনো আবেগ অনুভৱ কৰা নাই?

শিৱনাথে নিজৰ মনকে প্ৰশ্ন কৰিলে।

তেওঁৰ মনটোৱে কিন্তু লগে লগে এই প্ৰশ্নৰ উত্তৰ নিদি অলপ সময়ৰ কাৰণে অতীতৰ বুকুলৈ উৰা মাৰিলে।

১৯৪২ চনৰ কাতি কি আঘোণ মাহৰ কথা। মাজনিশা হঠাৎ বাহিৰৰ দুৱাৰত কাৰোবাৰ টোকৰ শুনি শিৱনাথৰ টোপনি ভাগি গ'ল। প্ৰথমতে তেওঁৰ ভাব হ'ল যে পিৰালীত থকা ধান খাবলৈ বোধহয় গৰু সোমাইছে। কাণ তলকা মাৰি তেওঁ শব্দটো বুজিবলৈ চেষ্টা কৰিলে। কিন্তু ওহোঁ, গৰু নহয়, কোনোবা মানুহেই অতি মৃদুভাৱে দুৱাৰত টোকৰ দিছে। শিৱনাথ আচৰিত হ'ল। গাঁৱলীয়া মানুহৰ ঘৰত কোনেও আহি এনেকৈ দুৱাৰত টোকৰ নামাৰে, তাকো মাজ ৰাতি। গল-খেকাৰি মাৰি বা চিঞৰ-বাখৰ কৰি গৃহস্থক নিজৰ আগমনৰ জান্ দিয়াই গাঁৱলীয়া মানুহৰ অভ্যাস। মাজ-ৰাতি কোন আহিব পাৰে বুলি ভাবিও শিৱনাথ আচৰিত হোৱা নাই। বহুত দিন মাজ-ৰাতি বিচনাৰপৰা উঠিও তেওঁ এজন-দুজন নহয়, একেবাৰে পোন্ধৰ-ষোলজন মানুহক আলহী সুধিবলগা হৈছে। জীয়াঢলৰ ফালে পাম খোৱা ৰংপুৰীয়া মানুহবোৰে কেতিয়াবা ঘাই-ঘৰৰ পৰা ঘূৰি আহোঁতে মাজৰাতিও শিৱনাথক জগাই তেওঁৰ ঘৰত আলহী হয়। অৱশ্যে তেওঁলোকৰ কাৰণে ঘৰৰ গিৰিহঁতনীয়ে সেই মাজৰাতিখন গা-পা ধুই পুনৰ পাকঘৰত সোমাবলগা নহয়। সিধা-পাতিখিনি দিলে মানুহবোৰে নিজেই ৰান্ধি-বাঢ়ি খায়। কিন্তু এই ৰংপুৰীয়া পমুৱা মানুহবোৰ আহিলে দুৱাৰত এনেকৈ টোকৰ নামাৰে। নঙলা-মুখৰ পৰাই চাৰি-পাঁচটাই লগ লাগি চিঞৰি-বাখৰি হুলস্থুল কৰি আহে— 'দেউতা উঠক ঐ, আপুনি আশ্ৰয় নিদিলে এই অচিন পথিকক কোনে আশ্ৰয় দিব; দহজনক সোধন-পোচন কৰিবলৈ ঈশ্বৰে দেউতাক বল দিছে দেখিহে সুধিব পাৰিছে, সকলোকে জানো ঈশ্বৰে এই শক্তি দিয়ে—ইত্যাদি'। মুহূৰ্তৰ ভিতৰতে আটাইখিনি কথা একেলগে চিন্তা কৰি শিৱনাথে বিচনাৰপৰা চিঞৰি সুধিলে: 'কোন সেয়া?'

'মই—কেশৱ মণ্ডল—।' মাতটো যিমান সম্ভৱ চেপা মাৰি, অথচ শিৱনাথৰ শ্ৰুতিগোচৰ হোৱাবলৈ চেষ্টা কৰি আগন্তুকে উত্তৰ দিলে।

শিৱনাথে বিচনাৰপৰা জঁপ মাৰি উঠিল।

কেশৱ মণ্ডল!

এই মাজৰাতি!

আগষ্ট মাহত 'ভাৰত-ত্যাগ আন্দোলন' আৰম্ভ হোৱাৰ লগে লগেই কেশৱ সন্দিকৈয়ে মণ্ডল কাম এৰি আন্দোলনত যোগ দিছিল। কিছুদিনৰ পাছত শিৱনাথে খবৰ পালে যে কেশৱ সন্দিকৈক গ্ৰেপ্তাৰ কৰিবলৈ পুলিছৰ পৰোৱানা জাৰী হৈছে, কিন্তু তেওঁ আত্ম-গোপন কৰি পলাই ফুৰিছে। সেই কেশৱ সন্দিকৈ আজি মাজৰাতি শিৱনাথৰ ঘৰত!

শিৱনাথে শোৱাকোঠাৰ পৰাই আকৌ চিঞৰ মাৰিলে, 'সন্দিকৈ গৈছো ৰ'বা।'

তাৰ পাছত তেওঁ খপজপকৈ লেম্পটো জ্বলাই অদূৰত আন বিচনাত শুই থকা বৈণীয়েকৰ ফালে চাই মাত লগালে, 'হেৰা শুনিছানে? উঠাচোন উঠা, সন্দিকৈ আহিছে।'

বৈণীয়েকে গাটো কেৰেংমেৰেং কৰা দেখিয়েই তেওঁ লৰালৰিকৈ বাহিৰলৈ বুলি খোজ ললে।

কেশৱ সন্দিকৈ জাৰত আৰু ভাগৰত আধামৰা হৈ আহিছিল। তেওঁৰ অৱস্থা দেখিয়ে শিৱনাথে একো কথা-বাৰ্তা নুসুধি তেওঁক পোনে পোনে মাৰল-ঘৰলৈকে মাতি আনিলে আৰু জুইশালৰ ওচৰতে কঁঠাল কাঠৰ বৰপীৰাখন পাৰি তেওঁক বহিবলৈ দি জুইকুৰা ডাঙৰকৈ জ্বলাই দিলে। ইতিমধ্যে শিৱনাথৰ ঘৈণীয়েকো সোমাই আহিল। জুইৰ ওপৰত তেওঁ পানী এক কেটলী তুলি দিলে, আৰু তামোলৰ বটাখন আগত লৈ গিৰিয়েকহঁতৰ কথা শুনিবৰ কাৰণে উদগ্ৰীৱ হৈ ৰ'ল।

দপদপীয়া জুইৰ পোহৰত শিৱনাথে কেশৱ মণ্ডলৰ মুৰলৈ ভালকৈ চাই পঠিয়ালে। আজি মাত্ৰ ছমাহ মানহে তেওঁলোকৰ দেখা-দেখি হোৱা নাই। কিন্তু শিৱনাথৰ অনুভৱ হ'ল যে এই ছমাহতে যেন কেশৱ

মণ্ডল মানুহজন একেবাৰে চিনিব নোৱাৰাকৈ সলনি হৈ পৰিছে। কেশৱ মণ্ডলে মূৰত খদ্দৰৰ কাপোৰৰ এটা পাগুৰী মাৰিছে। তেওঁৰ মুখখনো আধা-ইঞ্চিমান দীঘল কেঁচা-পকা দাড়িয়ে ঢাকি পেলাইছে। আগতে কেশৱ মণ্ডলে কোনোদিন পাগুৰী মৰা নাছিল বা দাড়ি-গোঁফো ৰখা নাছিল। কিন্তু শিৱনাথে কিছুপৰ কেশৱ মণ্ডলৰ মুখৰ ফালে এক দৃষ্টিৰে চাই থাকি অনুভৱ কৰিলে যে এই পাগুৰী বা দাড়ি-গোঁফেই তেওঁক বেলেগ বেলেগ যেন লগাৰ একমাত্ৰ কাৰণ নহয়; তেওঁৰ মুখত এনে এটা ভাব ফুটি উঠিছে—যিটো ভাব আগতে তেওঁ কোনোদিন কেশৱ মণ্ডলৰ মুখত দেখা নাছিল। কেশৱ মণ্ডলে বোধহয় কেইবা সাজো ভাত ভালকৈ বা একেবাৰেই খাবলৈ পোৱা নাই; লঘোনীয়া মানুহৰদৰে তেওঁৰ মুখখন শুকাই গৈছে আৰু চকু দুটা কোটৰত সোমাই পৰিছে। কিন্তু তেওঁৰ মুখত ক্ষুধাৰ যন্ত্ৰণা বা ক্লান্তিৰ কোনো চিন নাই। বৰং কিবা এটা পুণ্যব্ৰত পালনৰ কাৰণে উপবাস কৰা মানুহৰ দৰে তেওঁৰ চকু-মুখৰপৰা ভাবৰ জ্যোতিহে ফুটি ওলাইছে।

শিৱনাথ মনে মনে অতি আচৰিত হ'ল। গোটেই কথাটো তেওঁৰ মনত এটা দুৰ্বোধ্য সাঁথৰ যেন লাগিল। কেশৱ মণ্ডল তেওঁৰ আবাল্য বন্ধু। দুয়োৰে গাঁও বেলেগ বেলেগ যদিও ক-মান শ্ৰেণীৰপৰা ছাত্ৰবৃত্তি পৰ্য্যন্ত দুয়ো একেলগে একেখন বেঞ্চতে বহি পঢ়িছে, একেলগে খেলা কৰিছে, একেলগে ভৱিষ্যতৰ সপোন দেখিছে, আৰু সংসাৰত প্ৰবেশ কৰিও দুয়োজনে পৰস্পৰৰ মাজৰ বন্ধুত্বৰ ডোলডাল ঢিলা হবলৈ দিয়া নাই। কেশৱ সন্দিকৈয়ে মণ্ডল হিচাপে শিৱনাথক মাটি-বাৰী চলোৱা কামত নানা প্ৰকাৰে সহায় কৰিছে, শিৱনাথেও টানে-আপদে বন্ধুৰ কাষত গৈ থিয় দিছেগৈ। কেশৱ মণ্ডলে যিদিনা চৰকাৰী চাকৰি এৰি স্বাধীনতা আন্দোলনত যোগ দিয়া বুলি শিৱনাথে খবৰ পালে, বিস্ময়ত হতভম্ব হৈ তেওঁ বহুতপৰ জড়ৱৎ হৈ বৈছিল। কেশৱ মণ্ডলৰ স্বভাৱত বা চৰিত্ৰত এনে কোনো গুণ নাছিল, বা থকা বুলি শিৱনাথে সন্দেহ কৰা নাছিল, যিটো গুণে তেওঁক আহাৰ-মৈথুন-নিদ্ৰাসৰ্বস্ব জীৱনৰ কাৰাগাৰৰ পৰা মুকলি কৰি দি আন এখন জগতত প্ৰৱেশ কৰাই দিব

পাৰে। বৰং মানুহ হিচাপে তেওঁ মোটামুটি ভালেই আছিল যদিও গাঁৱসীয়া মণ্ডলৰ সাধাৰণ বদনামবোৰৰ পৰা তেওঁ মুক্ত নাছিল।

এবাৰ চেতিয়া গাঁৱৰ বকুলীয়ে আহি শিৱনাথৰ ওচৰত আপত্তি দিলেহি যে তেওঁৰ ঘৰৰ কাষৰে নৰামে তেওঁৰ বাৰীৰ এনল মাটি ঠেলি ধাপ মাৰিছে, আপত্তি কৰাত নৰামে উত্তৰ দিছে বোলে কেশৱ মণ্ডলে আহি তেনেকৈয়ে সীমা দেখুৱাই গৈছে। অথচ সীমা দেখুৱাবৰ সময়ত বকুলীক খবৰ দিয়া হোৱা নাছিল। গোটেই ৰাজ্যখনে জানে যে মহেশ্বৰ চেতিয়াৰ চৌধ পুৰুষে সেইখন বাৰী ভোগ-দখল কৰি আহিছে, তাৰ এক আঙুল মাটি লৈ আজিলৈকে প্ৰশ্ন এটা উঠা নাই ; তেনেস্থলত আজি কেশৱ মণ্ডলে এনলকৈ মাটি নৰামৰহে বুলি কেনেকৈ ৰায় দিব পাৰে ?

বকুলী কেশৱ মণ্ডলৰ ওচৰলৈ গ'ল। কেশৱ মণ্ডলে উত্তৰ দিলে যে, যোৱা চেটেলমেণ্টৰ সময়তেই বোলে সেই মাটি নৰামৰ পট্টাত সোমাই গেছে, সি কথাষাৰ গম নোপোৱাতহে ইমানদিনে সেই মাটি বকুলীৰ সীমাত সোমাই আছিল।

চেটেলমেণ্টনো কেতিয়া হৈছিল ?

একত্রিছ চনত। আজিৰপৰা তেৰ বছৰৰ আগতেই নৰামৰ পট্টাত মাটি সোমাল, অথচ সি এতিয়াহে সেই কথাৰ গম পালে ? ততুপৰি তেৰ বছৰৰ আগতেইবা সেই মাটি নৰামৰ পট্টাত সোমাল কেনেকৈ ?

ম'হঘুলি গাঁৱৰ কোনটো মানুহে নাজানে যে ঢাপত কুঁজী ঠেকেৰাৰ গছজোপাৰে সৈতে সেই গোটেই বাৰীখন চেতিয়াৰ ঘৰৰ চৌধ পুৰুষৰ সম্পত্তি ? তেনেহ'লে যোৱা চেটেলমেণ্টতেইবা সেই মাটি নৰামৰ নামলৈ গ'ল কেনেকৈ ? তেতিয়াও কেশৱ সন্দিকৈয়েই লাট মণ্ডল নাছিল জানো ? মাউৰা ল'ৰাকেইটাৰ ভৱিষ্যতৰ কথা চিন্তা কৰি আতংকিতা হৈ বিধবা বকুলীয়ে কেশৱ মণ্ডলক প্ৰশ্নৰ পাছত প্ৰশ্ন কৰি যাবলৈ ধৰিলে, কিন্তু কেশৱ মণ্ডল নিৰ্বিকাৰ হৈ নীৰৱে বহি ৰ'ল। তেওঁৰ মুখত এনে এটা ভাব ফুটি উঠিল যেন ডাক্তৰে সৰু ল'ৰা-ছোৱালীক বেজী দিয়াৰ সময়ত সিহঁতে কান্দিব বুলি তেওঁ জানেই, গতিকে নীৰৱে নিজৰ

কাম কৰি যোৱাৰ বাহিৰে তেওঁৰ আন একো কৰণীয় নাই। বহুতপৰ বকি বকিও মণ্ডলৰপৰা একো উত্তৰ নাপাই বকুলীয়ে অৱশেষত কান্দিবলৈ আৰম্ভ কৰিলে।

কেশৱ মণ্ডলে তেতিয়া হঠাৎ মাত লগালে, 'তুমি বোৱা এৰি চাদৰৰ বৰ সুখ্যাতি শুনিছোঁহে চাৰিওফালে। দিবাচোন এখন—গাত লৈ চাম। তোমাৰ হাতৰ মিহি ধুনীয়া এৰি চাদৰ এখন গাত লৈ ফুৰিলে মানুহে কেশৱ মণ্ডলক কি জানি মানুহ বুলি গণ্য কৰেই।'

মণ্ডলৰ কথা শুনি বকুলীয়ে অঠাই সাগৰত পাৰ পোৱা যেন পালে। ঘপহকৈ থিয় হৈ তেওঁ ঘৰলৈ বুলি খোজ ললে, আৰু সেই দিনাই গধূলি টানে-আপদে বেপাৰীক বেচিম বুলি সাঁচি থোৱা এৰি চাদৰ এখন মণ্ডলৰ হাতত তুলি দিলেহি। মণ্ডলে বকুলীক আশ্বাস দিলে যে তেওঁ নৰামক কৈ-মেলি ছুদিনৰ ভিতৰতে ঢাপটো উঠাই দিয়াব।

ছুদিনৰ ঠাইত ছুসপ্তাহ গ'ল, কিন্তু বকুলীৰ মাটিৰপৰা নৰামৰ ঢাপ উঠি যোৱাৰ কোনো লক্ষণ দেখা নগ'ল। সেই ছুসপ্তাহৰ ভিতৰতে বকুলীয়েও মণ্ডলৰ ঘৰলৈ কচু-থোৰৰ পৰা আৰম্ভ কৰি কৰ্দৈ টেঙালৈকে, ঘৰৰ গৰুৰ গাখীৰৰ পৰা আৰম্ভ কৰি আমৰলী হাঁহলৈকে ভেটি-ভাৰ কঢ়িয়াই কঢ়িয়াই এটা নতুন বাট সিজালে। সিমানতো যেতিয়া নৰামৰ য'ৰ ঢাপ ত'তেই থাকিল, বকুলীয়ে কথা বিষম দেখিলে। এদিন তেওঁ মণ্ডলৰ ঘৰলৈ গৈ চিধাচিধি প্ৰশ্ন কৰিলে: 'পেহা, আপুনি এই বাঁৰী তিৰোতাৰ চকুৰ ফালে চাই সঁচা কথা কওক, মই মাটি ঘূৰাই পোৱাৰ কিবা আশা আছেনে নাই? নৰামক কথাষাৰ কলেই দেখোন সি মেচি দাখন লৈ মোক কাটিবলৈ খেদি আহে। মোৰ ধনৰো বল নাই, জনৰো বল নাই; তাৰ লগত মই কেনেকৈ যুঁজোঁ? সি আপোনাক কি বুলি কৈছে মোক কওক।'

কেশৱ মণ্ডলে বকুলীৰ চকুলৈ চোৱাৰ পৰিৱৰ্তে সম্পূৰ্ণ বিপৰীত ফালে চাই ক'লে, 'এটা কথা হ'ল বুজিছা। এইবোৰ কাম মই অকলে কৰা কাম নহয়। মণ্ডল, কানুনগো, চব্ ডেপুটি—এই আটাইকেইজন লগ লাগিলেহে কামটো সিজে। মই তোমাৰ হৈ যিমানখিনি পাৰোঁ

কৰিছিলো, কিন্তু এই বদমাচ নৰামে হাকিমক হাত কৰি লৈ মোক বৰ দিগদাৰি দিছে। তুমি এটা কাম কৰা। কাছাৰীলৈ গৈ ১৪৫ ধাৰা কেচ এটা কৰি দিয়া। লগতে এটা দেৱানী মোকৰ্দমাও লগাই থৈ আহাঁ। মই তোমাৰ হৈ সাক্ষী দিম। তুমি মোকৰ্দমাত জিকিবাই।'

মণ্ডলৰ কথা শুনি ভয়তে বকুলীৰ জিভাখন শুকাই গ'ল। তেওঁ কোনো দিনে চহৰ নেদেখা বাঁৰো মানুহজনীয়ে কাছাৰীতে থিয় হৈ মোকৰ্দমা কৰিব কেনেকৈ? মোকৰ্দমাৰ কাৰণে ইমান টকা-পইচাই বা পাব ক'ৰপৰা?

বকুলীয়ে মণ্ডলৰ মুখৰ ফালে চাই পঠিয়ালে। হঠাৎ তেওঁৰ উপলব্ধি হ'ল যে মণ্ডলৰপৰা তেওঁ সহায় পোৱাৰ কোনো আশা নাই। অৰ্থাৎ সাতামপুৰুষীয়া পৈত্ৰিক বাৰীখনৰ এটা অংশৰপৰা বকুলীৰ ল'ৰাকেইটা চিৰকাললৈ বঞ্চিত হ'ল। হঠাৎ এটা কান্দোন বকুলীৰ ডিঙিৰ ওপৰলৈকে উঠি আহিল আৰু চকু ফাটি দুধাৰা পানী বৈ আহিবলৈ ধৰিলে। তেওঁ বহাৰপৰা উঠি থিয় হ'ল, আৰু বিপজ্জনক জন্তুৰ সমুখৰপৰা মানুহে দৌৰি পলোৱাৰ দৰে মণ্ডলৰ কাষৰ পৰা প্ৰায় উধাতু খাই দৌৰি যোৱাৰদৰে ঘৰলৈ বুলি খোজ ললে। কিন্তু কিছুদূৰ গৈয়েই তেওঁ থমকি ৰৈ যাব লগা হ'ল। মনৰ সেই অথিৰ-অথিৰ অৱস্থাতো বকুলীৰ চকুত পৰিল যে এজনী অতি চিনাকি চিনাকি লগা গাভিনী গাই-গৰু চোতালৰ আগৰ তামোল গছ এজোপাতে বান্ধি থোৱা আছে, আৰু তাই চকু মুদি পৰম তৃপ্তিৰে নিমখ সানি দিয়া খলিহৈ খাব ধৰিছে।

বকুলীয়ে ঘূৰি-পকি গাইজনীলৈ বহুতপৰ লক্ষ্য কৰিলে। হয়, কোনো সন্দেহেই নাই যে এইজনী নৰামহঁতৰ ৰাঙলী গাইজনীয়েই হয়। নৰামৰ পুতেকহঁতে গাইজনীক মিৰিয়নীৰ জীয়েক বুলিও কয়, কাৰণ তাইৰ মাকক মিৰি গাঁৱৰপৰা কিনি আনিছিল। বকুলীয়ে মণ্ডলৰ ওচৰলৈ ঘূৰি গৈ কথাষাৰ সোধোঁ বুলি গাটো ঘূৰাওঁতেই তেওঁ দেখিলে, মণ্ডল নিজেই আহি বকুলীৰ ওচৰত থিয় দিছেহি।

'গাইজনী চিনি পাইছা নহয়? পাবাই। তোমালোকৰ ঘৰৰ ওচৰেৰে

নৰামইঁতৰে গাই। তিনিকুৰি টকা দি কালি কিনি আনিলোঁ। ঘৰৰ গাই কেইজনীৰ আটাইকেইজনীৰে পোৱালি বুঢ়া হ'ল, চাহটোপা বগা কৰিবলৈকে ঘৰগনত গাখীৰ অকণ নোহোৱা হৈছে।……গাইজনী চাই তিনিকুৰি টকা বাৰু অলপ বেছি হ'লনেকি?'

মণ্ডলৰ কথাবোৰ বকুলীৰ কাণত সোমাল যদিও মগজুত নোসোমাল। গাইজনীৰ ফালে চাই চাই তেওঁ কেৱল ভাবিবলৈ ধৰিলে: মই ইমানদিনে মণ্ডলক কেইসেৰমান গাখীৰ দিয়েই ভাবি আছোঁ যে মোৰ কাম হৈ আছে; ইফালে যে নৰামে গাখীৰৰ ভঁৰালটোকে আনি মণ্ডলৰ ঘৰত বহুৱাই দিছেহি মোৰ সেইটো খবৰেই নাই। নৰামক মই কেনেকৈ বলে পাবিম?

সেই কেশৱ মণ্ডল আৰু এই কেশৱ মণ্ডল—দুয়ো একেজন মানুহেই হয়নে?

গোটেই কথাটো শিৱনাথৰ কাৰণে এটা দুৰ্বোধ্য সাঁথৰ যেন লাগি গ'ল। জুলা জুইকুৰাকে খুচৰি-মুচৰি খৰিবোৰ ঠিক কৰি দি তেওঁ কিছু সময় নিজৰ চিন্তাতে তন্ময় হৈ পৰিল।

'এনেকৈ বহি থাকিলেই হ'ব জানো? খোৱা-বোৱাৰ দিহা কৰিব লাগে নহয়?'

ঘৈণীয়েকৰ মাত শুনিহে শিৱনাথৰ তন্ময়তা ভাগিল। নিজৰ অন্য-মনস্কতাৰ কাৰণে তেওঁ কিছু লজ্জিত হ'ল। প্ৰয়োজনতকৈ অধিক উচ্ছ্বাস দেখুৱাই তেওঁ মাত লগালে, 'খোৱা-বোৱাৰ দিহা কৰিব লাগে বুলি ক'বহে লাগেনেকি? ইমানপৰে তুমি দেখোন পাকঘৰত সোমাবই লাগিছিল। সন্দিকৈৰ মুখখন দেখি ভাব হৈছে—তেওঁ কিজানি একে লেখাৰিয়ে এসপ্তাহমান ভাত খোৱা নাই। উঠা—তুমি অলপ খৰখেদা কৰা।'

জাৰ আৰু ভাগৰত পেঁপুৱা লাগি সন্দিকৈ ইমানপৰে মনে মনে আছিল। কিন্তু মুখ-হাত ধুই কিছুপৰ জুইৰ তাপ লোৱাৰ পাছত তেওঁৰ শৰীৰ আৰু মনলৈ কিছু সজীৱতা ঘূৰি আহিল। গিৰিয়েক-ঘৈণীয়েকৰ কথা শুনি তেওঁ মাত লগালে—'ৰ'বা ফুকন, তুমি যে মোৰ খোৱাৰ

কাৰণে ইমান ব্যস্ত হৈ পৰিছা—কিন্তু এই মাজৰাতিখন মই ক'ৰপৰা আহিলো, কিয় আহিলো—সেইবোৰ বিষয়ে দেখোন একো এটা প্ৰশ্নই নকৰিলা। তোমাৰ মনতনো একো এটা কৌতূহলেই হ'ব নাপায়নে ?'

'ৰ'বা, ৰ'বা, আগতে তোমাক ভাত এমুঠি খুৱাই মানুহ যেন কৰি লওঁ ; তাৰ পাছতো সেইবোৰ কথা সুধিবলৈ বহুত সময় থাকিব।'

তাৰ পাছত ঘৈণীয়েকৰ ফালে চাই শিৱনাথে আকৌ ক'লে, 'ভাত পিছে কিহেৰে খুউৱা ? পাৰ এটাকে মৰাওঁ নেকি ?'

সন্দিকৈয়ে মাজতে বাধা দি কলে, 'শুনা ফুকন, হাঁহ-পাৰ মৰাৰ কথা নুলিয়াবা। আজি-কালিযে মই নতুন ভেশ ধৰিছোঁ সেইবোৰ কথা তুমি কবই নোৱাৰা। মই আজি-কালি গান্ধীৰ শিষ্য—বুজিছা। মাছ-মাংস সকলো ত্যাগ কৰিছোঁ। অহিংসাত ধৰিছোঁ। তুমিতো এই খবৰ নিশ্চয় শুনিছাই—মই চাকৰি-বাকৰি এৰি কংগ্ৰেছৰ 'ভাৰত-ত্যাগ আন্দোলন'ত যোগ দিছোঁ। পাঁচ মাহৰ আগতেই মোৰ বিৰুদ্ধে গ্ৰেপ্তাৰী পৰোৱানা জাৰী হ'ল। কিন্তু আমাৰ জিলা-কংগ্ৰেছৰ সৰ্বাধিনায়কৰ নিৰ্দেশত মই আত্ম-গোপন কৰি গাঁৱে গাঁৱে ঘূৰি ঘূৰি আন্দোলনৰ বাণী প্ৰচাৰ কৰিলো আৰু সংগঠনৰ কাম কৰিলোঁ। এতিয়া পুনৰ সৰ্বাধিনায়কৰ নিৰ্দেশতেই মই পুলিছৰ হাতত ধৰা দিবলৈ আহিছোঁ। কালিলৈ ৰাতিপুৱাতে মই থানাত গৈ আত্মসমৰ্পণ কৰিম। তাৰ পাছত কেইবছৰ ফাটেক হয় একো ঠিক নাই। আমাৰ নেতাসকলে কোৱা শুনিছোঁ যে যুদ্ধ শেষ নোহোৱালৈকে বৃটিছ চৰকাৰে মুক্তিযোদ্ধা-সকলক মুকলি কৰি দিয়াৰ কোনো আশা নাই। যুদ্ধ কেতিয়া শেষ হ'ব কোনে জানে। পাঁচ বছৰো চলিব পাৰে, পোন্ধৰ বছৰো চলিব পাৰে। পুলিচৰ হাতত ধৰা দিম বুলি যেই ঠিক কৰিলোঁ—হঠাৎ কি কাৰণে কব নোৱাৰোঁ, তোমালৈ মোৰ বৰকৈ মনত পৰিল। ভাবিলোঁ, অনিৰ্দিষ্ট কালৰ কাৰণে জেললৈ যাত্ৰা কৰাৰ আগতে তোমাক লগ পাই তোমাৰ ঘৰত ভাত এসাজ খাই গ'লেহে মোৰ যাত্ৰা শুভ হ'ব— ।'

তাৰ পাছত শিৱনাথৰ ঘৈণীয়েকৰ ফালে চাই কিবা এটা ক'বলৈ গৈ সন্দিকৈয়ে দেখে, তেওঁ ৰিহাৰ আগেৰে চকু-পানী মচিব ধৰিছে।

"ওৱা—আপুনি দেখোন চকুপানী টুকিব ধৰিছে। হ'ল কি আপোনাৰ?'

ঘৈণীয়েকৰ হৈ শিৱনাথে উত্তৰ দিলে, 'তুমি জেললৈ যোৱাৰ কথা যেনেকৈ ক'ব ধৰিছা—যেন জেল নহয় শহুৰৰ ঘৰলৈহে যাবলৈ ওলাইছা। তেওঁ আকৌ জেলৰ কথা তেনেকৈ নাভাবে নহয়। সেই কাৰণে চকুপানী ওলাইছে।'

কেশৱ মণ্ডলে এটা গভীৰ তৃপ্তি অনুভৱ কৰি হো হোকৈ হাঁহি উঠিল। তাৰ পাছত শিৱনাথৰ ঘৈণীয়েকৰ ফালে চাই ক'লে—'সত্যাগ্ৰহীয়ে একোলৈকে ভয় নকৰে। সেয়েই সত্যাগ্ৰহীৰ প্ৰথম শিক্ষা।······আপুনি যাওক, ভাত মুঠি ৰান্ধকগৈ। মাজৰাতি শোৱা-পাটিৰ পৰা তুলি পাকঘৰত সুমুৱালোঁ—তাৰ কাৰণে যেন দায়-দোষ মৰিষণ কৰে। আপুনি পিছে আঞ্জা-তৰকাৰী একো কৰিব নালাগে, ভাততে আলু এটা দিব, বচ, হৈ যাব।'

ঘৈণীয়েকৰ চকুত চকুপানী তেতিয়াও শেষ হোৱা নাই। ৰিহাৰ আগেৰে চকু ছুটা পুনৰ মোহাৰি মোহাৰি তেওঁ কেশৱ মণ্ডলৰ ফালে এনেভাৱে চালে, যাৰ অৰ্থ হ'ল: মই তোমাক ভাত যিহেৰে দিওঁ দিম; তাত তোমাৰ মাত মাতিবলৈ কি আছে?

পাকঘৰত সোমোৱাৰ আগতে বাহী গাটো ধুবলৈ বুলি তেওঁ গৰম পানীৰ কেটলীটো লৈ বাহিৰলৈ ওলাই গ'ল।

কেশৱ মণ্ডল আৰু শিৱনাথ ছুয়ো জুইকুৰাৰ ফালে চাই চাই বহুতপৰ মনে মনে বহি ৰ'ল। ছুয়ো যেন ইজনে সিজনৰ মনটো পঢ়িবলৈহে চেষ্টা কৰিছে। তেনেকৈ বহুত সময় থাকি অৱশেষত মাত লগালে, 'তুমি যে ইমানখিনি কৰিব পাৰিবা ভাবিবই পৰা নাছিলো সন্দিকৈ। হঠাৎ তোমাৰ ইমান পৰিৱৰ্তন কেনেকৈ হ'ল? কিহে তোমাক এই সৰ্বনাশৰ পথলৈ টানি আনিলে?'

ফুকন, আনৰ আগত যি কওঁ, তোমাকতো আৰু ফাকি দিব নোৱাৰোঁ'—মণ্ডলে বৰ গহীনভাৱে আৰম্ভ কৰিলে—'মোক জানিবলৈ তোমাৰ আৰু নিশ্চয় বাকী নাই। ওপজিবৰেপৰা আজিলৈকে জীৱনটো

মিছা-বেশ্যা কৰোঁতেই গ'ল। স্কুলীয়া দিনৰ ঘটনা এটা তোমাৰ বাৰু মনত আছেনে ফুকন? এবাৰ আমি নৈত গা ধুবলৈ গৈ সাঁতুৰি-নাদুৰি খাকোঁতেই স্কুলত ওৱাৰ্ণিঙৰ ঘণ্টা পৰিল। দৌৰি ঘৰলৈ গৈ একো নোখোৱাকৈয়েই আমি স্কুললৈ ঢাপলি মেলিলোঁ। সেইদিনা প্ৰথমতেই আছিল ভুবন পণ্ডিতৰ অংকৰ পিৰিয়ড। ঘৰত অংক কৰি নিবলৈ কৈছিল, কিন্তু আমি দুয়ো খেলাৰ নিচাত সেই কথা পাহৰি গ'লোঁ। পণ্ডিতে এফালৰ পৰা অংকৰ বহীবোৰ খুজি গৈছে আৰু অংক কৰি নিনিয়াবোৰক বেঞ্চৰ ওপৰত আঁঠু কঢ়াই দহটাকৈ বেট দিছে। মাহৰ মাৰ দেখি তিলে বেট মেলাৰ দৰে বেট খোৱাবোৰৰ অৱস্থা দেখিয়েই মোৰ প্ৰাণ কণ্ঠাগত হ'ল। এনেতে পণ্ডিত আহি মোৰ ওচৰ পালেহি। তোৰ বহী ক'ত?—কলিজা কঁপি যোৱা মাতেৰে তেওঁ মোক সুধিলে। ময়ো নিৰ্ভীকভাৱে, অৰ্থাৎ বাহিৰত নিৰ্ভীক যেন দেখুৱাই তেওঁৰ চকুৰ ওপৰত চকু ৰাখি উত্তৰ দিলোঁ—'চাৰ, মই অংক গোটেইবোৰ কৰিছিলোঁ, কিন্তু স্কুললৈ দৌৰ মাৰি আহোঁতে বাৰিকৰ বাৰীৰ সেই বাঁহতলৰ গো-বাটটোতে অংকৰ বহী আৰু ৰচনাৰ বহীখন বোকাত পৰি গ'ল।' পণ্ডিতে চকু পকাই আকৌ সুধিলে—'মিছা কথা ক'বলৈ আহিছ? পিটি চেপেটা কৰিম জনা নাই? বোকাত পৰিল বুলিয়েই বহী এৰি থৈ আহিব লাগিল নেকি? তুলি আনিব নোৱাৰিলি?'— মোৰো তেতিয়া সাহ বাঢ়ি গৈছে। ঘপৰাই উত্তৰ দিলো— চাৰ, বহী দুখন বোকাত পৰাৰ লগে লগেই মোৰ আগভৰিখনো বহী দুখনৰ ওপৰত পৰি গ'ল আৰু লগে লগে বহী দুখন বোকাত পোত গ'ল। চাৰ, আপুনি মোৰ লগত গ'লে এতিয়াই মই বহী দুখন দেখুৱাই দিব পাৰিম।' মোৰ মুখত তেনেকুৱা নিৰ্ভীক কথা শুনি ভুবন পণ্ডিতে কিংকৰ্তব্যবিমূঢ় হৈ কিছু সময় মোৰ চকুৰ ফালে চাই ৰ'ল, তাৰ পাছত মোক একো নকৰি মোৰ কাষতে বহা তোমাৰ ওচৰলৈ গ'ল। পণ্ডিতৰ প্ৰশ্নৰ লগে লগে তুমি সহজভাৱে উত্তৰ দিলা—'চাৰ, আজি নৈত গা ধুবলৈ গৈ খেলি থাকোঁতে অংক কৰিবলৈ পাহৰি গ'লোঁ।' তোমাৰ উত্তৰ শুনি ভুবন পণ্ডিত জ্বলা জুইত ঘিউ পৰাৰ দৰে জ্বলি উঠিল

—বদমাইচ কুলাংগাৰ—সিংহৰ সন্তান শিয়াল হ'বলৈ আহিছ? খেলি থাকোঁতেই অংক কৰিবলৈ পাহৰিলে?—তাৰপাছত তোমাক বেঞ্চত আঁঠু কঢ়াই লৈ আন ল'ৰাতকৈয়ো বেছি জোৰেৰেহে দহোটা বেট দিলে।······

'সেই তুমি, আৰু সেই মই। তোমাক আৰু মই কি বুলি ফাকি দিম? মণ্ডল কামত সোমায়ো জানো কমখিনি কৰিছোঁ? বাঁৰী ছুখুনীৰ পেৰাৰ থুৰীয়াৰ পৰা আৰম্ভ কৰি বছৰটো ভঁৰালৰ ভাতেৰে খাবলৈ নোজোৰা খেতিয়কৰ হালৰ গৰুলৈকে একো বস্তুকে আত্মসাৎ কৰিবলৈ বাকী ৰখা নাই। তুমি আকৌ নাভাবিবা যে মোৰ মনত হঠাৎ সুমতিৰ উদয় হৈছে আৰু নিজৰ পাপ স্বীকাৰ কৰি মই এতিয়া প্ৰায়শ্চিত্ত কৰিবলৈ আগ বাঢ়িছোঁ। সেইবোৰ একো হোৱা নাই। মই যি পাপী সেই পাপীয়েই। কিন্তু···কিন্তু··কথাটো কি হ'ল জানা? তোমাক কথাটো ভাঙিয়েই কওঁ দিয়া, তুমি যি বুজা বুজিবা।

'আজি কেইমাহ মানৰ আগৰ কথা। চমুৱা গাঁৱত মাটিৰ সীমা দেখুওৱা কাম এটাত গৈ ইঘৰত সিঘৰত বহি কথা পাতোঁতে তাতেই গধূলি হ'ল; ছাইকেল মাৰি ঘৰলৈ ঘূৰি আহোঁতে ঠিক কপাহতলী গাঁৱৰ গোপী ভকতৰ ঘৰৰ পদুলি পাইছোঁ মাত্ৰ—এনেতে কথা নাই বাৰ্তা নাই গিবগিবকৈ বৰষুণ এজাক আহিল। লৰালৰিকৈ গোপী ভকতৰ ঘৰতে সোমাই পৰিলোঁ। তেতিয়া ৰাতি আঠটামান বাজিছে। গৃহস্থক মাত লগোৱাৰ আগতেই চোতালৰ পৰাই বেৰৰ জলঙাৰে দেখিলোঁ—কোনোবা এটাই কেৰাচিন তেলৰ চাকি এটা হাতত লৈ কিবা এখন কাগজ পঢ়ি আছে, আৰু চাৰি-পাঁচটামান মানুহে চাৰিওফালে ঘেৰি থিয় হৈ তাকে শুনি আছে। মই ইতিমধ্যে বৰষুণত আধা তিতিছিলোঁৱেই, গতিকে গৃহস্থক মাতো লগালোঁ আৰু লগে লগে দুৱাৰখন ঠেলি ভিতৰলৈ সোমায়ো গ'লোঁ। মোক দেখি আৰু মোৰ মাত শুনি মানুহবোৰে অকস্মাতে চকুৰ আগত ভূত দেখাৰদৰে কঁপি উঠিল। সিহঁতৰ হাৱ-ভাৱ দেখি ময়ো ঠাইতে জঠৰ হৈ ৰৈ গ'লোঁ।

'যিহওক, লাহে লাহে মানুহবোৰৰ মুখ কেইখন মোৰ চকুত পৰিবলৈ ধৰিলে: গোপী ভকত, তেওঁৰ বৈণীয়েক, তেওঁৰ ডাঙৰটো পুতেক নাৰায়ণ, আৰু গাঁৱৰে আন দুটা ল'ৰা। এই আন দুটা ল'ৰাৰে এটাৰ হাতত ফুলস্কেপ চাইজৰ দুখন কাগজ, আনটোৰ হাতত চাকিটো। সিহঁতে কি পঢ়ি আছিল? মোক দেখি এনেকৈ চঁক খাই উঠিল কিয়? ভাবি মই বৰ আচৰিত হ'লোঁ। ময়েই প্ৰথমে মাত লগালোঁ— ভকত দদাই, কামৰ পৰা ঘূৰিছিলোঁ, আপোনাৰ পদুলিতে বৰযুগে পালে। কিন্তু···কিন্তু···মোক দেখি আপোনালোকে এনেকৈ ভূত দেখাৰদৰে কৰিছে কিয়? এওঁলোকেনো সেইখন কি পঢ়িছে যে আন নালাগে খুড়ীয়েও ভাতৰ চৰু এৰি আহি সেইখন শুনাত লাগিছেহি?'

একে উশাহতে বহুতখিনি কথা কৈ কেশৱ মণ্ডলে কিছু সময় থমকি ৰ'ল। কেই মুহূর্তমান সময় শিৱনাথকো কৌতূহলত ৰাখিবলৈ তেওঁৰ বোধহয় মন গ'ল। বেছ কিছু সময় কেশৱ মণ্ডলক মনে মনে থকা দেখি শিৱনাথে সঁচাকৈয়ে কৌতূহল দমাব নোৱাৰি মাত লগালে— 'তাৰ পাছত?'

'মোৰ কথা শুনি সিহঁত আটাই কেইটাই পৰস্পৰৰ চকুলৈ চোৱা-চুই কৰিবলৈ ধৰিলে। কাৰো মুখত মাত নোলায়। তেনেকৈ কিছু সময় থাকি অৱশেষত গোপী ভকতে মাত লগালে—'বোপাই কেশৱ, তুমি হ'লা চৰকাৰী চাকৰিয়াল, বুটিছ চৰকাৰৰ বিশ্বস্ত কৰ্মচাৰী। কিন্তু আমি ইয়াত আলচ কৰিছো ৰাজদ্ৰোহৰ কথা। চাবা পিছে, এই কথা যদি তোমাৰ মুখেদি বাহিৰত ওলায়, তেন্তে কিন্তু তোমাৰ গাত গো-বধ মাতৃ-বধ ব্ৰহ্ম-বধ পাপ লাগিব। সংসাৰত কেৱল গৰু-গাহৰিৰ দৰে চাহি-মুহি খাই জীয়াই থকাটোৱেই একমাত্ৰ জীৱন নহয়।···

'ভকতৰ শেষৰ কথাষাৰ বোধহয় মোৰ আক্ৰোহী স্বভাৱৰ প্ৰতি লক্ষ্য কৰিয়েই কোৱা হৈছিল, কিন্তু সেই নিন্দা-বাক্য মই গাত নলগালোঁ। মোৰ চকু আছিল তেতিয়া কেৱল গোপী ভকত, তেওঁৰ বৈণীয়েক, আৰু ল'ৰা তিনিটাৰ মুখৰ ওপৰত। সিহঁত আটাইবোৰকে মই ভালকৈ চিনি পাওঁ; আমাৰে নিচিনা অল্প-বিদ্যাৰ হালোৱা-চহোৱা গাঁৱলীয়া মানুহ,

দেশৰ কথা খায় নে কাণত পিন্ধে কাৰো খবৰ নাই। কিন্তু সেইদিনা সিহঁতৰ মুখৰ ভাব-গতি দেখি মই আচৰিত হৈ গ'লোঁ। খুড়ীৰ চকুহাল চলচলীয়া, ডেকাকেইটাৰ মুখখন উত্তেজনাত ৰঙা পৰিছে, ভকত দদাইৰ মুখখনত কিবা এটা উদাস উদাস ভাব। দদাইৰ মুখত ৰাজদ্ৰোহৰ কথা শুনি মোৰ প্ৰথমে হাঁহি উঠিবই খুজিছিল; ক'টোৰ কেইটা চুক ক'ব নোৱাৰা খুড়ী আৰু নাঙলৰ খুটিটোৰ বাহিৰে সংসাৰৰ আন একো বস্তু চিনি নোপোৱা ভকত দদায়ে এতিয়া এই বুঢ়া বয়সত ৰাজদ্ৰোহ কৰি দেশ স্বাধীন কৰিব! কিন্তু তেওঁলোকৰ মুখকেইখন দেখি মোৰ পেটৰ হাঁহি পেটতে থাকিল। মই বুজিলোঁ, আজি কথা বেলেগ, আজি শেনৰ এজাত, আজি সঁচাকৈয়ে এনে কিবা এটা ঘটনা ঘটিছে—যাৰ ফলত কাউৰীৰ মুখতো কুলিৰদৰে গান ওলাইছে। আৰু মই এইটোও বুজিলোঁ—সেই ঘটনাটোৰ ৰহস্য লুকাই আছে নাৰায়ণহঁতে পঢ়ি থকা সেই কাগজখনতে। মই কলোঁ—দদাই, তুমি এটা নহয়, তিনিটাকৈ বধৰ শপত দিলা, ইয়াৰ পাছতো বিশ্বাসঘাতকী হ'বলৈ মই ইমান অনানুহ হ'মনে? কিন্তু তোমালোকৰ কথাৰ ভাগ মোকো দিবই লাগিব। তোমালোকৰ ভাব-গতিবোৰ দেখি মোৰ মনটো কেনেবা কেনেবা কৰিছে। সেইখন কি কাগজ পঢ়ি আছা? কি লিখা আছে তাত?

'মোৰ কথা শুনি ডেকা কেইটাই ইটোৱে সিটোৰ মুখলৈ চোৱা-চুই কৰিবলৈ ধৰিলে। স্পষ্ট বুজা গ'ল যে মোক কাগজখন দেখুৱাবলৈ সিহঁতৰ ইচ্ছা নাই। কিন্তু ভকত দদায়ে ভেকাহি মাৰি উঠিল—'ইমান ভয় কৰিব লাগে কিয়? মণ্ডলো তেও আমাৰে নিচিনা মানুহহে, জানোৱাৰ নহয় নহয়? দে কাগজখন, তেৱোঁ পঢ়ক। দেশৰ সকলো মানুহেই এই কাগজ পঢ়িবলৈ পোৱা হ'লেহে বেছি ভাল হ'লহেঁতেন।... হে হৰি, কি মায়া দেখুৱাইছা তুমি, একে তেজ-মাংসৰ মানুহেই খেনো হয় দেৱতা, খেনো হয় ৰাক্ষস!'—ভকত দদাইৰ কথা শুনি নাৰায়ণে অতি অনিচ্ছাৰে কাগজখন মোৰ হাতলৈ আগবঢ়াই দিলে। পঢ়াৰ আগতে মই কাগজখন লুটিয়াই-বগৰাই চাবলৈ ধৰিলোঁ। ফুলস্কেপ

ছাইজৰ কাগজখনৰ এপিঠিত ছপাৰ আখৰেৰে কিবা-কিবি ইংৰাজী কথা লেখা আছিল, ৰঙা চিয়াহীৰে ডাঙৰ পূৰণ চিন এটা আঁক সেইবোৰ কাটি পেলোৱা হৈছে। যুদ্ধৰ দিনৰ কথা, আন সকলো বস্তুৰ দৰে কাগজৰো মহা অনাটন, সেই কাৰণে এপিঠি লেখা কাগজৰে আনটো পিঠি ব্যৱহাৰ কৰা হৈছে। আনটো পিঠিৰ গঢ়-গতি দেখি মোৰ প্ৰথমে ভাব হ'ল, এইখন বোধহয় এখন হাতে-লিখা বাতৰি কাকত। কাগজখনৰ একেবাৰে ওপৰত 'বন্দে মাতৰম্' বুলি ডাঙৰ ডাঙৰ আখৰেৰে আৰম্ভ কৰি গোটেই কাগজখন ৰঙা চিয়াহীৰে লিখা হৈছে। মই কাগজখন পঢ়িবলৈ আৰম্ভ কৰিলোঁ। তাৰ কেইদিনমানৰ আগতে নগাঁৱৰ ফালে তিলক ডেকা, ভোগেশ্বৰী ফুকননী আদি কোনোবা কোনোবা কংগ্ৰেছ ভলন্টিয়াৰ পুলিচৰ গুলী খাই মৰা বুলি উৰা বাতৰি শুনিছিলোঁ। কিন্তু আদাৰ বেপাৰীয়ে জাহাজৰ খবৰ নৰখাৰ দৰে আমি মাটিজোখা মণ্ডলেও সেইবোৰ কথাৰ বৰকৈ ভু ৰখা নাছিলোঁ। কাগজখনত সেই-বোৰ ঘটনাৰে বিতং বিবৰণ লিখা আছে। পঢ়ি বুজিলোঁ যে সেই কাকতখন বিয়াল্লিছৰ আন্দোলনকাৰী বিপ্লৱী সকলৰ গোপন বাতৰি-কাকত বা প্ৰচাৰ-পত্ৰ, হাত বাগৰি বাগৰি কাগজখন আমাৰ জকাইচুকীয়া ম'হঘুলিও আহি পাইছেহি।

'আদিৰপৰা অন্তলৈকে মই পৰম মনোযোগ দি কাগজখন পঢ়িলোঁ। পুলিচৰ গুলী খায়ো তিলক ডেকাই হাতৰ জাতীয় পতাকাখন কেনেকৈ এৰি দিয়া নাছিল, ভোগেশ্বৰী ফুকননীয়ে মৰিবৰ সময়ত কি কথা কৈ গৈছিল—এইবোৰ কথা তেজত জুই জ্বলোৱা ভাষাৰে সেই কাগজখনত লেখা আছিল। মই তোমাৰ নিচিনা সাহিত্য জনা মানুহ নহওঁ, গতিকে কাগজখনৰ ভাষাটো মোৰ মনত নাই, কিন্তু এটা কথা মই তোমাক ক'ব পাৰোঁ যে কাগজখন পঢ়ি মোৰ মনটো কেনেবা লাগি গ'ল।

'যিহওক, সেই বিষয়ে আৰু বেছি কথা নকওঁ। কাগজখন পঢ়ি শেষ কৰো মানে বৰষুণ এৰিছিল, মই মুখেৰে একো এটা নকৈ কাগজখন নাৰায়ণৰ হাতত দি বাহিৰলৈ ওলাই আহিলোঁ। পচুলিৰ নঙলা পাৰ হৈছোঁ মাত্ৰ, এনেতে নাৰায়ণে পাছফালৰ পৰা চিঞৰ মাৰিলে: এইবোৰ

কথা বাহিৰত প্ৰচাৰ কৰিলে কথা কিন্তু বেয়া হ'ব, এতিয়াই সাবধান কৰি থলোঁ। নাৰায়ণৰ কথা শুনি মোৰ পেটে পেটে হাঁহি উঠিল। সেই দিনা ঘৰলৈ গৈ ভালকৈ ভাত খাব নোৱাৰিলোঁ। কোনোবাই বোলে আবেলিতে হৰিণৰ পীৰা এটা দি গৈছিল, তাৰে আঞ্জা ৰান্ধিছিল, কিন্তু মাংসৰ আঞ্জা মই হাতেৰেই নুছুলোঁ।

'ল'বাহঁতৰ মাকে মোক সুধিলে—আজি কিবা গা অসুখ কৰিছেনেকি? খাবৰ সময়ত দেখোন বৰ এলেং পেলেংখন কৰি আছে, মাংসৰ আঞ্জাও হাতেৰে নুছুলে, হ'ল কি আজি?

'মই তেওঁৰ কথাৰ একো উত্তৰ নিদিলোঁ, কিন্তু মনে মনে মই ভাবিলোঁ যে মোৰ সঁচাকৈয়ে কিবা এটা অসুখেই আৰম্ভ হৈছে। ইমান দিনে যিবোৰ কথা জীৱনৰ অতি ডাঙৰ কথা বুলি ভাবিছিলোঁ, যিবোৰ কথাত অতি সোৱাদ পাইছিলোঁ, হঠাৎ দেখোন সেইবোৰ কথা কিবা অসাৰ আৰু সা-সোৱাদ নোহোৱা যেন লাগি গৈছে। ৰাতি ভালকৈ টোপনিও নাহিল। নানা কথা মনলৈ আহিল। ৰাতিপুৱা শুই উঠি গাটো ধুই গোসাঁই-সেৱা কৰিয়েই মনটো ঠিক কৰিলোঁ, চাকৰি এৰিম, দেশৰ স্বাধীনতা-যুদ্ধত যোগ দিম।'

জুইকুৰা নুমাই আহিছিল। কিন্তু শিৱনাথৰ সেইফালে ভ্ৰুক্ষেপেই নাছিল। কেশৱ মণ্ডলে কথা বন্ধ কৰি কেইবা মুহূৰ্ত নীৰৱ হৈ পৰা দেখি তেওঁৰ তন্ময়তা ভাগিল। শুকান খৰি কেইডোখৰমান জুইত ভৰাই দি তেওঁ অন্যমনস্ক মুখ-ভংগীৰে জুইকুৰা ফুৱাবলৈ ধৰিলে। জুইকুৰা যেতিয়া দপদপকৈ জ্বলি উঠিল, তেওঁ তাৰ লেলিহান শিখাবোৰৰ ফালে এক দৃষ্টিৰে চাই চাই কিবা এটা ভাবত বিভোৰ হৈ পৰিল। হঠাৎ মাটি ফুটি ওলোৱাৰ দৰে তেওঁৰ মৰমৰ মেকুৰীজনীয়ে ক'ৰবাৰপৰা ঘপহকৰে ওলাই তেওঁৰ ভৰিৰ কাষতে লুটুৰ-পুটুৰ কৰিবলৈ ধৰিলে; আনদিনা হোৱা হ'লে তেওঁ তাইক গা-মূৰ পিহি দি নৰম কৰিলেহেঁতেন, কোলাত তুলি ললেহেঁতেন, কিন্তু আজি তেওঁ তাইৰ অস্তিত্বটোকেই গ্ৰাহ্য নকৰিলে। জ্বলা জুইকুৰাৰ ফালে অপলক দৃষ্টিৰে চাই তেওঁ বহুত সময় নীৰৱ আৰু নিশ্চল হৈ বহি ৰ'ল। শিৱনাথৰ নীৰৱতাৰ ভাঙা

তেৰোঁ যেন বুজিছে পাইছে এনে এটা ভাব কৰি কেশৱ মণ্ডলেও পুনৰ মুখ মেলাৰ পৰা বিৰত থাকিল।

অলপ পৰৰ পাছতে শিৱনাথৰ ঘৈণীয়েক পাকঘৰৰ পৰা ওলাই আহিল আৰু কেশৱ মণ্ডলৰ সমুখৰ ঠাইখিনি পানীৰে ভালকৈ মচি দিলে। তাৰ পাছত কঁহৰ লোটা-চৰিয়া আৰু গামোছা যতনাই দি তেওঁ ভাত আনিবলৈ গ'ল। ঠিক তেনে সময়তে চুবুৰিৰ ভীমকান্তহঁতৰ ঘৰত কুকুৰাই প্ৰথম ডাক দিবলৈ আৰম্ভ কৰিলে।

'ৰাতিপুৱাই হল'—বহুত পৰৰ মূৰত শিৱনাথে প্ৰথমবাৰৰ কাৰণে মাত লগালে, 'তীৰ্থলৈ যেতিয়া যাবলৈ ওলাইছা ব্ৰাহ্ম-মুহূৰ্তত যাত্ৰা কৰাই ভাল। তুমি ভাত খোৱা। মই গাটো ধুই আহোঁ।'

মণ্ডলৰ উত্তৰলৈ বাট নাচাই শিৱনাথে ঘৰৰ পিছফালে থকা কুঁৱালৈ বুলি ওলাই গ'ল।

শিৱনাথৰ ঘৈণীয়েকে ভাত লৈ ওলাই আহিল। বানকঁহীত নলচিটিকি চাউলৰ ভাত, বানবাটিত মগুমাহৰ আঞ্জা, কঁহীৰ কাষত আলু আৰু ৰঙালাও ভজা, এখন প্লেটত পোৰা খাৰুৱা বেঙেনা আৰু পকাতেলৰ পিটিকা। আয়োজন দেখি কেশৱ মণ্ডলে প্ৰায় চীৎকাৰ কৰি উঠিল: 'ঈস্ ঈস্—মাজ-ৰাতি শুই উঠি ইমানবোৰ ৰন্ধা-বঢ়া কৰিবলৈ আপোনাক কিহে পাইছিল? কৈছিলোঁ নহয়, ভাতত আলু এটা দিলেই হৈ গ'লহেঁতেন বুলি। আপুনি দেখোন মহাভাৰতৰ দ্ৰৌপদীকো চেৰ পেলালে। দ্ৰৌপদীয়েহে নিজে নোখোৱালৈকে যিমানেই আলহী নাহক প্ৰত্যেকৰ কাৰণে চৰুৰপৰা বস্তু উলিয়াই থাকিব পাৰিছিল। আপুনি পিছে নিজে খাই উঠাৰ পাছতো অসময়ৰ অতিথিৰ কাৰণে ইমানবোৰ অমৃত উলিয়াব পাৰিছে। যি আশা লৈ মই ইয়ালৈ আহিছিলোঁ মোৰ সেই আশা ষোল অনাই পূৰ্ণ হ'ল। ফুকনক লগ পালোঁ, তেওঁক মনৰ সকলো কথা খুলি কলোঁ, আপোনাৰ হাতৰ পবিত্ৰ অন্ন এমুঠি মুখত দিলোঁ, মোৰ যাত্ৰা সঁচাকৈয়ে অতি শুভ আৰু মঙ্গলময়।'

কেশৱ মণ্ডলে ভাত খাবলৈ আৰম্ভ কৰিলে। শিৱনাথৰ ঘৈণীয়েকে তামোলৰ বটাটো ওচৰলৈ চপাই লৈ তামোল কাটিবলৈ আৰম্ভ কৰি

ক'লে—'তামোল কেইখনমান সৰহকৈ কাটি কলপাত এখনেৰে ভালকৈ বান্ধি দিওঁ। কেইবা দিনো খাব পাৰিব।'

কৃতজ্ঞতাত চকু-মুখ করুণ কৰি মণ্ডলে উত্তৰ দিলে, 'নালাগে। মই তামোলো এৰিছোঁ। তদুপৰি জেলত তামোল খাবলৈ নিদিব নহয়।'

মণ্ডলে ভাত খাই উঠেমানে শিৱনাথে গা ধুই উঠি বাহিৰলৈ যোৱা ভাল কাপোৰ-কানি পিন্ধি সোমাই আহিল। তেওঁক সেই ৰূপত দেখি মণ্ডল আচৰিত হ'ল, 'আৰে তুমিও দেখোন কাপোৰ-কানি পিন্ধি ওলালা, ক'ৰবালৈ যোৱা নেকি?' তেওঁ প্ৰশ্ন কৰিলে।

'তোমাক থানালৈকে আগ বঢ়াই দি আহোঁ—' শিৱনাথে সংক্ষেপে উত্তৰ দিলে।

মণ্ডলে হাতযোৰ কৰি নমস্কাৰ জনাই শিৱনাথৰ ঘৈণীয়েকৰপৰা বিদায় ললে, তাৰ পাছত শিৱনাথৰ পিছে পিছে ৰাস্তালৈ বুলি খোজ ল'লে।

পদুলিমুখত ভৰি দিয়েই শিৱনাথে পুবৰ ফালে মুখ কৰি অলপ সময় থমকি ৰ'ল। বেলি ওলাবলৈ তেতিয়াও বহুত সময় বাকী আছিল। পুবৰ আকাশত অকলশৰীয়া তৰা এটা তেতিয়াও জ্বলজ্বলকৈ জ্বলি আছিল। শিৱনাথে এবাৰ চাৰিওফালে ঘূৰি-পকি চাই দোকমোকালিৰ পৃথিৱীখনৰ অপাৰ্থিৱ নীৰৱতা আৰু প্ৰশান্তিখিনি অনুভৱ কৰিবলৈ চেষ্টা কৰিলে। এটা আকস্মিক আবেগত তেওঁৰ দেহটো হঠাৎ কণ্টকিত হৈ উঠিল।

মণ্ডলৰ ফালে নোচোৱাকৈয়ে তেওঁ মাত লগালে: 'সন্দিকৈ, মই প্ৰায়েই ইমানখিনি সময়ত ফুৰিবলৈ ওলাওঁ। দোকমোকালিৰ এই সুন্দৰ আৰু পবিত্ৰ দৃশ্যটো দেখি মোৰ সদায় এফাকি কবিতা মনত পৰে, আৰু নওলামুখতে থিয় হৈ মই মন্ত্ৰ মতাৰ দৰে গুণ গুণ কৰি কবিতা ফাকি গাওঁ:

শুই উঠি চাওঁগৈ বাহিৰৰপৰা
পচিমত মাৰ যায় ৰোহিণীৰ জ্যোতি,
এফালে আন্ধাৰ আৰু ইফালে পোহৰ,
জিলিকিছে ওপৰত সৰু তৰা এটি।

উঠিল পূবত এটি হাঁহিৰ উকমি—
শুই উঠা মানুহৰ মাতেৰে মিহলি,
পচিমত সৰু সৰু চৰাইবিলাকে
পোহৰ আহিব বুলি মাৰিছে কিৰীলি।

'কিন্তু আজি মোৰ সেইফাকি কবিতা গাবলৈ মন যোৱা নাই। আজি মোৰ কিবা বেলেগ এফাকি কবিতা গাবলৈ মন গৈছে। কিন্তু তেনেকুৱা একো কবিতাই মনলৈ অহা নাই। আনকালে ঠিক এনে সময়ত যেতিয়া পদুলিমুখত আহি থিয় হওঁ, চেঁচা বতাহজাক গাত লগাৰ লগে লগেই মোৰ দেহ-মন শান্ত হৈ পৰে, মনটো শান্তি আৰু পৱিত্ৰভাৱেৰে ভৰি পৰে, আজি বাহিৰখন শান্ত। কিন্তু মোৰ মনটো একেবাৰে অশান্ত। দেশৰ কাৰণে সৰ্বস্ব ত্যাগ কৰি তুমি ওলাইছা জেললৈ, আৰু বিষয়-সম্পত্তি কামুৰি মই পৰি থাকিম ঘৰতে, তিৰোতাৰ আদৰ খাই খাই। জীৱন বুজাই-সুবুজাই কেৱল কিতাপেই পঢ়িলোঁ; নানা কথা জানিলোঁ, নানা কথা মনতে পাগুলিলোঁ, কিন্তু কামৰ সময়ত ঠন্ঠন্ মদনগোপাল; কুটা এগছো নিছিঙিলো কামৰ নামত। কিতাপ এখন মেলি লবলৈ বা কথা পেঘেনিয়াবলৈ জীৱনত তোমাৰ সময় নহ'ল, কিন্তু যেই কামৰ আহ্বান আহিল, সকলো দলি মাৰি থৈ তুমি দৌৰি আহিলা কামৰ দায়িত্ব কান্ধ পাতি লবলৈ। তোমাৰ জীৱনেই ধন্য।......ব'লা, শুভ-লগ্ন পাৰ নৌ হওঁতেই তোমাক থানাৰ হাজোতত সুমুৱাই থৈ আহোঁ।'

॥ ৩ ॥

সঁচাকৈয়ে কি মই কোনো ধৰণৰ আবেগ অনুভৱ কৰা নাই? প্ৰশ্নটো মনত উদয় হোৱাৰ লগে লগেই শিৱনাথৰ মনটোৱে অতীতৰ

বুকুলৈ উৰা মাৰিলে—যেন তেওঁ সহজ আৰু নিশ্চিতভাৱেই জানে যে এই প্ৰশ্নৰ উত্তৰ অতীতৰ স্মৃতি-ভাণ্ডাৰৰ কোনোবা এটা খুপৰিতেই সযতনে সাঁচি থোৱা আছে। বিশেষকৈ তেওঁৰ মনলৈ আহিল সেই ৰাতিপুৱাটোৰ কথা। গাঁওখনৰ বেছিভাগ মানুহ তেতিয়াও টোপনিৰ কোলাত, কেবল দুই-এঘৰত জীয়ৰী-বোৱাৰীবোৰ উঠি ঢেকী মাৰিবলৈ আৰম্ভ কৰিছে, দুই-একে বিছনাতেই টোপনি ভঙাৰ হামি কাঢ়িছে—ঠিক তেনে এটা সময়তে গাঁৱৰ নিৰ্জন বাটেদি শিৱনাথ আৰু কেশৱ মণ্ডল থানা অভিমুখে নীৰৱে আগ বাঢ়িছিল। দোকমোকালিৰ চেঁচা ফেৰফেৰীয়া বতাহজাকত মাজে মাজে কাৰোবাৰ পদূলিৰ তৰুৱা কদমৰ গোন্ধ আৰু মাজে মাজে বাটৰ কাষৰ গোহালিৰ গৰুৰ গাৰ গোন্ধ আৰু গোবৰৰ গোন্ধ ভাহি আহিছিল। কিন্তু সেই চিনাকি পৰিবেশ আৰু চিনাকি চিনাকি গোন্ধেও শিৱনাথৰ মনটো বাস্তৱৰ চাৰিসীমাৰ মাজত বান্ধি ৰাখিব পৰা নাছিল; তেওঁ যেন ইতিহাসৰ অন্য এক যুগত অন্য এখন পৃথিৱীত প্ৰৱেশ কৰিছে, আৰু অতি প্ৰত্যুষতে এজন সহযাত্ৰীৰ লগত বহু দূৰণিৰ এখন দুৰ্গম তীৰ্থস্থানলৈ যাত্ৰা আৰম্ভ কৰিছে। থানালৈ যোৱা সেই চমু বাটছোৱা অতিক্ৰম কৰোঁতে তেওঁ মনৰ মাজত যি প্ৰবল আবেগ অনুভব কৰিছিল, জীৱনত আৰু কোনো দিন তেওঁ তেনেকুৱা হৃদয়প্লাৱী আবেগ অনুভৱ কৰা নাই; আনকি আজি—১৯৪৭ চনৰ ১৪ আগষ্টৰ দিনা—দুশ বছৰৰ দাসত্বৰ পাছত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ আগ মুহূৰ্ততো তেওঁ সেই দিনাৰ লগত সমানে তুলনা কৰিব পৰা আবেগ অনুভৱ কৰা নাই।

থানাৰ পদূলিমুখতে তেওঁ কেশৱ মণ্ডলক বিদায় দিলে। প্ৰথমতে তেওঁ মুখেৰে একো নকৈ মণ্ডলৰ কান্ধত হাত এখন থৈয়েই আঁতৰি গৈছিল; মনৰ মাজত আবেগে তোলপাৰ লগালেও বাহিৰত তাক প্ৰকাশ কৰা শিৱনাথৰ স্বভাৱ নহয়। কিন্তু সেই দিনা তেওঁৰ স্বভাৱৰ ব্যতিক্ৰম ঘটিল। দুখোজমান গৈয়েই তেওঁ হঠাৎ কিবা এটা ভাবি পুনৰ ঘূৰি আহিল। কেশৱ মণ্ডলে তেতিয়াও শিৱনাথ যোৱাৰ ফালে চাই একে ঠাইতে থমকি ৰৈ আছিল। শিৱনাথে ঘূৰি আহি কেশৱ মণ্ডলক

দুই হাতেৰে সাবটি ধৰি আলিংগন কৰিলে, তাৰ পাছত মুখেৰে একো এষাৰ নকৈ বা পিছলৈ এবাৰো ঘূৰি নেচাই তেওঁ বেগাবেগীকৈ নৈ-ঘাটৰ ফালে আগ বাঢ়িবলৈ ধৰিলে।

শৌচাচাৰ শেষ কৰি শিৱনাথৰ ঘৰলৈ ঘূৰি অহাৰ কথা, কিন্তু সেই-দিনা ঘৰলৈ ঘূৰি অহাৰ কথা তেওঁৰ মনতেই নেখেলালে। গাঁৱৰ মানুহে বাৰিষাৰ সময়ত দূৰণিৰ হাবিৰপৰা ডাঙৰ ডাঙৰ উৰিয়াম, চোম, গহৰা আদি গছৰ কাঠ ভুৰ বান্ধি আনে, গোটেই বছৰ সেইবোৰকে খৰি হিচাপে ব্যবহাৰ কৰে। বাৰিষা পানী শুকাই যোৱাৰ পাছত ভুৰখন পাৰৰ বালিত পৰি থাকে, মানুহে তাৰপৰাই কুঠাৰেৰে খৰি ফালি ফালি ভাৰ কৰি ঘৰলৈ নিয়ে। শিৱনাথে তেনেকুৱা এডাল কাঠতে বহি পৰিল আৰু পচতীয়া গছৰ ঠাৰি এডালেৰে দাঁত মাজি মাজি পৰম তন্ময় হৈ কিবা এটা কথা ভাবিবলৈ ধৰিলে।...

আচলতে যোৱা মাজ-নিশাৰ পৰা কেৱল এটা প্ৰশ্নই তেওঁৰ মনত তোলপাৰ কৰি আছেঃ কেশৱ মণ্ডলৰ নিচিনা এজন মানুহ—জীৱনত যিজনে তুচ্ছ লোভো জয় কৰিব পৰা নাই, নিজৰ বাহিৰে আন কাৰো কথা কেতিয়াও ভাবি পোৱা নাই, আহাৰ-মৈথুন-নিদ্ৰাৰ বাহিৰে আন কিবা কথাই তেওঁৰ মনত কেতিয়াবা ভুমুকি মাৰিছে বুলি ভাবিবলৈ কোনো কাৰণ ঘটা নাই—তেনে এজন মানুহে হঠাৎ সংসাৰৰ সমস্ত পৰিচিত বন্ধন ছিন্ন কৰি এই অজান আৰু আৰু দুৰ্গম পথত ভৰি দিবলৈ ক'ৰপৰা প্ৰেৰণা পালে?

ভেকুৰি গছৰ গুটিৰপৰা সদায় ভেকুৰিয়েই হয়, তুলসী বা বেঙেনা বা গোলাপ হ'ব নোৱাৰে। আমি জানিব পাৰো বা নোৱাৰোঁৱেঁই, প্ৰতিটো ঘটনাৰেই একোটা প্ৰস্তুতি লাগে। কেশৱ মণ্ডলৰ সমস্ত অতীত জীৱন ছায়া-চিত্ৰৰদৰে শিৱনাথৰ মনৰ চকুৰ আগত ভাহি উঠিল। নাই নাই—শিৱনাথে স্বগতোক্তি কৰাৰদৰে নিজকে কৈ উঠিল—সেই মিছলীয়া, ধূৰন্ধৰ, ফূৰ্তিবাজ, নোম-টেঙৰ, ভোজন-বিলাসী, অৰ্থলোভী, স্থূল-স্বভাৱ, কেশৱ মণ্ডলৰ সমস্ত অতীত জীৱনত আজিৰ এই সৰ্বত্যাগী বিপ্লৱী আৰু কাৰাগাৰৰ পথৰ পথিকৰ

কোনো সম্ভাৱনা বা অংকুৰ লুকাই থকা নাছিল। কেশৱ মণ্ডলৰ ছদ্মবেশত এয়া যেন বেলেগ মানুহ। এইটো কেনেকৈ সম্ভৱ হ'ব পাৰে? ইয়াৰ যে কোনো ব্যাখ্যা নাই। বিনা মেঘে বজ্রপাত বুলি মানুহে কথাতহে কয়। কিন্তু মেঘহীন আকাশৰপৰা বজ্রপাত হোৱা কোনেও আজিলৈকে দেখা নাই। মানুহৰ জীৱনত মাজে-সময়ে তেনে একোটা ঘটনা হয়—যাৰ কাৰ্য্য-কাৰণ সম্পৰ্ক সহজভাৱে ব্যাখ্যা কৰিব নোৱাৰি। কেশৱ মণ্ডলৰ জীৱনতো বোধহয় তেনেকুৱা এটা ঘটনাই ঘটিছে। শিৱনাথে অনন্যোপায়ৰ দৰে অৱশেষত সেই সিদ্ধান্তত উপনীত হ'ল।

ভাবত বিভোৰ হৈ অন্যমনস্কভাৱে দাঁত মাজোঁতে মাজোঁতে পচতীয়াৰ ঠাৰি ডালৰ আঁহবোৰ ছিগি কেতিয়াবাই শেষ হ'ল—কিন্তু শিৱনাথৰ সেইফালে খবৰেই নাই। কেশৱ মণ্ডলৰ কথাটো জীৱনৰ এটা ডাঙৰ মৌলিক প্ৰশ্নৰূপে দেখা দিছে—এনেভাবে তেওঁ সেই বিষয়টো সম্পৰ্কে গভীৰভাৱে চিন্তা কৰিবলৈ ধৰিলে। তেওঁ তীব্রভাৱে অনুভৱ কৰিলে জীৱনত বহুতদিনৰ মূৰত আজি এটা গভীৰ আত্ম-সমালোচনাৰ প্ৰয়োজনে দেখা দিছে।

যোৱা নিশা যেতিয়া ভাত-পানী খাই উঠি শিৱনাথে বিছনাত পৰিছিল, তেতিয়া তেওঁৰ মনত এনে কোনো নতুন চিন্তা বা অনুভূতিয়ে ভুমুকি মৰা নাছিল—যিবোৰ চিন্তা আৰু অনুভূতি ইয়াৰ আগতে হাজাৰ বাৰ তেওঁৰ মনত উদয় হোৱা নাই। বিছনাত পৰিয়েই তেওঁ হামি এটা মাৰি যথাৰীতি ঈশ্বৰৰ নাম লৈছিল, তাৰ পাছত অদূৰৰ আন এখন বিছনাত ল'ৰা-ছোৱালীৰে সৈতে শুই থকা ঘৈণীয়েকৰ লগত ঘৰ-সংসাৰৰ দুই-এটা সমস্যাৰ বিষয়ে ইটো-সিটো কথা পাতিছিল। আৰু দুদিনমানৰ পাছতেই ধান দোৱা আৰম্ভ কৰিব লাগিব; এইবাৰ কেইজনী দাৱনী লগাব, কাক কাক লগাব, কোনদিনা বন্দৱস্ত কৰিব—ঘাইকৈ এইবোৰ কথাই আলোচনা হৈছিল। কিন্তু কথাৰ মাজতে বাক্য এটা বিৰ্‌বিৰ্‌কৈ আধা-কোৱা কৰিয়েই ঘৈণীয়েক হঠাৎ টোপনি গ'ল। বেচেৰীৰ গাত অকণো দোষ নাই। ৰাতিপুৱা শুই উঠিবৰ মুহূৰ্তৰপৰা ৰাতি ভাত

খাই উঠি কাঁহী-বাটি ধোৱাৰ পৰলৈকে এটা মুহূৰ্তও তেওঁ উশাহ লবলৈ সময় নাপায়, যন্ত্ৰৰদৰে অবিৰাম কাম কৰোঁতে কৰোঁতে দিনটো কেতিয়া পাৰ হৈ যায় তেওঁ ক'বই নোৱাৰে। ৰাতি ভাত খাই উঠি তেওঁ যেতিয়া তেওঁৰ নিজৰ গাটোকে মৰাশৰদৰে যেন অনুভৱ হয়, বেছি সময় জাগি কথা পাতিবলৈ বা চিন্তা কৰিবলৈ তেওঁৰ দেহ-মনত অকণো শক্তি অৱশিষ্ট নাথাকে।

ঘৈণীয়েক টোপনি গ'ল, কিন্তু শিৱনাথৰ চকুলৈ আৰু বহুত সময় টোপনি নাহিল। হঠাৎ তেওঁ এটা বিষণ্ণ নিঃসংগতা অনুভৱ কৰিলে। তেনে অৱস্থাতে তেওঁ অনুভৱ কৰিলে যে বহুদিন ধৰি সুপ্ত হৈ থকা এটা কামনা হঠাৎ তেওঁৰ মনত ধীৰে ধীৰে জাগি উঠিছে, ঘৈণীয়েকক নিজৰ বিছনাত পাবলৈ তেওঁৰ এটা অনুগ্ৰ ইচ্ছা হৈছে। আজিবপৰা কেইবছৰমান আগতেও এনে এটা ইচ্ছা তেওঁৰ মনৰ মাজত উদয় হোৱা মাত্ৰকতে তেওঁৰ তেজৰ সোঁত খৰকৈ ববলৈ আৰম্ভ কৰিলেহেঁতেন, আৰু সি শৰীৰৰ দূৰতম প্ৰান্তলৈকে সেই ইচ্ছাৰ বাতৰি কঢ়িয়াই লৈ গ'লহেঁতেন। কিন্তু আজি-কালি সেইবোৰ একো নহয়। বয়সোতো তেওঁৰ বহুত হ'ল, ('কিমান হ'ল? ছয়চল্লিছ নে সাতচল্লিছ?') আজি-কালি মনত কামনা জগা মাত্ৰেই তেজৰ সোঁতত আগৰদৰে প্ৰকাণ্ড জোৱাৰ নুঠে, দুই এটা সৰু-বৰ ঢেউ উঠিয়েই আপোনা-আপুনি সি ভাগি পৰে। তাৰ ঘাই কাৰণ অৱশ্যে এই নহয় যে তেওঁৰ দেহ জড়গ্ৰস্ত হৈছে বা কামনাৰ তীব্ৰতা বহু পৰিমাণে কমি গৈছে; তাতোকৈ ডাঙৰ কাৰণ হ'ল—ল'ৰা-ছোৱালীবোৰ ডাঙৰ হৈছে, সিহঁত টোপনি যায় মানে মাকৰো এঘুমটি পূৰ হ'বৰ সময় হয়; তদুপৰি দিনটো গেবাৰি খাটি খাটি মানুহজনী ইমান জুৰুলা হৈ থাকে যে তেওঁৰ দেহ বা মনত জীৱনৰ অন্য কোনো বিলাসৰ কাৰণে শক্তি আৰু ইচ্ছা অৱশিষ্ট থকা বুলি বিশ্বাস কৰিবলৈ মন নাযায়। আজিও ঘৈণীয়েকক নিজৰ বিছনাত পাবলৈ মন যোৱাৰ লগে লগে শিৱনাথে এন্ধাৰতে ঘৈণীয়েকৰ বিছনাৰ ফালে চাই পঠিয়ালে, আৰু এন্ধাৰতেই যেন তেওঁ দেখিবলৈ পালে মৰাশৰ দৰে ঘৈণীয়েকৰ প্ৰায় অসাড় শৰীৰ,

শিৱ ওলোৱা শিথিল ছালৰ ডিঙি, কাপোৰ খহি পৰি ঠায়ে ঠায়ে উদং হৈ পৰা শৰীৰত পশুৱৎ পৰিশ্ৰম আৰু অকাল-বাৰ্ধক্যৰ নিৰ্মম আঁচোৰ। শিৱনাথে হঠাৎ ঘৈণীয়েকৰ প্ৰতি এটা তীব্ৰ বিতৃষ্ণা অনুভৱ কৰিলে।

কিন্তু কেই মুহূৰ্তমানৰ পাছতে সেই বিতৃষ্ণাৰ ঠাই দখল কৰিলে পুতৌ আৰু সহানুভূতিয়ে, ঈষৎ মমতাই। ঘৈণীয়েকক বিছনাত পোৱাৰ আশা সিমানতে বাদ দি শিৱনাথে মনৰ চিন্তাৰ সোঁত আন কোনোবা এফালে ঢাল খুৱাবলৈ চেষ্টা কৰিলে। তেওঁৰ ডাঙৰটো পুতেকে এই বছৰ মাইনৰ পৰীক্ষা দিব। তাৰ পাছত গাঁৱৰ হাইস্কুলত পঢ়িবলৈ তাৰ মন নাই। স্কুল স্থাপন হোৱাৰ দিন ধৰি আজিলৈকে কোনো এজন ল'ৰাই সেই স্কুলৰপৰা প্ৰথম বিভাগ দূৰৰ কথা, দ্বিতীয় বিভাগকে পোৱা নাই। ল'ৰাটোৰ চহৰৰ চৰকাৰী হাইস্কুলত পঢ়িবলৈ মন। কাছাৰীত কেৰাণী কাম কৰা মোমায়েকেও ল'ৰাটোক মাতি আছে—তেওঁৰ লগত থাকি পঢ়িবলৈ। শিৱনাথে সেই কথাটোকে চিন্তা কৰিবলৈ আৰম্ভ কৰিলে।

ল'ৰাটোৰ ভৱিষ্যত ভাল কৰিবলৈ হ'লে তাক যে চহৰৰ স্কুললৈ পঠোৱা দৰকাৰ, সেই কথা তেওঁ ভালকৈয়ে বুজি পায়। কিন্তু তেওঁৰ মনত কেৱল ভয় হয়—জানোচা তেওঁৰ কঢ়া শাসনৰ অভাৱত আৰু মোমায়েকৰ প্ৰশ্ৰয় পাই তাৰ স্বভাৱ-চৰিত্ৰ বয়া হৈ যায়, জানোচা মামীয়েকে তাক এটা অবাঞ্ছিত আপদ বুলি ভাবি তাৰ প্ৰতি দুৰ্ব্যৱহাৰ কৰে। এই কথাটোকে চিন্তা কৰি থাকোঁতে থাকোঁতে এটা সময়ত তেওঁ অনুভৱ কৰিলে যে টোপনিত তেওঁৰ চকুৰ পতা দুটা গধুৰ হৈ আহিছে, অনিদ্ৰাত ছটফটাই থকাৰ যন্ত্ৰণা আৰু বেছিপৰ ভোগ কৰিব নালাগিব। বাগৰ সলাই তেওঁ কিছুসময় ঈশ্বৰৰ নাম স্মৰণ কৰিলে আৰু টোপনিৰ কোলাত নিজকে সমৰ্পণ কৰিলে।

কেৱল কালি বুলি নহয়, দিনৰ পাছত দিন, ৰাতিৰ পাছত ৰাতি শিৱনাথৰ সদায় সেই একেই জীৱন। ৰাতি যেতিয়া তেওঁ বিছনাত পৰে, বিষয়-আশয় আৰু আহাৰ-মৈথুনৰ বাহিৰে আন চিন্তা তেওঁৰ মনলৈ নাহে; ৰাতিপুৱা শুই উঠি তেওঁ যেতিয়া এটা নতুন দিনৰ

সম্মুখীন হয়, সেই দিনটো জীৱনৰ পাৰ হৈ যোৱা হাজাৰ হাজাৰ দিনৰ পৰা বেলেগ কিবা এটা হ'ব বুলি তেওঁ নাভাবে। তেওঁ যিটো বাটেৰে সদায় নৈ-ঘাটলৈ বা পথাৰলৈ অহা-যোৱা কৰে, সেই বাটৰ প্ৰতিটো কেঁচুমতা, প্ৰতিডাল ঘাঁহ, প্ৰতিডাল গছ যিভাবে তেওঁৰ চিনাকি, দিন-ৰাতিৰ অন্তহীন আৱৰ্তনো ঠিক তেনেভাবেই তেওঁৰ চিনাকি। জীৱনত এতিয়া আৰু ক'তো একো অপ্ৰত্যাশিত বিস্ময় নাই, অনাৱিষ্কৃত ৰহস্য নাই, অভাৱনীয় সম্ভাৱনা নাই। অন্ততঃ সেই বুলিয়েই যোৱা ৰাতিলৈকে তেওঁ ভাবি আছিল। কিন্তু মাজৰাতিৰ গভীৰ টোপনিৰপৰা তেওঁক খকমককৈ জগাই দি গভীৰ অন্ধকাৰৰ বুকুৰপৰা তেওঁৰ ঘৰলৈ সোমাই আহিল কেশৱ মণ্ডল, আৰু লগতে তেওঁ লৈ আহিল অপৰিচিত জীৱনৰ হৃদয় থৌকি-বাথৌ লগোৱা বতৰা—যি বতৰা শুনিবৰ মুহূৰ্তৰ পৰা তেওঁৰ মনৰ চল্লিছ-বছৰীয়া টোপনি ভাগি গৈছে আৰু তেওঁৰ সদ্য-জাগ্ৰত দৃষ্টিৰ সম্মুখত গোটেই জগতখনেই নতুন আৰু অচিনাকি ৰূপত দেখা দিছে।

তেওঁৰ আজন্মৰ পৰিচিত চিৰ-সহচৰ কেশৱ মণ্ডল—যাক তেওঁ সদায় মিছলীয়া, ধূৰন্ধৰ, ফূৰ্তিবাজ আৰু নোম-টেঙৰ কেশৱ মণ্ডল বুলিয়েই জানে—সেই কেশৱ মণ্ডলৰ মাজত তেওঁ হঠাৎ দেখা পালে মানুহৰ মুক্তিৰ আদৰ্শৰ পিছে পিছে ঘূৰি ফুৰা চিৰকালৰ সৰ্বত্যাগী বিপ্লৱীক ; আৰু সেই মুহূৰ্ততে এটা গোপন যন্ত্ৰণাত তেওঁৰ হৃদয়খন মোচৰ খাই উঠিল। জীৱনত তেওঁ যিমানবোৰ কিতাপ-পত্ৰ পঢ়িছে, কেশৱ মণ্ডলে চৈধ্য পুৰুষতো সেইবোৰৰ নাম শুনা নাই ; তেওঁ যিমানবোৰ কথা চিন্তা কৰিছে, কেশৱ মণ্ডলপ দুৰূহতম কল্পনায়ো সেইবোৰ কথা কোনোকালে ঢুকি নাপায়। অথচ মহত্তৰ অহ্বান যেই আহিল, তুচ্ছতাৰ মাজত লেটি লৈ থকা কেশৱ মণ্ডলৰ কাণতো সেই আহ্বান পৰিল আৰু লগে লগে তেওঁ সংসাৰৰ সমস্ত পৰিচিত বন্ধন ছিন্ন কৰি জীৱনৰ নতুন বাটলৈ ওলাই আহিল।

শিৱনাথে শুনিছিলনে সেই আহ্বান ? যদি শুনিছিল, তেওঁ কি কৰিছিল ? প্ৰত্যেকৰে জীৱনত এবাৰ নহয় এবাৰ এনে একোটা

আদৰ্শৰ আহ্বান আছে,—কেতিয়াবা সি ঈশ্বৰৰ, কেতিয়াবা সংগ্ৰামৰ, কেতিয়াবা বৈৰাগ্যৰ, কেতিয়াবা সৃষ্টিৰ বা ধ্বংসৰ ;—কোনোবাই সেই আহ্বান কাণ পাতি শুনি ঘৰ এৰি ওলাই আহে, কোনোবাই শুনিও নুশুনাৰ ভাও জোৰে, কাৰোবাৰ আকৌ সংসাৰৰ হট্টগোলত সেই আহ্বান ভালকৈ কাণতেই নপৰে।

শিৱনাথে বহুবাৰ সেই আহ্বান শুনিছে, কিন্তু প্ৰত্যেকবাৰেই তেওঁ নুশুনাৰ ভাও জুৰিবলৈ চেষ্টা কৰিছে। স্বাধীনতা আৰু আত্মমৰ্য্যাদাৰ কাৰণে মানুহে যুগ যুগ ধৰি কৰি অহা সংগ্ৰামৰ আদৰ্শই তেওঁৰ হৃদয়ত প্ৰথম খলকনি তুলিছিল বহু বছৰৰ আগতেই —যেতিয়া তেওঁ আছিল মাত্ৰ ছাত্ৰবৃত্তি স্কুলৰ পঞ্চম কি ষষ্ঠ শ্ৰেণীত পঢ়ি থকা এটা সৰু ল'ৰা। সেয়া প্ৰায় উনৈছশ বাৰ কি তেৰ চনৰ কথা। দেউতাকৰ কিতাপৰ আলমাৰী ঘুকটি থাকোঁতে তেওঁৰ হাতত পৰিল কেইখনমান বাংলা কিতাপ : যোগীন্দ্ৰ গ্ৰন্থাৱলী আৰু নবীনচন্দ্ৰ সেন গ্ৰন্থাৱলী। শব্দৰ ঝংকাৰে তেওঁক অতি সৰুৰেপৰাই আকৃষ্ট কৰিছিল, সেই কাৰণে ভালকৈ বুজি পাওক বা নাপাওক, শব্দৰ ঝংকাৰৰ মোহতেই তেওঁ বাংলা কিতাপবোৰ পঢ়ি গৈছিল। যোগীন্দ্ৰ-গ্ৰন্থাৱলীত আছিল চাৰ জন্ হাম্পদেনৰ এটি জীৱন-কাহিনী। ৰজা জনৰ স্বেচ্ছাচাৰিতা আৰু কুশাসনৰ বিৰুদ্ধে মূৰ দাঙি থিয় হোৱা জন্ হাম্পদেনৰ বীৰত্ব আৰু আদৰ্শবাদিতাৰ কথা সেই জীৱন-কাহিনীত এনে উচ্ছ্বাসপূৰ্ণ ভাষাৰে বৰ্ণনা কৰা হৈছিল যে ভাব-প্ৰৱণ শিৱনাথৰ বালক-হৃদয়ত সি তোলপাৰ লগাই দিছিল ; সেই মুহূৰ্ততেই তেওঁ মনে মনে প্ৰতিজ্ঞা কৰিছিল যে ভৱিষ্যতে ডাঙৰ হৈ তেৱোঁ স্বেচ্ছাচাৰিতা আৰু কুশাসনৰ বিৰুদ্ধে হাম্পদেনৰদৰে যুঁজ কৰিব। তাৰ পাছতেই নবীন-গ্ৰন্থাৱলীত তেওঁ পঢ়িবলৈ পালে 'পলাশীৰ যুদ্ধ'। এই দুখন কিতাপেই মানুহৰ অধিকাৰ আৰু দেশপ্ৰেম সম্পৰ্কে তেওঁক প্ৰথম দীক্ষা দিলে। কিন্তু তেতিয়া তেওঁ সৰু ল'ৰা আছিল, স্বপ্ন দেখাৰ বাহিৰে তেওঁৰ কৰিবলৈ আন একো কাম নাছিল বা উপায় নাছিল।

প্ৰথম মহাযুদ্ধ যেতিয়া শেষ হৈছে তেতিয়া শিৱনাথ চেঙেলীয়া

ডেকা। দেশৰ কথা চিন্তা কৰা সকলো মানুহেই তেতিয়া ভাৰতৰ আকাশে-বতাহে এটা নতুন উন্মাদনাৰ স্পৰ্শ অনুভৱ কৰিছে, সেই উন্মাদনাই মানুহৰ তেজত পিৰপিৰণি তুলিবলৈকো আৰম্ভ কৰিছে। শিৱনাথো তাৰ সংক্ৰমণৰপৰা বাদ পৰি যোৱা নাছিল। তেওঁৰ কাণত আহি পৰিছিল অগ্নি-কবি অম্বিকাগিৰিৰ মানুহৰ তেজত জুই জ্বলোৱা গান :

এইটো নহয় হাঁহি-তামাছাৰ ভাগৰ জুৰোৱা গান,
ইযে জীৱন-মৰণ একাকাৰ কৰা অগ্নি-বীণাৰ তান

O

ইযে সুপ্ত জীৱন চকোৱা জগোৱা বজ্ৰ-নিনাদ তান,
ইযে মানৱৰ অধিকাৰ হেতু কৰা শৃংখল অভিযান।

O

ইযে শত আঘাতৰ ৰক্ত ধুওৱা শ্ৰাৱণৰ মহাবান,
ইযে মাতৃ-আদেশ সন্তান প্ৰাণ দিবলৈকে বলিদান।

তাৰো কিছু দূৰৰ পৰা বংগদেশৰ বিদ্ৰোহী-কবি নজৰুল ইছলামে চিঞৰিছিল :

'দুৰ্গম গিৰি, কান্তাৰ মৰু, দুস্তৰ পাৰাবাৰ,
লঙ্ঘিতে হবে ৰাত্ৰি নিশীথে, যাত্ৰীৰা হুঁসিয়াৰ।'

শিৱনাথৰ গাত যৌৱনৰ বলিয়া বতাহ লাগিছে মাত্ৰ, ঠিক তেনে সময়তে তেওঁৰ কাণত আহি পৰিল দেশপ্ৰেমৰ এনেৱোৰ উন্মাদনাময় সংগীত, দুঃসাহসিক অভিযানৰ আৰু দুৰ্গম পথৰ এনে মন-মতলীয়া কৰা আহ্বান; ঠিক সেই মুহূৰ্তেতে শিৱনাথে যদি ৰাস্তাইদি মাৰ্চ্চ কৰি যুদ্ধ ক্ষেত্ৰলৈ আগ বঢ়া এটা সৈন্য-বাহিনী দেখিলেহেঁতেন, তেন্তে কোনো সন্দেহেই নাই যে একেজাঁপে ঘৰৰপৰা ওলাই গৈ তেওঁ সেই সৈন্য-বাহিনীত যোগ দিলেহেঁতেন। কিন্তু ঘৰৰ ভিতৰত সোমাই সোমাই শিৱনাথে যেতিয়া বহু যতনেৰে সংগ্ৰহ কৰা বাতৰি-কাতত আৰু আলোচনীৰ পাতত বাহিৰৰ জগতৰ যুদ্ধ-বিগ্ৰহ, বিপ্লৱ আৰু জাগৰণৰ কলৰৱ কাণ পাতি শুনিছিল সেই সময়ত তেওঁৰ ঘৰৰ বাহিৰত চলিছিল

গাঁৱলীয়া জীৱন আৰু প্ৰকৃতিৰ সেই একেটা চিৰন্তন দৃশ্য : আগত গৰুহাল আৰু কান্ধত নাঙলটো লৈ খেতিয়কৰ পথাৰলৈ যোৱা আৰু ঘূৰি অহা, জাকে জাকে জীয়ৰী-বোৱাৰীৰ নৈ-ঘাটলৈ অহা-যোৱা, গৰুৰ হেম্বেলনি, কুকুৰৰ ভুকভুকনি, চৰাইৰ কল-কলনি, নামঘৰত ডবা কোবোৱাৰ শব্দ, মাজে মাজে বহু দূৰৰপৰা ভাহি অহা ম'হ-গোৱালৰ উকি আৰু বন-ঘোষাৰ সুৰ। এই দৃশ্য আৰু শব্দৰাজিৰ বহু যোজনৰ ভিতৰতো বিপ্লৱী সৈন্য-বাহিনী আৰু তেওঁলোকৰ ৰণ-সংগীতৰ কোনো অস্তিত্ব নাছিল, আছিল মাত্ৰ সসাগৰা পৃথিবীৰ একমাত্ৰ অধীশ্বৰী 'মহাৰাণী'ৰ যাউতিযুগীয়া ৰাজত্ব। গতিকে শিৱনাথৰ আৰু বিপ্লৱৰ পথৰ পথিক হোৱাটো নহ'ল, ঘৰ-গৃহস্থালী আৰু কিতাপ-পত্ৰৰ মাজতেই তেওঁৰ জীৱন অতিবাহিত হ'বলৈ ধৰিলে।

ঠিক এনে সময়তে এটা নতুন নাম আহি শিৱনাথৰ কাণত পৰিল :

মোহনদাস কৰমচাঁদ গান্ধী।

ইমানদিনে শিৱনাথ অনুপ্ৰাণিত হৈ আহিছিল চিপাহী-বিদ্ৰোহ আৰু সন্ত্ৰাসবাদী স্বদেশী-আন্দোলনৰ বিপ্লৱী ভাবধাৰাৰে ; তেওঁৰ চকুৰ আগত আদৰ্শ আছিল শৰৎচন্দ্ৰৰ 'পথেৰ দাবী'ৰ সব্যসাচী। কিমানদিন তেওঁ চকু মুদি মুদি দিবা-স্বপ্ন দেখিছে—সব্যসাচীৰ নিচিনাকৈ কেনেকৈ তেওঁ দূৰ বিদেশত গৈ দেশৰ স্বাধীনতা সংগ্ৰামৰ কাৰণে প্ৰস্তুতি চলাইছে, সংসাৰৰ সমস্ত মায়াৰ বন্ধন ছিন্ন কৰি কেনেকৈ তেওঁ বিপ্লৱৰ দুৰ্গম ৰক্তাক্ত পথত অকলে আগ বাঢ়িছে, প্ৰতি পদে পদে ফাঁচীকাঠে তেওঁক তেনেকৈ হাত-বাউলি দি মাতিছে। কিন্তু এই ৰক্তৰ নিচা আৰু কাণ-তাল-মৰা ৰণ-সংগীতৰ মাজত গান্ধীৰ শান্ত আৰু নম্ৰ কণ্ঠস্বৰ—তেওঁৰ অহিংসা আৰু যঁতৰত সূতা কটাৰ আহ্বান—ইমান অদ্ভুত আৰু নতুন যেন লাগিল যে শিৱনাথ থমকি ৰৈ গ'ল ; বহুদূৰৰ পৰা ভাহি অহা গান্ধীৰ কথাবোৰ তেওঁ মন্ত্ৰমুগ্ধৰদৰে কাণ পাতি শুনিবলৈ ধৰিলে। এই সময়ত তেওঁৰ ঘাই আশ্ৰয় আছিল অম্বিকাগিৰি ৰায়চৌধুৰী সম্পাদিত 'চেতনা'খন। যি ৰায়চৌধুৰীয়ে ১৯০৫ চনত বংগদেশৰ সন্ত্ৰাসবাদী বিপ্লৱী-সকলৰ শিষ্য হৈ সশস্ত্ৰ সংগ্ৰামৰ কাৰণে মানুহক আহ্বান জনাইছিল :

যাৰ য'ত আছে দা-কুঠাৰ-যাঠী
হাতে হাতে তুলি ল,
নকৰিবি ভয়, না সংশয়,
বুকুত সাহস ল।

সেই একেজন মানুহেই ১৯২০ চনত ভাৰতৰ নতুন নায়ক গান্ধীৰ শিষ্য হৈ অহিংসা আৰু অসহযোগৰ বাণী প্ৰচাৰ কৰি বাটে বাটে গান গাবলৈ আৰম্ভ কৰিলে :

একফালে আছে শত ৰোষাগ্নি
মাটিৰ ভাঁপেৰে গঢ়া,
আনফালে আছে একটি অস্ত্র
আত্মবলেৰে ভৰা ;
আহিব আহক তাড়নাৰ ধল,
বুকু পাতি লৈ কৰিম বিফল,
ৰঞ্জিত হব ৰাজ-তিলকেৰে
জননীৰ কপাল।

'চেতনা'ৰ তেজোদ্দীপ্ত ভাষাত গান্ধীৰ বিপ্লৱৰ কথা পঢ়ি পঢ়ি শিৱনাথে মনে মনে প্ৰচণ্ড ৰোমাঞ্চ অনুভৱ কৰিবলৈ ধৰিলে।

এনেতে ১৯২১ চন আহিল, আৰু দেশব্যাপী আৰম্ভ হ'ল গান্ধীৰ অসহযোগ আন্দোলন।

শিৱনাথৰ উত্তেজনা দুগুণে বৃদ্ধি পালে। তেওঁ ঠিক কৰিলে যে এইবাৰ তেওঁ আন্দোলনত যোগ দিবই দিব। কিন্তু পাছ মুহূৰ্তত তেওঁৰ মনত পৰিল যে তেওঁ ঘৰখনৰ একমাত্ৰ ল'ৰা, দেউতাক বুঢ়া হৈ আহিছে, এইসময়ত তেওঁ 'ভলন্টিয়াৰ' হৈ জেললৈ গ'লে চাওঁতা মানুহৰ অভাৱত ঘৰৰ খেতিখোলা সকলো নষ্ট পাব। দেউতাকেও নিশ্চয় তেওঁক সেই পথত আগ বাঢ়িবলৈ অনুমতি নিদিব। একফালে ঘৰৰ বন্ধন আৰু আনফালে বিপ্লৱৰ উত্তেজনাপূৰ্ণ আহ্বান, এই দুয়োটাৰ টনা-আঁজোৰাত শিৱনাথ কিংকৰ্তব্যবিমূঢ় হৈ থাকোঁতেই এদিন হঠাৎ তেওঁলোকৰ ঘৰত ওলালহি মোমায়েকৰ পুতেক সৰ্বেশ্বৰ।

সর্বেশ্বৰে ডিব্ৰুগড়ৰ কাছাৰীত কেৰাণীৰ কাম কৰে। শিৱনাথে সর্বেশ্বৰকে দেখি ভাবিলে যে তেওঁ বোধহয় ছুটী লৈ ঘৰলৈ ফুৰিবলৈ আহিছে। কিন্তু তেওঁ যেতিয়া শুনিলে যে সর্বেশ্বৰে চৰকাৰী চাকৰি ইস্তফা দি কংগ্ৰেছ দলত ভলন্টিয়াৰ ৰূপে যোগ দিছে আৰু এতিয়া গাঁৱলৈ অসহযোগৰ বাণী প্ৰচাৰ কৰিবলৈ আহিছে, শিৱনাথৰ মুখত এষাৰো কথা নোলোৱা হ'ল। কিন্তু তেওঁৰ মনৰ ভিতৰত নানা ভাৱ-চিন্তা আৰু আবেগে তোলপাৰ লগাবলৈ ধৰিলে। আপোন মোমায়েকৰ পুতেক সর্বেশ্বৰ—তেওঁক জানিবলৈ শিৱনাথৰ আৰু বাকী আছেনে? অতি সাধাৰণ চিন্তা, সাধাৰণ অনুভূতি আৰু সাধাৰণ আশা-আকাংক্ষাৰ মানুহ সর্বেশ্বৰ—তেওঁৰ মাজত কোনো মানুহেই এনেকুৱা একো বৈশিষ্ট্য আৱিষ্কাৰ কৰিব নোৱাৰে যাৰপৰা অনুমান কৰিব পাৰি যে স্বাধীনতা আৰু বিপ্লৱৰদৰে ডাঙৰ ডাঙৰ কথাবোৰৰ বিষয়ে তেওঁ কেতিয়াবা চিন্তা কৰে বা সেইবোৰ কথা তেওঁ বুজি পায়। অথচ আজি সেইজন মানুহেই জীৱনৰ সর্বস্ব ত্যাগ কৰি, সেচ্ছাই দুঃখভোগৰ পথলৈ আগ বাঢ়িছে। ৰজাই ৰাজ-সিংহাসন ত্যাগ কৰাতকৈ এজন দৰিদ্ৰ যুৱকে তেওঁৰ জীৱিকাৰ একমাত্ৰ সম্বল কেৰাণীৰ পদ ত্যাগ কৰাটো কি গুণত কম মহনীয়?

শিৱনাথে পৰিপূর্ণ দৃষ্টিৰে সর্বেশ্বৰৰ মুখলৈ চাই পঠিয়ালে। ঘৰৰ ভিতৰত কেইবাজনো মানুহ বহি থাকোঁতে হঠাৎ যদি কোনোবা এজনৰ মুখত খিৰিকীৰে অহা সন্ধিয়াৰ সোণালী পোহৰ পৰে তেতিয়া তেওঁক যেনেকুৱা সুন্দৰ আৰু প্ৰায় অপাৰ্থিৱ দেখায়, ঠিক তেনেকৈ এই মুহূর্ততো সর্বেশ্বৰক খুব সুন্দৰ দেখাইছে, পোহৰৰ এটা পবিত্ৰ বৃত্তই যেন তেওঁৰ মুখ-মণ্ডল আবৰি ৰাখিছে, তেওঁক চিনি পাবলৈকে টান হৈ পৰিছে।

শিৱনাথে মনে মনে নিজেকে প্ৰশ্ন কৰিলে: ক'ৰপৰা আহিছে এই পোহৰ? সর্বেশ্বৰ এই পোহৰত চিৰকাল এনেকৈয়ে উজ্জ্বল হৈ থাকিবনে? পশ্চিমত বেলিটো টুপকৰে বুৰ মৰাৰ লগে লগেই তাৰ শেষ সোণালী পোহৰে উজ্জ্বল আৰু সুন্দৰ কৰি ৰখা বস্তুবোৰ আন্ধাৰে যেনেকৈ কালিমালিপ্ত কৰি তোলে, তেনেকৈ সর্বেশ্বৰৰ মুখো এদিন ক'লা আৰু আন্ধাৰ হৈ পৰিবনেকি?...

তাৰ দুদিনমানৰ পাছতেই শিৱনাথে খবৰ পালে যে পুলিছে এদিন সৰ্বেশ্বৰক ঘৰৰপৰাই গ্ৰেপ্তাৰ কৰি লৈ গ'ল। সেইদিনা ৰাতি শিৱনাথে ভালকৈ শুবই নোৱাৰিলে। এটা গোপন ঈৰ্ষাই তেওঁৰ বুকুৰ ভিতৰখন দহিবলৈ ধৰিলে। সেই সৰ্বেশ্বৰ, তেওঁৰ আপোন মোমায়েকৰ পুতেকে সৰ্বেশ্বৰ, যাৰ জীৱনৰ অটাইতকৈ ডাঙৰ স্বপ্ন আছিল কাছাৰীৰ কেৰাণী হৈ চহৰত ঘৰ সজা আৰু চেতিয়া মৌজাদাৰৰ বৰ জীয়েকজনীক বিয়া কৰোৱা—সেই সৰ্বেশ্বৰে আজি হাঁহি হাঁহি বিপ্লৱীৰ পুণ্য-তীৰ্থ কাৰাগাৰলৈ যাত্ৰা কৰিলে; আৰু যি শিৱনাথে গোটেই জীৱন গতানুগতিক সহজ জীৱনৰ পথ পৰিহাৰ কৰি বেলেগ কিবা এটা, মহৎ কিবা এটা কৰাৰ স্বপ্ন দেখি আহিছিল, তেওঁ পৰি ব'ল ধানৰ ভঁৰালটো আৰু গৰুৰ গোহালি-টোকে আঁকোৱালি ধৰি!

অন্যমনস্কভাৱে পচতীয়াৰ ঠাৰিডাল দাঁতত ঘঁহাই থাকোঁতে হঠাৎ এবাৰ শিৱনাথে আলুত খোচ খালে আৰু দুখ পাই তেওঁ স্মৃতিৰ জগতৰ পৰা বাস্তৱৰ জগতলৈ ঘূৰি আহিল। মূঠতে মই কোনোদিনেই কামৰ মানুহ নাছিলোঁ—তেওঁ নিজকে নিজে ক'লে—মোৰ গোটেই জীৱন স্বপ্ন দেখোঁতেই আৰু নিজৰ লগত কথা পাতোঁতেই শেষ হ'ল। ১৯২১ চনত জেললৈ যাব পাৰিব লাগিছিল মই, কাৰণ মই দীৰ্ঘদিন ধৰি তাৰ কাৰণে নিজকে প্ৰস্তুত কৰিছিলোঁ। কিন্তু গ'ল সৰ্বেশ্বৰ—যি সৰ্বেশ্বৰে সপোনতো দেশৰ কথা ভাবে বুলি মই সন্দেহ কৰা নাছিলোঁ। ঠিক তেনেকৈ আজিও জেললৈ গ'ল কেশৱ মণ্ডল, আৰু মই পৰি থাকিলোঁ মোৰ ধানৰ ভঁৰাল আৰু গৰুৰ গোহালি আঁকোৱালি ধৰি। আচলতে কথাটো কি? মনে মনে মই যিমানেই ডাঙৰ ডাঙৰ কথা নাভাবোঁ কিয়, আচলতে কি মই খুব লোভী, স্বাৰ্থপৰ আৰু অতিমাত্ৰাই বিষয়াসক্ত? আনহাতে সৰ্বেশ্বৰ বা কেশৱ মণ্ডলৰ কথা-কাণ্ড দেখি তেওঁলোকক যিমানেই স্বাৰ্থপৰ আৰু হীনাকাংক্ষী যেন নালাগক কিয়, আচলতে কি তেওঁলোকৰ মনত সদায় এটা বৈৰাগ্যৰ ভাব বিৰাজ কৰিছে?

মানুহ চিনা একেবাৰেই অসম্ভৱ—শিৱনাথ যেন চৰম সিদ্ধান্তত উপনীত হ'ল।

॥ ৪ ॥

দুই শতাব্দীৰ পৰাধীনতাৰ শৃংখল দলিয়াই পেলাই কাইলৈ দেশ স্বাধীন হ'ব। এনে এটা মুহূর্তত মই কি কোনো ধৰণৰ আবেগ অনুভৱ কৰা নাই?

এই প্রশ্নৰ উত্তৰ বিচাৰিবলৈ গৈ শিৱনাথে নিজৰ সমস্ত অতীত জীৱনটো এবাৰ চলাথ কৰি ঘূৰি আহিল। এনেকুৱা কোন চিন্তাশীল মানুহ আছে—যিজনে এনে এটা ঐতিহাসিক আৰু যুগান্তকাৰী মুহূর্তত কিবা নহয় কিবা এক ধৰণৰ আবেগ অনুভৱ নকৰাকৈ থাকিব পাৰে?

শিৱনাথেও কৰিছে। বৰং আন বহুতো মানুহতকৈ তেওঁ অলপ বেছিকৈয়ে কৰিছে। কাৰণ নিজে কবিতা নেলেখিলেও তেওঁ এজন কবি, গোটেই জীৱন ধৰি কবিতাৰপৰাই তেওঁ হৃদয়ৰ সঞ্জীৱনী ৰস আহৰণ কৰি আহিছে; গতিকে যি কোনো বৃহৎ ঘটনাৰ তাৎপৰ্য্যকে তেওঁ কবি-কল্পনাৰ সহায়েৰে অধিক উজ্জ্বল কৰি চাব পাৰে। কিন্তু তথাপি তেওঁৰ মনত ভাব হ'ল যে আজি তেওঁ যি আবেগ অনুভৱ কৰিছে তাতোকৈ সহস্রগুণে বেছি তীব্র আবেগ অনুভৱ কৰিছিল তেওঁ সেইদিনা—যিদিনা মাজৰাতি কাৰাগাৰৰ যাত্ৰী বিপ্লৱীৰ বেশেৰে অন্ধকাৰৰ বুকুৰপৰা তেওঁৰ ঘৰলৈ সোমাই আহিছিল কেশৱ মণ্ডল। পৰশপাথৰৰ পৰশ লাগি লোহাও সোণ হোৱাৰ দৰে আদর্শৰ যি অগ্নিস্পর্শই কেশৱ মণ্ডলৰ দৰে লোভী আৰু বিষয়-সৰ্বস্ব মানুহকো সর্বত্যাগী বিপ্লৱীত পৰিণত কৰিলে, সেই আদর্শৰ শক্তি দেখি বিস্ময়ত হতভম্ব হৈ গৈছিল শিৱনাথ। সেই মুহূর্তত তেওঁৰ মনত ইচ্ছা জাগিছিল যে কেশৱ মণ্ডলৰ হাতত ধৰি তেৱোঁ যেন তেতিয়াই বিপ্লৱৰ পথলৈকে ওলাই যায়। কিন্তু জীৱনত

প্ৰতিবাৰেই ঘটি অহাৰদৰে সেইবাৰো তেওঁৰ কেবল নিজৰ মনতে গুজৰি-গুমৰি থকাই সাৰ হ'ল, কামত একো কৰা নহ'ল। আনকি তেওঁৰ মনত যে আবেগৰ এনে এটা প্ৰচণ্ড ধুমুহা উঠিছিল, সেই কথাও কোনেও গম নাপালে।

আজি স্বাধীনতা লাভৰ ঠিক আগ মুহূৰ্তত তেওঁ কিছু আবেগ অনুভৱ কৰিছে সঁচা কিন্তু সিদিনাৰ তুলনাত সি অতি সামান্য।

তেওঁ নিজে অৱশ্যে স্বাধীনতাৰ সংগ্ৰামত যোগ দিয়া নাছিল, কিন্তু ফুটবল খেলৰ দৰ্শকে যেনেকৈ খেলোৱাৰৰ লগে লগে নিজেও হাত-ভৰি মাৰি থাকে, তেৰোঁ তেনেকৈ মুক্তি-যোদ্ধা সকলৰ সমানে সমানেই আবেগৰ জোৱাৰ-ভাঁটা অনুভৱ কৰি আহিছিল, নিজৰ দিবাস্বপ্নৰ জগতত বিপ্লবীৰ সমদলত যোগ দিছিল, পুলিছৰ বেয়নেটৰ খোচ খাইছিল, ফাঁচীৰ আচামী হৈ জেলৰ নিৰ্জন ছেলত শিকলিৰে হাতভৰি বন্ধা অৱস্থাত দিনৰ পাছত দিন অতিবাহিত কৰিছিল। আজি যেতিয়া সেই বহু-বাঞ্ছিত স্বাধীনতা হাতৰ মুঠিত আহি পৰিল, শিৱনাথে মনৰ গভীৰ কোণত অনুভৱ কৰিলে কিবা এটা শূন্যতা। স্বাধীনতাৰ যি সংগ্ৰামে আজি অতদিন ধৰি দেশৰ লাখ লাখ মানুহক জীয়াই থকাৰ এটা নতুন অৰ্থ দিছিল, উন্মাদনা দিছিল, অৱলম্বন দিছিল, আজিৰপৰা সেই মানুহ-বোৰে আৰু কি লৈ জীয়াই থাকিব? যি ৰণ-সংগীতৰ তালে তালে সিহঁতে নিজৰ হৃৎ-স্পন্দন মিলাই লৈছিল, আজি সেই ৰণ-সংগীত স্তব্ধ হৈ যোৱাৰ পাছত সিহঁতে জীৱনৰ কি নতুন ছন্দ বিচাৰি পাব? সৰ্বেশ্বৰ আৰু কেশৱ মণ্ডলৰ দৰে ধূলিত লেটি লৈ থকা যিবোৰ মানুহে স্বাধীনতাৰ সংগ্ৰামৰপৰা জীৱনৰ নতুন উচ্চতালৈ জঁাপ মাৰিবলৈ প্ৰেৰণা পাইছিল, সিহঁতে ইয়াৰ পাছত কি লৈ জীয়াই থাকিব? অহা কাইলৈৰপৰা জৱহৰলাল নেহৰু, চৰ্দাৰ পেটেল, গোপীনাথ বৰদলৈ আদিৰ নিচিনা লোকসকলৰ কাৰণে অপেক্ষা কৰি আছে জীৱনৰ নতুন উন্মাদনা আৰু প্ৰত্যাহ্বান; তেওঁলোকৰ কাৰণে জীৱনত কোনোদিনেই উত্তেজনাৰ অভাৱ নহ'ব। কিন্তু ৰণৰ অন্তত ঘৰলৈ ঘূৰি অহা সৈনিকৰদৰে সৰ্বেশ্বৰ আৰু কেশৱ মণ্ডলৰ দৰে মানুহৰ কাৰণে কিহে অপেক্ষা কৰি আছে?

সৰ্বেশ্বৰে কি আকৌ কাছাৰীত কেৰাণীৰ কাম বিচাৰিব ? কেশৱ মণ্ডলে আৰম্ভ কৰিব বাঁৰী-তুখুনীৰ পৰা ডকা-হকা দি ভেটি খাবলৈ ?

॥ ৫ ॥

'দেউতা, গা ভাল নাইনেকি ?'

পত্থলিৰ ফালৰপৰা কাৰোবাৰ চিঞৰ শুনি শিৱনাথ প্ৰায় উচপ খাই উঠিল। মূৰ তুলি চাই তেওঁ দেখিলে—কৈৱৰ্ত গাঁৱৰ কতীয়া—পত্থলিমুখতে থিয় হৈ তেওঁক মাত লগাইছে। বহুত পৰ আপোন স্মৃতিৰ জগতত পাক-ঘূৰণি খাই খাই তেওঁ বৰ ক্লান্তি বোধ কৰিছিল। কতীয়াক দেখি তেওঁ এটা ডাঙৰ আশ্ৰয় পোৱা যেন অনুভৱ কৰিলে। তেৰোঁ চিঞৰি উত্তৰ দিলে, 'গা ভালেই বোপাই। এনেয়েহে জুপুকা লাগি বহি আছোঁ। চাওঁ এইফালে আহচোন, তামোল এখনকে খাই যা।'

শিৱনাথৰ মৰমৰ মাত পাই কতীয়াই দাঁতৰ আলু পৰ্যন্ত উলিয়াই ঢেক্ ঢেক্কৈ এটা হাঁহি মাৰিলে। আনন্দ প্ৰকাশৰ ইয়াৰ বাহিৰে আন একো উপায় সি নাজানে।

নঙলাডাল খুলি সি সোমাই আহিল আৰু আদৰ পালে মেকুৰীয়ে যেনেকৈ গুৰগুৰাই উঠে, সিও তেনেকৈ মনৰ সুখতে কথা ক'বলৈ আৰম্ভ কৰিলে, 'ৰাতিপুৱাই খলহা চাবলৈ গৈছিলোঁ দেউতা। ভাল চেনিমাছ কেইজমীমান উঠিছিল, হাতৰ তলুৱাখনৰ মান বহল। ঘৰত আকৌ নাছিল এমুঠিও চাউল। কালি ৰাতিও নাছিল। দিবাকৰহঁতৰ ঘৰৰ পৰা চাউল ধাৰ কৰিহে কালি ৰাতিৰ সাজটো চলালোঁ। আজি সিহঁতৰ ধাৰটোও মাৰিব লাগে। ঘৰত ল'ৰা-ছোৱালীয়ে খাবলৈ এজনী মাত্ৰ মাছ থৈ বাকী কেইজনী লৈ বজাৰলৈ গৈছিলোঁ দেউতা। ঈস্ ঈস্,

বৰ ডাঙৰ ভুলটো হৈ গ'ল দেউতা ; মই আপোনালোকৰ ঘৰতেই মাছ কেইজনী দি যাব পাৰিলোঁহেঁতেন। পিছে দেউতাকো বাহিৰত নেদেখিলোঁ, ময়ো কিবাকিবি আকাশ-পাতাল ভাবি আছিলোঁ, একো ক'ব নোৱাৰাকৈ একে কোবে গৈ বজাৰ পালোঁগৈ।......আজি ভাটিবেলাও খলহাত মাছ পৰিব দেউতা, মই গধূলিকৈ কেইজনীমান লৈ আহিম।'

কতীয়াৰ কথাও শেষ হ'ল, লগে লগে সি আহি শিৱনাথৰ ঘৰৰ পিৰালীতো ভৰি দিলেহি। তাৰ হাতত এসেৰমান চাউলৰ এটা সৰু টোপোলা আৰু সৰু বটল এটাত দুআঙুলমান মিঠাতেল ; সেইখিনি সি ওচৰৰ বাঁহৰ জেওৰা এখনত ওলোমাই থৈ পিৰালীৰ বিলাতীমাটিৰে বন্ধোৱা পকা খটখটিটোতে বহি পৰিল। মূৰত বান্ধি থোৱা লেতেৰা ফটা গামোছাখন খুলি সি মুখখন আৰু ডিঙিটো মোহাৰিলে, দুবাৰ মান 'ৰাম ৰাম' বুলি ডাঙৰকৈ হামি কাঢ়িলে, তাৰ পাছত গামোছাখন ঘূৰাই ঘূৰাই নিজকে বিচিবলৈ আৰম্ভ কৰিলে।

শিৱনাথে জীৱনত যেন এই প্ৰথমবাৰহে কতীয়াক দেখিলে, এনেভাৱে তেওঁ তাৰ ফালে কিছু সময় চাই ৰ'ল। তাৰ পিন্ধনত কোনোমতে টিকা ঢাকিব পৰাকৈ এটুকুৰা অতিমাত্ৰাই লেতেৰা আৰু কেইবা ঠাইতো ফটা কাপোৰ ; কাপোৰ টুকুৰাৰ অৱস্থা এনে যে লজ্জা নিবাৰণ কৰিবলৈকো সি যথেষ্ট নহয়। কিচকিচীয়া ক'লা গাটো সম্পূৰ্ণ উদং। শাওণ মহীয়া গোমা বতৰৰ ভাঁপ উঠা গৰমত তাৰ গাৰপৰা বিৰিঙি বিৰিঙি ঘাম ওলাই গোটেই গাটো তেলতেলীয়া কৰি তুলিছে, আৰু তাৰ গাৰপৰা ঘাম, ময়লা আৰু মাছৰ এটা মিহলি গোন্ধ ওলাইছে। ক'লা, শীৰ্ণ মুখখনত কেইবাদিনৰ খুখুৰুৱা কেঁচা-পকা দাড়ি, মূৰৰ চুলিও আধাতকৈ বেছিভাগেই পকা। গামোছাৰ বা লৈ লৈ সি ঘন ঘনকৈ উশাহ লৈছিল, আৰু উশাহ-নিশাহৰ লগে লগে তাৰ গাৰ মাংসপেশীবোৰ অলপ অলপকৈ কঁপি আছিল। শিৱনাথৰ চকুত হঠাৎ তাক এটা বৰ নিশকতীয়া আৰু বেমাৰী বুঢ়া মানুহ যেন লাগি গ'ল। অথচ তাৰ বয়সনো কিমান হৈছে ( শিৱনাথে হিচাপ কৰিবলৈ যত্ন কৰিলে ), তেওঁতকৈ সি পাঁচ-ছয় বছৰেই সৰু হ'ব ; দহ-বাৰ বছৰীয়া ল'ৰা

অৱস্থাতে সি যেতিয়া প্ৰথম গৰখীয়া হিচাপে তেওঁলোকৰ ঘৰত কামত সোমায়, শিৱনাথ তেতিয়া চেঙেলীয়া ডেকা। গতিকে এতিয়ামানে সি চল্লিছৰ দেওনা পাৰ হৈছেহে মাত্ৰ। কিন্তু তাক দেখিলে কোনো মানুহেই বিশ্বাস কৰিব নোৱাৰে যে তাৰ বয়স মাত্ৰ চল্লিছহে হৈছে। অৱশ্যে তাক দেখিলে কিমান বছৰীয়া যেন লাগে সেইটো কোৱাও সম্ভৱ নহয়। সাংঘাতিক দুৰ্ঘটনাত নিহত হোৱা মানুহৰ নাক-মুখ ভাগি সমান হৈ মানুহটো যেনেকৈ চিনিব নোৱাৰা হৈ পৰে, তেনেকৈ কতীয়াৰ বয়সটোও যেন জীৱনৰ প্ৰচণ্ড আঘাতত ক্ষত-বিক্ষত আৰু বিকৃত হৈ সমূলি চিনিব নোৱাৰা হৈ পৰিছে। তাক দেখিলেই অকাল-বৃদ্ধ বুলি ক'ব পাৰি কিন্তু বয়সটো অনুমান কৰিব নোৱাৰি।

কিছু সময় কতীয়াৰ মুখৰ ফালে চাই থাকি শিৱনাথে এবাৰ ভিতৰৰ ফালে মুখ কৰি চিঞৰ মাৰিলে—'অ' আইকণ—আইকণ, বাহিৰত তামোল দুখনমান দি যাচোন, কতীয়া আহিছে,'—তাৰ পাছত কতীয়াৰ ফালে চাই তেওঁ সুধিলে, 'এইবাৰ তই কাঁৰো ঘৰত হাল বাবলৈ বন্দবস্ত কৰা নাছিলি নেকি ?'

'হাল নাবালে কেনেকৈ হ'ব দেউতা'—কতীয়াই উত্তৰ দিলে, 'এই বছৰ দেবীৰামৰ লগত খেতি কৰিছোঁ। পিছে আজি হাল বাবলৈ যাব নোৱাৰিলোঁ। কালি ৰাতি তেওঁলোকৰ দুইহাল গৰুৱেই পাউণ্ডত পৰিল। দেবীৰামে ক'ৰবালৈ গৈ বহুত ৰাতিহে ঘৰ সোমাইছেহি। হাতত পইচা নাছিল বুলি ঘৈণীয়েকে গৰু মুকলি কৰি আনিব নোৱাৰিলে। দেবীৰামে বিনাদোষতে মানুহজনীক গৰু কোবোৱাদি কোবালে। আজি ৰাতিপুৱা গৈ দেখিছোঁ, মানুহজনী উখহি ক'লা পৰি আছে। মাইকীক আমিও মাৰোঁ দেউতা, কিন্তু সেইবুলি দোষী-নিৰ্দোষী বিচাৰ নকৰাকৈ ইমান অত্যাচাৰ কৰাটো আমি হ'লে ভাল নেবোলোঁ।'

কতীয়াৰ স্বভাৱটোৱেই এনেকুৱা। এবাৰ তাৰ মুখখন খোল খালে সহজে জাপ যাব নোখোজে। দেবীৰামৰ মতা-মাইকীৰ কাজিয়া কতীয়াৰ লগত আলোচনা কৰিবলৈ শিৱনাথে ভাল পোৱা নাছিল, সেই কাৰণে তেওঁ লৰালৰিকৈ প্ৰশ্ন কৰিলে, 'দেৱীৰামৰ লগত কি বন্দবস্তত সোমাইছ ?'

'বন্দবস্ত আৰু কি দেউতা, পকা ধান দুবিঘা দিম বুলি মুখেৰে কৈছে। এতিয়া কামত কি কৰে ক'ব নোৱোৰোঁ। তেওঁৰ নিজৰেনো মাটি কিমান? খেতি কৰোঁ বুলিলে মাত্ৰ এহাল গৰুৰ কাম। পিছে তেওঁৰ গৰু হ'ল দুহাল, মানুহটো হ'ল অকলশৰীয়া। সেইকাৰণেহে বাধ্যত পৰি তেওঁ মানুহ এটা লব লগা হয়। দেবীৰামৰ লগত খেতি কৰা বৰ টান কাম দেউতা। খেতিৰ সময়ত তেওঁ দেহা মৰাই কাম আদায় কৰি ল'ব কিন্তু ধান দিবৰ সময়ত বাছি বাছি পতনুৱা ধান কেইডৰাহে আগ বঢ়াব।··· দেউতা, গোসাঁইৰ নাম লৈ কৈছোঁ, আপোনাৰ ঘৰত যি তিনি বছৰ হাল বাইছিলোঁ সেই কিবছৰতে ভাত মুঠি সুখেৰে খালোঁ। আপুনি খেদি দিবৰপৰা মোৰ বৰ দুখ হৈছে দেউতা। অহা বছৰ আহুৰ সময়ত মোক কিন্তু হাল এখন বাবলৈ দিবই লাগিব দেউতা।'

শিৱনাথৰ সৰুজনী জীয়েকে হাতত তামোল এখন লৈ কতীয়াৰ ওচৰত থিয় হ'লহি। কতীয়াই হাতৰ গামোছাখন বহলকৈ মেলি ধৰিলে। ছোৱালীজনীয়ে দুৱাৰৰপৰা তামোলখন দলি মাৰি দি ভিতৰলৈ দৌৰ মাৰিলে।

ইমানপৰে শিৱনাথৰ মুখত হাঁহিৰ আভাস এটা লাগি আছিল কিন্তু কতীয়াৰ শেষৰ কথাষাৰ শুনি তেওঁ গহীন হৈ মাত দিলে, 'মই কোনো কানীয়া মানুহক মোৰ ঘৰত হালোৱা নাৰাখোঁ। হালোৱা ৰখা দূৰৰ কথা —আচলতে তোৰ মুখ চাবই নাপায়। এই ডেকা বয়সতে কানিতে ধৰিছ; ঘৰত ল'ৰা-ছোৱালীয়ে কোনোদিনেই ভালকৈ পেটভৰাই এসাজ ভাত খাবলৈ নাপায়, আৰু তই মাছপুঠিটো বেচি হাতত পইচা এটা পালেই চিধাই দৌৰ দিয় কানি-বেপাৰীৰ ওচৰলৈ। তোৰ নিচিনা মানুহক সহায় কৰি কি লাভ হ'ব?···বাৰু কতীয়া, তোক কথা এটা সোধোঁ, সঁচাকৈ কচোন—আমাৰ এই এই অঞ্চলত কোন কোন মানুহে কানি বেচে?'

শিৱনাথৰ প্ৰশ্ন শুনি কতীয়াৰ মুখত এটা আতংকৰ ভাৱ ফুটি উঠিল। এই প্ৰশ্নৰ সঁচা উত্তৰ দি কানি-বেপাৰীক বিপদত পেলালে তাৰ নিজৰো মৰণ, আনহাতে শিৱনাথৰ সমুখত বহি থাকি তেওঁ নিজ মুখে কৰা এটা

প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ থাকিবলৈ তাৰ কি সাধ্য আছে? কিছু সময় তলমূৰকৈ থাকি কতীয়াই অতি অসহায়ভাৱে এটা করুণ মাত উলিয়ালে: 'দেউতা—'

কতীয়াৰ মনৰ ভাব বুজিব পাৰি শিৱনাথে ক'লে, 'মই তোৰপৰা কানি-বেপাৰীৰ নামটো শুনি লৈ পুলিচ বা আবকাৰীৰ ওচৰলৈ নাযাওঁ। যাবৰ দৰকাৰ নকৰে। কাৰণ পুলিচ বা আবকাৰীয়ে কানি-বেপাৰীৰ নামকেইটা নজনা নহয়। কেৱল মইহে জানিব খুজিছোঁ তোৰদৰে ছাল-ছিগা ভিকহুৰ তেজ শুহি শুহি খোৱা সেই মানুহ কেইটানো কোন কোন। ক, তোৰ একো ভয় নাই।'

ম'হঘুলি অঞ্চলৰ কুৰি-পঁচিছখন গাঁৱৰ মানুহে জানে যে শিৱনাথৰ মুখৰ কথা হ'ল শিলৰ ৰেখা। পুবৰ বেলি পশ্চিমেদি ওলাব পাৰে, কিন্তু শিৱনাথৰ মুখেদি এবাৰ ওলোৱা কথাৰ লৰচৰ হ'ব নোৱাৰে। কতীয়াৰ মুখৰপৰা আতংকৰ মেঘ দূৰ হৈ আকৌ হাঁহিৰ ৰ'দ ওলাল। ইমান পৰে মুখতে কামোৰ মাৰি ধৰি থকা তামোলখন আকৌ চোবাবলৈ আৰম্ভ কৰি সি ক'লে, 'দেউতা আপোনাৰ মুখলৈ চাই মিছা মাতে, এনে সাধ্য কাৰ আছে? আমাৰ এইখিনিত কানি বেচা মানুহ কেৱল ৰেব মহাজনহে আছে। মই তেওঁৰপৰাই দৰবকণ আনো। কিন্তু আমাৰ গোটেই মৌজাটোৰ ভিতৰত আৰু কেইবাজনো আছে। মিৰি গাঁৱৰ ফালে দীবলা মিৰিয়ে বেচে; চেতিয়া গাঁৱৰ ফালে খগেশ্বৰ লাহনে বেচে; আপোনালোকৰ গাঁৱৰে দেবানন্দয়ো বেচে বুলি কোনো কোনোৱে কয়।'

এইখিনিলৈকে কৈ হঠাৎ কিবা মনত পৰাৰদৰে কতীয়াৰ মুখখন হাঁহিত উজ্জ্বল হৈ উঠিল; নতুন উৎসাহেৰে সি ক'বলৈ ধৰিলে: 'দেউতা মই মিছাকৈয়ে কথাবোৰ আপোনাক ক'বলৈ ভয় কৰিছিলোঁ। কালি ৰেব মহাজনৰ দোকানতেই আমাৰ কানীয়া কেইটামানে কোৱা-মেলা কৰা শুনিলোঁ—আমাৰ দেশে বোলে স্বৰাজ পালে। কংগ্ৰেছক দেশখন গটাই দি চাহাবসকলে আজি নে কালিৰ ভিতৰতে বোলে নিজৰ দেশলৈ গুচি যাবগৈ। আমাৰ ৰেব মহাজনেও বোলে অলপতে

কংগেছত যোগ দিলে, অর্থাৎ দেশৰ গৰাকীসকলৰ লগত তেওঁ একে'পাৰ্টি হ'ল। এতিয়াৰ পৰা পুলিচেও তেওঁক একো কৰিব নোৱাৰে। এই কথাবোৰ সঁচানে বাৰু দেউতা ?'

শিৱনাথে কিবা এযাৰ কবলৈ নৌ পাওঁতেই পদুলিৰপৰা কোনোবাই চিঞৰ মৰাত সেইফালে তেওঁৰ চকু গ'ল ; মোহন গাঁওবুঢ়াই হাতৰ লাখুটিডাল পিঠিৰ ফালে কঁকালত ভেজনি দি থিয় হৈ চিঞৰি তেওঁক কিবা কৈছে। মোহন গাঁওবুঢ়াৰ এটা ডাঙৰ বিশেষত্ব হ'ল এয়েই যে, তেওঁ সকলো কথাকেই মুখেৰে সাজি সাজি পদ্য কৰিহে কয়, গদ্যত তেওঁ বোলে আনকি ঘৈণীয়েকৰপৰা ভাত খুজিও নাখায়। সেই কাৰণে মোহন গাঁওবুঢ়াক দেখিলেই মানুহে আন সকলো কথা-বাৰ্তা, কাম-কাজ এফলীয়াকৈ থৈ তেওঁৰ মুখৰপৰা থলথলকৈ সৰি পৰা পদ্যবোৰ শুনিবলৈ মুখ মেলি চাই ৰয়।

শিৱনাথে মোহন গাঁওবুঢ়াক দেখি চিঞৰ মাৰি মাত লগালে : 'ৰাস্তাতেই থিয় হৈ ৰ'ল দেখোন। ঘৰলৈ আহক, তামোল এখন খাই যাওক।'

মোহন গাঁওবুঢ়াই পদূলিৰ পৰাই উত্তৰ দিলে :

'বোলো শুনিছেনে নাই—
কালৰো কাল বিপৰীত কাল,
ডাৰোগাই চেলেকে কেশৱৰ গাল।
স্কুল ফিল্ডত বহিছে মেল,
কংগ্ৰেছ-পুলিচ দুয়ো এখেল।
কাইলৈ বোলে স্বৰাজ হ'ব,
( দেশত ) ঘিউ-মৌ-গাখীৰৰ নৈ ব'ব।
কাৰ বা ভাগত কি কি পৰে,
আহিছো লওঁ বুলি বতৰা তাৰে।'

শিৱনাথে আকৌ চিঞৰিল : 'বতৰাটো পিছে পালেনে নাই ?'

মোহন গাঁওবুঢ়াই উত্তৰ দিলে :

'কেশৱ মণ্ডলে ফুৰিছে কৈ—
তেওঁহে স্বৰাজ আনিছে লৈ।
আমিও ভাবিছোঁ কথাটো হয়,
জেলত যোৱা লোক তেৱেঁই হয়।
তেৱেঁইয়ে হ'ব বৰ বিলনীয়া,
সেই বিষয়ে কোনো সন্দেহ নাইকিয়া।'

শিৱনাথে আৰু কি কয় তাৰে বাট নাচাই মোহন গাঁওবুঢ়া নিজৰ বাটত আগ বাঢ়িল। শিৱনাথ আচৰিত নহ'ল। মোহন গাঁওবুঢ়াৰ স্বভাৱ কেনেকুৱা—সেই কথা দহ-বাৰখন গাঁৱৰ সকলো মানুহেই জানে। প্ৰায় ষাঠি বছৰীয়া সেই বুঢ়াজনে বাঁওহাতৰ কান্ধত এখন মোনা, কাষলতিৰ তলত এটা ফটা-চিটা ছাতি, আৰু সোঁহাতত এডাল লাখুটি লৈ টলৌ-টলৌকৈ দহ-বাৰখন গাওঁ ঘূৰি ফুৰে; কিন্তু সাধাৰণতে তেওঁ কোনো মানুহৰ ঘৰতে নোসোমায়। তেওঁ মানুহৰ ঘৰত সোমায়—যেতিয়া কাৰোবাৰ ঘৰত কিবা বিপদ হোৱাৰ কথা শুনে। নহ'লে বাটে বাটে ঘূৰি ফুৰি তেওঁ পদূলিমুখৰ পৰাই চিঞৰি চিঞৰি সকলো মানুহৰ সুখ-দুখ ভাল-বেয়াৰ খবৰ লয়, বাটত জীয়াৰী-বোৱাৰী বা বা ল'ৰা-ছোৱালী যাকেই দেখে তাকেই আগচি ধৰি মুখে মুখে পদ্য সাজি একেষাৰ নীতি-উপদেশ দিয়ে, খোজ কাঢ়ি কাঢ়ি ভাগৰ লাগিলে বাটৰ কাষৰ গছৰ তলত বহি তামোল এখন খাই জিৰণি লয়, আৰু বেলি পৰোঁ পৰোঁ হৈ অহাৰ লগে লগে তেৱোঁ ঘৰৰ ফালে খোজ লয়।

মানুহজন বোলে সদায় এনেকুৱা নাছিল। কিন্তু দহ বছৰমানৰ আগতে তেওঁৰ কাণ-সমনীয়া ডেকা পুতেক এজন তামোল গছৰপৰা পৰি মৰিবৰ পাছৰপৰাই তেওঁ এখন্তেকো ঘৰত থাকিব নোৱাৰা হ'ল, আৰু দিনৰ ভাগটোত এনেকৈ টলৌ টলৌকৈ ঘূৰি ফুৰিবলৈ আৰম্ভ কৰিলে। এতিয়ামানে তেওঁৰ পুত্ৰশোক নিশ্চয় পাতলিছে, কিন্তু ঘূৰি ফুৰাটো তেওঁৰ কাৰণে এটা এৰাব নোৱাৰা অভ্যাসত পৰিণত হৈছে।

মোহন গাঁওবুঢ়াই নিজৰ বাটত আগ বাঢ়ি খকুৱাহঁতৰ পদূলিৰ

ভলুকা বাঁহজোপাৰ আঁৰ হৈ যোৱাৰ পাছতো শিৱনাথে বহুপৰলৈকে সেইফালে তন্ময় দৃষ্টিৰে চাই থাকিল।

কিছুসময় শিৱনাথৰ মুখলৈ চাই থাকি অৱশেষত কতীয়াই মাত লগালে, 'দেউতা, মই উঠোঁহে এতিয়া। দোকানৰপৰা চাউল এসেৰ কিনি আনিছোঁ, মই ঘৰ গৈ পালেহে চকুৰ তললৈ জুই যাব। আপোনাৰ ওচৰতনো আৰু কি কথা লুকুৱাম দেউতা, কালি ৰাতি আমাৰ ঘৰত গোটেইবোৰৰে লঘোন গ'ল। কালি মোৰ খলহাৰপৰা কোনোবাই মাছ চুৰি কৰিলে। জানৰপৰা ৰাতি খণ্ড-বিখে ঘূৰি আহি দোকানত ধাৰ বিচাৰি যাবলৈ মন নগ'ল। বাৰীৰে কঁঠাল গছজোপাত কঁঠাল এটা আধা পকা হৈ থকা দেখিছিলোঁ, সেইটোকে পাৰি আনি খাই শুই থাকিলোঁ। এতিয়া ভোকত পেট জ্বলিব লাগিছে দেউতা। মোৰ ডাঙৰ মানুহটোৰে এই অৱস্থা, ল'ৰা-ছোৱালীকেইটাই চাগৈ চেঙালুটি পাৰিব ধৰিছে ইমানপৰে। উঠোঁহে দেউতা।'

শিৱনাথে মুখেৰে একো নামাতি স্নেহ-কাতৰ দৃষ্টিৰে কতীয়াৰ ফালে চাই ৰ'ল। কতীয়াই উঠি থিয় হৈ জেওবাৰপৰা চাউলৰ টোপোলা আৰু মিঠাতেলৰ বটলটো হাতত লৈ লঘোনীয়া থৰক্-বৰক্ খোজেৰে পদূলিৰ ফালে আগ বাঢ়িল। কিছু দূৰ গৈ সি হঠাৎ থমকি ৰ'ল আৰু শিৱনাথৰ ফালে ঘূৰি চাই কলে: 'দেউতা, মই আপোনাৰ ভৰিত ধৰি কৈছোঁ, অহাবছৰ কিন্তু মোক হাল এখন বাবলৈ দিব লাগিব। আপোনাৰ আশ্ৰয় নেপালে ল'ৰা-ছোৱালীৰে স'তে খাবলৈ নেপাই মৰিম দেউতা।'

॥ ৬ ॥

শিৱনাথৰ যিমানখিনি খেতিৰ মাটি আছে তাৰ তিনিভাগৰ দুভাগ তেওঁ আধিলৈ দিয়ে, বাকী এভাগ মাটি হালোৱা লগাই নিজে খেতি

কৰায়। হালোৱাৰ যোগান ধৰে সদায় ওচৰৰ কৈৱৰ্ত্ত গাঁওখনে। গাঁওখনত সৰ্বমুঠ চল্লিছ ঘৰ মান মানুহ আছে। নিজৰ ঘৰৰ ভেটিটোৰ বাহিৰে মানুহবোৰৰ আন ক'তো অকণো মাটি নাই। মাছৰ ব্যৱসায়েই যদিও সিহঁতৰ ঘাই জীৱিকা, তথাপি তাৰে বছৰটোৰ ভিতৰত তিনি মাহৰো অন্ন-সংস্থান কৰা টান হৈ পৰে। প্ৰথমতে, মাছ ধৰিব পৰা-নোৱৰাটো ভাগ্য আৰু বতৰৰ ওপৰত নিৰ্ভৰশীল। তদুপৰি গাঁও-ভুঁইৰ বেছি ভাগ মানুহেই নিজে মাছ মাৰি খায়, গতিকে কিনি মাছ খোৱা মানুহৰ সংখ্যা শিৱনাথৰ দৰে দুই-এঘৰ আঢ্যৱন্ত মানুহ আৰু দাৰোগা-ডাক্তৰ-পোষ্ট মাষ্টৰ-দোকানী আদি কেইজন মুষ্টিমেয় মানুহৰ মাজতে সীমাবদ্ধ। গাঁৱৰ মানুহে বেছিভাগেই টকা দি মাছ নিকিনে, ধানৰ বদলি মাছ সলাই লয়। কেৱল দোকানী আৰু চাকৰি কৰা মানুহখিনিয়েহে নগদ দাম দি মাছ কিনে। মুঠতে কৈৱৰ্ত্ত গাঁৱৰ মানুহে মাছ বেচি যি উপাৰ্জন কৰে, তাৰে কোনোমতেই বছৰটোৰ কাৰণে সংসাৰ নচলে। গতিকে সিহঁতে অতিৰিক্ত উপাৰ্জনৰ কাৰণে ওচৰ-পাঁজৰৰ গাঁৱৰ ধনী খেতিয়কৰ ঘৰত হালোৱা সোমায়। কিন্তু এনেকৈ হালোৱা ৰাখিব পৰা মানুহৰ সংখ্যাও বৰ বেছি নহয়। যি কেইজনে ৰাখে, তেওঁলোকেও এটা খেতিৰ বদলি হালোৱাজনক দিয়ে মাত্ৰ দুবিঘা পকা ধান। নিয়োগ-কৰ্তাৰ তুলনাত কৰ্ম-প্ৰাৰ্থীৰ সংখ্যা ইমান বেছি যে দৰদাম কৰিবলৈ সিহঁতৰ কোনো উপায় নাথাকে। মালিকে যি চৰ্ত বান্ধি দিয়ে তাকেই বিনা আপত্তিৰে মানি লবলৈ সিহঁত বাধ্য হয়। সিহঁতৰ মাইকী মানুহ-বোৰেও ধান চপাবৰ সময়ত শিৱনাথৰদৰে দুই-এঘৰ ধনী খেতিয়কৰ ঘৰত ধান দাই বা আন সময়ত জকাই-জালুকনি বাই সৰু সৰু মাছ ধৰি তাকে মানুহৰ ঘৰে ঘৰে বেচি সামান্য কিছু উপাৰ্জন কৰে। কিন্তু মতাই-মাইকীয়ে মিলি সমানে ইমান পৰিশ্ৰম কৰিও সিহঁতে দুবেলা দুমুঠি সদায় খাবলৈ নাপায়; সপ্তাহটোৰ ভিতৰত কমেও তিনি-চাৰিসাজ সিহঁতে লঘোনে থাকিব লাগে বা অন্ততঃ আধা-পেটী হৈ থাকিব লাগে।

'আপোনাৰ আশ্ৰয় নেপালে ল'ৰা-ছোৱালীবে স'তে খাবলৈ নেপাই মৰিম দেউতা'—কতীয়াৰ আৰ্তনাদৰদৰে এই কথাকেইটা শিৱনাথৰ

কাণত ঘূৰি ঘূৰি বাজিবলৈ ধৰিলে। তাৰ সংসাৰৰ ছবিখন তেওঁৰ চকুৰ আগত ভাহি উঠিল। কেইবছৰ মানৰ আগতে কতীয়াই তেওঁৰ ঘৰত হালোৱা হৈ তিনিবছৰ মান খেতি কৰিছিল। কিন্তু তাৰ লগত বন্দবস্ত হৈ যোৱাৰ পাছতহে শিৱনাথে গম পালে যে সি কানি খায়। কানিৰ জালত সি ৰাতিপুৱা শুই উঠিবই নোৱাৰে, শিৱনাথে প্ৰায়েই নিজে গৈ তাক বিছনাৰপৰা উঠাই হাল বাবলৈ আনিব লাগে। ভালকৈ-বেয়াকৈ বহুপ্ৰকাৰে কৈয়ো তাৰ বদ-অভ্যাসটো গুচাব নোৱাৰি অৱশেষত শিৱনাথে তাক হালোৱা কামৰপৰা এৰুৱাই দিলে। যিহওক, যেতিয়া সি তেওঁৰ হালোৱা হৈ আছিল তেতিয়াই তাৰ সংসাৰৰ ৰূপটো তেওঁ ভালকৈ দেখা পাইছিল। ৰাতিপুৱা বেলি উঠাৰ বহুত পৰৰ পাছলৈকে কতীয়াই যেতিয়া হাল বাবলৈ গৰু নিবলৈ নাহে, তাক মাতি আনিবৰ কাৰণে শিৱনাথে নিজেই তাৰ ঘৰলৈ যাবলগা হয়। তাৰ ঘৰটো হ'ল আলিবাটৰ ফালে পিঠি-দিয়া, অৰ্থাৎ ঘৰৰ পিছ-ফালখন আলিবাটৰ ফালে, সমুখখন ঠিক তাৰ বিপৰীত ফালে। তাকৰীয়া মাটিৰ বাৰীখনত এজোপা প্ৰকাণ্ড কঁঠালগছ, তলখন কচু-ঢেকীয়ানীৰে ভৰা। বাৰীখনৰ বন-বাতবোৰ চাফা কৰি তাত জলকীয়া-বেঙেনা দুজোপা ৰুই খোৱাৰ কথা কতীয়াই কোনোদিনেই ভবা নাই। বৰং ঠাইখিনি হাবিয়নী হৈ থকাত তাৰ সুবিধাহে হৈছে বুলি সি ভাবে, কাৰণ হাবিডৰাই ঘৰৰ পিছফালখনক আলিবাটৰ পৰা আঁৰ কৰি ৰখাৰ ওপৰিও ঘৈণীয়েক আৰু ল'ৰা-ছোৱালীবোৰৰ শৌচ-পেচাব কৰিবলৈকো সুবিধা হৈছে। কতীয়াৰ ঘৰলৈ যোৱাৰ কথা ভাবিলেই শিৱনাথৰ মনটো কোঁচ খাই আহে, কাৰণ বছৰৰ সকলো ঋতুতে বা দিনটোৰ সকলো সময়তে যেতিয়াই তেওঁ কতীয়াৰ ঘৰলৈ নাযাওক, সেই সৰ্বব্যাপ্ত ময়লাৰ গোন্ধ আহি তেওঁৰ নাকত লাগিবই। তথাপি তেওঁ যাবলগা হয়, কাৰণ কতীয়াৰ কৰ্তব্য-জ্ঞানৰ ওপৰত নিৰ্ভৰ কৰি থাকিলে তেওঁৰ মাটি হয়তো বছৰটোৰ কাৰণে ছন পৰিয়েই থাকিব। নাকত সোপা দি তেওঁ গৈ কতীয়াৰ চোতালত থিয় হয়গৈ। ইতিমধ্যে বেলি বহুখিনি ওপৰলৈ উঠিছে, কতীয়াৰ ঘৰৰ মাটি জহি-খহি যোৱা ভগা বেৰৰ জলঙাইদি বেলিৰ পোহৰবোৰ ঘৰৰ

ভিতৰত সিঁচৰতি হৈ পৰিছে। চোতালত থিয় দিলেই কেৱল ঘৰৰ ভিতৰখনেই নহয়—পিছফাল পৰ্য্যন্ত দেখা যায়। চোতালত থিয় দি শিৱনাথে দেখে—দুবছৰীয়া কেঁচুৱা এটাক মাকে পিৰালীত বহুৱাই থৈ গাঁৱৰ !কাৰোবাৰ ঘৰলৈ সেই ৰাতিপুৱাতে ওলাই গৈছে, (খুব সম্ভৱ তামোল এখন বিচাৰি), আৰু কেঁচুৱাটোৱে মৰা বোন্দা-কেঁচু এটা দুই হাতেৰে ধৰি খচিব লাগিছে। গোটেই ঘৰটো মাত্ৰ এটা কোঠাৰ এটা জুপুৰি; পশ্চিম ফাললৈ এটা চৌকাৰ ওপৰত এলুমিনিয়ামৰ কাণ-ভগা হাড়ি এটা আৰু লোৰ সৰু কেৰাহী এখন মুখ খুন্দা-খুন্দি খাই পৰি-আছে; পূব ফাললৈ মাটিৰ ওপৰতে শুকান খেৰৰ ওপৰত পাটি পৰা বিছনা এখনত কতীয়া গভীৰ টোপনিতে অচেতন; বুকুতে এবছৰীয়া কেঁচুৱা এটা। তাৰ আৰু এহাল ডাঙৰ ল'ৰা-ছোৱালী আছে, বয়স বোধহয় যথাক্ৰমে বাৰ আৰু আঠ এনেকুৱাই কিবা হ'ব (মাজৰ কেইবাটাও ল'ৰা-ছোৱালী মৰিল)। চৰাই-চিৰিকতিৰ কাৰণে নিজৰ বাঁহটো কেৱল যেনেকৈ ৰাতিটোৰ আশ্ৰয়স্থল মাত্ৰ, কৈৱৰ্ত গাঁৱৰ দুখীয়া ল'ৰা-ছোৱালীবোৰৰ কাৰণে নিজৰ ঘৰখনো ঠিক তেনেকুৱাই। ৰাতিপুৱা বিছনাৰপৰা উঠিয়েই সিহঁত বাহিৰলৈ ওলাই যায়, কাৰণ ঘৰত ৰাতি-পুৱাৰ কোনো আহাৰো নাই, পঢ়া-শুনাৰো কোনো প্ৰশ্ন নাই, অথবা খেল-ধেমালি কৰি সময় কটাবলৈকো কোনো সুবিধা নাই। সিহঁতে বাহিৰলৈ ওলাই গৈ হয় ওচৰ চুবুৰীয়া ল'ৰা-ছোৱালীৰ লগত বনৰীয়া ফল-মূলৰ সন্ধানত ঘূৰি ফুৰে, অথবা নৈৰ পাৰলৈ গৈ নাও বাই বা সাঁতুৰি সময় কটায়। কতীয়াৰ ল'ৰা-ছোৱালীহালো নিশ্চয় ইতিমধ্যে ওলাই গৈছে। শিৱনাথে কল্পনা কৰিবলৈ চেষ্টা কৰে: সিহঁতে বোধহয় ইমান-পৰে কাৰোবাৰ ঘৰত তলসৰা আম বুটলি পোকে-চোকে মুখত ভৰাইছে অথবা ৰাতিপুৱাই শুদা পেটতে টেঙা নৰা বগৰী এগালকে খাবলৈ লাগি গৈছে।

কিন্তু সিহঁতৰ আহাৰৰ সন্ধান সিমানতে শেষ নহয়। শিৱনাথে বহুদিন লক্ষ্য কৰিছে—এই ল'ৰা-ছোৱালীবোৰে বিশেষকৈ পুৱা আৰু আবেলি পৰত হাবিৰ মাজত পিটপিটাই বনৰীয়া কচুৰ ফুল, পকা বন-

কেৰেলা, গৰু-খিচ-খিচ আৰু বন-জৰাৰ গুটি বিচাৰি ঘূৰি ফুৰে, সেইবোৰ সিহঁতৰ কাৰণে পৰম লোভৰ খাদ্য। এইবোৰতকৈয়ো বেছি দুষ্প্ৰাপ্য আৰু লোভনীয় ফল হ'ল কুট্‌কুৰাৰ গুটি আৰু কৰবী ফুলৰ গুটি। নৈৰ সিপাৰে চাপৰিৰ ডাঠ হাবিৰ মাজত কুট্‌কুৰাৰ গছ আছে। তাৰ পৈণত গুটিবোৰ পাৰি আনি সিহঁতে নৈৰ পকাবালিত পকিবৰ কাৰণে পুতি থয়। তিনি-চাৰিদিনৰ পাছত যেতিয়া সেইবোৰ ভালকৈ পকি উঠে, তেতিয়া এডাল জৰীৰে সেইবোৰ এধাৰ মালাৰদৰে গাঁথি ঘৰৰ চালত শুকাবলৈ দিয়া হয়। টান ৰ'দত বিহু এঠাবোৰ শুকাই গৈ কুট্‌কুৰাৰ গুটিবোৰ টেটেৰা নপৰালৈকে সি খাবৰ উপযোগী নহয়। কিন্তু কেতিয়াবা এনেকুৱাও হয় যে ল'ৰা-ছোৱালীবোৰে লোভত ৰ'ব নোৱাৰি আধা শুকোৱা কুট্‌কুৰাৰ গুটিকে খাই দিয়ে, আৰু পাছত বমি কৰি আধমৰা হয়। কৰবীৰ গুটিৰ ক্ষেত্ৰতো সেই একে ঘটনাই ঘটে। আধা-পকা কৰবীৰ গুটি খালে সি পেটত বিহৰ ক্ৰিয়া কৰে আৰু মূৰ ঘূৰাই বমি হয়। অথচ সেই বিষাক্ত ফলটো খাবলৈকে ল'ৰা-ছোৱালী-বোৰৰ কি দুৰ্দান্ত হেপাহ! সেই অঞ্চলটোত কৰবীৰ গছ বৰ বেছি নাই। যি দুই-চাৰিজোপা আছে, সিও আছে কেৱল স্কুল কম্পাউণ্ডৰ ভিতৰত। ল'ৰাবোৰে চুৰকৈ বেৰা পাৰ হৈ কৰবীৰ গছত উঠাৰ লগে লগেই চকীদাৰে খেদা দিয়ে, খেদাৰ কোবত ল'ৰাবোৰ গছৰপৰা পকা কঁঠাল সৰা দি থল থলকৈ সৰি পৰে, বহুতৰে নাক-মুখো ভাগে, তথাপি সিহঁতৰ চেষ্টাৰ বিৰাম নাই। মাক-বাপেকে সিহঁতৰ যি খাদ্যৰ যোগান ধৰিব নোৱাৰে, সেইখিনি সিহঁতে এনেকৈয়ে প্ৰকৃতিৰপৰা টানি-আঁজুৰি সংগ্ৰহ কৰিবলৈ চেষ্টা কৰে। কতীয়াৰ ঘৰৰ পিৰালীত বহি বহি বোন্দা-কেঁচু খচি খচি থকা কেঁচুৱাটো আৰু বাপেকৰ বুকুৰ মাজত অসাড় হৈ শুই থকা কেঁচুৱাটোৰ ফালে চাই চাই শিৱনাথে ভাবে— ডাঙৰহাল ল'ৰা-ছোৱালীয়ে বাৰু বনৰীয়া গুটি এসোপা খায়েই পেট ভৰাই আহিব, কিন্তু এই কেঁচুৱা দুটাই এতিয়া কি খাব? পিৰালীত বহি থকাটোৱে ভোকত তৎ নেপাই বোন্দা-কেঁচুটোকে মুখত ভৰাই দিবনেকি? চৌকাৰ ওপৰত মুখ বাগৰি পৰি থকা হাড়িটোত শুৰি

পকৰা এটাৰ জোখাৰেও বোধহয় কৰকৰা ভাতৰ কণা এটা অৱশিষ্ট নাই।

মাত্র কেইমুহূৰ্তমানৰ কাৰণে এইবোৰ কথা চিন্তা কৰি তাৰ পাছত সেইবোৰ চিন্তা নিষ্ফল আৰু অৰ্থহীন বুলি শিৱনাথে সেইবোৰ মনৰ পৰা জোকাৰি পেলায়, আৰু কতীয়াক জগাবৰ কাৰণে চিঞৰ মাৰে। প্রথমতে কতীয়াৰ মুখত চকু পৰি শিৱনাথে তেওঁৰ মনটো কৰুণাত গলি যোৱা যেনেই অনুভৱ কৰে।

কুৰি বছৰ মানৰ পুঞ্জীভূত মলিৰে আলকাতৰাতকৈয়ো ক'লা ৰং ধৰা গাঁৰুটোৰপৰা কতীয়াৰ মূৰটো পিছলি আহি মুখখন পাটীটোত থেকেচা খাই পৰিছে, তাৰ মুখৰপৰা নিছিগা ধাৰেৰে লেলাউটি ওলাই আহি পাটিত পৰিছে, সেই লেলাউটিখিনিৰ লোভতে কেইটামান মাখিয়ে তাৰ মুখৰ ওচৰত গুণগুণাই ঘূৰি ফুৰিছে। বোধহয় তাৰ মেলা মুখেদি বাহিৰ হোৱা নিশ্বাসৰ গৰম আৰু জোৰ বতাহে মাখি কেইটাক লেলাউটিৰ ওপৰত পৰাৰপৰা বাধা দিছে। সি পিন্ধি থকা ফটা-চিটা ময়লা গামোছাখনো টোপনিৰ জালত কঁকালৰ পৰা খহি গৈ মানুহটো প্রায় আধা-নাঙঠ হৈ পৰিছে। গ্ৰীষ্মকালৰ উঠি অহা বেলিটোৰ চোকা ৰ'দখিনিয়ে ভগা বেৰৰ জলঙাইদি ঘৰৰ ভিতৰত প্রবেশ কৰি কতীয়াৰ বিকৃতা আৰু নগ্নতাখিনি এনেভাৱে প্রকট কৰি তুলিছে যে, দেখিলে তাৰ হয় যেন যুঁজত ভীষণভাৱে আহত হোৱা এটা পশুৱে পৰম ক্লান্তিত এতিয়া কেৱল মৃত্যুৰ কাৰণে প্রতীক্ষা কৰিছে।

কিন্তু পাছ মুহূৰ্ততে শিৱনাথৰ মনত পৰিল যে কতীয়াই কানিৰ ৰাগীতহে ইমান দেৰীলৈকে বিছনাত লবেজান হৈ পৰি আছে, ল'ৰা-ছোৱালীকেইটাৰ মুখৰ ভাত কাঢ়িও সি কানিতহে পইচা খৰচ কৰিছে।

তেওঁৰ মনটো তৎক্ষণাৎ কঠিন হৈ পৰিল। খঙেৰে তেওঁ চিঞৰি উঠিল, 'ঐ কতীয়া, ঐ কানীয়া কুকুৰ, নবাবৰ দৰে যদি বেলি দুপৰলৈকে শুই থাকিবলৈকে লাগে, তেন্তে লোকৰ ঘৰত হালোৱা সোমাইছিলি কিয়? আজিৰপৰা যদি মই তোক জগাবলৈ আহিব লাগে, তেন্তে তোক হাণপাখাই একন্নাই দিম।'

শিৱনাথে অৱশেষত কতীয়াক হালবপৰা এৰুৱাই দিবলৈ বাধ্য হৈছিল, অৱশ্যে থেতিৰ মাজতে নহয়, তাৰ পাছৰ বছৰ। আজি তিনি বছৰৰ মূৰত শিৱনাথৰ এটা দুৰ্বল মুহূৰ্তৰ সুযোগ লৈ সি পুনৰ আবদাৰ ধৰিছে—'অহা বছৰ কিন্তু মোক হাল এখন বাবলৈ দিব লাগিব, নহ'লে ল'ৰা-ছোৱালীৰ স'তে খাবলৈ নেপাই মৰিম।'

শিৱনাথে মনৰ ভিতৰতে কিবা এটা হিচাপ কৰিলে। ওহোঁ, কানি নেৰালৈকে কতীয়াক পুনৰ হাল বাবলৈ দিয়াৰ প্ৰশ্নই নুঠে।

কিন্তু এই জীৱনত জানো সি কানি এৰিব পাৰিব? তদুপৰি সিযে খাবলৈ নেপাই মৰাৰ কথা কৈছে, এতিয়ানো সি কি জীয়াই আছে? অকল তাৰেই নহয়, কৈৱৰ্ত গাঁৱৰ সকলো মানুহৰে সেই একেই অৱস্থা! খাবলৈ নেপাই সিহঁত কোনো মৰি যোৱা নাই সঁচা, কিন্তু মানুহৰ দৰে সিহঁত সম্পূৰ্ণ জীয়াইয়ো থকা নাই। গোটেই জীৱন এসাজ খাই এসাজ নেখাই আধা-মৰা হৈ থাকোঁতেই সিহঁতৰ জীৱন শেষ হৈ যায়। দুপৰীয়া কোনো মতে এমুঠি খাই পেটৰ জ্বালা মৰাৰ পাছত ৰাতি চকুৰ তললৈ জুই যাবনে নাযায় সেই বিষয়ে সিহঁত কোনোদিন নিশ্চিন্ত নহয়। তদুপৰি পেটৰ ভাতমুঠিয়েই সিহঁতৰ একমাত্ৰ সমস্যা নহয়। সিহঁত যে নীচকুলীয়া আৰু অস্পৃশ্য—সেই কাৰণেও প্ৰতি পদে পদে সামাজিক অপমান আৰু লাঞ্ছনাই সিহঁতৰ জীৱন দুৰ্বিসহ কৰি ৰাখে। চাৰিওফালৰ আহোম, চুতীয়া, কলিতা আৰু বামুণ আদি মানুহৰ গাঁৱৰ মাজত কৈৱৰ্ত গাঁওখন হ'ল এটা সৰু দ্বীপৰ নিচিনা। আহোম, চুতীয়া আৰু কলিতা-বামুণৰ মাজতো সাম্প্ৰদায়িক ভেদাভেদ আৰু বৈষম্য আছে, কিন্তু এটা কথাত সকলো একমত: কৈৱৰ্ত গাঁৱৰ মানুহবোৰ সমাজৰ একেবাৰে তলখাপৰ; সিহঁত অস্পৃশ্য। মানুহৰ ঘৰলৈ আহিলে—আনকি শিৱনাথৰ ঘৰতো—সিহঁতৰ কাৰো ভিতৰলৈ সোমাবলৈ অধিকাৰ নাই। সিহঁতৰ আসন চোতালৰ মাটিত। কাৰোবাৰ ঘৰত যদি ধান উখোৱাই শুকাবলৈ চোতাল মেলি দিছে, তেতিয়াহ'লে সিহঁতৰ চোতালত থিয় হ'বলৈকো অধিকাৰ নাই।

শিৱনাথৰ মনত আছে—তেওঁ সৰু হৈ থাকোঁতে এদিন কৈৱৰ্ত

গাঁৱৰ সক ল'ৰা এটা আহি শুকাবলৈ দিয়া উখোৱা ধানৰ ওচৰত থিয় হোৱাৰ কাৰণে শিৱনাথৰ মাকে গোটেই ধানখিনি পেলাই দিছিল আৰু ল'ৰাটোক অকথ্য ভাষাৰে গালি পাৰিছিল। এতিয়াও বহুতৰ ঘৰত কৈৱৰ্ত গাঁৱৰ মানুহ আহি বহা ঠাইখিনি সিহঁত উঠি যোৱাৰ পাছত পানী ছটিয়াই শুদ্ধ কৰাৰ নিয়ম আছে। শিৱনাথ স্কুলত পঢ়ি থকা অৱস্থাতে তেওঁলোকৰ স্কুলত এজন কৈৱৰ্ত লোক শিক্ষক আছিল। মানুহজন আছিল শিৱসাগৰৰ ফালৰ। এবাৰ শিৱনাথ শ্ৰেণীত প্ৰথম হোৱাৰ কাৰণে দেউতাকে স্কুলৰ আটাইকেইজন শিক্ষককে তেওঁলোকৰ ঘৰলৈ জলপান খাবলৈ নিমন্ত্ৰণ কৰিলে। ভিতৰত জলপান ঠিকঠাক কৰে মানে আটাইকেইজন শিক্ষকে চ'ৰাঘৰতে বহি কথা-বাৰ্তা পাতি আছে। এনেতে তেওঁলোকক ভিতৰলৈ মতা হ'ল। সকলোৱে ভিতৰৰ ফালে খোজ ললে ; লগতে কৈৱৰ্ত শিক্ষকজনো। শিৱনাথৰ দেউতাকে হঠাৎ কৈৱৰ্ত শিক্ষকজনক আগচি ধৰি ক'লে: 'বোপাই, তুমি ইয়াতে বহাঁ।'

এনেভাবে বাধাপ্ৰাপ্ত হৈ কৈৱৰ্ত শিক্ষকজন কেই মুহূৰ্তমানৰ কাৰণে স্বৰগ পৰা মানুহৰদৰে থিয় হৈ ৰ'ল, তাৰ পাছত হাতৰ কাষতে যিখন চকী পালে তাতে অবশ ভাবে বহি পৰিল। তেওঁক তাতে অকলে এৰি থৈ বাকী কেইজন শিক্ষক ভিতৰলৈ সোমাই গ'ল। কৈৱৰ্ত শিক্ষকজনক জলপানৰ বাতি আনি দিয়াৰ ভাৰ পৰিল শিৱনাথৰ ওপৰত। কিছু সময়ৰ মূৰত তেওঁৰ কাৰণে জলপান লৈ আহি শিৱনাথে দেখে—শিক্ষকজনে জেপৰপৰা কমাল এখন উলিয়াই লৰালৰিকৈ চকুপানী মচিছে।

এতিয়াও হঠাৎ কেতিয়াবা কিবা কথাত শিক্ষকজনৰ মুখৰ ছবিখন মনত পৰি শিৱনাথৰ বুকুখন মোচৰ খাই উঠিব খোজে।

কৈবৰ্তসকলৰ প্ৰতি ওচৰ-চুবুৰীয়া অন্যান্য সম্প্ৰদায়ৰ মানুহৰ মনোভাব এবাৰ ভয়ংকৰ ৰূপত ফুটি উঠিছিল ইয়াতকৈয়ো এটা নিদাৰুণ ঘটনাৰ মাজেদি। ওচৰৰে আন এখন গাঁৱৰ ষোল-সোতৰ বছৰীয়া এটা বামুণৰ ল'ৰাৰ লগত এদিন এটা কৈৱৰ্ত ল'ৰাৰ কিবা কাজিয়া

লাগিল। বামুণৰ ল'ৰাটোৱে ইটো ল'ৰাক জাতত ধৰি গালি পৰাত সি সহিব নোৱাৰি খঙৰ কোবত বামুণৰ ল'ৰাটোক চৰ এটা মাৰি দিলে। সেইদিনাই বামুণৰ ল'ৰাটোৱে ৰাতিলৈ ডিঙিত চিপ-জৰী লগাই আত্মহত্যা কৰিলে। মৰিবৰ আগতে সি এখন চিঠিত লিখি থৈ গ'ল—'ডোমৰ চৰ খোৱাৰ পাছত প্ৰাণ ধাৰণ কৰি থকা অসম্ভৱ'।

চাৰিওফালৰ ঘৃণা, বিদ্বেষ আৰু অপমানে এটা অভিশপ্ত দ্বীপৰ দৰে ঘেৰি ৰখা এই কৈৱৰ্ত গাঁৱৰ মানুহখিনিৰ দুখ-দুৰ্দশা শিৱনাথে মনত পৰিবৰ দিনৰপৰাই দেখি আহিছে। যিহেতু তেওঁ নিজে অলপ চিন্তা-চৰ্চা কৰে আৰু বাহিৰৰ জগতৰ কিছু খবৰ ৰাখে, সেই কাৰণে মাজে তেওঁৰ মনত প্ৰশ্ন হয়: ইমানিখিনি দুখ আৰু লাঞ্ছনা সঁচাকৈয়ে ইহঁতৰ প্ৰাপ্যনে? কিন্তু সঁচা কথা কবলৈ গ'লে খন্তেকীয়া অলস চিন্তাৰ বাহিৰে তেওঁ নিজে এই ব্যৱস্থাৰ প্ৰতিবাদ কৰা দূৰৰ কথা—বৰং মনে মনে নিজেও তাকে মানিহে আহিছে। তেওঁৰ ঘৰতো কোনো বৈৱৰ্ত মানুহে ঘৰৰ ভিতৰলৈ সোমাব নোৱাৰে; কৈৱৰ্ত হালোৱা কেইটাই দুপৰীয়া পথাৰৰপৰা আহি পানী খাব খুজিলে কচুপাততহে সিহঁতক পানী খাবলৈ দিয়া হয়। আজিয়েই তেওঁৰ সৰু ছোৱালীজনীয়ে কেনেবাকৈ কতীয়াৰ স্পৰ্শ লাগে বুলি দূৰৰপৰাহে তামোলখন দলি মাৰি দিয়া দেখিও তেওঁ একো আপত্তি কৰা নাই। অৱশ্যে এইবোৰ কাম তেওঁ উচিত বা যুক্তিযুক্ত বুলি ভাবি কেতিয়াও কৰা নাই, কৰিছে কেৱল মানসিক অভ্যাসৰ তাড়নাতহে। এই শতাব্দী-প্ৰাচীন অভ্যাসৰ যুঁৱলি ওফৰাই পেলাবলৈ বা ভাঙি পেলাবলৈ তেওঁ কেতিয়াও চেষ্টা কৰা নাই। তেনে কথা তেওঁ চিন্তাও কৰা নাই।

কিন্তু আজি যিহেতু এটা ঐতিহাসিক মুহূৰ্তৰ নতুন পোহৰত তেওঁ প্ৰতিটো কথাকে বিচাৰ কৰি চাইছে আৰু এটা নতুন আলি-কেঁকুৰিত থিয় হৈ ভৱিষ্যতৰ দিগন্তলৈ দৃষ্টি নিক্ষেপ কৰিছে, সেই কাৰণে আজি নতুনকৈ তেওঁৰ মনত প্ৰশ্ন হৈছে: স্বাধীনতাই এই অভিশপ্ত মানুহবোৰৰ জীৱনলৈ নতুন কিবা পৰিবৰ্তন আনিব, নে হাজাৰ বছৰ ধৰি

সমাজৰ যি পূতিগন্ধময় পাতালত সিহঁতক নির্বাসিত ক'ৰি ৰখা হৈছে, সে পাতালতেই আৰু হাজাৰ বছৰ সিহঁত গেলি-পঁচি থাকিব লাগিব ?

॥ ৭ ॥

ডাৱৰৰ বুকু ফালি হঠাৎ এজাক চোক ৰ'দ ওলাই আহিল। চকুত ধৰাত শিৱনাথে চকু দুটা মুদি দিলে আৰু কিছুসময় একো নেভাবিবলৈ চেষ্টা কৰিলে। এনেকৈ কিছু সময় থাকোঁতে তেওঁৰ চিলমিলকৈ টোপনি আহিল। সেই পাতল টোপনিৰ মাজতে তেওঁ এটা সপোন দেখিলে : স্বাধীনতাৰ কুৰি বছৰ মানৰ পাছত কৈৱৰ্ত গাঁৱৰ আটাইবোৰ মানুহ ধনী হৈ উঠিছে, সিহঁতে কোনেও শিৱনাথৰ ঘৰত হালোৱা হ'বলৈ বা খেতিৰ মাটি বিচাৰি নাহে। শিৱনাথে নিজে বা তেওঁৰ ল'ৰাবোৰে অনভ্যাসৰ কাৰণে কোনেও নিজে খেতি কৰিব নোৱাৰে, ইফালে কাম কৰা বনুৱা আৰু মৰকীয়াৰো অভাৱ; ফলত শিৱনাথৰ মাটিবোৰ বছৰৰ পাছত বছৰ ছন পৰি থাকিবলগীয়া অৱস্থা হৈছে। ধানে ঘৰৰ মুধচলৈকে খুন্দ খাই থকা তেওঁৰ দুটাকৈ চাৰি কোঠলীয়া ধানৰ ভঁৰাল এদিন সম্পূর্ণ উদং হৈ পৰিল। এদিন তেওঁৰ ঘৈণীয়েকে শুকান মুখেৰে তেওঁৰ ওচৰলৈ আহি কৈছে : আজি গধূলিৰ কাৰণে কিন্তু ঘৰত এমুঠিও চাউল নাই। শিৱনাথৰ বুকু ফাটি এটা দীঘল হুমুনিয়াহ ওলাই আহিল : হে ভগৱান, মোৰ ভাগ্যৰ চকৰি যে এনেভাবে ঘূৰিব সেই কথা কোনে জানিছিল !

হঠাৎ কাৰোবাৰ মাতত শিৱনাথ থকমককৈ সাৰ পাই উঠিল। চকু মেলি চাই দেখে, তেওঁৰ ঘৈণীয়েক ওচৰতে আহি থিয় হৈছে।

গোটেই বেলাটো একেঠাইতে বহি বহিনো কি ভাবি আছে ? ভাত খাবৰ হ'ল, গা নোধোৱেনেকি ?'

বাধ্য ল'ৰাৰ দৰে শিৱনাথ বহাৰপৰা উঠি থিয় হ'ল আৰু গাৰ বুনিয়নটো খুলি খুলি ঘৈণীয়েকক কলে, 'পানী দিবলৈ কোৱাঁ, গা ধোওঁ ।'

ঘৈণীয়েক ভিতৰলৈ সোমাই যোৱাৰ পাছত শিৱনাথ খন্তেকপৰ পিৰালীতে ভাবাৱিষ্ট হৈ থিয় হৈ ৰ'ল। অলপ আগতে দেখা সপোনটোৰ কথা তেওঁৰ মনত পৰিল। সপোন যদিও, তেওঁ স্পষ্টভাৱে অনুভৱ কৰিলে যে ই অনাগত ভৱিষ্যতৰ আগ-জাননী মাত্র। কৈৱৰ্ত গাঁৱৰ এই মানুহবোৰৰ জীৱনৰ যদি কোনো সলনি নহয়, তেন্তে স্বাধীনতাৰ কোনো অৰ্থ নাই। আনহাতে তেওঁৰ নিজৰ জীৱনৰ সলনি নোহোৱাকৈ কৈৱৰ্ত গাঁৱৰ মানুহবোৰৰ অৱস্থাৰ কোনো সলনি হ'ব নোৱাৰে। সিহঁত মাটি-হীন দৰিদ্র বুলিয়েই সিহঁতৰ অতি-সুলভ শ্রমৰ ওপৰত তেওঁ বজাৰ দৰে বহি বহি খাব পাৰিছে। কিন্তু কেনেবাকৈ যদি সিহঁতে মাটি পাবলৈ হয়...

বেছিকৈ ভাবিবলৈ শিৱনাথৰ সাহস নহ'ল। টোপনিত খোজ কঢ়া মানুহৰ দৰে এখোজ-দুখোজকৈ ঘৰৰ ভিতৰলৈ আগ বাঢ়ি তেওঁ নিজকে প্রশ্ন কৰিলে : মই দেশৰ স্বাধীনতা বিচাৰোঁ, কিন্তু কৈৱৰ্ত গাঁৱৰ মানুহবোৰ মোৰপৰা স্বাধীন হোৱাটো সঁচাকৈয়ে বিচাৰোঁনে ?'

তেওঁৰ অন্তৰৰপৰা যিটো উত্তৰ ওলাই আহিল, সেইটো শুনিবলৈ শিৱনাথৰ ধৈৰ্য্য আৰু সাহস নহ'ল। অনাহক ব্যস্ততাৰে তেওঁ চিঞৰি উঠিল : 'হেৰ ল'ৰাহঁত, হেৰা তুমি কলৈ গ'লাহে, মোৰ গা ধোৱাৰ পানী ক'ত ? বেলি ভাটি দিলে, এতিয়ালৈকে গা ধোৱা পানীখিনি দিবলৈকে কাৰো মনত পৰা নাই ।'

॥ ১ ॥

বহাগৰ বিহুলৈ আৰু মাত্ৰ তিনিদিন আছে। ৰাতি ভাত-পানী খাই উঠাৰ পাছত শিৱনাথে শুকান তৰাবোৰ আগত লৈ গৰুৰ কাৰণে নতুন পঘা বাটিবলৈ বহিল। গাই-বলদ, দমৰা-চেঁউৰী সকলো মিলি তেওঁৰ গৰু পঁয়ত্ৰিছটা মান হ'ব। প্ৰত্যেককেই একোডাল নতুন পঘা দিবই লাগিব। কিন্তু অকলে ইমানবোৰ পঘা বটাতো তেওঁৰ পক্ষে সম্ভৱ নহয়। অৱশ্যে সেই সমস্যাৰ সমাধানো ইতিমধ্যে হৈয়েই আছে। তেওঁৰ হালোৱা, গৰখীয়া আৰু আধিয়াৰ—প্ৰত্যেকেই গৰু-বিহুৰ দিনা আবেলি পৰত তেওঁক দেখা কৰিবলৈ আহে, আৰু ভেটি হিচাপে গাইপতি চাৰি-পাঁচডালকৈ পঘা লৈ আহে। বিনিময়ত প্ৰত্যেকেই পায় একোটা শকত জলপান, আৰু উপহাৰ হিচাপে পায় একোখন বিহুৱান অৰ্থাৎ ফুলাম গামোছা। কেতিয়াবা এনেকুৱাও হৈ যায় যে গৰুতকৈ পঘা বেছিহে হৈ যায়। তথাপি ঘৰৰ গিৰিহঁত হিচাপে শিৱনাথে ঘাই ঘাই গৰুকেইটাৰ কাৰণে সদায় নিজ হাতেৰে পঘা বাটে।

শিৱনাথে কীৰ্তনৰ ঘোষা এফাকি গুণগুণকৈ গাই গাই পঘা বাটি আছিল, এনেতে তেওঁৰ ঘৈণীয়েকেও যঁতৰটো লৈ ওচৰতে বহিলহি। গিৰিয়েকে মাজ-ৰাতিলৈকে উজাগৰে থাকি পঘা বাটিব, আৰু তেওঁ ফন্তি মাৰি বিছনাত শুই থাকিব—সেই কথা নিশ্চয় হ'ব নোৱাৰে। তদুপৰি বিহুৰ আগে আগে তাঁতত থকা গামোছা কেইখানো কাটিব লাগে, তাৰ কাৰণেও ৰাতিৰ ভিতৰতে মহুৰা কেইটামান ফুৰাই থলে কালিলৈ আগবেলাতে এখনমান গামোছা কাটিবই পৰা হ'ব। ঘৈণীয়েকে মহুৰা ফুৰাবলৈ আৰম্ভ কৰাৰ লগে লগে শিৱনাথে কীৰ্তন গোৱা বন্ধ কৰিলে।

কিছু সময় দুয়ো সম্পূৰ্ণ নীৰৱে নিজৰ নিজৰ কামত নিমগ্ন হৈ থাকিল। সুদীৰ্ঘ তেইছ বছৰকাল ইজনে সিজনৰ কায়াৰ ছায়া আৰু

ধ্বনিৰ প্ৰতিধ্বনি ৰূপে বিবাহিত জীৱন কটাই এতিয়া বেছি ভাগ সময়তে তেওঁলোকে কথা পাতিবৰো প্ৰয়োজন অনুভৱ নকৰে। তেওঁলোকে জানে যে মুখেৰে একো নক'লেও কিবা এটা উপায়েৰে তেওঁলোকৰ মনৰ যোগাযোগ হৈয়েই থাকে, কোনো সময়তে সি বিচ্ছিন্ন নহয়।

এটা মহুৰা ফুৰাই শেষ হোৱাৰ পাছত ঘৈণীয়েকে তামোল এখন খাবৰ কাৰণে বটাখন ওচৰলৈ চপাই ল'লে। ঠিক তেনে সময়তে ওচৰাৰ আনটো কোঠাত শুই থকা ল'ৰা ছুটাৰ কোনোবা এটাই টোপনিতে নাক বজাবলৈ আৰম্ভ কৰিলে।

ঘৈণীয়েকে মাত লগালে, 'কোননো সেইটো,—গোটেই গাঁওখনে সাৰ পাই যোৱাকৈ নাক বজাবলৈ লাগি গৈছে?'

'মাজুবাপু যেন লাগিছে'—শিৱনাথে ক'লে—'কিন্তু সিতো কেতিয়াও টোপনিত নাক নবজায়। শোওঁতে ডিঙিটো বোধহয় বেঁকা হৈ গৈছে; এবাৰ চাই আহিবানেকি?'

'থাকক তেনেকৈ। মোৰ উঠি যাবৰ মন যোৱা নাই এতিয়া—' এই বুলি কৈ তামোলখন মুখত ভৰাই তেওঁ আকৌ যঁতৰ ঘূৰাবলৈ আৰম্ভ কৰিলে। কিছু সময় নীৰৱে যঁতৰ ঘূৰাই তেওঁ হঠাৎ এবাৰ থমকি ৰৈ গ'ল। অকস্মাৎ কিবা এটা কথা মনত পৰাৰদৰে তেওঁ ক'লে, 'কি আচৰিত কথা, বিহুলৈ মাত্ৰ তিনিটা দিন আছে, অথচ ক'তো-কেনিও ঢোলৰ মাত এটা শুনিবলৈ নাই। আগৰ দিনত হলে চ'ত সোমাল কি নোসোমাল—চাৰিওফালে ঢোলে-দগৰে গোটেই ৰাতিটো গমগমাই থাকে। কিনো হ'ল আজি-কালি মানুহবোৰৰ? বিহু-সবাহ, আচাৰ-বিচাৰ—এফালৰ পৰা সকলোবোৰ বস্তু দেখোন এটা এটাকৈ এৰিহে আহিব ধৰিছে।'

তেওঁ আকৌ যঁতৰ ঘূৰাবলৈ আৰম্ভ কৰিলে।

শিৱনাথে লগে লগে একো উত্তৰ নিদিলে। ইমান পৰে নিজৰ মনৰ জগতত তেওঁ এনেভাবে নিমগ্ন হৈ আছিল যে ক্ৰমাত গহীন হৈ আহিবধৰা ৰাতিৰ গভীৰ নীৰৱতাখিনি তেওঁ সমূলি অনুভৱেই কৰা নাছিল। কিন্তু ঘৈণীয়েকৰ কথাই তেওঁৰ মনটো বাহিৰলৈ টানি অনাৰ

লগে লগেই গাঁৱৰ নিমাত-নিতাল ৰাতিৰ বিষণ্ণ নীৰৱতাই জোৰাৰবদৰে প্ৰচণ্ড গৰ্জন কৰি তেওঁৰ চেতনাত আছাৰ খাই পৰিলহি। সেই গৰ্জন যেন তেওঁ কাণ পাতি শুনিব ধৰিছে, এনে এটা ভংগীৰে হাতৰ কাম বন্ধ কৰি তেওঁ কেইমুহূৰ্তমান সময় নিথৰ হৈ বহি ৰ'ল। তাৰ পাছত আকৌ পখা বাটিবলৈ আৰম্ভ কৰি তেওঁ ক'লে, 'এৰাহে, তুমি কথাটো ঠিকেই মন কৰিছা। আজি বিহুৰ মাত্ৰ তিনি দিনৰ আগতেও গাঁওখন মৰিশালীৰদৰে এনে নিজান হৈ থাকিব লাগেনে? চকুৰে চাই থাকোঁতেই দিন-কালবোৰ যে কেনেকৈ বিজুলী-বেগেৰে সলনি হৈ যাব ধৰিছে, ভাবিলেও আচৰিত হ'ব লাগে।'

দিনবোৰ যে কেনেকৈ সলনি হৈ যাব ধৰিছে সেই কথা ভালকৈ অনুভৱ কৰিবৰ কাৰণেই যেন শিৱনাথৰ মনটোৱে খন্তেৰ কাৰণে অতীতৰ বুকুলৈ উৰা মাৰিলে। তেওঁ যেতিয়া পোন্ধৰ-ষোল বছৰীয়া চেঙেলীয়া ডেকা—সেই সময়ৰ কথা। সেই সময়ত তেওঁলোকৰ ঘৰত গোপাল নামেৰে এটা চাকৰ আছিল। নামতহে চাকৰ, কিন্তু কামত ঘৰৰ ল'ৰা আৰু তাৰ মাজত কোনো পাৰ্থক্য নাছিল। সেই-সময়ত মানুহৰ সম্পৰ্কবোৰেই আছিল সম্পূৰ্ণ বেলেগ। একোটা ল'ৰা গাত চুৰিয়া লব পৰা হৈছে কি নহৈছে—এনে অৱস্থাতেই তেওঁলোকৰ ঘৰলৈ গৰখীয়া বা হালোৱা ৰূপে আহে; তাৰ পাছত কমেও পাঁচ-ছয় বছৰ থাকি একেবাৰে ডেকা হৈহে তেওঁলোকৰ ঘৰৰপৰা ওলাই যায়।

শিৱনাথৰ দেউতাকৰ এনে এটা অহংকাৰ আছিল যে তেওঁলোকৰ ঘৰৰপৰা ওলাই যোৱা কোনো ল'ৰাই পুনৰ আন এঘৰত গৈ চাকৰ খাটিব বা ভাতমুঠিৰ কাৰণে আনৰ ওচৰত হাত পাতিব, সেই কথা তেওঁ সহ্য নকৰে। সেই কাৰণে ঘৰৰপৰা ওলাই যোৱা ল'ৰাটোক তেওঁ টকা-সিকা, বাচন-বৰ্তন আৰু কাপোৰ-কানি দিয়াৰ উপৰিও ভালৰ ভাল চাই এজনী উঠন গাই-গৰুও লগত দি পঠায়। সেই গাই-গৰুৰ পো-পোৱালিৰেই এসময়ত চাকৰৰ ঘৰৰ গোহালি ভৰি যায়। তদুপৰি চাকৰৰ ঘৰখন তেওঁৰ লগত এনে আত্মীয়তাৰ বন্ধনেৰে বান্ধ খাই যায় যে গোটেই জীৱন নিজৰ ল'ৰা-ছোৱালীৰ দৰে তেওঁ সিহঁতৰ

খবৰ ৰাখে আৰু টানে-আপদে সকলো সময়তে সিহঁতক সহায় কৰে। পাঁচ-ছয় বছৰ থাকি একোটা চাকৰ যেতিয়া তেওঁলোকৰ ঘৰৰপৰা ওলাই যায়, সেইদিনাতো তেওঁলোকৰ ঘৰখনৰ অৱস্থা হয় বিয়া দি নিজৰ ছোৱালী উলিয়াই দিয়া ঘৰ এখনৰ নিচিনা। ওলাই যাবলগা হোৱা চাকৰে কান্দি-কাটি কেইবাদিনৰ আগৰপৰাই ভাত-পানী এৰে; যাবৰ দিনা গিৰিহঁত আৰু চাকৰৰ কান্দোন শুনি আৰু বিদায়ৰ করুণ দৃশ্য দেখি বাটৰ বাটৰুৱায়ো থমকি বৈ যাবলগা হয়।

শিৱনাথহঁতৰ ঘৰত যিমানবোৰ চাকৰ আছিল সেই সকলোৰে ভিতৰত গোপালৰ কথাই তেওঁৰ আটাইতকৈ বেছিকৈ মনত পৰে, কাৰণ সি তেওঁৰ সমনীয়া আছিল, আৰু কৈশোৰ অৱস্থাৰ পাঁচ-ছয়টা বছৰ সিয়েই আছিল তেওঁৰ একমাত্ৰ লগৰীয়া আৰু বন্ধু। জীৱন আৰু প্ৰকৃতিৰ বহুতো ৰহস্যৰ দুৱাৰ সেই গোপালেই তেওঁৰ চকুৰ আগত এখন এখনকৈ মুকলি কৰি দিছিল আৰু নতুন নতুন ৰহস্যৰ অভিযানত তেওঁক হাতত ধৰি লৈ গৈছিল। বাঁহনিৰ মাজৰ পোতা-পুখুৰীৰ পাৰত বাঁকৰ খোজ আৰু জোনাক ৰাতি পথাৰৰ মাজৰ দুফেৰেঙনীয়া গছৰ ডালত বহি থকা বুঢ়া-ডাঙৰীয়াক আৱিষ্কাৰ কৰাৰ ভয়াৰ্ত শিহৰণ, ডাঠ জাৰনিৰ মাজৰ ওখ উৰিয়াম গছৰ ডাল বগাই মদনা আৰু গাল-পোৰা ভাটৌ পোৱালি চুৰ কৰি অনাৰ চৰম উত্তেজনা, বোৱাল গছৰ ডালত বহি পকা বোৱাল গুটিৰ টোপেৰে ৰাস্তাৰ কাষৰ খালত সোমোৱা বাঢ়নী-পানীৰ পৰা বৰশীত ইটোৰ পাছত সিটোকৈ পাভ মাছ তোলাৰ ফূৰ্তি, নদীৰ পাৰৰ হাবিৰ জোপোহাত লুকাই থাকি নৈ-ঘাটত গাঁৱৰ তিৰোতাই আপোন-মনে গা ধুই থকা দৃশ্য চোৱাৰ নিষিদ্ধ আনন্দ—এই সকলোবোৰ অৱিস্মৰণীয় অভিজ্ঞতাৰ লগত শিৱনাথক প্ৰথম চিনাকি কৰি দিছিল গোপালেই। আনন্দ আৰু উত্তেজনাৰ আৰু এটা অতল ৰহস্যময় উৎসৰ লগত গোপালেই প্ৰথম তেওঁক চিনাকি কৰি দিছিল,—সেইটো হৈছে মানুহৰ দেহ। শিৱনাথৰ নিজৰ দেহ। আৰু তিৰোতাৰ দেহ। অৱশ্যে নিজৰ দেহটোক আৱিষ্কাৰ কৰাটো বা তাৰপৰা আনন্দ আহৰণ কৰাটো শিৱনাথৰ কাৰণে

যেনেকুৱা এটা বাস্তৱ অভিজ্ঞতা আছিল, তিৰোতাৰ দেহৰ ক্ষেত্ৰত সি তেনে নাছিল। যিবোৰ কাল্পনিক তিৰোতাৰ দেহক স্পৰ্শ কৰা বা সম্ভোগ কৰাৰ আনন্দত শিৱনাথ এদিন মত্ত হৈ উঠিছিল, সেই সকলোবোৰেই আছিল গোপালৰ উৰ্বৰ কল্পনাৰ সৃষ্টি। অৱশ্যে সেই সময়ত শিৱনাথে সিহঁতক কেৱল কল্পনাৰ সৃষ্টি বুলি ভবা নাছিল, সেইবোৰ সঁচাসঁচি তেজ-মাংসৰ জীৱন্ত তিৰোতা বুলিয়েই তেওঁ বিশ্বাস কৰিছিল। গোপালৰ লগত দীঘলীয়া গল্প কৰিবলৈ শিৱনাথৰ সুযোগ আছিল মাত্ৰ দুটা; আবেলি পথাৰত গৰু বিচাৰিবলৈ যাওঁতে, আৰু দেওবাৰে বা বন্ধৰ দিনত দুপৰীয়া নৈত গা ধুবলৈ যাওঁতে। গৰু বিচাৰিবলৈ যাওঁতে প্ৰয়োজনতকৈ দুঘণ্টামান আগতেই সিহঁত পথাৰলৈ ওলাই যায়। মাঘ মাহৰ আবেলিৰ নিস্তেজ হালধীয়া পোহৰে পথাৰখন তেতিয়া কৰুণ কৰি তোলে, নৰা আৰু ঘাঁহ-বনবোৰ নিয়ৰত সেমেকিবলৈ আৰম্ভ কৰে, গৰুবোৰে ঘাঁহ খোৱাৰ চপ্ চপ্ শব্দ আৰু সিহঁতৰ হেম্বেলনিৰ বাহিৰে আন একো শব্দই কাণত নপৰে,—তেনে এটা কৰুণ আৰু নীৰৱ পৰিবেশত গোপাল আৰু শিৱনাথ দুয়ো এড়ি চাদৰেৰে ঘুম মাৰি বহি লৈ গল্প কৰিবলৈ আৰম্ভ কৰে। গল্প কৰোঁতে কৰোঁতে কেতিয়া বেলি মাৰ যায়, আকাশত তৰা ফুটি উঠে, গাঁৱৰ অন্যান্য ল'ৰাবোৰে নিজৰ গৰু-গাই লৈ ঘৰমুৱা হয়—সিহঁতে ক'বই নোৱাৰে। গৰু লৈ ঘৰ গৈ পাওঁতে সদায় সিহঁতে দেউতাকৰপৰা গালি খাব লাগে,—কিন্তু গল্পৰ উগ্ৰ নিচাই সিহঁতক গালিৰ ভয় পাহৰাই ৰাখে। নৈত গা ধুবলৈ যাওঁতেও সদায় বেলি ভাটি দিয়ে, সকলো মানুহেই গা-পা ধুই শেষ কৰি ঘৰলৈ যোৱাৰ পাছত নৈ-ঘাট সম্পূৰ্ণ নিৰ্জন হৈ পৰে, কিন্তু গোপাল আৰু শিৱনাথৰ গল্পৰ শেষ নহয়হে নহয়। নৈৰ ওখ বালি-গড়াত বহি, উদং গাত জাৰৰ দিনৰ ৰ'দ লৈ লৈ জগত-সংসাৰ পাহৰি সিহঁতে গল্প কৰাত মছ্‌গুল্ হৈ থাকে। অৱশ্যে গল্প কৰা বুলি ক'লে আচল সঁচা কথা কোৱা নহয়, কাৰণ সিহঁতৰ কথা-বাৰ্তাত শিৱনাথৰ ভাগ প্ৰায় একো নাথাকেই। আচলতে গোপালে অনৰ্গল কথা কৈ যায়, আৰু শিৱনাথে পৰম বিস্ময়

আৰু উত্তেজনাৰে কথাবোৰ শুনি থাকে। মাজে মাজে কেৱল তেওঁ দুই-এটা প্ৰশ্ন কৰে। এই যে দিনৰ পাছত দিন আৰু ঘণ্টাৰ পাছত ঘণ্টা ধৰি দুই বন্ধুৰ গল্প চলে, সেই অন্তহীন গল্পৰ বিষয়-বস্তু কিন্তু সদায় একেটাই, গোপালৰ প্ৰণয়-লীলা আৰু তিৰোতা সম্পৰ্কে তাৰ বিচিত্ৰ অভিজ্ঞতা। গোপালে গল্পবোৰ সদায় প্ৰায় এনেকৈ আৰম্ভ কৰে :

'সেইদিনা কাতিৰামহঁতৰ ঘৰত ৰাতি যেন-খোৱা পাতিছিল, সেইদিনা কি হল জান? ময়ো ম-খোৱা খাবলৈ গৈছিলোঁ। ভিতৰত ভকত-সকলে বহি নাম-গুণ গাইছে। বাহিৰৰ ঘৰতে জুই একুৰা ধৰি লৈ কাতিৰামৰ ডাঙৰজনী ভনীয়েক বগীদৈয়ে টাকুৰীত সূতা কাটি বহি আছে। ময়ো গৈ তাইৰ ওচৰতে জুইৰ গুৰিত বহিলোঁ। তাইৰ লগত ইটো-সিটো কথা পতাৰ পাছত মই ওচৰত কোনো নথকাৰ ছল লৈ তাঁইক ক'লোঁ, বগীদৈ, মই তোলৈ নতুন বেলাউজ এটা কিনি থৈছো, তোক দিবলৈহে সুবিধা পোৱা নাই। কেতিয়া আনিম ক। তাই কলে, তোৰ বেলাউজ লবলৈ মোৰ কি গৰজ পৰিছে। মোক বেলাউজ দিবলৈ মোৰ আই-বোপাই ককাই-ভাই নাইনেকি? মই কলো : গাভৰু ছোৱালীয়ে ককায়েকৰ পৰা বেলাউজ নলয়; যাৰপৰা লব লাগে তাৰপৰাহে লয়। বগীদৈ, তই মোৰ কথা বুজিও কিয় নুবুজাৰ ভাও জুৰিছ? মই তোক কাইলৈকে বেলাউজটো দি যাম। মোৰ কথাটো তাই এইবাৰ নিশ্চয় বুজি পালে। তাইৰ গোলাপ পাহৰ দৰে ৰঙা মুখখন জুইৰ তাপ লাগি এনেয়ে আৰু ৰঙা পৰি উঠিছিল, তাতে মোৰ কথা শুনি আৰু চকুৰ চাৱনি দেখি গোটেইজনী লাজত একেবাৰে মোক-খা মোক-খা কৰি ৰঙা-চিঙা পৰি উঠিল, নাকৰ পাহিত ঘাম বিৰিঙিবলৈ ধৰিলে। মই মন কৰিলোঁ যে মোৰ কথা শুনি তাইৰতো খং উঠা নায়েই, বৰং তাইৰ গোটেই গাত পীৰিতিৰ গৰমহে উঠিব ধৰিছে। গাভৰু ছোৱালীৰ এইটো কিহৰ লক্ষণ মই ভালকৈ বুজি পাওঁ। মৰ-সাহ কৰি মই দিলোঁ তাইৰ গালত চিকুট এটা মাৰি।'

গোপালৰ গল্প শুনি শুনি শিৱনাথৰো গাটো একালৰপৰা গৰম হৈ

আহিব ধৰিছিল, গোপালে গল্পৰ মাজতে খন্তেকপৰ থমকি যোৱা দেখি তেওঁ অধীৰ হৈ প্ৰশ্ন কৰিলে, 'তাৰ পাছত ? তাৰ পাছত ?'

গোপালে তৃপ্তিৰ হাঁহি এটা মাৰি কলে, 'তাৰ পাছত আৰু কি হ'ব ? যি হ'ব লাগে সেয়েই হ'ল। মই গালত চিকুট মৰা মাত্ৰকতে তাই মুখখন লুকুৱাবলৈ বুকুত মুখখন গুজি দিলে ; মই মুখখন দাঙি ধৰিবলৈ টনা-আঁজোৰা কৰোঁতে তাইৰ বুকুতো মোৰ হাত লাগিল। মই গম পালোঁ যে আনন্দত তাইৰ গোটেই গাটো কঁপিবলৈ আৰম্ভ কৰিছে। মই বুজি পালোঁ যে এয়েই সোণালী সুযোগ, মই এতিয়া তাইক যি খোজোঁ তাকেই তাই দিবলৈ বাধ্য। মোৰো গাটো গৰম হৈ আহিছিল, মই আগ-পাছ নুগুণি তাইক কৈ পেলালোঁ : বগীদৈ, শুন, তোক মোৰ এষাৰ বৰ ডাঙৰ কথা ক'বলগা আছে, খন্তেক সময় বাহিৰলৈ আহচোন। তাই সুধিলে : কলৈ ? মই অলপপৰ ভাবি-চিন্তি কলোঁ : গোহালিলৈকে আহ। কোনেও একো সন্দেহ নকৰিব। মই বাহিৰলৈ যোৱাৰ ছলেৰে অলপ আগতে গৈ তাত বৈ থাকিম। তয়ো পিছপাকতে তালৈকে আহিবি। তাই ইফালে-সিফালে চাই ক'লে : তই পাগল হৈছনেকি ? এতিয়াই আয়ে কিবা কামৰ কাৰণে মোৰ বিচাৰ লগাব, নাপালে হুলস্থুল লগাব। মই থিয় হৈ ক'লোঁ : একো হুলস্থুল নলগায়। কোনোবাই সুধিলে ক'বি—গৰু এজনী অহা নাছিল, আহিছেনে নাই তাকে চাবলৈ গৈছিলি।—কথাষাৰ কৈয়েই মই তাইৰ উত্তৰৰ কাৰণে বাট নাচাই একে কোবে গৈ গোহালি পালোঁগৈ, আৰু তাই আহিবৰ কাৰণে বাট চাবলৈ ধৰিলোঁ।'

গোপালৰ কথাবোৰ শুনাৰ লগে লগে শিৱনাথেও নিজকে গোপাল বুলি কল্পনা কৰি লৈ গোটেই অভিজ্ঞতাটোৰ প্ৰতিটো মুহূৰ্তত অংশ গ্ৰহণ কৰি আছিল, উত্তেজনাত তেওঁৰ ওঁঠ দুখন শুকাই আহিছিল, পুনৰ তেওঁ অধীৰ হৈ প্ৰশ্ন কৰিলে—'তাৰ পাছত ? তাৰ পাছত ?'

গোপালে কবলৈ ধৰিলে : 'তাৰ পাছত মই সিহঁতৰ ভঁৰালৰ সিটো মূৰৰ ছালিখনৰ গোহালিটোত তাইৰ কাৰণে বাট চাই বৈ আছোঁ। মই জানো যে তাই আহিবই। প্ৰতিটো মুহূৰ্তই মোৰ কাৰণে এযুগ যেন

লাগিছে। কিছু পৰৰ মূৰত তাই আহিল। মই গোহালিত সোমোৱাৰ লগে লগে গৰুবোৰে উৎপাৎ লগাইছিল, কিন্তু বগীদৈ অহাৰ লগে লগে তাইৰ গাৰ গোন্ধতে গৰুবোৰে তাইক চিনি পালে আৰু সকলোৱে শান্ত হৈ ঘাঁহ পাগুলিবলৈ ধৰিলে। মই তাইক দেখা মাত্রেই থাপ মাৰি তাইক টান মাৰি আনি সাবতি লওঁ। মোৰ বুকুৰ মাজত তাই ঠক্ ঠক্ কৰে বতাহত কলপাত কঁপাৰ দৰে কঁপিবলৈ ধৰিলে। মোৰ কাণৰ ওচৰত মুখ থৈ তাই ফুচ্ ফুচাই ক'লে: কি কব খুজিছিল ক। মই তাইৰ কঁপি থকা ওঠ দুখনতে চুমা এটা খাই ক'লোঁ: এইটোকে ক'ব খুজিছিলোঁ।'

শিৱনাথে প্রশ্ন কৰিলে—'তাৰ পাছত? তাৰ পাছত?'

গোপালে বীৰদৰ্পেৰে উত্তৰ দিলে, 'তাৰ পাছত আৰু কি হ'ব? শাঁস্ত্রতেই দেখোন লিখা আছে—ভকতে নাম লওঁতে তই শুনা নাই?

"মহা-কামাতুৰ ইন্দ্র ৰতিত কুশল।
ষোড়শ শৃংগাৰ ভাব দেখাইল সকল॥"

অৱশ্যে গোপালে শাস্ত্রৰ বাক্য কৈ ইংগিততে শিৱনাথৰ উদগ্র কৌতূহল সন্তুষ্ট কৰিব নোৱাৰিলে; বগীদৈক বুকুৰ মাজত লৈ সি 'ষোড়শ শৃংগাৰ ভাব' কেনেকৈ দেখুৱালে, তিৰোতাৰ অন্তহীন ৰহস্যময় দেহ-দুৰ্গৰ দুৱাৰবোৰ এখন এখনকৈ সি কেনেকৈ খুলিলে আৰু ভিতৰত কি দেখিলে—সেই সকলোবোৰ কথা সি শিৱনাথক সবিস্তাৰে ক'ব লগা হ'ল।

গোপালৰ অন্তহীন গল্প-ভাণ্ডাৰৰ ই এটা নমুনা মাত্র। দিনৰ পাছত দিন গোপালৰ গল্পবোৰ শুনি শুনি শিৱনাথৰ মনত এই ধাৰণাই হ'ল যে ম'হঘুলিৰ যিমান ৰাংঢালী, ৰচকী আৰু ৰূপহী ছোৱালীক তেওঁ কেৱল দূৰৰপৰা লোভাতুৰ দৃষ্টিৰে দেখিছেহে মাত্র, যিবোৰ ছোৱালীক তেওঁ চিৰ-ৰহস্যময়ী আৰু আকাশৰ জোনবাইৰ দৰেই স্পর্শাতীত বুলি ভাবি আহিছে, সেই প্রত্যেকজনী ছোৱালীয়েই কোনোবা নহয় কোনোবা এটা সময়ত গোপালৰ চকুৰ আগত উদঙাই ধৰিছে সিহঁতৰ দেহৰ সকলো ৰহস্য, গোপালৰ ওচৰত সিহঁতে নিজকে উছৰ্গা

কৰিছে ভোগৰ নৈবেদ্য স্বৰূপে। মাঘ-বিহুৰ উৰুকাৰ ৰাতি যেতিয়া গাভৰু ছোৱালীবোৰ গোটেই ৰাতি উজাগৰে থাকি বিহুৰ তিল-পিঠা, ঘিলা-পিঠা পোৰে আৰু গোপাল নৈ-ঘাটৰ মেজি-ঘৰৰ পৰা পলাই আহি পিঠা চুৰ কৰিবলৈ আহে, তেতিয়া গাভৰু ছোৱালীবোৰে তাক নিজৰ বিছনালৈ টানি লৈ যায়। কাৰোবাৰ ঘৰত বিয়া হলে যেতিয়া গাঁৱৰ গাভৰু ছোৱালীবোৰৰ দেহ-মনবোৰ কিবা এক ৰহস্যময় ব্যাকুল আবেগত সাতখন-আঠখন হৈ থাকে, তেতিয়া গোপালৰ এটা চকুৰ টিপতেই বাৰীৰ পিছফালৰ হাবিলৈ সিহঁত দৌৰি যায় আৰু তাক 'ষোড়শ শৃংগাৰ ভাব' দেখুৱাবলৈ সুবিধা দিয়ে। গধূলি কানি-মুনি বেলিকা যেতিয়া গাঁৱৰ কোনোবা গাভৰু ছোৱালীয়ে অকলে নৈ-ঘাটৰ পৰা মূৰত এটা, কঁকালত এটা আৰু হাতত এটা পানীৰ কলহ লৈ ঘৰলৈ ঘূৰে, গোপালে নির্জন ঠাইত গছৰ আঁৰত লুকাই থাকি তাইক নিমন্ত্রণ কৰে—

বাৰীৰে আমগছ তিনি ফেৰেঙীয়া
তাতে বহি মাতিলে কুলি,
গধূলি বেলিকা আহিবা লাহৰী
চালনী আনোগৈ বুলি।

গোপালৰ সেই ব্যাকুল নিমন্ত্রণ পাই গাভৰুৰ বুকুত থৌকি-বাথৌ লাগে; ভৰিৰ খোজ চঞ্চল হৈ উঠাৰ ফলত ছলপ্-ছলপ্ কৈ পানী পৰি কলহ আধাডুখৰীয়া হয়; ঘৰ পাই পানীৰ কলহ নমাই থৈয়েই য'ৰে কাম-কাজ ত'তে এৰি থৈ কৃষ্ণৰ বাঁহীৰ মাত শুনি ৰাধাই দিক্-বিদিক্ শূন্য হৈ যমুনাৰ পাৰলৈ ঢাপলি মেলাৰদৰে তায়ো ঢাপলি মেলে নির্জন হাবিৰ মাজত গোপালৰ লগত মিলিত হ'বলৈ।

গোপালৰ গল্পবোৰ শুনি শুনি শিৱনাথৰ কিশোৰ-দেহত সপ্ত-সমুদ্রৰ জোৱাৰ উঠিবলৈ আৰম্ভ কৰে, ঈর্ষাত বুকু জ্বলি যায়, সর্ব দেহত তেওঁ অনুভৱ কৰে যৌৱনৰ ভীষণ যন্ত্রণাদায়ক দ্রুত পদক্ষেপ।

ডাঙৰ হৈ বহুত দিনৰ মূৰত তেওঁ অৱশ্যে উপলব্ধি কৰিছিল যে এই সকলোবোৰ গল্প আছিল গোপালৰ কল্পনাৰ খেলা মাত্র, তাৰ যৌৱন-বলিয়া মনৰ ইচ্ছা-পূৰণৰ প্রাণান্তকৰ প্রয়াস।

বিহু আহিলেই এতিয়াও শিৱনাথৰ মাজে মাজে সেই গোপালৰ কথা মনত পৰে। শিৱনাথ যেতিয়া সৰু আছিল, সেই সময়ত ম'হখুলিৰ আশে-পাশে থকা মিৰি, কছাৰী, কৈৱৰ্ত আৰু আহোম গাঁওবোৰত ডেকা-গাভৰুৱে লগ লাগি পথাৰত বিহু কৰাৰ নিয়ম প্ৰচলিত আছিল। বাৰিষাৰ আৰম্ভণীৰ লগে লগেই গ্ৰীষ্মৰ ৰৌদ্ৰ-দগ্ধ আকাশৰ একোণত হঠাৎ এদিন মেঘৰ চাপৰ পৰাৰদৰে চ'ত সোমাল কি নোসোমাল—হঠাৎ এদিন কোনোবা এখন গাঁৱত কোনোবা এটা বিহু-বলিয়া ডেকাই নতুনকৈ ছোৱাই অনা ঢোলত চাপৰ মাৰি উঠে, আৰু কোবাল বতাহত বন-জুই বিয়পি পৰাৰ দৰে মুহূৰ্ততে সেই ঢোলৰ ছেৱৰ উন্মাদনা চাৰিওফালে সিঁচৰতি হৈ পৰে। চাপৰিৰ পৰা দুমোণীয়া সৰিয়হৰ ভাৰ কান্ধত লৈ চকুৰে সৰিয়হ ফুল দেখি দেখি ঘৰলৈ আগবঢ়া ডেকাজন সেই ঢোলৰ মাত শুনি হঠাৎ থমকি ৰৈ যায়, মুহূৰ্ততে সকলো দুখ-ভাগৰ পাহৰি বাকীডোখৰ বাট সি নাচি নাচি গৈ থাকে। ঘৰৰ পিছফালৰ চোতালত ৰবাব গছৰ তলত একান্ত মনোযোগেৰে তাঁত বৈ থকা গাভৰু জনীয়ে সেই ঢোলৰ মাত শুনি খন্তেক থমকি ৰৈ যায়, কিবা এক অজান ৰহস্যৰ নিমন্ত্ৰণে খন্তেকৰ কাৰণে তাইক উন্মনা কৰি তোলে, তাৰ পিছ মুহূৰ্ততেই বিজুলীৰ গতিৰে তাইৰ হাতত মাকো চলিবলৈ আৰম্ভ কৰে। চ'তৰ পোন্ধৰ দিনমান যোৱাৰ পৰাই গাঁৱৰ ডেকা-গাভৰুৱে জাক পাতি পাতি পথাৰত বিহু কৰিবলৈ আৰম্ভ কৰে। সেই কেইদিন যি কোনো গাঁৱৰ যিকোনো এটা আলিবাটত থিয় হ'লেই চাৰিওফালৰপৰা আহি কাণত পৰে ঢোলৰ মন-মতলীয়া ছেও আৰু তাৰ তালে তালে জাত জাত বিহুনামৰ সুৰ। ডেকা-গাভৰুৰ লগ বিহু মাজ ৰাতিলৈকে চলে, কিন্তু ঢোলৰ খদম্-দম্ চলি থাকে গোটেই ৰাতি। আহাৰ-মহীয়া বৰষুণৰ ৰাতি মেঘৰ গাজনিয়ে চাৰিওফালে তাল্-ফাল্ লগাই থকাৰ দৰে বিহু-বলিয়া ডেকাৰ ঢোলৰ শব্দই গাঁৱৰ নিজান ৰাতিবোৰ গোটেই চ'ত মাহটো ধৰি গম্‌গমাই ৰাখে। সেই ঢোলৰ শব্দই ঘৰত শুই থকা ডেকা-গাভৰুৰ বুকুতো প্ৰবল প্ৰতিধ্বনি তোলে আৰু সিহঁতৰ হৃৎপিণ্ডই তাৰ ছেৱে ছেৱে তাল দিবলৈ ধৰে। বহু দূৰৰপৰা বতাহৰ কোলাত

ওপঙি অহা বিহুগীতৰ বিঙে ডেকা-গাভৰুৰ মানসপটত আঁকি দিয়ে সোণোৱালী সপোনৰ ছবি ; বিবাহিত মতা-মাইকী আৰু বুঢ়া-বুঢ়ীৰ মনত জগাই তোলে এৰি থৈ অহা দিনবোৰৰ মধুৰ সোঁৱৰণী।

এনেহেন বিহুৰেই মূৰ্ত প্ৰতীক আছিল গোপাল। চ'ত সোমোৱাৰ লগে লগেই তাৰ গাত গোসাঁই নোহোৱা অৱস্থা হয়, খোজ কাঢ়িবলৈ এৰি গোটেই দিনটো সি নিচা-খোৱা মানুহৰ দৰে ঢলং পলংকৈ নাচি ফুৰে। আবেলিৰ লগে লগেই বিহু-তলীলৈ যাবই লাগিব, সেই কাৰণে তাৰ আগতেই তাৰ নিজৰ ভাগৰ কামখিনি শেষ কৰিবৰ কাৰণে সকলোবোৰ কাম সি হুৰ-মূৰকৈ কৰিবলৈ ধৰে। কাম শেষ নহলেও য'ৰে কাম ত'তে এৰি থৈ আবেলিৰ লগে লগেই সি ঘৰৰপৰা অদৃশ্য হয়। শিৱনাথৰ দেউতাকে বাহিৰত দেখুৱাই তাক মুখেৰে ধমক দিলেও তাৰ কাণ্ড-কাৰখানা দেখি তেওঁ মনে মনে মুখ টিপি টিপি হাঁহে, গোটেই চ'ত মাহটোৰ কাৰণেই তেওঁ তাক আচলতে ছুটি দি দিয়ে। কিন্তু গোপালে কেৱল ছুটি লৈয়েই ক্ষান্ত নাথাকে। তাক মূৰত মাৰিবলৈ এখন ফুলাম গামোছা আৰু লংগুটি ডালচেনি কিনিবলৈ প্ৰতিদিনে দু অনা পইচাও দিব লগা হয়। গোপালে শিৱনাথক মনে মনে কয় যে ৰাতি টোপনি খেদিবলৈ লংগুটি বৰ দৰকাৰী ; তদুপৰি বিহু-তলীত ছোৱালীবোৰক লংগুটি দিলে সিহঁতে বৰ ভাল পায়, আৰু লংগুটি দিয়াৰ ছলেৰে সি প্ৰতিজনী ছোৱালীৰে হাতখন টিপিবলৈকো সুবিধা পায়। গোপালে সদায় যে কেৱল একেখন বিহুতলীলৈহে যায়— সেইটো নহয়। সিহঁতৰ ঘৰৰপৰা চাৰিওফালে ছয়-সাত মাইল দূৰলৈকে যিমানবোৰ গাঁৱত বিহু হয়, সেই প্ৰত্যেকখন বিহু-তলীলৈকে সি যায়। মাজ-ৰাতিলৈকে বিহু মাৰি সি প্ৰায় পুৱতীয়া নিশাতহে ঘৰলৈ ঘূৰি আহে। পিছদিনা সি শিৱনাথৰ আগত বিহু-তলীৰ সবিস্তাৰ বৰ্ণনা দিয়ে।

বহুদিনৰ মূৰত শিৱনাথে বুজি পাইছিল যে গোপালৰ বিহু-তলীৰ বৰ্ণনাত বাস্তৱৰ জুমুখিটোৰ ওপৰত কল্পনাৰ প্ৰলেপ কিছু বেছি হৈ পৰিছিল, কিন্তু সেই সময়ত তেওঁ তাৰ প্ৰত্যেকটো কথাকে বিনা বাক্য-ব্যয়ে বিশ্বাস কৰিছিল। বিহু-তলীত ছোৱালীবোৰে ঢোলৰ ছেৱে ছেৱে

উদ্দাম গতিৰে নাচোঁতে সিহঁতৰ বুকুৰ আচল ফালি বাহিৰ হৈ আহিব খোজা উঠন যৌৱনবোৰো কেনেকৈ উঠা-নমা কৰি নাচি থাকে, নাচোনৰ একোটা পাকত সিহঁতৰ সুগঢ়ী মঙহাল উৰুবোৰে কি ৰূপ লয়, একোজনী বাঘৰ আগ-তেল খোৱা ছোৱালীয়ে নাচৰ ছেৱেৰেই কেনেকৈ ডেকাবোৰৰ বুকুত জুই জ্বলাই দিয়ে—গোপালৰ বৰ্ণনাই এই সকলোবোৰ দৃশ্য শিৱনাথৰ চকুৰ আগত জীৱন্ত কৰি তোলে ( এই গোটেইবোৰ কথা নিশ্চয় সঁচা আছিল )।

কিন্তু গোপালে তাৰ লগতে যোগ কৰি দিয়ে—বিহু-তলীৰ এজনীও ছোৱালী বাদ নপৰাকৈ সি কেনেকৈ প্ৰত্যেকজনীৰে দেহ স্পৰ্শ কৰে, তাৰ হাতৰ কঠিন খামোচৰপৰা এজনী ছোৱালীৰো বুকু বাদ পৰি নাযায়, একোটা পাকত একোজনী ছোৱালীক টান মাৰি লৈ গৈ সি কেনেকৈ ওচৰৰ হাবিৰ জোপোহাৰ আঁৰত তাইৰ লগত 'পীৰিতি' কৰে,—ইত্যাদি।

শিৱনাথে গোপালৰ প্ৰত্যেকটো কথাকে বিশ্বাস কৰে আৰু ভিতৰে ভিতৰে ঈৰ্ষাৰ জুইত জ্বলি-পুৰি মৰে। ঈৰ্ষাৰ যন্ত্ৰণা এদিন অসহ্য হৈ উঠাত শিৱনাথে গোপালক ক'লে, 'তোৰ কথা শুনি শুনি ৰাতি-বিহু চাবলৈ মোৰো বৰ মন গৈছে। আজি ৰাতি ময়ো তোৰ লগত বিহু চাবলৈ যাম।'

শিৱনাথৰ কথা শুনি সমুখত ভূত দেখাৰদৰে আতংকিত হৈ গোপালে ক'লে, 'কি ক'লি? ৰাতি মোৰ লগত তই বিহু চাবলৈ যাবি? দেউতাই কেনেবাকৈ গম পালে কাটি টুকুৰা-টুকুৰ কৰিব—জান? তেনেকুৱা কথা মনলৈকে নানিবি।'

শিৱনাথে ৰাতি গোপনে বিহু চাবলৈ যোৱা বুলি শুনিলে দেউতাক যে কি ৰুদ্ৰমূৰ্তি ধাৰণ কৰিব, সেই কথা শিৱনাথেও নভবা নহয়। তেওঁলোক সমাজৰ মূধচৰ মানুহ; নিজে বিহু কৰা দূৰৰ কথা, বিহু চাবলৈ যোৱাটোও তেওঁলোকৰ বংশ-মৰ্য্যদাৰ পক্ষে অতিশয় ক্ষতিকাৰক বুলি শিৱনাথৰ দেউতাকে অনুভৱ কৰে। কিন্তু সেই মুহূৰ্তত দেউতাকৰ প্ৰতি ভয়ংকৈ বিহু-তলীৰ নাচনী গাভৰুৰ আকৰ্ষণ শিৱনাথৰ মনত অধিক প্ৰবল হৈ দেখা দিছে। যৌৱনৰ বাওলী ৰহণ লগা ভৰ-পক কৈশোৰৰ দুৰন্ত সাহসেৰে শিৱনাথে আকৌ ক'লে, 'দেউতাই গম নোপোৱাকৈ

ব্যৱস্থা মই কৰিম নহয়; তই কিয় ভয় কৰিছ। তই কি কৰিব লাগিব, শুন। তই সদায় যেনেকৈ যাৱ তেনেকৈয়ে বিহুলৈ বুলি ওলাই গুচি যাবি। কিন্তু বিহু-তলীলৈ নগৈ গাঁৱৰে কোনোবা এঘৰত বা পূৰ্ণৰ দোকানত বহি থাকিবি। ৰাতি দেউতাইঁতে ভাত-পানী খাই বিছনাত পৰাৰ আন্দাজ কৰি তই ঘূৰি আহি আমাৰ ভঁৰালৰ তলতে বা গোহালিত লুকাই থাকিবি। মই হাতত সাৰে ভৰিত সাৰে মনে মনে ওলাই যাম। অৱশ্যে বৰ দূৰৰ বিহু-তলীলৈ মোক লৈ নাযাবি কিন্তু। ৰাতিৰ ভিতৰতে মই ঘূৰি আহিব লাগিব।

গোপালে বুজিলে যে শিৱনাথ বিহু চাবলৈ যাবলৈ দৃঢ়-প্ৰতিজ্ঞ।

'ঠিক আছে বাৰু'—গোপালে বহুত ভাবি-চিন্তি চাই কোৱাৰদৰে ক'লে, 'কিন্তু ধৰা পৰিলে মোৰ গাত দোষ দি হ'লে সাৰিব নোৱাৰিবি। আৰু শুন, যেনে-তেনে যোগাৰ কৰি পইচা আঠ অনা লবি। তই যাবি যেতিয়া লং-ডালচেনি অলপ বেছিকৈ নিব লাগিব।'

ম'হঘুলিৰ পৰা এমাইলমান দূৰতে সাতোলা-চুক নামৰ এখন আহোম গাঁও। সেই গাঁৱতো ডেকা-গাভৰুৱে ৰাতি-বিহু কৰে। গোপালে শিৱনাথক সেইখন বিহুলৈকে লৈ গ'ল। গাঁৱৰ পিছফালে থকা পথাৰ খনৰ ডাঙৰ শিমলু গাছ এজোপাৰ তলতে সিহঁতৰ বিহু-তলী। ওচৰতে এটা সৰু পুখুৰীও আছে। কিন্তু পুখুৰীৰ সোঁ-মাজখিনিতেই এতিয়া এআঁঠুমানতকৈ বেছি পানী নাই। গাঁৱৰ ল'ৰা-ছোৱালীবোৰে দিনৰ দিনটো গৰৈ মাছ বিচাৰি পুখুৰীটো ঘোদালি থাকে। ফলত পুখুৰীত যিকণ পানী আছে সিও বোকাৰ লুথুৰী-পিঠা যেন হৈ পৰিছে। ভীষণ উত্তেজনা বুকুত লৈ শিৱনাথ গৈ যেতিয়া বিহু-তলী পালেগৈ, বাস্তৱে যেন তেওঁৰ কল্পনাকো হাৰ মনাই দিলে।

আকাশত এটা বিশাল জোন, ঠিক পূৰ্ণিমা নহ'লেও পূৰ্ণিমালৈ বোধহয় আৰু বেছি দিন নাই। শুকুলা—ফৰিংফুটা জোনাক পৰি গোটেই পথাৰখন জোনাকৰ এটা হ্ৰদ যেন হৈ পৰিছে। শীতৰ আৰ্দ্ৰতাখিনি বসন্তৰ উত্তাপে শুহি লোৱাৰ পাছত এতিয়া ৰাতিৰ বতাহতো ৰ'দত শুকাই খমখমীয়া হোৱা কাপোৰখনৰদৰে এটা

শুকান খমখমীয়া ভাব ফুটি উঠিছে। প্ৰত্যেক বাৰেই উশাহত বতাহখিনি বুকুৰ ভিতৰলৈ যোৱাৰ লগে লগে তেজৰ সোঁত খৰকৈ বব লৈ আৰম্ভ কৰে, কিবা এক ৰহস্যময় উন্মাদনাত গা-মন ৰাই-জাঁই কৰি উঠে। পথাৰ গৈ নৌ পাওঁতেই দূৰৰ পৰাই শিৱনাথৰ কাণত পৰিছিল ঢোল আৰু গগনাৰ মাত, মন-মতলীয়া কৰা বিহু-গীতৰ সুৰ। আলিবাটৰ পৰা পথাৰত নমাৰ লগে লগেই তেওঁৰ চকুত পৰিল—জোনাকে দুকূল ওপচাই যোৱা পথাৰখনৰ সোঁ-মাজতে যিখিনিত শিমলু গছজোপাই অকণমান ছাঁ পেলাইছে, ঠিক সেইখিনিতে কেইটামান ডেকা আৰু কেইজনীমান গাভৰুৱে ঢোলৰ ছেৱে ছেৱে কঁকাল ভাঙি ভাঙি অপূৰ্ব লয়লাসেৰে নাচিব লাগিছে; সিহঁতক কেন্দ্ৰ কৰি চাৰিওফালে এজাক দৰ্শকৰ ভিৰ। দূৰৰ পৰা দেখিলে ভাব হয় যেন এই জোনাক-ওপচা বিশাল আকাশৰ তলত, ৰাতিৰ এই গহীন নীৰৱতাৰ মাজত, ডেকা-গাভৰুবোৰে যৌৱনৰ ৰহস্যময় দেবতাৰ আগত নাচ-গানেৰে পূজাৰ আৰতিহে কৰিব ধৰিছে। কোনোদিনে নেদেখা এনে এটা দৃশ্য দেখি শিৱনাথৰ কল্পনা-প্ৰৱণ মন হঠাৎ ভীষণ উত্তেজিত হৈ উঠিল। যিমান পৰা যায় সোনকালে বিহু-তলী পাবলৈ মন কৰি তেওঁ খোজ কাঢ়িবলৈ এৰি কুকুৰ-খোজত দৌৰিবলৈ আৰম্ভ কৰিলে।

গোপালে ইমান দিনে তেওঁৰ আগত যিবোৰ বৰ্ণনা দি আহিছিল— সকলোবোৰ নাচনী গাভৰুৰে দেহ স্পৰ্শ কৰা, বুকু খামুচি ধৰা, জোপোহাৰ আঁৰলৈ টানি নি 'পীৰিতি' কৰা,—সেইবোৰ শিৱনাথে একো নেদেখিলে। কিন্তু সেইবুলি তেওঁ অকণো হতাশ নহ'ল। বৰং যি দেখিলে সিয়েই তেওঁৰ প্ৰাণ-মন ভৰাই তুলিলে। শিৱনাথৰ দেহত খুব ধীৰে ধীৰে নতুনকৈ জাগিব ধৰা যৌৱনৰ উত্তাপ আৰু বসন্ত কালৰ জোনাক ৰাতিৰ উন্মাদনাই তেওঁৰ দুই চকুত যি মায়া-জাল তৰি দিছিল তাৰ মাজেদি চাই তেওঁ দেখিলে,—নাচোনৰ ছেৱে ছেৱে যেতিয়া সুঠাম দেহৰ গাভৰুবোৰৰ উন্নত বুকুবোৰ উঠা-নমা কৰি নাচিবলৈ ধৰে, তেতিয়া যেন তাৰ তালে তালে যৌৱনৰ ৰক্ত-সমুদ্ৰতো প্ৰকাণ্ড জোৱাৰ-ভাটা হ'বলৈ আৰম্ভ কৰে; হাত-চাপৰিৰ তালে তালে সিহঁতে যেতিয়া মধুৰ

আৰু কোমল মাতেৰে বিহু-নাম গায়, তেতিয়া যেন দেহৰ প্ৰতিটো ৰক্ত-কণিকাই তাৰেই প্ৰতিধ্বনি কৰি সমস্বৰে গান গাই উঠে। মন্ত্ৰ-মুগ্ধ হৈ বিহু চাই থাকোঁতে থাকোঁতে গোটেইজাক ছোৱালীৰ মাজত এজনী বিশেষ ছোৱালীৰ মুখ শিৱনাথৰ চকুৰ আগত এসময়ত বিশেষ ভাবে উজ্জ্বল হৈ ফুটি উঠিল; শিৱনাথৰ মনত কোনো সন্দেহ নৰ'ল যে বিহু-তলীতে 'পীৰিতি' কৰি ভৱিষ্যত জীৱনৰ লগৰী বাছিবলৈ তেওঁৰো স্বাধীনতা থকা হ'লে তেওঁ নিশ্চয় সেইজনী ছোৱালীকেই বাছি ল'লেহেঁতেন।

প্ৰথম দৰ্শনতেই প্ৰেম! কিন্তু হাঁয়, শিৱনাথে প্ৰথম দৰ্শনতেই ছোৱালীজনীৰ প্ৰতি প্ৰেম অনুভৱ কৰিলেও তাইক সেই প্ৰেম নিবেদন কৰিবলৈ দ্বিতীয়বাৰ তাইৰ লগত দৰ্শন হোৱাৰ কোনো আশাই নিশ্চয় নাই! শিৱনাথৰ বিহুতলীলৈ অহা এয়েই প্ৰথম আৰু এয়েই নিশ্চয় শেষ। শেষবাৰলৈ চাই লোৱাৰ দৰে তেওঁ আন সকলোকে বাদ দি কেৱল সেই ছোৱালীজনীকে একেথিৰে চাই থাকিবলৈ ধৰিলে, আৰু তাইৰ যৌৱন-পুষ্ট শৰীৰৰ প্ৰতিটো উদ্দাম ভংগীয়ে তেওঁৰ দেহত কামনাৰ জুই জ্বলোৱাৰ লগে লগে তেওঁ এই কথাও ভাবি ঈৰ্ষাৰ দাব-দাহ অনুভৱ কৰিবলৈ ধৰিলে যে সেই সোণালী দেহ, সেই পুষ্ট ৰাঙলী গাল, সেই মাংসল উৰু— এইবোৰত কোনোদিনেই তেওঁৰ হাতৰ পৰশ নপৰিব, এই সকলোবোৰ এদিন আনৰ হৈ যাব······।

॥ ২ ॥

এটা দীঘলীয়া সপোনৰ অন্তত শিৱনাথ যেন হঠাৎ খক্-মক্কৈ সাৰ পাই উঠিল, আৰু ইমানপৰে তেওঁৰ কাণৰ কাষত ঢোল-খোল-পেঁপা-

গগনাই যি উত্তেজনাপূৰ্ণ কোলাহলৰ সৃষ্টি কৰি ৰাখিছিল, সেই সকলো-বোৰ হঠাতে বন্ধ হৈ তাৰ ঠাইত এটা অখণ্ড গহীন নীৰৱতা বিৰাজ কৰা দেখি তেওঁ যেন খন্তেকৰ কাৰণে বিবুধি হৈ পৰিল। অচিনাকি হাবিৰ মাজত বাট বিচৰাৰদৰে ইফালে-সিফালে চাওঁতে ঘৈণীয়েকৰ ওপৰত তেওঁৰ চকু পৰিল। মাত্ৰ এক মুহূৰ্তৰ আগতে তেওঁৰ মানস-চকুৰ সমুখত জীৱন্ত হৈ নাচি আছিল এগৰাকী ষোড়শী ৰূপহী, সেই গাভৰুৰ চকুৰ তৰা দুটা তিৰ্‌বিৰ্‌কৈ নাচি আছিল, তেওঁৰ সৰস আৰু নিমজ গাল দুখনে জোনাকৰ আটাইখিনি শুভ্ৰতা আৰু স্নিগ্ধতা শুহি লৈছিল, তেওঁৰ দেহৰ প্ৰকাণ্ড ঢৌবোৰ সাগৰৰ জোৱাৰৰদৰে উঠিছিল আৰু নামিছিল; কিন্তু পাছ মুহূৰ্ততে ঠিক সেই একে ঠাইতে শিৱনাথে দেখিবলৈ পালে এগৰাকী কুৰূপা আৰু আধা-বুঢ়ী তিৰোতা,—তেওঁৰ ডিঙিৰ ছালবোৰ ঢিলা হৈ ওলমি গৈছে আৰু শিৰবোৰ ওলাই পৰিছে, আপোন মনে যঁতৰ ঘূৰাই থাকোঁতে তেওঁৰ মুখখন এটা আপচু ভংগীত মেল খাই আছে, আৰু ত্ৰিছ বছৰ ধৰি চূণ-পঁপাত-তামোলৰ দাগ লাগি লাগি ক'লা হোৱা আগ দাঁত পাৰি ওলাই পৰিছে; যঁতৰ পকাবলৈ বহা বিশেষ ভংগীটোত তেওঁৰ মাংস-হীন উৰুৰ কৃশতাখিনি প্ৰকট হৈ তেওঁক বৰ শুকান আৰু বেমাৰী যেন দেখা গৈছে। শিৱনাথৰ মনটো কেই মুহূৰ্ত মানৰ কাৰণে ঘড়ীৰ দোলকৰদৰে এই দুটা নাৰী-মূৰ্তিৰ মাজত আন্দোলিত হ'বলৈ ধৰিলে। অৱশেষত তেওঁ যেতিয়া সম্পূৰ্ণৰূপে বাস্তৱৰ বুকুলৈ ঘূৰি আহিল, তেওঁ হঠাৎ ঘৈণীয়েকৰ প্ৰতি এটা তীব্ৰ দৈহিক ঘৃণা অনুভৱ কৰিবলৈ ধৰিলে। ঘৈণীয়েক যেন এখন আয়না, আৰু সেই আয়নাত শিৱনাথে দেখিবলৈ পালে বাৰ্ধক্যই ক্ৰমে ক্ৰমে গ্ৰাস কৰি আনিব খোজা তেওঁৰ নিজৰ জীৱনৰ ৰূপটো, য'ত দুপৰৰ উজ্জ্বল পোহৰৰ পৰিৱৰ্তে এতিয়া দেখা গৈছে কেৱল আবেলিৰ দীঘল দীঘল বিষণ্ণ ছাঁবোৰ। তেতিয়াও তেওঁৰ মনত সজীৱ হৈ আছিল বিহু-তলীৰ স্মৃতি, কাণত বাজি আছিল বিহু-নামৰ দীঘলীয়া উকি, চকুৰ আগত নাচি আছিল এযুৰি মাখন-কোমল উঠন বুকু। কিন্তু, কিন্তু···

শিৱনাথে মনে মনে নিজকে নিজে ক'বলৈ ধৰিলে: এইবোৰ কথা

কল্পনা কৰাটোও মোৰ কাৰণে পাপ মাত্র, পাপ নহ'লেও সময়ৰ অর্থহীন অপচয়, কাৰণ এতিয়া মই বুঢ়া হৈছো, ( ঘুঢ়া হৈছো ? ) হয়, মোৰ বয়স এতিয়া সাতচল্লিছ পাৰ হৈ আঠচল্লিছত ভৰি দিলে, শাস্ত্ৰৰ বাক্য মানি চলিবলৈ হ'লে আৰু তিনি বছৰৰ পিছতেই ঘৰ-সংসাৰ ত্যাগ কৰি বান-প্ৰস্থ লব লগা হ'লহেঁতেন। এই বয়সত মোৰদৰে মানুহ এজনে ষোড়শী গাভৰুৰ দেহ কল্পনা কৰাটো বা কামনা কৰাটো শোভা নাপায়। বহুত পৰৰ নীৰৱতা ভংগ কৰি শিৱনাথে আকৌ গুনগুনকৈ নাম গাবলৈ ধৰিলে ঃ

হে প্ৰভু জগবন্ধু নতৰিলো ভৱ-সিন্ধু
কিনো গতি হৈবেক আমাৰ।
বুজিও নুবুজা হ'লোঁ কি মায়াত পৰি ৰৈলোঁ
কৰা প্ৰভু করুণা ইবাৰ ॥

বহুত সময় শিৱনাথক নিজৰ মনৰ মাজতে ডুব গৈ থকা দেখি ঘৈণীয়েকৰ মনটো ভাল লগা নাছিল, যন্ত্ৰৰদৰে যঁতৰ ঘূৰাই ঘূৰাই থাকোঁতে টোপনিয়ে কেইবাবাৰো তেওঁক হেঁচা মাৰি ধৰিছিল, কিন্তু এতিয়া গিৰিয়েকে পুনৰ পদ গাবলৈ আৰম্ভ কৰাৰ লগে লগেই তেওঁৰ চকুৰপৰা টোপনিৰ জাল কাটি গ'ল আৰু এটা নতুন উলাহত গাটো পুনৰ সজীৱ হৈ উঠিল। খন্তেকপৰ যঁতৰ পকোৱা বন্ধ কৰি তেওঁ তামোল এখন খাই ল'লে, তাৰ পাছত আকৌ নতুন উৎসাহেৰে তেওঁ যঁতৰ ঘূৰাবলৈ আৰম্ভ কৰিলে।

ইফালে শিৱনাথে যি উৎসাহ আৰু আন্তৰিকতাৰে পদফাকি গাবলৈ আৰম্ভ কৰিছিল, কিছু পৰৰ পাছতেই সেই উৎসাহ ক্ষীণ হৈ আহিল। তেওঁ আচলতে মুখৰ মাতেৰে মনৰ মাত তল পেলাব খুজিছিল, কিন্তু অৱশেষত দেখা গ'ল যে মনৰ মাত আজি বৰ শক্তিশালী। প্ৰৌঢ়ত্বৰ ভুৱাৰ-দলিত ভৰি দি তেওঁৰ মনটোৱে করুণ দৃষ্টিৰে বাৰে বাৰে অতীতৰ ফালৈ ঘূৰি চাইছে, আৰু পিছফালৰ ৰ'দ-জলমল্ ফুলনিখনৰ তুলনাত সমুখৰ অন্ধকাৰ উদং পথাৰখন দেখি তেওঁ আগ বাঢ়িব নুখুজি থমকি ৰৈ যাব খুজিছে। কিন্তু জীৱনৰ বাটত এক মুহূৰ্তৰ কাৰণেও জানো

থমকি ব'বৰ উপায় আছে? হালোৱাই হালৰ গৰুৰ টিকাত খোচ দিয়াৰদৰে কালে পিছফালৰ পৰা পিঠিত অনবৰত খুচিয়েই আছে, আগ বাঢ়ি গৈ থকাৰ বাহিৰে গত্যন্তৰ নাই।......

শিৱনাথে কিছু সময় একো নাভাবি হাতৰ তৰামুঠি পকাই পকাই পথা বটাত অখণ্ড মনোযোগ দিবলৈ চেষ্টা কৰিলে। কিন্তু কেইমুহূৰ্ত মানৰ পাছতেই তেওঁৰ মনৰ পৰ্দাত এটা নতুন দৃশ্য ফুটি উঠিল।......

বহুত বছৰৰ আগৰ কথা। শিৱনাথৰ বয়স তেতিয়া দহ বছৰ মানহে হ'ব। শিৱনাথৰ দেউতাকে প্ৰায় প্ৰতিদিনেই পথাৰৰ কাম চাবলৈ যায়, আৰু কেতিয়াবা শিৱনাথকো লগত লৈ যায়। মাঘৰ শেষ কি ফাগুণৰ প্ৰথম ভাগত পথাৰবোৰ চহ কৰি আহু ধান সিঁচিবৰ কাৰণে প্ৰস্তুত কৰি তোলা হৈছে, তেনে সময়তে এদিন দেউতাকে শিৱনাথক লগত লৈ পথাৰলৈ গ'ল। পথাৰ ঘৰৰপৰা আধা মাইল মান দূৰত। বাটছোৱা যাওঁতে দেউতাকে শিৱনাথক গল্পৰ ছলেৰে নানা নীতি-শিক্ষা দি যায়, শিৱনাথেও গল্প শুনাৰ লোভতে দেউতাকৰ লগত পথাৰলৈ যাবলৈ বৰ ভাল পায়। অৱশ্যে গল্পৰ বাহিৰেও আৰু এটা আকৰ্ষণ আছিল, সেইটো হৈছে সমাৰ বাই মিহি কৰি তোলা আহু-তলীত চেচু আৰু শেলুক বুটলি খোৱাৰ লোভ। পথাৰত তেতিয়া জাবৰ-পোৰা আৰু দলি-চপৰা ভঙাৰ কাম চলিছে। সেই দৃশ্যটো চাবলৈকো শিৱনাথৰ খুব ভাল লাগে। বহুদূৰৰ বাঁহগছৰ শাৰীলৈকে বিস্তৃত বিশাল পথাৰখনত ক'তো বন-বাত এডাল দেখিবলৈ নাই, কেৱল চকৃ-চকীয়া দলি-চপৰাবোৰ ফাগুন-মহীয়া আবেলিৰ শেঁতা সোণালী পোহৰত তিৰবিৰাব লাগিছে। মানুহবোৰে নিজৰ নিজৰ পথাৰত দলি-মৰাৰে ডাঙৰ ডাঙৰ দলি-চপৰাবোৰ ভাঙি গুড়ি কৰিব ধৰিছে আৰু ধূলিৰ গুড়িবোৰ কিছু ওপৰলৈ ধোঁৱাৰদৰে উৰি আকৌ মাটিত মিলি গৈছে। কিন্তু কিছুমান সঁচাসঁচি ধোঁৱাই আৰম্ভণীতে এসোপা ডাৱৰৰ আকাৰ লৈ অৱশেষত আকাশৰ বহু ওপৰত ধূপৰ ধোঁৱাৰদৰে ক্ষীণ ৰেখা এটা হৈ মিলি গৈছে; সেইবোৰ হল জাবৰ-পোৰা জুইৰ ধোঁৱা। পথাৰ নৌ পাওঁতেই বহু দূৰৰপৰাই কুণ্ডলী পকাই আকাশলৈ

উঠি যোৱা সেই ধোঁৱাৰ ৰেখাবোৰ দেখা যায়, তাতোকৈ দূৰৰপৰাই নাকত লাগেহি পোৱা জাবৰৰ মদিৰ মটীয়া গোন্ধ। গন্ধ-বিলাসী শিৱনাথৰ আটাইতকৈ প্ৰিয় গোন্ধবোৰৰ ভিতৰত অন্যতম হ'ল ফাগুন-মহীয়া আহু-তলীৰ এই জাবৰ-পোৰা গোন্ধ; যেতিয়াই যি অৱস্থাতে সেই গোন্ধৰ কথা মনত নপৰক কিয়—তেওঁৰ মনৰ চকুৰ আগত ভাহি উঠে আবেলিৰ শেঁতা সোণালী পোহৰত তিৰবিৰাই থকা সেই বিশাল দলি-চপৰানীখন, তাৰ মাজে মাজে জাবৰ পোৰা জুই, দুই-এটা বগলী আৰু কণা-মুচৰি চৰাই, আপোন-মনে দলি-চপৰা ভাঙি থকা মানুহবোৰ, গুনগুনকৈ উৰি থকা ধোঁৱাবোৰ, আৰু এই সকলোবোৰকে আচ্ছাদন কৰি বিৰাজ কৰা এক বিশাল বিষণ্ণ নীৰৱতা।

......সেইদিনা পথাৰত কাম চাই দেউতাক আৰু শিৱনাথ দুয়ো ঘৰলৈ ঘূৰিছে। তেতিয়াও সম্পূৰ্ণ গধূলি হোৱা নাই; বেলিটো টিকৃটিকীয়া ৰঙা হৈ জুইৰ প্ৰকাণ্ড বল এটাৰ দৰে দিগন্তৰ দূৰতম প্ৰান্তত ওলমি ৰৈছে, খন্তেক পিছতে সি তললৈ সৰি পৰিব। পথাৰখনৰ এমূৰেদি এটা জান বৈ গৈছে। ঠায়ে ঠায়ে খৰালিও তাত এআঁঠু-একঁকাল পানী থাকে। মাৰ যাব ধৰা বেলিৰ ৰঙচুৱা সোণালী পোহৰবোৰ পৰি জানটোৰ পানীখিনি সোণালী হৈ উঠিছে; তাৰ পাৰত থিয় হৈ শিৱনাথৰ অকণমানি কল্পনা-প্ৰৱণ হৃদয়খনত এনে এটা শিহৰণ জাগিল—যেন সি এখন অপাৰ্থিৱ জগতৰ পাৰ-ঘাটতহে আহি ভৰি দিছে। জানটো পাৰ হ'বলৈ শিৱনাথে আৰু দেউতাকে পানীত ভৰি দিছে মাত্ৰ, ঠিক সেই মুহূৰ্ততে তেওঁলোকৰ পৰা সোঁ-হাতলৈ কেইহাত মান দূৰত সিপাৰৰ পৰা এজনী গাভৰু ছোৱালীয়ে জানটো পাৰ হ'বলৈ আৰম্ভ কৰিলে। পথাৰখনৰ মূৰৰ বাঁহনি-বাৰীখনৰ সিফালেই এখন গাঁও আছে, তাই সেই গাঁৱৰে ছোৱালী। জানৰ পাৰৰ ঠেক ঘাঁহনি ডৰাত কেইজনীমান গাইগৰু আৰু পোৱালি চৰি আছিল; ছোৱালীজনীৰ দৃষ্টি অনুসৰণ কৰিলেই বুজা যায় যে তাই গৰু বিচাৰিয়েই পথাৰলৈ ওলাই আহিছে। জানত নামিয়েই ছোৱালীজনীয়ে মেখেলাখন ওপৰলৈ কোঁচাই ল'লে। প্ৰথমে

কলাফুল পৰ্যন্ত, তাৰ পাছত আঁঠুৰ ওপৰলৈ, আৰু জানৰ সোঁ-মাজত যেতিয়া তাই দ-পানীত পৰিলগৈ, তেতিয়া আঁঠুৰ যিমান ওপৰলৈকে পৰা যায় সিমান ওপৰলৈ তাইৰ মেখেলাখন উঠি গ'ল। নৈ-পৰীয়া গাঁও-ভূঁইবোৰত ই এটা সাধাৰণ দৃশ্য। গাভৰু-বোৱাৰী সকলো তিৰোতাই কাপোৰ ওপৰলৈ উজাই নৈ পাৰ হৈ গুচি যায়। শিৱনাথ-ইঁত যেতিয়া জানৰ প্ৰায় সোঁ-মাজ পাইছেগৈ, তেতিয়া কোনোবাই গাৰ জোৰেৰে টানি নিয়াৰ দৰে তেওঁৰ চকু দুটা দেউতাকৰ মুখৰ ফালে টানি নিলে, আৰু শিৱনাথে স্তম্ভিত, হতবাক আৰু হতভম্ব হৈ দেখিলে —দেউতাকে চকুৰ কোণেৰে বেঁকাকৈ গাভৰু ছোৱালীজনীৰ উদং কৰঙণ দুটাৰ ফালে চাই চাই মন্ত্ৰমুগ্ধৰদৰে খোজ কাঢ়িছে!

বাল্য-কালৰ বেছি ভাগ কথাই শিৱনাথে পাহৰি গৈছে, কিন্তু আজি পঁয়ত্ৰিছ-ছয়ত্ৰিছ বছৰৰ পাছতো এই ঘটনাটোৰ কথা শিৱনাথৰ প্ৰায়েই মনত পৰে। শিৱনাথৰ দেউতাক আছিল নীতি-ধৰ্মৰ সাক্ষাৎ অৱতাৰ, গোটেই অঞ্চলটোৰ মানুহে তেওঁক প্ৰায় দেৱতাৰ দৰে পূজা কৰিছিল। শিৱনাথৰ চকুত তেওঁ আছিল জীৱন্ত ঈশ্বৰ। কোনো পাপ, কোনো দুৰ্বলতা, কোনো প্ৰলোভনে তেওঁক কেতিয়াও স্পৰ্শ কৰিব নোৱাৰে— এয়েই আছিল শিৱনাথৰ সহজাত বিশ্বাস। তেনেহেন মানুহ এজনে যেতিয়া তিৰোতাৰ অনাবৃত অংগৰ প্ৰতি লোভৰ চকুৰে দৃষ্টি নিক্ষেপ কৰা শিৱনাথে হাতে হাতে ধৰা পেলালে, খন্তেকৰ কাৰণে ভূমিকম্পত গোটেই পৃথিৱীখন ঠক্‌ঠক্‌কৈ কঁপি উঠা যেন তেওঁ অনুভৱ কৰিলে। শিৱনাথে আজিও অনুভৱ কৰে যে এই ক্ষুদ্ৰ ঘটনাটোৱে তেওঁৰ জীৱনত আৰু চিন্তাত নানা প্ৰভাব-প্ৰতিক্ৰিয়া ৰাখি গৈছে।

আজি বহুদিনৰ মূৰত শিৱনাথে কল্পনাতে অন্য তিৰোতাৰ প্ৰতি দুৰ্বলতা অনুভৱ কৰিলে, আৰু লগে লগে দেউতাকৰ এই ঘটনাটোৰ কথা তেওঁৰ মনত পৰিল। সদায় এনেকুৱাই হয়। যেতিয়াই তেওঁ এনে চিত্ত-চাঞ্চল্য অনুভৱ কৰে (যিটো তেওঁ খুব কমেইহে কৰে), তেতিয়াই তেওঁ দেউতাকৰ সেই গোপন দুৰ্বলতাৰ কথা স্মৰণ কৰি সামান্য সান্ত্বনা লাভ কৰে। তেনেহেন ধৰ্মাত্মা আৰু সংযমী পুৰুষেই

যদি কাম-ৰিপুক সম্পূৰ্ণ জয় কৰিব নোৱাৰিছিল, তেন্তে শিৱনাথৰ এই খন্তেকীয়া স্খলন কেতিয়াও অমাৰ্জনীয় হ'ব নোৱাৰে। তদুপৰি,— অধ্যয়নশীল শিৱনাথে শাস্ত্ৰৰ মাজতো সান্ত্বনা লাভ কৰিবলৈ চেষ্টা কৰে,—মহাভাৰতত যযাতিৰ যি কাহিনী অৱতাৰণা কৰা হৈছে, বৃদ্ধ যাযাতিয়ে যিভাবে পুতেকহঁতক কাকুতি কৰিব ধৰিছে,—"পুত্ৰসকল, মোক সহায় কৰাঁ; মই বুঢ়া হব নোখোজোঁ, মই চিৰ-তৰুণ হৈ থাকি সুন্দৰী যুৱতী তিৰোতাক উপভোগ কৰিব খোজোঁ"—এই আৰ্তনাদৰ মাজেদি মানৱ-হৃদয়ৰ এটা চিৰন্তন গোপন আকাংক্ষা আৰু সমস্যাকেই জানো ব্যক্ত কৰা হোৱা নাই? অৱশ্যে,—শিৱনাথে নিজকে স্মৰণ কৰাই দিলে,—যযাতিয়ে কি বিচাৰিছিল সেইটো মনত ৰখাতকৈ অৱশেষত গৈ কি পালে সেইটো মনত ৰখাহে বেছি প্ৰয়োজনীয় কথা। যযাতিয়ে অৱশেষত এই জ্ঞান পালে যে—'সম্ভোগে বাসনাক কেতিয়াও তৃপ্ত কৰিব নোৱাৰে। ঘিউৱে যেনেকৈ হোমাগ্নিৰ জুই বেছিকৈ জ্বলাইহে তোলে, তেনেকৈ সম্ভোগেও বাসনা বঢ়াইহে তোলে। সমস্ত পৃথিবী, পৃথিবীৰ সমস্ত ধন-সোণ, পশু, তিৰোতা—এই গোটেইবোৰ তুমি অধিকাৰ কৰা আৰু ভোগ কৰা; দেখিবা, তেতিয়াও তোমাৰ ভোগৰ আকাংক্ষা তৃপ্ত হোৱা নাই। মানুহে যেতিয়া একোৰে প্ৰতি আকাংক্ষা নকৰে, তেতিয়াহে তেওঁ ব্ৰহ্মৰদৰে শুদ্ধ আৰু পবিত্ৰ হয়'।

এইদৰে নানা সজ কথা চিন্তা কৰি শিৱনাথে নিজৰ মনটো পুনৰ পবিত্ৰ হোৱা যেন অনুভৱ কৰিলে, আৰু ঘৈণীয়েকৰ প্ৰতি অলপ আগতে কৰা অন্যায়ৰ প্ৰায়শ্চিত্ত কৰিবৰ মনেৰে সহানুভূতিপূৰ্ণ কোমল কণ্ঠেৰে মাত লগালে, 'কিমাননো আৰু মহুৰা বাটি থাকা? শোৱাগৈ যোৱা। ৰাতিও ভালেখিনি হ'ল। দেহাটোনো আৰু কিমান ক্ষয় কৰা?'

শিৱনাথৰ স্নেহোচ্ছ্বাসখিনি ঘৈণীয়েকে কেৱল মনেৰে নহয়, গোটেই দেহৰ ওপৰেদি কোমল আৰু তপত হাত-বুলনিৰ দৰে অনুভৱ কৰিলে। কৃতজ্ঞতাত তেওঁৰ অন্তৰ ভৰি উঠিল। যোৱা আধা ঘণ্টা সময় ধৰি যে গিৰিয়েকে তেওঁৰ নিচেই কাষতে বহি থাকিও মনেৰে অতীতৰ

সুদূৰ প্ৰান্তৰ ভ্ৰমি আহিলগৈ আৰু অন্য এক সুন্দৰী যুৱতী তিৰোতাৰ লগত মানসিক ৰমণত মগ্ন হৈ আছিল—সেই কথা তেওঁৰ অজ্ঞাত হৈয়েই ৰ'ল। এই অজ্ঞতাই হ'ল জীৱনৰ একমাত্ৰ নিৰ্ভৰতা, একমাত্ৰ নিৰাপদ আশ্ৰয়-ভূমি।

॥ ৩ ॥

শিৱনাথৰ ঘৈণীয়েকে যঁতৰ সামৰিব খুজিছিল মাত্ৰ, এনেতে বাহিৰৰ চোতালত কাৰোবাৰ ভৰিৰ খোজ শুনা যেন তেওঁ অনুভৱ কৰিলে। দুয়ো পৰস্পৰৰ চকুলৈ চাই কাণ থিয় কৰিলে। এনেতে দুৱাৰত ঢকা দি কোনোবাই মাত লগালে—'আই, আই।'

শিৱনাথৰ ঘৈণীয়েকে আনন্দৰ উত্তেজনাত চিঞৰি উঠিল—'বৰবাপু!'

তেওঁ প্ৰায় দৌৰি উঠি গৈ দুৱাৰখন খুলি দিলে। উত্তেজনাত লৰালৰি কৰোঁতে তেওঁৰ ৰিহাখন মাটিত চুঁচৰিয়েই গ'ল, সেইফালে তেওঁৰ খবৰেই নহ'ল। দুৱাৰ খুলি দিয়াৰ লগে লগে মুখত হাঁহি এমোকোৰা লৈ বৰবাপু সোমাই আহিল। কলেজত পঢ়িবলৈ গৈ এই প্ৰথম বৰবাপু অৰ্থাৎ গৌৰীনাথ ঘৰৰপৰা বহুদিন আঁতৰি আছিল, তাক দেখিয়েই সাবটি ধৰি চুমা খাবলৈ মাকৰ মন গ'ল। কিন্তু সি ইমান ডেকা হৈ উঠিছে, দুয়ো সমানে সমানে থিয় হওঁতে মাক ওখই তাৰ বুকুৰ সমানহে হয়। বহুত কষ্ট কৰি তেওঁ সেই ইচ্ছা দমন কৰিলে। কিংকৰ্তব্যবিমূঢ় হৈ তেওঁ কেইটামান দীঘলীয়া মুহূৰ্ত পুতেকৰ মুখৰ ফালে স্নেহাকুল দৃষ্টিৰে নীৰৱে চাই ৰ'ল। মাকৰ সেই ব্যাকুল দৃষ্টিৰ সমুখত গৌৰীনাথে বেছিপৰ সহজ ভাবে বৈ থাকিব নোৱাৰি দুখোজমান আগুৱাই

আহিল, আৰু দেউতাকৰ ফালে চাই সুধিলে, 'দেউতা, পঘা বাটিবৰ হ'লেইনে ?'

ইমানপৰে শিৱনাথে নিজৰ ঠাইতে বহি আছিল যদিও মনে মনে তেৰোঁ এক চৰম ব্যাকুলতা অনুভৱ কৰিছিল। পুতেকৰ লগত প্ৰথমে কি ভাবে কথা আৰম্ভ কৰিব তাকেই তেওঁ ভাবি উলিয়াব পৰা নাছিল। গৌৰীনাথৰ প্ৰশ্ন শুনি তেওঁ এটা ডাঙৰ সকাহ অনুভৱ কৰিলে।

'পঘা বাটিবৰ নহ'ব কিয় ? বিহুলৈনো আৰু কেইদিন আছে ?'—তাৰ পাছত ঘৈণীয়েকৰ ফালে চাই তেওঁ ক'লে, 'তুমিনো কি চাই ৰৈ আছা ? ৰৰবাপুৱে ভৰি-হাত ধুবৰ কাৰণে পানী অলপ গৰম কৰি নানা কিয় ?'

গিৰিয়েকৰ কথা শুনিহে ৰবাপুৰ মাকে সম্বিৎ ঘূৰাই পালে।

'তই টালি-টোপোলাবোৰ থৈ দেউতাৰ ওচৰতে খন্তেকপৰ বহ ; মই এইমাত্ৰ পানী গৰম কৰি আনিম।'

তেওঁ ভিতৰলৈ সোমাই গ'ল।

ৰৰবাপুৱে টালি-টোপোলা থৈ মাকে যিখন পীৰাত বহি মহুৰা বাটি আছিল সেইখনতে বহাৰ পাছত শিৱনাথে প্ৰশ্ন কৰিলে, 'তোৰনো ইমান ৰাতি হ'ল কেনেকৈ ? এতিয়াচোন বাৰটা মান বাজি যাব পায়।'

ৰৰবাপুৱে হাত-ঘড়ীটো চাই ক'লে, 'বাৰটা এতিয়াও বজা নাই। এঘাৰটা বাজি দহ মিনিট গৈছে। মই বাছৰপৰা নামি ঘাট আহি পাওঁতেই নাওখন এৰি দিলে। অলপৰ কাৰণে মই নাওখন মিছ কৰিলোঁ। আজিযে নৈ পাৰ হৈ ঘৰলৈ আহিব পাৰিম সেই আশা এৰিয়েই দিছিলোঁ। এনেতে এজন-ছজনকৈ কেইবাজনো ইপাৰলৈ আহিব লগা মিৰি মানুহ গোট খালে। আটাই কেইজনে লগ লাগি এখন নাও ভাড়া কৰিলোঁ। আমাৰ নাও মেলাৰ লগে লগে বেলি পৰি গধূলিয়েই হ'ল। আজিকালি—জানিছাই নহয়—ব্ৰহ্মপুত্ৰত চাৰিওফালে বালিচৰ পৰাৰ কাৰণে বহুত ঘূৰাই-পকাইহে নাও আনিব লাগে। ইপাৰৰ ঘাট আহি পাওঁতেই ৰাতি আঠটা বাজিল। লগৰ মিৰি মানুহ কেইজনে মোক ঘৰলৈ আহিবলৈকে দিব খুজিছিল। 'এই ৰাতিখন দহ-বাৰ মাইল জংঘল ৰাস্তা তুমি অকলে কেনেকৈ

যাবা ?'...মই পিছে সিহঁতৰ কাৰো হুকা-বাধা নুশুনিলোঁ। কেতিয়া ঘৰ পাওঁ কেতিয়া ঘৰ পাওঁ লাগিছিল ; এই দহ মাইল দূৰতে কোনে লোকৰ ঘৰত ৰাতি খপে ? পাছে সিহঁতে জোৰকৈ মোক সিহঁতৰ ঘৰলৈ নি কিবা অলপ খুৱাইহে এৰিলে। তাতেই আৰু আধা ঘণ্টা মান দেৰি হৈ গ'ল।'

'কিবা অলপমান মানে আৰু কি ? আপং খালি হ'বলা ?'—শিৱনাথে পুতেকৰ মুখলৈ নোচোৱাকৈ প্ৰশ্ন কৰিলে।

'নাই খোৱা আপং'—এই বুলি তৎক্ষণাৎ মিছা মাতিবলৈ গৌৰীনাথৰ মন গৈছিল, কিন্তু পাছ মুহূৰ্ততে সি সেই ইচ্ছা দমন কৰিলে। অপ্ৰস্তুত ভাবে নীৰৱ হৈ সি মাকৰ মন্তুৱা এটা হাতেৰে লিৰিকি-বিদাৰি চাবলৈ ধৰিলে।

পুতেকৰ অপ্ৰস্তুত মনোভাব বুজিব পাৰি শিৱনাথে কথা ঘূৰাবৰ কাৰণে পুনৰ প্ৰশ্ন কৰিলে, 'তই সঁচাকৈ এই জংঘলখনৰ মাজেদি অকলেই আহিলিনেকি ?'

গৌৰীনাথৰ সাহস আৰু বীৰত্বত দেউতাকে সন্দেহ প্ৰকাশ কৰা দেখি তাৰ মনে মনে বৰ খং উঠি গ'ল। অভিমান-ভৰা মাতেৰে সি উত্তৰ দিলে, 'তুমি হ'বলা ভাবিছা, মই মিছা কথা কৈ বাহাদুৰি কৰিছোঁ। এই মৰ-ৰাতিখন ম'হঘুলিলৈনো আৰু কোন মানুহৰ আহিব লগীয়া কাম থাকিব পাৰে ? তুমি কালিলৈ নিজে গৈ দেওবৰ-চুক মিৰি গাঁৱৰ কুম্বাং, কলীয়া, লভিৰাম—ইহঁতক সুধিবাচোন, মোৰ লগত আৰু কোনোবা আহিছিলনেকি ?'

শিৱনাথে পুতেকৰ মনৰ আঘাত দূৰ কৰিবৰ কাৰণে কিবা এষাৰ ক'ব খুজিছিল, এনেতে মাকে এবাল্টি গৰম-পানী, ঘটি আৰু গামোচা লৈ ওলাই আহিল। গৌৰীনাথে প্ৰায় জঁাপ মৰাৰ দৰে উঠি পানীৰ বাল্টিটো মাকৰ হাতৰপৰা লৈ বাহিৰলৈ ওলাই গ'ল।

এনেয়ে হলে শিৱনাথে ইমান পৰে শুবলৈ গ'লহেঁতেন, কিন্তু এতিয়া পুতেক অহাৰ কাৰণে মাকে তাৰ কাৰণে নতুনকৈ ভাত বান্ধিব লাগিব ; গৌৰীনাথৰ ভাত-পানী খোৱা হয় মানে তেওঁ আৰু অলপ

সময় পঘা বাটিবলৈকে ঠিক কৰিলে। পুতেকক অযথা মনোকষ্ট দিয়াৰ কাৰণে তেওঁৰ মনটো খুব বেয়া লাগিল। প্ৰথম সন্তান বুলিয়েই নেকি—গৌৰীনাথ অসম্ভৱ অভিমানী আৰু স্পৰ্শকাতৰ। অতি সামান্য কথাতেই তাৰ মুখখন অভিমানত ফুলি উঠি ঢোল যেন হৈ পৰে। সৰুতে কথাই কথাই হোৱা তাৰ মান-অভিমান ভাঙোতে মাক-বাপেক দুয়ো কিমানযে গলদঘৰ্ম হ'ব লগা হৈছিল—তাৰ হিচাপ নাই। এতিয়া ডাঙৰ হৈয়ো তাৰ স্বভাৱৰ বিশেষ একো পৰিৱৰ্তন হোৱা নাই। অৱশ্যে আজি তাৰ মনঃক্ষুণ্ণ হব লগাৰ নিশ্চয় যথেষ্ট যুক্তি আছে,—শিৱনাথে নিজকে স্মৰণ কৰাই দিলে। তেওঁ যিভাবে তাক প্ৰশ্নটো কৰিলে—তাৰ একমাত্ৰ অৰ্থ এয়েই হ'ব পাৰে যে সি মিছা কথা কৈছিল। শিৱনাথে মনে মনে ঠিক কৰিলে যে আজি নহ'লেও কালিলৈ তেওঁ এই ভুলৰ সংশোধনী কৰিব, অৰ্থাৎ পুতেকক তাৰ প্ৰাপ্য প্ৰশংসাখিনি দিব। সঁচাকৈয়ে সি কম সাহসৰ কাম কৰা নাই। ব্ৰহ্মপুত্ৰৰ ঘাটৰপৰা ম'হঘুলিলৈকে এই দহ মাইল ৰাস্তাৰ দুয়োকাষে অটব্য হাবি। মাজে মাজে কেৱল দুই-চাৰি ঘৰ মিৰি মানুহৰ ক্ষীণ বসতি দেখা যায়। ৰাতি দূৰৰ কথা, দিনতেই কেতিয়াবা ৰাস্তাৰ ওপৰতে বাঘ ওলায়। শিৱনাথে সৰুতে দেউতাকৰ মুখত গল্প শুনিছিল যে মুগাৰ সঁচ বিচাৰি বা আন কিবা কাৰণত সেই ৰাস্তাইদি মানুহে দক্ষিণ পাৰলৈ যাব লগা হ'লে কমেও পাঁচ-ছয় জন মানুহে লগ লাগি দল বান্ধিহে গৈছিল; কোনেও অকলে যোৱাৰ কথা কল্পনা কৰিব নোৱাৰিছিল। যোৱাৰ আগতে প্ৰত্যেকেই হাঁহ মাৰি ভাত খাই ঘৰৰপৰা বিদায় লৈ গৈছিল। এতিয়া অৱশ্যে আগৰ সেই অৱস্থা নাই। দীঘলে ত্ৰিশ আৰু বহলে দহ মাইল মান সেই বিশাল অৰণ্যখন চকুৰে চাই থাকোঁতেই ক্ৰমাত পাতল হৈ আহিছে। দক্ষিণ পাৰৰ বহুতো মানুহ উঠি আহি জংঘলৰ মাজে মাজে পাম পাতিছেহি। মাত্ৰ কেই বছৰ মানৰ আগতেও ৰাতি যিটো বাটেদি গ'লে অৰণ্যৰ কাণ-তাল-মৰা নিৰ্জনতা আৰু হিংস্ৰ নিশাচৰ জন্তুৰ বাস্তৱ বা কাল্পনিক পদ-শব্দৰ বাহিৰে আন একো শুনা নগৈছিল, এতিয়া সেই ৰাস্তাত বহুদূৰৰ পৰা ভাহি অহা কুকুৰৰ ভুকনি বা পমুৱা

মানুহৰ দীঘলীয়া উকিৰ শব্দ মাজে মাজে শুনা যায়। তথাপি এতিয়াও এনেকুৱা অৱস্থা হোৱা নাই যে ৰাতি দহ-এঘাৰ বজাতো মানুহ সেই ৰাস্তাইদি অকলে আহিব পাৰে। বৰবাপুৱে সঁচাকৈয়ে কম সাহসৰ কাম কৰা নাই। পুত্ৰ-গৰ্বত শিৱনাথৰ মনটো কিছু প্ৰফুল্লিত হৈ পৰিল।

অৱশ্যে আৰু দুই-এবছৰৰ পিচতেই ম'হঘুলিৰ মানুহে এনেকুৱা সাহস দেখুৱাবলৈ আৰু সুবিধা নাপাব। দেশৰ স্বাধীন চৰকাৰে ইতিমধ্যেই ব্ৰহ্মপুত্ৰৰ ঘাটৰপৰা ম'হঘুলিলৈ ৰাস্তা বান্ধিবলৈ আৰম্ভ কৰিছে। মাত্ৰ দুমাহ আগতে পাৰ হৈ যোৱা সাধাৰণ নিৰ্বাচনৰ ঠিক আগে আগেই ৰাস্তা বন্ধাৰ কাম আৰম্ভ হৈছে। শিৱনাথৰ দেউতাকৰ দিনত দিনৰ বেলাতো পাঁচ-ছয় জন মানুহে লগ লাগি দল বান্ধিহে সেই ৰাস্তাইদি যাব পাৰিছিল। হাজাৰ বছৰ ধৰি, অৰ্থাৎ সেই অঞ্চলত মানুহৰ বসতি আৰম্ভ হ'বৰ দিন ধৰি সেই অৱস্থাই নিশ্চয় চলি আছিল। শিৱনাথৰ দিনত ৰাতি নহ'লেও অন্ততঃ দিনৰ বেলা মানুহে সেই ৰাস্তাইদি অকলে যাব পৰা হ'ল। এতিয়া শিৱনাথৰ পুতেকে মাজ ৰাতিও সেই ৰাস্তাইদি অকলে আহি দেখুৱালে। নিঃসন্দেহে ম'হঘুলিৰ জীৱনত অৰণ্যৰ আধিপত্য দ্ৰুত গতিৰে হ্ৰাস পাই আহিছে। চৰকাৰে নতুনকৈ বান্ধিবলৈ ধৰা ৰাস্তাটো যদি অহা বছৰতো সম্পূৰ্ণ হয়, তেতিয়াহ'লে এবছৰ-দুবছৰৰ ভিতৰতে সেই ৰাস্তাত নিশ্চয় বাছ-লৰী আৰু জীপগাড়ী আদি চলিবলৈকো আৰম্ভ কৰিব। তেতিয়া আৰু সৰু ল'ৰা এটায়ো সেই ৰাস্তাত দিনটোত দহ-বাৰ অহা-যোৱা কৰিব পাৰিব।

শিৱনাথে খন্তেকপৰ চকু মুদি সেই দৃশ্যটো কল্পনা কৰিবলৈ চেষ্টা কৰিলে। মনে মনে তেওঁ এটা ৰোমাঞ্চৰ শিহৰণ অনুভৱ কৰিলে। অৰণ্যৰ কোলাত হাজাৰ বছৰ ধৰি নীৰৱে শুই থকা ম'হঘুলিয়ে অৱশেষত মটৰ গাড়ীৰ ইঞ্জিনৰ গৰ্জনত সাৰ পাই আধুনিক যুগৰ ৰাতিপুৱাত চকু মেলিব? যি অৰণ্যত বাঘৰ গৰ্জনৰ বাহিৰে আন একো ডাঙৰ শব্দ শুনা নগৈছিল, এতিয়া সেই অৰণ্যৰ নিৰ্জনতা মটৰ-গাড়ীৰ গৰ্জনত চিৰকালৰ কাৰণে পলাই ফাট মাৰিব! তেওঁ অনুভৱ কৰিলে যে

জীৱনৰ মাজ বয়সত তেওঁ হঠাতে আহি এক নতুন যুগৰ দুৱাৰদলিত ভৰি দিছে। এই আকস্মিক পৰিবৰ্তনৰ ঢলে ম'হঘুলিৰ শান্ত বৈচিত্ৰ্য-হীন জীৱনলৈ কি নতুন বস্তু কঢ়িয়াই আনে আৰু কি পুৰণি বস্তু চিৰদিনৰ কাৰণে পুনৰ উভতি নহকৈ উটুৱাই লৈ যায়, তাৰ একো ঠিক নাই।

যি হ'ব ধৰিছে সকলো নিশ্চয় ভালৰ কাৰণেই হ'ব ধৰিছে। তেওঁ নিজকে মনে মনে ক'লে। আজি তেওঁৰ ল'ৰাই কলেজৰ বন্ধত ঘৰলৈ আহোঁতে হিংস্ৰ জন্তুৰে পৰিপূৰ্ণ জংঘলৰ মাজেদি মাজ ৰাতি বাট কুৰি বাই ভোকে-লঘোণে ঘৰ ওলাইছেহি। আৰু দুবছৰ মানৰ পাছতে এই অৱস্থা নাথাকিব। ঘাটত ভৰি দিয়েই সি বাছত উঠি আধা ঘণ্টাৰ ভিতৰতে দিনে-পোহৰে ঘৰ পাবহি। ইয়াতকৈ আৰু ভাল কথা কি হ'ব পাৰে? তথাপিও যেন জীৱনৰ এটা পুৰণি ছন্দ চিৰকালৰ কাৰণে হেৰাই যোৱাৰ উপক্ৰম হৈছে—যাৰ কাৰণে তেওঁৰ মনটোৱে হাঁহাকাৰ কৰি উঠিল। সৰুতে তেওঁ চহৰ চাবলৈ বুলি দেউতাকৰ লগত খোজ কাঢ়ি মহকুমাৰ সদৰলৈ গৈছিল। ঘৰ-মুৱা হৈ ঘূৰি আহোঁতে দীঘল হাবিতলীয়া বাটছোৱা যি মধুৰ কল্পনাই তেওঁৰ পথ-কষ্টক এক অনিৰ্বচনীয় মাধুৰ্য্যৰে মণ্ডিত কৰিছিল— সি আছিল দীঘলীয়া ক্লান্তিকৰ ভ্ৰমণৰ অন্তত ঘৰৰ পদুলিমুখত মাকে ব্যাকুল ভাবে হাত দুখন মেলি ৰৈ থকা দৃশ্য দেখিবলৈ পোৱাৰ আনন্দ। প্ৰতীক্ষাৰ দীৰ্ঘতাই সেই মিলনৰ মুহূৰ্তটোক কৰি তুলিছিল অতি মধুৰ আৰু লোভনীয়। কিন্তু এতিয়া আৰু কোনেও কাৰো কাৰণে প্ৰতীক্ষা কৰি নাথাকিব, কাৰণ মটৰ-গাড়ীয়ে এদিনৰ বাট এঘণ্টাত অতিক্ৰম কৰি ঘড়ীৰ কাঁটা ধৰি ঠিক সময়ত ঠিক ঠাইত যাত্ৰীক নিৰাপদে পঁহুচাই দিব। সমস্ত দিনটো ধৰি সুদীৰ্ঘ পথ অতিক্ৰম কৰাৰ সম্ভাৱনাই ঘৰমুৱা পথিকৰ চকুত চেনেহী ঘৰখনৰ যি মধুৰ সপোন আঁকি ৰাখে, সেই সপোনো জীৱনৰপৰা চিৰকাললৈ নোহোৱা হ'ব ; কাৰণ এদিনৰ বাট এঘন্টাতে অতিক্ৰম কৰা মটৰ গাড়ীত স্বপ্ন দেখিবৰো কোনো অৱকাশ নাথাকিব।

নিজৰ অজানিতেই শিৱনাথৰ বুকুৰ পৰা এটা দীৰ্ঘশ্বাস বাহিৰ হৈ আহিল……।

॥ ৪ ॥

গৰু-বিহুৰ দিনাই ৰাতি গাঁৱৰ মানুহে হুঁচৰি গাবলৈ আৰম্ভ কৰে। শিৱনাথৰ ঘৰখন গাঁৱৰ সোঁ-মাজতে। তথাপি গাঁৱৰ এমূৰৰ পৰা আৰম্ভ নকৰি হুঁচৰিৰ ঘেটা আৰম্ভ কৰা হয় শিৱনাথৰ ঘৰতে, কাৰণ অঞ্চলটোৰ আটাইতকৈ ধনী আৰু মানী মানুহ হিচাপে তেওঁলোকৰ ঘৰতে হুঁচৰি আৰম্ভ কৰাৰ নিয়ম পুৰুষানুক্ৰমে চলি আহিছে। সেই-দিনাও হুঁচৰিৰ কাৰণে পাণ-তামোলৰ শৰাই, টকা-পইচা আৰু নতুন ফুলাম গামোছা আদি সকলো ঠিক-ঠাক কৰি আবেলিৰপৰাই শিৱনাথৰ ঘৰৰ মানুহ সাজু হৈ আছে। ৰাতি আন দিনতকৈ বহুত সোনকালে ভাত-পানী খাই শেষ কৰি শিৱনাথ আৰু ধৈৰ্ণীয়েকে আগফালৰ পিৰালীতে বহি হুঁচৰিৰ কাৰণে অপেক্ষা কৰিছে; সৰু ল'ৰা-ছোৱালী কেইটাই চঞ্চল হৈ ঘৰ আৰু পদূলি-মুখৰ মাজত তাঁত-বাতি কৰিবলৈ আৰম্ভ কৰিছে। যি কোনো মুহূৰ্ততে হুঁচৰিৰ দলটো আহি পোৱাৰ কথা। এনেতে হঠাৎ শিৱনাথৰ ঘৰৰ সকলো মানুহকে চক্ খুৱাই দি গাঁৱৰ আন এঘৰ মানুহৰ চোতালত হুঁচৰিৰ ঢোল-দগৰ বাজি উঠিল।

শিৱনাথে প্ৰথমে নিজৰ কাণকেই যেন বিশ্বাস কৰিব নোৱাৰিলে। হতবাক হৈ তেওঁ কিছু সময় কাণ দুখন থিয় কৰি বৈ থাকিল। হয়, কোনো ভুলেই নাই; তেওঁলোকৰ ঘৰৰপৰা উজনিৰ ফালে পাঁচ-ছঘৰমান মানুহৰ সিফালেই কোনোবা এঘৰত হুঁচৰি আৰম্ভ হৈছে: 'কৃষ্ণৰ মূৰৰে বকুল ফুল এপাহি, নিয়ৰ পাই মুকলি হ'ল ঐ গোবিন্দাই ৰাম।'

আৰামৰ অলস ভংগী ত্যাগ কৰি শিৱনাথ পোন হৈ বহিল। সিংহৰ মুখৰ আহাৰ শিয়ালে কাঢ়ি খালে সিংহৰ মনত যেনে অনুভূতি হ'ব পাৰে, শিৱনাথৰ মনতো ঠিক তেনে অনুভূতিৰেই উদয় হ'ল। আজো-ককাৰ দিনৰ পৰা শিৱনাথহঁতৰ খৰখনে গাঁৱৰ প্ৰত্যেকটো কথাতে প্ৰথম স্থান পাই আহিছে। নামঘৰত বৰ-সবাহ, গৰখীয়া সবাহ বা-তিথি-উৎসৱ হ'লে প্ৰসাদৰ প্ৰথম ভাগটো বন্ধা হয় শিৱনাথৰ ঘৰলৈকে উদ্দেশ্য কৰি। গাঁৱৰ সকলো তিথি-পৰ্বৰ চান্দা-বৰঙণী তোলা আৰম্ভ হয় তেওঁৰ ঘৰতে। স্কুলৰ ল'ৰাবোৰে সৰস্বতীৰ প্ৰতিমা লৈ চহৰ ভ্ৰমণ কৰোঁতে প্ৰতিমাখন প্ৰথম ৰখা হয় শিৱনাথৰ পদূলিমুখত। বছৰি হুঁচৰিৰ প্ৰথম ঘেটাও মৰা হয় তেওঁৰ ঘৰতে। সকলো কথাতে গাঁৱৰ সমাজত এই প্ৰথম স্থান শিৱনাথে তেওঁৰ জন্ম-স্বত্ব বুলিয়েই ভাবি আহিছে! বেলি সদায় পূবত ওলোৱাৰ দৰে বা নৈ সদায় উজনিৰ পৰা ভাটিলৈ বৈ যোৱাৰদৰে এই স্বত্বকো তেওঁ অতি স্বাভাৱিক বুলিয়েই গণ্য কৰি আহিছে; কোনোবা দিন যে তাৰ কিবা ব্যতিক্ৰম হব পাৰে সেই কথা তেওঁৰ কল্পনাতো কেতিয়াও অহা নাই। কিন্তু আজি······

আজি হঠাৎ এই অঘটন কেনেকৈ ঘটিল ?

কিয় ঘটিল ?·········

শিৱনাথে মনে মনে এইবোৰ কথা ভাবি থাকে মানে সিমান পৰে হুঁচৰিৰ পহিলা ঘেটা শেষ হৈ ডেকা-ল'ৰাবোৰৰ বিহু গীত আৰম্ভ হৈছে ; ঢোল, খোল, তাল আৰু ম'হৰ শিঙাৰ পেঁপাৰ সম্মিলিত ঝংকাৰে দ্ৰুত গতিৰে শীৰ্ষ-বিন্দুলৈ আৰোহণ কৰিবলৈ আৰম্ভ কৰিছে। আন সময়ত হলে ম'হৰ শিঙৰ পেঁপাত বিহু গীতৰ সুৰ শুনিলেই তেওঁৰ আদহীয়া দেহতো প্ৰথম যৌৱনৰ উন্মাদনা জাগি উঠে; কিন্তু আজি হুঁচৰিৰ প্ৰত্যেকটো শব্দই তেওঁৰ কাণত শেলৰদৰে বিন্ধিবলৈ আৰম্ভ কৰিলে। তেওঁৰ মনত ভাব হ'ল—সেয়া যেন হুঁচৰি নহয়, গাঁৱৰ সকলো মানুহে গোট খাই নিৰাপদ দূৰত্বৰপৰা সমস্বৰে তেওঁক বিদ্ৰূপ কৰিবলৈহে আৰম্ভ কৰিছে।

বহুত পৰৰ মূৰত তেওঁ দীঘলীয়া আৰু যন্ত্ৰণাময় নীৰৱতা ভংগ কৰি মাত লগালে, 'শুনিছানে নাই ?'

ঠিক এইটো প্ৰশ্নকেই ঘৈণীয়েকেও শিৱনাথক সুধিবৰ মনেৰে বহুত পৰৰ পৰা মনে মনে উচপিচাই আছিল। কিন্তু গিৰিয়েকক বৰ উত্তেজিত হৈ উঠা যেন অনুভৱ কৰি তেওঁ মনে মনে আছিল।

'নুশুনিম কিয় ?'—তেওঁ উত্তৰ দিলে, 'কিন্তু কথাটো হৈছে কি ? আজি দেখোন হুঁচৰি দেৱেশ্বৰহঁতৰ ঘৰত আৰম্ভ হোৱা যেন লাগিছে। তাহানি মনপুৰ মৌজাদাৰে পোৱাৰ দৰে আমাৰ দেৱেশ্বৰেও ৰায় চাহাব খিতাপকে পালেনেকি ?'

গৌৰীনাথ ক'ৰবালৈ ফুৰিবলৈ ওলাই গৈছিল, ঠিক তেনে সময়তে সিও ঘূৰি আহি ঘৰৰ চোতালত ভৰি দিলেহি। মাকৰ কথাবাৰৰ আধাখিনি শুনি সি মাত লগালে, 'কোনে ৰায় চাহাব উপাধি পোৱাৰ কথা কৈছ আই ? সেইবোৰ উপাধি বৃটিছৰ লগতেই গ'ল দেখোন। আজি-কালি আমাৰ স্বাধীন চৰকাৰে ৰায় চাহাব, ৰায় বাহাদুৰ— এইবোৰ উপাধি নিদিয়ে নহয়।'

'আনক নিদিলেও দেৱেশ্বৰক দিছে হ'ব পায়'—মাতত অন্তৰৰ সমস্ত তিক্ততা ঢালি দি গৌৰীনাথৰ মাকে ক'লে, 'নহ'লে পুৰুষে পুৰুষে চলি অহা নীতিটো এৰি থৈ আজি গাঁৱৰ মানুহে সেই টোকোনাটোৰ ঘৰতহে হুঁচৰিৰ পহিলা ঘেটাটো কিয় মাৰিবলৈ যাব ?'

মাকৰ কথাৰ গূঢ় অৰ্থটো বুজিবলৈ গৌৰীনাথৰ কিছু সময় লাগিল। অলপ সময় তভক মাৰি ৰৈ সি হাঁহি এটা মাৰি মাত লগালে, 'অ' বুজিছোঁ, বুজিছোঁ, এইবাৰ হুঁচৰি আমাৰ ঘৰত আৰম্ভ নহৈ দেৱেশ্বৰ-হঁতৰ ঘৰত আৰম্ভ হোৱাৰ কাৰণে তোৰ খং উঠিছে। কিন্তু দেৱেশ্বৰ-হঁতৰ ঘৰত হুঁচৰি আৰম্ভ হোৱাৰ কাৰণ তেওঁ ৰায় চাহাব উপাধি পোৱাটো নহয় দেই। কালি গধূলিয়েই গাঁৱৰ ৰাইজে নামঘৰত মিটিং পাতি ঠিক কৰিলে যে আজি-কালিৰ দিনত সমাজত সৰু-বৰ বিচাৰ কৰিব নাপায়, সকলোৱে সমান। গতিকে মাজতে আমাৰ ঘৰত হুঁচৰি আৰম্ভ নকৰি গাঁৱৰ এমূৰৰ পৰাই ৰাইজে হুঁচৰি গাবলৈ ঠিক কৰিলে।

শিৱনাথে বহুত পৰৰ নীৰৱতা ভংগ কৰি প্ৰশ্ন কৰিলে, 'এই প্ৰস্তাৱটো প্ৰথমে কাৰ মুখত ওলাইছিল?'

'কথাটো প্ৰথমতে উলিয়াইছিল গোলোক পণ্ডিতে। পিছে যি বুজিলোঁ, গাঁৱৰ ডেকামখাই আগতেই নিজৰ ভিতৰতে আলোচনা কৰি কথাটো ঠিক কৰি আহিছিল।'

শিৱনাথে আকৌ প্ৰশ্ন কৰিলে, 'এই প্ৰস্তাৱটোত গাঁৱৰ কোনো এজন মানুহেই আপত্তি কৰা নাছিলনে?'

'কৰিছিল'—গৌৰীনাথে উত্তৰ দিলে, 'ভোলা বায়নেই খুব আপত্তি কৰিছিল। তেওঁ কৈছিল: আজি তিনি চাৰি পুৰুষ ধৰি গৌৰীনাথৰ দেউতাকহঁতৰ ঘৰতেই ৰাইজে হুঁচৰিৰ যেটা আৰম্ভ কৰি আহিছে; এতিয়া অন্ততঃ তেওঁ জীয়াই থকা দিনকেইটা সেই নিয়মৰ লৰ-চৰ কৰিব নালাগে। কিন্তু ডেকা গোটেইমখাই একমুখে বায়নৰ কথাত আপত্তি কৰি উঠিল। মই যি বুজিলো, ৰেব মহাজনেই সিহঁতক উচটাই দিছে।'

'সেই কানি-বেপাৰীটোৱে? আৰু গাঁৱৰ মানুহে তাৰ কথাতেই হয়ভৰ দিলে?'—শিৱনাথৰ মাতত অবিশ্বাস, যন্ত্ৰণা আৰু তাচ্ছিল্যৰ ভাব ফুটি উঠিল।

গৌৰীনাথেও বিদ্ৰূপৰ হাঁহি এটা মাৰি উত্তৰ দিলে, 'ৰেব মহাজনক আজি-কালি আৰু কানি-বেপাৰী বুলি কোনে কয়? সিয়েইতো আজি-কালি গাঁৱৰ নেতা। মৌজা কংগ্ৰেছৰ সভাপতি। এইবাৰ বোলে কিবা ৰুৰেল্ পঞ্চায়ত হ'ব, তাৰো সভাপতি বোলে সিয়েই হ'ব। তাৰ কাৰণে এতিয়াৰপৰাই গাঁৱৰ ডেকামখাক ভোজ-ভাত খুৱাই ঠিক কৰিছে।'

'কিয়, পঞ্চায়তৰ সভাপতিৰ কাৰণে কেশৱ মণ্ডল উঠিব বুলিহে শুনিছিলোঁ। এতিয়া আকৌ ৰেব মহাজনৰ নাম ওলাল কেনেকৈ?'

'দেউতা, তুমি গাঁৱত থাকিও গাঁৱৰ ৰাজনীতিৰ কথা একো গম নোপোৱা। মই বন্ধত ঘৰলৈ আহি দুদিনতে সকলো কথাৰ খবৰ পালোঁ। আজিকালি কেশৱ মণ্ডল আৰু ৰেব মহাজনৰ একেডাল নলীয়েই পানী যায়। পঞ্চায়তৰ ইলেকচনত উঠিবলৈ কেশৱ মণ্ডলৰ

টকা নাই। আনহাতে ৰেব মহাজনৰ টকা আছে, কিন্তু সমাজত মৰ্যাদা নাই। এতিয়া দুয়ো সমিল-মিল হৈ ঠিক কৰিছে যে এইবাৰ কৰেল পঞ্চায়তত ৰেব মহাজনেই সভাপতি হ'ব, কেশৱ মণ্ডল হ'ব উপ-সভাপতি। কিন্তু অহা বাৰলৈ ৰেব মহাজনে মণ্ডলক সভাপতিৰ পদটো এৰি দিব।'

কেইমুহূৰ্তমান সময় বিস্ময়ত হতবাক হৈ থাকি অৱশেষত শিৱনাথে মাত লগালে, 'চৰকাৰী চাকৰি এৰি দেশৰ স্বাধীনতাৰ কাৰণে জেল খোৱা কেশৱ মণ্ডলে এতিয়া কানি-বেপাৰী ৰেব মহাজনৰ লগতহে হাত মিলালে? মাত্র সৌ সিদিনা এই ৰেব মহাজনেই যে পুলিচৰ চোৰাংচোৱা হৈ কাম কৰিছিল আৰু ভলণ্টিয়াৰবোৰক ধৰাই ধৰাই দিছিল—সেই কথা তেওঁ ইমান সোনকালেই পাহৰি গ'লনে?...... কিন্তু, কিন্তু ৰেব মহাজনৰ ইমানটো প্ৰতাপ কেতিয়াৰপৰা হ'ল? কেনেকৈ হ'ল?'

'দেউতা, সমাজত বাস কৰিলে সমাজৰ কিছু খবৰ ৰাখিব লাগে। তুমি তোমাৰ চাৰিওফালে আভিজাত্যৰ ওখ দেৱাল এখন থিয় কৰাই লৈ নিজৰ জগতখনত অকলে বাস কৰা; তোমাৰ চাৰিওফালে প্ৰতি মুহূৰ্ততে কি ঘটিব ধৰিছে তাৰ একো খবৰ নাৰাখা। তুমি জীৱনত আৰু বহুত আঘাত পাবা।......ৰেব মহাজনৰ ইমান প্ৰতাপ কেনেকৈ হ'ল তুমি নাজানা? দেশ স্বাধীন হোৱাৰ পাছ মুহূৰ্ততেই আমাৰ ইয়াত যি কেইটা মানুহে কংগ্ৰেছত নাম লিখিছিল, তাৰ ভিতৰত ৰেব মহাজন প্ৰথম। সৌ সিদিনা যে সাধাৰণ নিৰ্বাচন হৈ গ'ল, তাতো আমাৰ নতুন এম. এল. এ বিশ্ব হাজৰিকাৰ কাৰণে আটাইতকৈ বেছি টকা খৰচ কৰিলে ৰেব মহাজনেই। এতিয়া ৰেব মহাজনে তাৰ প্ৰতিদান নিবিচাৰিব? নিজৰ লাভৰ কথা বিবেচনা নকৰাকৈ বেপাৰী মানুহে টকা খৰচ কৰা তুমি ক'ত দেখিছা? মুঠতে দেউতা, সমাজত তোমাৰ নিচিনা মানুহৰ দিন উকলিল; এতিয়া আহিব ধৰিছে ৰেব মহাজনহঁতৰ দিন।'

গৌৰীনাথ ভিতৰলৈ সোমাই গ'ল।

শিৱনাথ কিছু সময় স্তব্ধ হৈ বহি থাকিল। ইতিমধ্যে হুঁচৰিৰ দলটোৱে দেৱেশ্বৰহঁতৰ ঘৰত হুঁচৰি গোৱা শেষ কৰি ভদ্ৰকান্তৰ চোতালত হুচৰি গাবলৈ আৰম্ভ কৰিছে। শিৱনাথ আন্ধাৰতে ঘৈণীয়েকৰ ফালে চাই গহীনাই মাত লগালে, 'ভিতৰলৈ ব'লা। হুঁচৰি আহিলে আমাৰ ঘৰৰ মানুহ কোনো ওলাব নোৱাৰিব। মাজুবাপু, আইকণ, সৰুবাপু—ইহঁতকো শুই থাকিবলৈ কোৱা। টকা এটাৰে সৈতে তামোল-পাণৰ শৰাইখন নকুলক দিয়া, আৰু তাক কৈ দিয়া হুঁচৰি আহিলে সিয়েই সেৱা এটা কৰি হুঁচৰিক বিদায় দিব লাগিব।'

শিৱনাথ ভিতৰলৈ বুলি থিয় হ'ল।

ঘৈণীয়েকে বহা ভাগতেই ইতস্ততঃ কৰি ক'লে, 'কিন্তু কথাষাৰ ভাল হ'ব জানো? বছৰেকৰ হুঁচৰিটো চাকৰৰ হতুৱাই বিদায় দিলে ৰাইজে ক'ত মানি ল'ব? মস্ত এখন হুলস্থুল লগাব।'

'হুলস্থুল লাগিবলৈ বাকী আছে কিটো?' শিৱনাথে প্ৰায় গৰ্জি উঠিল, 'যি সমাজত ৰেব মহাজনেই নেতা, সেই সমাজৰ লগত মোৰ কোনো সম্পৰ্ক নাই। ভিতৰলৈ সোমাই আহি মনে মনে শুই থাকা।'

॥ ৫ ॥

উজনিৰ আটাই কেইঘৰতে হুঁচৰি গোৱা শেষ কৰি অৱশেষত দলটোৱে শিৱনাথৰ চোতালত ভৰি দিলেহি। শিৱনাথ বিছনাত পৰিল যদিও তেওঁৰ চকুলৈ টোপনি অহা নাই, কাণ থিয় কৰি তেওঁ নিথৰ হৈ পৰি আছে। অদূৰৰ আন এখন বিছনাত ঘৈণীয়েকেও ছটফটাই ইলুটি-সিলুটি কৰি আছে। দুয়ো যেন নীৰৱে আৰু উজাগৰে কিবা এক বিৰাট বিপৰ্য্যয়ৰ কাৰণেহে অপেক্ষা কৰিছে। বাহিৰৰ

চোতালত হুঁচৰিৰ দলটোৱে পদ-ঘোষা গাই শেষ কৰি বিহু আৰম্ভ কৰাৰ আগতে অলপ সময় থমকি ৰ'ল।

নকুল বোধহয় পিবালীতে থিয় হৈ আছিল, কোনোবা এটাই তাক প্ৰশ্ন কৰিলে, 'ঐ নকুল, তহঁতৰ ঘৰৰ মানুহবোৰ আজি নাই নেকি অ'?'

নকুলেও শিৱনাথৰ মনোভাব ইতিমধ্যে বুজি পাইছে, সেই কাৰণে সি তাৰ প্ৰভুৰ অনুভূতিৰ প্ৰতিধ্বনি কৰি নীৰস মাতেৰে উত্তৰ দিলে, 'নাথাকি ক'লৈ যাব? ৰাতি শুবৰ সময় হৈছে কাৰণে শুই আছে।'

আন এটাই মাত লগালে, 'শুই আছে বুজিছোঁ। কিন্তু হুঁচৰিৰ ইমান ঢোল-দগৰৰ শব্দতো সাৰ পোৱা নাই নে?'

নকুলে এই প্ৰশ্নৰ একো উত্তৰ নিদিলে। কোনোবা এটাই আৰু কিবা এষাৰ ক'বলৈ আৰম্ভ কৰিছিল, কিন্তু বিহুৰ নিচাত উত্ৰাৱল হৈ থকা ডেকা জাকে এইবোৰ তুচ্ছ কথাত সময় খৰচ কৰিবলৈ ইচ্ছা নকৰি সমস্বৰে বিহু গীত গাই উঠিল, আৰু ঢোল-খোলৰ সম্মিলিত শব্দত সকলো কথা তল পৰি গ'ল।

ডেকাৰ দলটো বিহুত মতলীয়া হৈ পৰিল যদিও হুঁচৰিৰ দলটোৰ মুখিয়াল বয়সিয়াল লোক কেইজনে কথাটো ব'ৰ সহজ ভাবে লব নোৱাৰিলে। ঘৰখনৰ ডাঙৰ মানুহকেইজন বাৰু এলাহতেই বিছনাত পৰি আছে, (যদিও তেনে ঘটনা কেতিয়াও নঘটে), কিন্তু সৰু সৰু ল'ৰা-ছোৱালীকেইটাও ইমান পৰে ওলাই আহিব নাপায়নে? হুঁচৰি আহি চোতালত ভৰি দি ঢোলত প্ৰথম চাপৰটো দিয়াৰ লগে লগেই ল'ৰা-ছোৱালীয়ে বিছনাৰপৰা জাপ মাৰি বাহিৰলৈ ওলাই নাহে—এনে ঘটনা আজিলৈকে ক'তো ঘটা নাই। মানুহকেইজনে ফুচ্‌ফুচাই নিজৰ ভিতৰতে কিবা-কিবি কোৱা-মেলা কৰিবলৈ ধৰিলে। এনেতে ডেকা জাকৰ বিহু অন্ত পৰিল। তেতিয়াও শিৱনাথহঁতৰ ঘৰৰ কোনো মানুহ ওলাই নহা দেখি ডেকাৰ দলটোও চিন্তিত হ'বলৈ আৰম্ভ কৰিলে।

কোনোবা এটাই আৰু এষাৰ বিহু-গীত জুৰিবলৈ আৰম্ভ কৰিছিল, তেনেতে আন এটাই ভেকাহি মাৰি উঠিল, 'এই চুপ থাক। কেৱল এবৰ মানুহতে বিহু ৰাতি পুৱাই দিলেই হ'ব নেকি?......বোলো

বায়ন দদাই, এতিয়া কি কৰাঁ ? বৰ মানুহৰ দৰ্শন পাম বুলি ইয়াতেই বোন্দা-পৰ দি ৰৈ থাকিবা, নে আন এঘৰলৈ যাবা ?'

'ৰাইজসকল, আশীৰ্বাদ দিবলৈ বহিবহে লাগে এতিয়া ।'

নিজৰ ভিতৰতে কথন-মথনত ব্যস্ত হৈ থকা মানুহজাকে মুখ ঘূৰাই চাই সবিস্ময়ে লক্ষ্য কৰিলে যে তামোল-পাণৰ শৰাই হাতত লৈ হুঁচৰিৰ আশীৰ্বাদ ল'বৰ কাৰণে আঁঠু লৈছেহি নকুলে, শিৱনাথহঁতৰ ঘৰৰ চাকৰটোৱে। প্ৰথম কেইমুহূৰ্তমান সময় কাৰো মুখত এষাৰো মাত নোলাল, সকলোৱেই বিস্ময় আৰু অবিশ্বাসত হতভম্ব হৈ ৰ'ল। তাৰ পাছত কদোৰ বাহত ফমু'ঠি পৰাৰ দৰে মানুহজাকৰ মাজৰপৰা এটা ক্ৰুদ্ধ গুঞ্জন-ধ্বনি ফুটি উঠিল। তাৰ মাজতে কোনোবা এটা ডেকাই খঙেৰে চিঞৰি উঠিল, 'দেখিছা, দেখিছা, বছেৰেকৰ বিহুৰ দিনা এতিয়া চাকৰৰ হতুৱাই গাঁৱৰ হুঁচৰি পাৰ্টিক বিদায় দিয়ায় ? ৰাইজসকল, মই এতিয়াই আপোনাসকলক কৈ থলোঁ—বৰ মানুহৰ এই বৰ ভেম কিন্তু ভাঙিব লাগিব ; নহ'লে আমি ডেকামথাই আপোনাসকলক কিন্তু গুদাই নেৰিম। উস্, ইমান স্পৰ্দ্ধা !'

আন এটা ডেকাই মাত লগালে, 'লগৰ কথা লগে লগেই শেষ হৈ যোৱা ভাল। পিছলৈ আৰু কিয় বাকী ৰাখিব লাগে ? এওঁলোকক আজিৰেপৰাই এঘৰীয়া কৰা হ'ল বুলি ৰাইজে ইয়াতেই কৈ যাওক।'

ভোলা বায়নে ডেকাজাকৰ পিছফালে আন্ধাৰৰ আঁৰ লৈ অকলে থিয় হৈ আছিল। শিৱনাথে গাঁৱৰ হুঁচৰি পাৰ্টিক এনেকৈ অপমান কৰাটো আৰু তাৰ শাস্তি স্বৰূপ তেওঁক এঘৰীয়া কৰিব লগা হোৱাটো ভোলা বায়নৰ কাৰণে জীৱনৰ এটা অতি ডাঙৰ ঘটনা ; ম'হঘুলিৰ ইতিহাসত এনে ঘটনা কাচিৎহে ঘটে। উতনুৱা ডেকাজাকে কথাটো যিমান সহজ ভাবে লৈছে, ভোলা বায়নে তাক সিমান সহজ ভাবে লব নোৱাৰে। ভূমিকম্পৰ প্ৰথম মৃদু জোকাৰণিটো অনুভৱ কৰি তাৰ পাছৰ জোকাৰণিবোৰৰ কাৰণে সতৰ্ক আৰু সন্ত্ৰস্ত হৈ অপেক্ষা কৰা মানুহবদৰে ভোলা বায়ন কিছু সময় স্থিৰ হৈ ৰ'ল। তাৰ পাছত তেওঁ

দুৰ্বল ভাবে মাত লগালে: 'ব'ল ল'ৰাহঁত, এতিয়া ব'ল; কাইলৈ নামঘৰত ৰাইজ গোট খাই যি কৰিব লাগে কৰিব।'

শিৱনাথ, গৌৰীনাথ, শিৱনাথৰ ঘৈণীয়েক······নিজৰ নিজৰ বিছনাত উজাগৰে স্থিৰ হৈ পৰি থকা প্ৰত্যেকজনেই শুনিবলৈ পালে— সিহঁতৰ চোতাল এৰি পদূলি-মুখলৈ আগ বঢ়া হুঁচৰি পাৰ্টিৰ ডেকা ল'ৰাজাকে সিহঁতৰ বিষয়ে অশ্লীল আৰু অনুচ্চাৰণীয় ভাষাত এনে কিছুমান মন্তব্য কৰিছে—যি ধৰণৰ মন্তব্য শুনিবলৈ পাব বুলি সিহঁতে জীৱনত কল্পনাই কৰা নাছিল। গাঁৱৰ উঠি অহা ডেকাজাকৰ মনত সিহঁতৰ প্ৰতি কি দাৰুণ তীব্ৰ ঘৃণা পুঞ্জীভূত হৈ উঠিছে—এই প্ৰথম শিৱনাথহঁতে তাৰ আভাস পালে। নিজৰ অন্তৰৰ গভীৰত প্ৰত্যেকেই মনে মনে অনুভৱ কৰিলে—আজি ৰাতিটোৰ লগে লগেই সিহঁতৰ পৰিয়ালটোৰ বুৰঞ্জীত এটা যুগৰ অন্ত পৰিল; ইয়াৰ পাছত আৰু একোৱেই আগৰ নিচিনা হৈ নাথাকিব।

॥ ৬ ॥

ঘৰৰ বাৰান্দাৰ যিখিনি নিৰ্দিষ্ট ঠাইত যিখন চকীত শিৱনাথ সদায় বহি থাকে, বহি বহি কেতিয়াবা তেওঁ ৰাস্তাৰ মানুহ চায়, কেতিয়াবা এজাক এজাককৈ বাহলৈ উলটিব ধৰা কাউৰী আৰু বগলীবোৰ চায়, কেতিয়াবা তেওঁৰ দৃষ্টি অনন্তৰ মাজত হেৰাই যায়—ঠিক সেইখন চকীতে তেওঁ সেইদিনাও আবেলি বহি আছিল। সেইদিনা অৱশ্যে মানুহ, চৰাই, অনন্ত—এইবোৰৰ একো এটাই তেওঁৰ দৃষ্টিৰ লক্ষ্য নাছিল; সেইদিনা তেওঁৰ দৃষ্টি আছিল সম্পূৰ্ণৰূপে নিজৰ অন্তৰত নিবদ্ধ।

'ককাইদেউ, কি কৰিছে?'

শিৱনাথ প্ৰায় চঁক খাই উঠিল। টোপনিৰপৰা থকমকৈ সাৰ পোৱা মানুহৰদৰে মূৰ দাঙি চাই তেওঁ দেখিলে—হালধীয়া আৰু সেৰেঙা দাঁত দুপাৰি আলুলৈকে উলিয়াই হাঁহি হাঁহি তেওঁৰ সমুখত থিয় হৈ আছে বিনোদ। তাক দেখি শিৱনাথ খুব আচৰিত হ'ল। সি জানে যে শিৱনাথে তাক দেখিব নোৱাৰে, তেওঁ অন্তৰৰপৰাই তাক ঘিণ কৰে। সেই কাৰণে সি পৰাপক্ষত তেওঁৰ দৃষ্টিৰপৰা আঁতৰি থাকিবলৈকে চেষ্টা কৰে। আজি বহুতদিন—কিজানি এবছৰতকৈ বেছি হ'ল—তেওঁ তাক ওচৰৰপৰা দেখাই নাই। শেষবাৰ দেখা হওঁতে সি বোধহয় আধিৰ কাৰণে তেওঁক মাটি খুজিবলৈ আহিছিল। তেওঁ তাক উত্তৰ দিলে যে লওঁতা নোলালে মাটি লাগিলে এনেয়ে পৰিয়ে থাকিব, তথাপি তেওঁ তাক মাটি নিদিয়ে। সেই বিনোদ যে আৰু কোনোবা দিনা তেওঁৰ ঘৰলৈ আহিব সেই কথা শিৱনাথে ভাবিবই পৰা নাছিল। তেওঁ খুব নীৰস মাতেৰে ক'লে, 'অ' বিনোদ দেখোন, কি মন কৰি আহিলা ?'

ওচৰৰ বেঞ্চখনতে বহি পৰি বিনোদে ঢেক্ ঢেক্ কৈ এটা হাঁহি মাৰিলে। যি কোনো কথা এষাৰ কোৱাৰ আগতে অকাৰণতে ঢেক্ ঢেক্ কৈ হাঁহি এটা মাৰি লোৱাটো তাৰ অভ্যাস। ওপৰৰ পাৰি দাঁতৰ সমুখৰ দীঘল দাঁত দুটা লৰিছে, সি মুখ মেলি হাঁহোঁতে দাঁত দুটাই নাচিবলৈ আৰম্ভ কৰে। দৃশ্যটো দেখি শিৱনাথৰ ইমান বেয়া লাগিল যে তেওঁ বিনোদৰ মুখৰ ফালে চাবলৈ এৰি আন একালে মুখ ঘূৰালে। বিনোদে হাঁহিটো সামৰি লৈ মাত লগালে, 'ককাইদেউ, মই আগতেই জানিছিলো নহয়, কোনোবা ভাল মানুহে এই গুণ্ডা নৰ-বধীবোৰৰ লগত একেলগ হৈ থাকিব পাৰেনে? যি হৈছে খুব ভালেই হৈছে ককাইদেউ। আপুনি একো অসন্তোষ নকৰিব। এই পাষণ্ডবোৰৰ লগত সংগ কৰি থকাতকৈ অকলে থকাটো হাজাৰগুণে বেছি ভাল।'

বিনোদৰ কথাবোৰ শিৱনাথৰ কাণত প্ৰথমে সাঁথৰ যেন লাগিল। আগ নাই গুৰি নাই, এইটোৱে পাগলৰদৰে এইবোৰ কয় কি? কিন্তু

সেই সাঁথৰৰ ভেদ ভাঙিবলৈ তেওঁৰ বেছি সময় নালাগিল। তেওঁ তৎক্ষণাৎ বুজি পালে যে আজি নামঘৰত গাঁৱৰ ৰাইজৰ মেল বহিছিল, আৰু সেই মেলতে তেওঁক নিশ্চয় এঘৰীয়া কৰা হৈছে। ইঁহি মুখেৰে তেওঁক সেই খবৰটো দিবলৈকে আজি এবছৰৰ মূৰত বিনোদ আহি তেওঁৰ ঘৰত ভৰি দিয়াৰ এটা কাৰণ আছে। আজি ছমাহমান ধৰি বিনোদকো ৰাইজে এঘৰীয়া কৰি থৈছে।

অৱশেষত বিনোদ আৰু শিৱনাথ দুয়ো একেখন নাৱতে!

বিনোদ শিৱনাথতকৈ চাৰিবছৰ মান সৰু হ'ব। তাৰ বাৰ বছৰ মান বয়সতেই বাপেক মৰিল, আৰু বিধবা মাকৰ একমাত্র সন্তান হিচাপে ঘৰ চলোৱা আৰু খেতি-খোলাৰ দায়িত্ব তাৰ মূৰতে পৰিল। সৰুৰেপৰাই তাৰ গাত আছিল অসুৰৰ নিচিনা বল, আৰু প্রকৃতিও আছিল অসুৰৰ নিচিনা। সি যিফালেই যায় সেইফালেই নোজোকোৱা মানুহকো নিজে আগবাঢ়ি জোকাই লৈ কাজিয়া এখন নকৰিলে তাৰ মনত শান্তি নহৈছিল। কাৰো লগত কাজিয়া কৰিবলৈ নাপালে সি মাকৰ লগতেই কাজিয়া এখন আৰম্ভ কৰে আৰু হাতৰ কাষত যিহকে পায় তাৰেই মাককে মাৰ-ধৰ কৰে। সংসাৰত তাৰ একোলৈকে ভয় নাই, একোৰে প্রতি শ্রদ্ধাও নাই। নৈৰ সিপাৰৰ যি গটপানি হাবিত মানুহে বাঘৰ ভয়ত দিনতে অকলে যাবলৈ সাহ নকৰে, সেই হাবিত সি খেতি ৰাখিবৰ কাৰণে ৰাতিও অকলে থাকে। কিছু ডাঙৰ হ'বৰপৰা গাঁৱৰ গাভৰু ছোৱালীবোৰৰ কাৰণে সি আতংকৰ কাৰণ হৈ পৰিল। বাটেদি কোনোবা ছোৱালী অকলেই যাওক বা জাক পাতিয়েই যাওক—সি অশ্লীল কথা এষাৰ কৈ সিহঁতক জোকাবই জোকাব। নৈৰ ঘাটত অকলে গা ধুই থকা বা চাপৰিৰ ধাননিত অকলে ধান নিৰাই থকা কোনোবা ছোৱালীক দেখিলেতো কথাই নাই, এবাৰ নহয় এবাৰ সি তাইৰ কাপোৰত ধৰি টনাটনি নকৰাকৈ কেতিয়াও নেৰে। তাৰবাবে যে ছোৱালীৰ ককায়েক-ভায়েকবোৰৰ হাতত সি মাৰ নোখোৱাকৈ থাকে এনে নহয়, কিন্তু সি নিজে যিমান মাৰ খায় তাৰ দুগুণ মাৰ সি আনক দিয়েও। এনে এটা

মানুহৰ সংগ সকলোৰে দ্বাৰা পৰিত্যক্ত হোৱাই স্বাভাৱিক। কিন্তু বিনোদৰ গাত আন এনে কিছুমান গুণ আছিল যিবোৰৰ কাৰণে সি গাঁওখনৰ আতোল-তোলবো পাত্র হৈ পৰিছিল। তাৰে প্রথমটো হ'ল তাৰ অভিনয়-প্রতিভা। চাপৰিৰ টঙিত বহি খেতি ৰখি থাকোঁতে সি আপোন-মনে ভাওনাৰ বচনবোৰ সুৰ লগাই লগাই গাই থাকে; ভোলা বায়নে এদিন চাপৰিলৈ যাওঁতে বিনোদৰ বচন গোৱা শুনি ইমান মুগ্ধ হ'ল যে সেই মাহতেই গাঁৱত পাতিব লগা ভাওনাটোত তেওঁ নিজে বিনোদক নামঘৰলৈ মতাই আনি তাক এটা সৰু তিৰোতাৰ ভাও কৰিবলৈ দিলে। তেতিয়া বিনোদৰ বয়স প্ৰায় ষোল বছৰ। অপূর্ব অভিনয় কৰি বিনোদে সেইদিনাই গাঁৱৰ মানুহৰ মন জয় কৰিলে। তাৰ পাছৰ পৰা গাঁৱৰ ভাওনাৰ ৰুক্মিণী, দ্রৌপদী, সীতা, পার্বতী আদি আটাইবোৰ প্রধান নাৰী-চৰিত্ৰতে বিনোদৰ একচেটীয়া দখল হ'ল। আঠ বছৰমান এনেকৈ গাঁৱৰ নাট-ঘৰৰ প্রধান 'নায়িকা' হৈ থকাৰ পাছত অনিবার্য্য কাৰণত সি এদিন নাৰী-ভূমিকাৰ পৰা বিদায় লব লগা হ'ল, আৰু আৰম্ভ হ'ল তাৰ অভিনয়-জীৱনৰ দ্বিতীয় পর্ব: ভীম, বৃত্রাসুৰ, শ্ৰীৰামচন্দ্র, কাৰ্ত্তবীৰ্য্যাৰ্জুন, কর্ণ—ইত্যাদি। বিনোদৰ সাত শত্ৰুৱেও স্বীকাৰ কৰে যে ইয়াৰ আগতে বিনোদৰ সমকক্ষ শক্তিশালী ভাৱৰীয়া ম'হঘুলিত কেতিয়াও ওপজা নাছিল, ভৱিষ্যতলৈকো ওলাবনে নোলায় সন্দেহ। শ্ৰীৰামচন্দ্ৰৰ ভাও লৈ বিনোদে যেতিয়া সীতাৰ বিৰহত বিলাপ কৰিবলৈ ধৰে বা কর্ণৰ ভাৱত উদাত্ত কণ্ঠেৰে বীৰত্বপূর্ণ বচন গাবলৈ ধৰে—গাঁৱৰ ল'ৰা-বুঢ়া মতা-মাইকী সকলো দর্শকেই এক দুর্বোধ্য বিস্ময়ত অভিভূত হৈ পৰে: এই শুকু-গোসাঁই-নমনা খটাসুৰ মানুহটো তেওঁলোকৰ চকুৰ আগতেই কেনেকৈ এটা সম্পূর্ণ বেলেগ মানুহ হৈ পৰে? হৃদয়ৰ কোন অদৃশ্য উৎসৰ পৰা তাৰ কণ্ঠত এনে কোমল করুণতা নিজৰি পৰে, এনে প্রচণ্ড বীৰত্ব উদগীৰিত হৈ আহে? বাস্তৱৰ বিনোদক সম্পূর্ণ ৰূপে পাহৰি গৈ মানুহবোৰে ভাৱনাৰ প্রেমিক বিনোদক, বীৰ বিনোদক নিজ নিজ হৃদয়ত গভীৰ আবেগেৰে বৰণ কৰি লয়।

বিনোদৰ দ্বিতীয় গুণ আছিল তাৰ বহুৰূপী স্বভাৱ। হকে-বিহকে কাজিয়া কৰি ফুৰাই যিটো মানুহৰ স্বভাৱ, মাৰ-পিট কৰিবৰ সময়ত যিটো মানুহ পশুৰদৰে হিংস্ৰ আৰু ক্ষমাহীন, সেই মানুহটোৱে কিন্তু স্বাভাৱিক অৱস্থাত বহুৰূপী নকৰাকৈ এষাৰ কথাও নকয়। সি মুখ মেলিলেই হাঁহিৰ প্ৰ তাপত মানুহৰ পেটৰ নাড়ী-ভুৰি বাহিৰ হৈ আহিবৰ উপক্ৰম হয়। একেটা মানুহৰ গাতে স্বভাৱৰ এনে বৈপৰীত্য সচৰাচৰ দেখা নাযায়।

কুৰি বছৰ মান পাৰ নৌ হওঁতেই বিনোদে ওচৰৰ গাঁৱৰে এজনী ছোৱালী পলুৱাই আনিলে। নিজৰ সংসাৰ হ'বৰ পাছৰপৰা বিনোদৰ অৱসৰ-বিনোদনৰ এটা নতুন খেলা আৰম্ভ হ'ল। সেইটো হ'ল ঘৈণীয়েকৰ ওপৰত পাশৱিক অত্যাচাৰ। 'কটাৰী চিকুণ শিলে, তিৰোতা চিকুণ কিলে'—এই আপ্তবাবাক্যত বিশ্বাস কৰা গাঁৱৰ প্ৰায়বোৰ মানুহেই খঙৰ কিবা কাৰণ ঘটিলে ঘৈণীয়েকহঁতৰ ওপৰত বীৰত্ব নেদেখুৱাকৈ নাথাকে, গিৰিয়েকৰপৰা মাজে-সময়ে চৰটো-ভুকুটো বা সময় বুজি হলোৱা এছাৰিৰ কোবটো নেখোৱাকৈ থকা তিৰোতা গাঁওখনত এজনীও নাই বুলিলেই হয়। যিটো মতাই বছেৰেকত অন্ততঃ এবাৰো ঘৈণীয়েকৰ গাত হাত নলগায়, তেনে মতাক আনবোৰ তিৰোতায়েই 'তিৰোতা-সেকুৱা', 'মাইকীৰ মেখেলা-ধোৱা' আদি নানা বিশেষণেৰে বিভূষিত কৰি বিদ্ৰূপ কৰে। কিন্তু বিনোদৰ ক্ষেত্ৰত কথাটো সম্পূৰ্ণ স্বকীয়া। ঘৈণীয়েকক মাৰিবলৈ তাৰ কোনো কাৰণ ঘটিবৰ দৰকাৰ নকৰে। আন মানুহে যেনেকৈ এনেয়ে বহি বহি আমনি লাগিলে কীৰ্তনৰ পদ এষাৰ বা ভাৱনাৰ বচন এষাৰকে আওৰায় বা কোৰখন লৈ চোতালৰ বন চুকুকিবলৈকে আৰম্ভ কৰে, বিনোদে তেতিয়া ঘৈণীয়েকে হয়তো এবছৰৰ আগতে কৰা কিবা এটা দোষৰ কথা খুচৰি লৈ তাইক মাৰিবলৈ আৰম্ভ কৰে। মৰাও মৰা মানে খঙৰ মূৰত কৰা সাধাৰণ লপা-থপা নহয়; ভালকৈ যোগাৰ-যন্ত্ৰ কৰি লৈ খুব ভালকৈ ভাবি-চিন্তি শৰীৰৰ একো একোটা অংশ বাছি লৈ আধা ঘণ্টামান সময় দি ঘৈণীয়েকক মাৰিয়েই থাকে। ঘৈণীয়েকে যন্ত্ৰণাত

চেঙালুটি পাৰিলেও-বা কান্দোনত গছুৰ গাত সন্মালেও তাৰ মুখৰ ভাষৰ অকণো সলনি নহয় বা প্ৰহাৰবো বিৰাম নঘটে। মাহটোত এনে এটা দিন নাযায় যিদিনা সি কিবা নহয় কিবা এটা অজুহাতত ঘৈণীয়েকৰ ওপৰত পাশৱিক অত্যাচাৰ নচলায়। ঘৈণীয়েকক মাৰি আধা-মৰা কৰি পেলাই থৈ সি হয়তো বজাৰৰ ফালে ওলাই যায় আৰু তাত গৈ কাৰোবাৰ লগত বহুৱালী আৰম্ভ কৰি দিয়ে। মাৰৰ চোটত ঘৈণীয়েকে কেইবাবাৰো নিজৰ মাক-বাপেকৰ ঘৰলৈ পলাই গৈছিল, কিন্তু প্ৰত্যেক-বাৰেই সি হয় শহুৰেকৰ হাতে-ভৰিয়ে ধৰি, নহয় পুলিচ অনাৰ ভয় দেখুৱাই ঘৈণীয়েকক পুনৰ ঘূৰাই লৈ আনে। এনেকৈ অনাৰ পিছত দুদিনমান সি ঘৈণীয়েকৰ গাত হাত নলগায়। ওচৰ-চুবুৰীয়াই ভাবিবলৈ আৰম্ভ কৰে যে এইবাৰৰপৰা বোধহয় দুৰ্ভগীয়া তিৰোতাজনী মাৰ খাই খাই আও-মৰণে থকাৰ পৰা ৰক্ষা পৰিল; সকলোৱেই এটা স্বস্তিৰ নিশ্বাস পেলায়। কিন্তু দুদিনমান পাৰ হ'ল কি নহ'ল—আকৌ আৰম্ভ হয় বিনোদৰ পাশৱিক অত্যাচাৰ আৰু ঘৈণীয়েকৰ হিয়া-ভগা কান্দোন। অৱশেষত মানুহবোৰে তাই পূৰ্ব-জন্মৰ কিবা পাপৰ ফলতহে এনে জীয়াতু ভুগিব লগা হৈছে বুলি ভাবি তাইৰ কথা চিন্তা কৰিবলৈ এৰি দিলে।

ঘৈণীয়েকক অত্যাচাৰ কৰাটোৱেইযে বিনোদৰ একমাত্ৰ বিলাস আছিল এনে নহয়। সৰু বয়সত বিনোদে যেনেকৈ নোজোকোৱা মানুহকো আগ বাঢ়ি জোকাই লৈ কাজিয়া কৰি ৰং পাইছিল, ডাঙৰ হৈ সি তেনেকৈ গোটেই সমাজখনকে জোকাবলৈ ধৰিলে। এদিন হয়তো নামঘৰৰ বছেৰেকীয়া বৰ-সবাহৰ চান্দা-বৰঙণি তুলিবলৈ গাঁৱৰ মানুহ আহিল, কথা নাই বাৰ্ত্তা নাই সি মানুহবোৰক নানা অকথ্য কথা কৈ অপমান কৰি চান্দা নিদি খেদি পঠিয়ালে। সেইদিনাই ৰাইজে মেল পাতি তাক এঘৰীয়া কৰিলে। দুমাহমান অকলশৰীয়াকৈ থাকি অৱশেষত এদিন সি শৰাই এখন লৈ ৰাইজৰ আগত আঁঠু ল'লেগৈ, পুনৰ সমাজে তাক গ্ৰহণ কৰিলে। দুমাহমান শান্তিৰে গ'ল। আকৌ তাৰ মূৰত কি বলিয়ালি উঠিল, এদিন হয়তো ভাৱনাৰ আখৰা কৰি থাকোতেই কাৰোবাৰ লগত কিবা তৰ্ক লাগি ধাপনাৰ ভাগৱতখনকেই

গোৰ মাৰি পেলাই দিম বুলি কৈ দম্‌দমাই সি ওলাই আহিল। পুনৰ সি সমাজৰ পৰা এঘৰীয়া হ'ল। এনেকৈ এটা বছৰো নাযায় যি বছৰ কিবা নহয় কিবা এটা অজুহাতত সি সমাজৰপৰা এঘৰীয়া হৈ নাথাকে। যিখিনি সময় সি সমাজৰপৰা এঘৰীয়া হৈ থাকে, গাঁৱৰ মানুহে তাক ভালকৈ মাত-বোল নকৰে, সেই সময়খিনিত ঘৈণীয়েকৰ ওপৰত তাৰ অত্যাচাৰ বেছি হয়, ঘৰৰপৰা কাজিয়া কৰি ওলাই গৈ ক'ৰবাত টেঁটুলৈকে মদ একলহমান খাই সি চাপৰিৰ হাবিৰ মাজত ভাৱনাৰ বচন বা কীৰ্তনৰ পদ গাই গাই শুই থাকে। নিঃসংগতা যেতিয়া অসহ্য হয়, তেতিয়া সি সমাজৰ বুকুলৈ ঘূৰি আহে। যিবোৰ ল'ৰা-ছোৱালী মৰমৰ অতি আকলুৱা সিহঁতে মাকৰ মৰম পৰীক্ষা কৰি চাবৰ কাৰণে যেনেকৈ নানা অজুহাতত বাৰে বাৰে মাকক আমনি কৰি থাকে, আৰু যিমানেই মাকৰপৰা ধমক বা লপা-থপা পায়, সিমানেই সিহঁতৰ অমনি বাঢ়ি যায়, বিনোদেও যেন ঠিক তেনেকৈয়ে সমাজৰ মৰম পৰীক্ষা কৰি চাবৰ কাৰণেই এনেবোৰ মান-অভিমানৰ খেলা খেলি থাকে। কিন্তু তাৰ সেই অনুভূতিবোৰ বুজিবলৈ সমাজ নামৰ নৈৰ্ব্যক্তিক বস্তুটোৰ ক্ষমতা নাই, প্ৰয়োজনো নাই। সমাজৰ চকুত সি হয় এটা বিকৃত-মস্তিষ্ক পাগল, অথবা দুষ্ট প্ৰকৃতিৰ দুৰাচাৰী মানুহ।

যোৱা ছমাহ ধৰি বিনোদ আকৌ এঘৰীয়া হৈ আছে। এইবাৰ সি এঘৰীয়া হোৱাৰ কাৰণটো কিছু বেলেগ। ফজল আলী নামৰ মুছলমান ডেকা এটাই চহৰৰপৰা আহি ম'হঘুলিত পাণ-তামোলৰ এখন দোকান দিছে! কিন্তু দিনতহে তাৰ পাণ-তামোলৰ কাৰবাৰ, ৰাতি হ'লে তাৰ চালিখনত চোৰাং মদৰ বেপাৰ চলে। আৰম্ভণীৰে পৰাই বিনোদৰ লগত তাৰ খুব দোস্তি। এদিন গাঁৱৰ ডেকা কেইটামানে চাৰিওফালে প্ৰচাৰ কৰি দিলে যে, বিনোদে ফজলৰ ঘৰত ফজলে বন্ধা কুকুৰাৰ মাংসৰ আঞ্জাৰে সৈতে মদ খাই থকা সিহঁতে নিজে দেখি আহিছে। এনে এটা কথা গাঁৱৰ মানুহে বহুদিনৰ পৰাই অনুমান কৰি আহিছিল যদিও প্ৰমাণৰ অভাৱত বা কোনেও স্পষ্টভাৱে অভিযোগ নকৰাৰ কাৰণে সকলোৱেই সেইকালে চকু মুদি আছিল।

কিন্তু কিছুমান মানুহে যেতিয়া নিজ চকুৰেই দেখা বুলি অভিযোগ তুলিলে, তেতিয়া কথাটো আওকাণ কৰি থকা অসম্ভৱ হৈ উঠিল। অৱশ্যে এই কথাও ঠিক যে গাঁৱত এনে এটা চেংডেলীয়া ডেকা নাই যি ফজলৰ দোকানত মদ নোখোৱাকৈ আছে। চহৰৰ লগত ম'হঘুলিক সংযুক্ত কৰা লোকেল্ বোৰ্ডৰ ৰাস্তাটো যেতিয়াই চৰকাৰৰ গড়-কাপ্তানী বিভাগে নিজৰ হাতলৈ নি কিছু উন্নত কৰি তুলিলে (ম'হঘুলিৰ বাইজলৈ স্বাধীনতাৰ প্ৰথম উপহাৰ ), তেতিয়াই চহৰৰপৰা দুই-এজনকৈ বেপাৰী আহি ম'হঘুলিত বহিবলৈ ধৰিলে। কেইবাশ বছৰৰ প্ৰাচীন যি কেইজোপা আহঁত আৰু বৰগছৰ তলত গাঁৱৰ সাপ্তাহিক বজাৰ বহিছিল, গধূলিৰ লগে লগে যিডোখৰ ঠাই কৃষ্ণপক্ষত থম্‌থমীয়া আন্ধাৰে ভৰাই ৰাখিছিল আৰু শুক্ল পক্ষত গছৰ ডাল-পাতৰ ফাঁকেদি সৰকি অহা জোনাকে মায়াময় কৰি তুলিছিল, যমুনীয়া মহাজনৰ দোকানৰ বাৰান্দাত ওলমাই ৰখা লেম্পটোৰ মিটমিটীয়া পোহৰৰ বাহিৰে য'ত আন কোনো পোহৰ দেখা নগৈছিল, সেই ঠাইডোখৰ হঠাৎ এদিন পেট্ৰ'মাক্সৰ চকু চাট মৰা পোহৰত উজ্জ্বল হৈ পৰিল। প্ৰথমে এখন চাহৰ দোকান বহিল, তাৰ পাছত এখন পাণৰ দোকান, আৰু এখন পাণৰ দোকান, তাৰ পাছত এখন মণিহাৰী মালৰ দোকান····· এটা এটাকৈ পেট্ৰ'মাক্সৰ সংখ্যা বাঢ়ি যাবলৈ ধৰিলে। পেট্ৰ'মাক্সৰ পোহৰত কেৱল যে আন্ধাৰেই পলাই ফাট মাৰিলে এনে নহয়, তাৰ লগে লগে যেন ম'হঘুলি গাঁৱৰ শতাব্দী-প্ৰাচীন জীৱন-ধাৰাও চিৰকাললৈ পলাই ফাট মাৰিলে। এই পেট্ৰ'মাক্স-বিপ্লৱৰ আগলৈকে বজাৰৰ ঠাই টুকুৰা গাঁৱৰ কেতবোৰ বিশেষ উদ্দেশ্যত ব্যৱহৃত হৈছিল। গৰমৰ দিনত গাঁৱৰ মতা মানুহবোৰে জুৰ লবলৈ বুলি গধূলি পৰত তালৈকে ওলাই আহে আৰু বৰগছৰ শিপাৰ ওপৰত বহি বহি কান্ধৰ গামোছাৰে মহ আৰু গৰম খেদি খেদি অতীত-দিনৰ স্মৃতি-ৰোমন্থন কৰাৰ পৰা আৰম্ভ কৰি গাঁৱৰ খেতি-খোলা, বিয়া-সবাহ, সুখ-দুখ আদি নানা কথাৰ আলোচনা কৰে। জুৰ লৈ শেষ হ'লেই বুঢ়াসকলে ওচৰৰ নামঘৰত সোমাই কিছু সময় নাম-কীৰ্তন কৰে, ডেকাবোৰে কোনোবা এখন

দোকানত সোমাই টুৱেন্টি নাইন খেলে। গান-বাজনাত ৰাপ থকা আৰু থিয়েটাৰ কৰা ডেকাবোৰে গাঁৱৰ গানৰ মাষ্টৰ আৰু চাইকেল-দোকানী মুহীৰামৰ দোকানত বহি বহুত ৰাতিলৈকে গানৰ সাধনা কৰে। আন কিছুমান মানুহ জমা হয় গাঁৱৰ কেবা পুৰুষৰ পুৰণি গোলা যমুনীয়া মহাজনৰ দোকানত। দিনটো পথাৰে-সমাৰে কাম কৰি গধূলি পৰত মানুহবোৰে যমুনীয়াৰ দোকানৰপৰা তেল-নিমখ নিবলৈ আহে, আৰু সেই ছলতে মহাজনৰ পৰা ফ্ৰীকৈ পোৱা বান্দৰ-মাৰ্কা বিড়ি হুপি দিনটোৰ পৰিশ্ৰমৰ ভাগৰ মাৰে আৰু লগতে নিজৰ হিচাপ-নিকাচ বুজি লয়।

গাঁৱৰ বেছি ভাগ মানুহেই খেতিৰ মূৰে মূৰে মহাজনৰ দোকানত ধান-মাহ-সৰিয়হ জমা দিয়ে আৰু ৰাকী গোটেই বছৰটো উঠনা খায়। কিন্তু চহৰৰ বেপাৰী আহি বহিবৰপৰা এই গোটেই কথা বোৰেই সম্পূৰ্ণ সলনি হৈ গ'ল। কেবলযে পেট্ৰ'মাক্সৰ চকু চাট্ মৰা পোহৰেই গছৰ তলত বহি জুৰ লোৱা মানুহবোৰক খেদি দিলে এনে নহয়, চহৰৰ বেপাৰী আহি চাহৰ দোকান আৰু পাণৰ দোকান খোলাৰ লগে লগে সেইবোৰকে কেন্দ্ৰ কৰি একো একোখন চোৰাং মদৰ দোকানো গঢ়ি উঠিল। গাঁৱৰ চেঙেলীয়া ডেকাবোৰে এটা-দুটাকৈ মদ খাবলৈ আৰম্ভ কৰিলে। দিনে দিনে সিহঁতৰ সংখ্যা বাঢ়ি যাবলৈ ধৰিলে। লগে লগে আৰম্ভ হ'ল জুৱা খেলা। মদ আৰু জুৱা য'ত একেলগে চলে তাত মাজে-সময়ে কাজিয়া নোহোৱাকৈ থাকিব নোৱাৰে। ইয়াৰ মাজতে দুই-এটা দোকানীয়ে চহৰৰ পৰিৱেশ সৃষ্টি কৰিবৰ কাৰণে এম্প্লিফায়াৰ লগোৱা ৰেডিঅ' বজাবলৈকো আৰম্ভ কৰিলে। চকুৰে চাই থাকোঁতেই হাবি-তলীয়া আন্ধাৰে ঘেৰি ৰখা ঠাইখন পেট্ৰ'মাক্সৰ পোহৰত দিন যেন পোহৰ হৈ পৰিল; চিৰকালৰ নিজম-নিতাল ঠাইখন মদপী আৰু জুৱাৰীৰ আৰু হিন্দী চিনেমাৰ গানৰ বিকট শব্দত মুখৰিত হৈ উঠিল। আলাদীনৰ চাকিৰ যাদু-শক্তিৰ বলত ৰাতিটোৰ ভিতৰতে যেন ম'হঘুলিৰ সোঁ-মাজতে এখন সৰু চহৰ গঢ়ি উঠিল আৰু তাৰ মায়াবী আকৰ্ষণে গাঁৱৰ ডেকাবোৰক

প্ৰবল বেগেৰে টানিবলৈ ধৰিলে। গধূলি হ'লেই সিহঁত ঘৰত কোনো ৰ'ব নোৱাৰা হ'ল। বোপা-ককাৰ দিনৰ চোলা-চুৰিয়া গলিয়াই পেলাই সিহঁতে লংপেণ্ট-হাৱাই চাৰ্ট পিন্ধি এই নতুন চহৰ-ৰূপিণী মোহিনীৰ মন জয় কৰিবলৈ ৰাস্তাত টহল দিবলৈ ধৰিলে। সিহঁতৰ প্ৰতাপত গাঁৱৰ বুঢ়া-মেথা সকলে বজাৰৰ গছৰ তলত জুৰ লবলৈ বহা দূৰৰ কথা, সেইফালে ভূমুকি মাৰিবলৈকে আহিব নোৱাৰা হ'ল। আনকি তেওঁলোকে নামঘৰত বহি খন্তেক নাম-কীৰ্তন কৰাও অসম্ভৱ হৈ পৰিল, কাৰণ নামঘৰৰ ভোৰতালৰ শব্দক তল পেলাই বিকট শব্দৰে গৰ্জন কৰি উঠিল মদপীৰ চীৎকাৰ আৰু ৰেডিঅ'ৰ হিন্দী চিনেমাৰ গান।

এই গোটেই ঘটনাবোৰ যে খুব সামান্যভাৱে আৰম্ভ হৈ ক্ৰমে ক্ৰমে বাঢ়ি আহিল এনে নহয়, গাঁৱৰ মানুহে কি হৈছে ভালকৈ তৰ্কিবলৈ নৌ পাওঁতেই চকুৰ আগতে অকস্মাতে ঘটনাবোৰ ঘটি গ'ল। গাঁৱৰ সমাজে যেন নিজৰ চাৰিওফালে বহুকালৰ পৰম্পৰাগত বিশ্বাস, আদৰ্শ আৰু অনুশাসনৰ এটা ওখ মথাউৰি বান্ধি ৰাখিছিল আৰু সিয়েই সকলো বিজাতীয় প্ৰভাৱক আগ বাঢ়িব নোৱাৰাকৈ ভেটা দি ৰাখিছিল; কিন্তু হঠাৎ এদিন মথাউৰিৰ কোনোবা এটা অংশ ভাগি গ'ল আৰু মুহূৰ্ততে নতুন কালৰ অপৰিচিত জীৱন-ধাৰাই উন্মত্ত বানপানীৰ ৰূপত সেই ফালেদি সোমাই আহি চাৰিওফাল প্লাৱিত কৰি তুলিলে। অসহায় দৰ্শকৰদৰে চাই থকাৰ বাহিৰে গাঁৱৰ মানুহৰ কিবা এটা কৰিবলৈ সময়ো নহ'ল আৰু উপায়ো নহ'ল।

গাঁৱৰ চেঙেলীয়া ডেকাই জাতি-অজাতিৰ বিচাৰ নকৰি য'তে-ত'তে মদ খাই উৎপাৎ কৰা এটা কথা, আৰু বিনোদৰদৰে বয়সীয়া মানুহ এটাই তেনে কৰাটো সম্পূৰ্ণ সুকীয়া কথা। দুষ্টই হওক বা বলিয়াই হওক, সি এতিয়া তিনি-চাৰিটা ল'ৰা-ছোৱালীৰ বাপেক, এটা দায়িত্বপূৰ্ণ মানুহ। গাঁৱৰ ভাওনাৰ প্ৰধান ভাওটো এতিয়াও তাৰ ভাগতে পৰে। তেনেস্থলত সি ফজলৰ ঘৰত ফজলৰ চকত বহি কুকুৰাৰ মঙহেৰে মদ খায়ো বিনা শাস্তিৰে সাৰি যাবলৈ হ'লে গাঁৱৰ সমাজৰ যিকণ ধৰণী অৱশিষ্ট আছে সেইকণো নোহোৱা হ'ব। গাঁৱৰ

মানুহে তাক মাতি আনি তাৰ বিৰুদ্ধে উঠা অভিযোগ সঁচানে মিছা প্ৰশ্ন কৰিলে। সি আগে মত্তা হ'লেও বাইজে বোধহয় বেছি উকটা-উকটি নকৰি কথাষাৰ সিমানতে এৰিলেহেঁতেন; কিন্তু আত্ম-পীড়নৰ অদম্য তাড়নাই অস্থিৰ কৰি ৰখা মানুহটোৱে পোনচাটেই উত্তৰ দিলে: 'খাইছো যদি খাইছো, কি হ'ল পিছে? তহঁতৰ পুতেৰবোৰে ফজলৰ চুৱা চেলেকি আহিও ঘৰলৈ আহি তহঁতৰ পাতত একেলগে ভাত খালে একো জগৰ নালাগে, ফজলৰ ঘৰত কেৱল মই খালেহে দায় লাগে, নহয়? আগতে তহঁতৰ পুতেৰবোৰক পৰাচিত কৰি উদ্ধাৰ কৰি ল, তাৰ পাছত মোক প্ৰশ্ন কৰিবি।'

বিনোদ আকৌ এবাৰ সমাজৰপৰা এঘৰীয়া হ'ল!

লেতেৰা হালধীয়া দাঁত দুপাৰি আলুলৈকে উলিয়াই হাঁহি এটা মাৰি বিনোদে কিছু সময় শিৱনাথৰ মুখলৈ চাই ৰ'ল। শিৱনাথৰ মনে মনে খুব খং উঠিছিল, কিন্তু বাহিৰত বিন্দুমাত্ৰ ভাৱান্তৰ নেদেখুৱাই তেওঁ স্থিৰ শান্ত দৃষ্টিৰে বিনোদৰ চকুৰ ফালে চাই ৰ'ল। খুব ধীৰে ধীৰে বিনোদৰ মুখৰপৰা হাঁহিটো নোহোৱা হৈ গ'ল। সি অপ্ৰস্তুত হৈ গ'ল। সি অপ্ৰস্তুত হৈ ইফালে-সিফালে চাবলৈ ধৰিলে:

বিনোদৰ আগৰ কথাষাৰ সম্পূৰ্ণ আওকাণ কৰি শিৱনাথে সুধিলে, 'কিবা বিশেষ সকামত আহিছিলানেকি?' বিনোদৰ উত্তৰলৈ বাট নেচাই তেওঁ লৰালৰিকৈ যোগ দিলে, 'যদি কিবা বিশেষ সকাম আছিল তেন্তে আন এদিন আহিবা। আজি মোৰ গা ভাল নাই। কথা পাতিব নোৱাৰোঁ।'

বিনোদ যোৱাৰ পাছত আচল সমস্যাটো আহি তেওঁৰ আগত থিয় হ'ল। ম'হঘুলি গাঁৱত শিৱনাথক ৰাইজে এঘৰীয়া কৰিব—এনে এটা কথা আজিৰপৰা পাঁচ কিম্বা দহ বছৰৰ আগতেও কোনোবাই সপোনতো ভাবিব পাৰিলেহেঁতেননে? যি শিৱনাথৰ ঘৰখন গাঁৱৰ সমাজৰ মধ্যমণি, গাঁৱৰ বেছি ভাগ মানুহেই মাত্ৰ দুই কি তিনি পুৰুষৰ আগৰ শিৱনাথহঁতৰ ঘৰৰ লগুৱা-লিকচৌ হালোৱা-গৰখীয়াৰ পোৱালি সুলি

আজিও মানুহে জানে, এতিয়াও গাঁৱৰ প্ৰায় আধাভাগ মানুহেই তেওঁৰ মাটিৰ আধিয়াৰ, মাত্ৰ কালিলৈকে যি মানুহজনে আছিল গাঁৱৰ একচ্ছত্ৰ নায়ক, নামঘৰৰ সবাহ-সংকীৰ্তনতো তেওঁ যাৱক বা নামাৱক প্ৰসাদ বিলাওঁতে প্ৰথম পাতখন তেওঁৰ নামতেই পতা হয়—সেই মানুহজনক ইমান সামান্য এটা কথাতে একে আষাৰ কথাৰেই ৰাইজে এঘৰীয়া কৰি দিলে ?

শিৱনাথে কথাষাৰ বিশ্বাস কৰিবলৈকে টান পালে। তেওঁৰ ভাব হ'ল যে তেওঁ এটা বেয়া সপোনহে দেখিছে। কিন্তু এইবোৰ কথা ভাবি আত্ম-প্ৰৱঞ্চনা কৰি লাভ নাই। কালি ৰাতি হুঁচৰিৰ দলটোৱে তেওঁৰ চোতালতে হুম্‌কি দি যোৱা তেওঁ নিজ কাণেৰে শুনিছে। তাৰ পাছত আজি বিনোদে অনা এই খবৰ। চকু দুটা মুদি লৈ শিৱনাথে গোটেই কথাটো আকৌ এবাৰ আদিৰপৰা অন্তলৈ চিন্তা কৰিবলৈ ধৰিলে। খুব ধীৰে ধীৰে তেওঁৰ মনত এই উপলব্ধি স্পষ্ট হৈ আহিল যে সমাজত এক নতুন ভাবৰ বতাহ বলিবলৈ আৰম্ভ কৰিছে। ডাঙৰ-সৰুৰ প্ৰভেদ ভাঙি দি সকলো মানুহে সমান হ'বলৈ চেষ্টা কৰিছে। তেওঁৰ ঘৰতেই বছৰৰ হুঁচৰিৰ প্ৰথম ঘেটা আৰম্ভ কৰাৰ যি দস্তুৰ পুৰুষানুক্ৰমে চলি আছিল, এই প্ৰথমবাৰ সেই দস্তুৰ উলংঘা কৰি উঠি অহা ডেকাবোৰে তেওঁক প্ৰথম সাবধান-বাণী শুনাই গ'ল। তাৰ বিৰুদ্ধে তেওঁ প্ৰতিবাদ কৰিব খোজাৰ শাস্তিও তেওঁ হাতে হাতে পালে ; এক কথাতেই গাঁৱৰ নতুন শক্তিয়ে তেওঁক এঘৰীয়া কৰি দিলে। ইয়াৰ পাছত তেওঁ কি কৰিব ? যেতিয়া ধুমুহা আহে, তেতিয়া ঘাঁহ-বন ইকৰা-খাগৰিয়ে ধুমুহাই যিফালেই গতি লয় সেই ফালেই গাটো হলাই দিয়ে ; ফলত সিহঁতৰ একো ক্ষতি নহয়। কিন্তু ডাঙৰ ডাঙৰ গছবোৰে ধুমুহাৰ বিৰুদ্ধে স্পৰ্দ্ধিত হৈ থিয় হৈ থাকিবলৈ চেষ্টা কৰে ; ফলত ধুমুহাই সিহঁতক ঘাড় মোটোকাই ভাঙি থৈ যায় বা শিপাৰে সৈতে উভালি পেলায়। এই সকলো ঘটনাটোৰ পৰাই শিৱনাথে ভালকৈ বুজি পালে যে ই ঈশান কোণত বজ্ৰ-গৰ্ভ মেঘৰ প্ৰথমটো গৰ্জন মাত্ৰ, অলপ পাছতেই প্ৰচণ্ড ধুমুহা আহিব। তেওঁ যদি নিজেই নিজকে সৰু

কৰি নিদিয়ে, নম্র হৈ হাউলি নিদিয়ে বিৰাটত্বৰ অহংকাৰত তাৰ বিৰুদ্ধে মূৰ তুলি থিয় দিয়ে, তেন্তে ধুমুহাই তেওঁক লণ্ড-ভণ্ড কৰি ডাল-পাত মহটিয়াই ভাঙি তেওঁক বিকলাংগ কৰি থৈ যাব।

......তেওঁ এতিয়া কি কৰিব ?

যি মানুহ সদায় ওখ আসনত বহি থকাত অভ্যস্ত, তেওঁ সেই অভ্যাস সহজে আৰু স্বেচ্ছাই কেতিয়াও এৰি দিব নোৱাৰে। সেই অভ্যাস অৱশেষত নিচাত পৰিণত হয়। শিৱনাথহঁত গাঁৱৰপৰা এঘৰীয়া হৈ থকাৰ সাতদিনমান পাৰ হৈ গ'ল ; এই সাতদিন ধৰি শিৱনাথে নিশ্চল হৈ বহি বহি একেটা কথাকে ভাবিব লাগিছে। বাহিৰত তেওঁৰ মুখ-ভংগী সম্পূৰ্ণ শান্ত আৰু নিৰ্বিকাৰ, কিন্তু অন্ততঃ তেওঁৰ ঘৈণীয়েকে ভালকৈ বুজিছে যে, এই ঘটনাটোৱে তেওঁৰ অন্তৰ শেলৰদৰে বিন্ধিব লাগিছে ; কি কৰিব কি নকৰিব সেই চিন্তাই তেওঁৰ ভিতৰখন খুলি খুলি খাব ধৰিছে। যুক্তিৰে সৈতে চিন্তা কৰি শিৱনাথে বুজি পাইছে যে সমাজত সৰু-ডাঙৰৰ কোনো প্ৰভেদ থাকিব নালাগে— এইটোৱেইতো নিয়ম হোৱা উচিত। গোটেই সমাজখনতকৈ তেওঁ অকলে কেতিয়াও ডাঙৰ হ'ব নোৱাৰে। এইবোৰ বিষয়ে চিন্তা কৰি থাকোঁতে মাজে মাজে তেওঁৰ মনটোৱে অতীতৰ বুকুলৈ উৰা মাৰে ; তেওঁৰ মনত পৰে,—যৌৱনৰ আৰম্ভণীতে তেওঁ বাংলা ভাষাত ৰচিত যোগীন্দ্ৰ-গ্ৰন্থাৱলীত বিশপ উইল্‌বাৰফোৰ্চ, হাম্প্‌ডেন আদি মানৱ-মুক্তিৰ যুঁজাৰু সকলৰ জীৱনী পঢ়ি কেনেকৈ সাম্য, মুক্তি আৰু ভ্ৰাতৃত্বৰ আদৰ্শত উদ্বুদ্ধ হৈছিল, ফৰাচী-বিপ্লৱৰ ইতিহাসে কেনেকৈ তেওঁৰ মনত এক মহাকাব্যিক আবেগ জগাই তুলিছিল, তেওঁৰ অতি প্ৰিয় চন্দ্ৰকুমাৰ আগৰৱালাৰ কৱিতা পঢ়িও তেওঁ কেনেকৈ উচ্চ-নীচৰ প্ৰভেদ নোহোৱা এখন আদৰ্শ মানৱ-সমাজৰ মহৎ কল্পনাত অভিভূত হৈছিল :

আঙুলি বুলাব জনা হ'লে আজি পেলালোহেঁতেন টানি,
হিমালয়-চূড়া বুৰালোহেঁতেন উছালি কলীয়া-পানী ;
আকাশৰ তৰা নমালোহেঁতেন থপিয়াই লাখে লাখে,
জোন বেলি গ্ৰহ পেলালোহেঁতেন দলিয়াই জাকে জাকে।

পাপৰ মজিয়া নিয়ালোহেঁতেন অথাই সাগৰৰ তল,
ব্ৰহ্মাণ্ডৰ চিন থাকিলহেঁতেন মাথোঁ সমুদ্ৰৰ জল।
মান-অপমান ঢৌৱাই যাওক পৃথিবীৰ পৰা গুচি,
নতুন সৃষ্টিৰ অৰুণ কিৰণে কৰোক সকলো শুচি।

কিন্তু কিতাপত যি আদৰ্শ-সমাজৰ কল্পনা পঢ়ি মনত খুব ভাল লাগে, সিয়ে বাস্তৱত পৰিণত হ'ব খোজা দেখিলে মনটো কিয় কোঁচ খাই আছে? কথাবোৰ চিন্তা কৰি কৰি শিৱনাথ অৱশেষত এই নিৰ্মম সত্যৰ সন্মুখীন হ'ল। সমাজত সাম্য আৰু মুক্তি স্থাপিত হোৱাত তেওঁৰ কোনো আপত্তি নাই; কিন্তু তেওঁৰ মনে এইটোকেই বিচাৰে যে অন্ততঃ তেওঁ যেন নিজৰ বিশেষ আসনখনৰ পৰা লৰচৰ হ'ব লগা নহয়, তেওঁৰ মাটি-বাৰীখিনি যেন চিৰকাল তেওঁৰেই হৈ থাকে, তেওঁ আৰু তেওঁৰ ল'ৰা-ছোৱালীয়ে যেন নিজে হাল বাই মাটি চহ কৰি পেট প্ৰৱৰ্তোৱাৰ অসন্মানখিনি বৰণ কৰি ল'ব লগা নহয়। সমাজ এই বন্দবস্তত ৰাজী হ'লেই বাকী সমগ্ৰ মানৱ-সমাজৰ কাৰণে এক আদৰ্শ আৰু শোষণ-হীন সমাজ-ব্যৱস্থা মঞ্জুৰ কৰি দিয়াত তেওঁৰ কোনো আপত্তি নাই।

শিৱনাথে যুক্তিৰে সকলো কথা বুজি পালে, কিন্তু কেৱল যুক্তিৰে জীৱন নচলে। তেওঁ গভীৰ ভাবে এইবোৰ কথা চিন্তা কৰি থকাৰ মাজে মাজে তেওঁৰ কাণত বাজিবলৈ ধৰিলে গাঁৱৰ উতনুৱা ডেকামখাৰ ফুটনি-ফুটনি কথাবোৰ, তেওঁৰ চোতালতে তেওঁক দি যোৱা হুমকি-বোৰ। তেওঁৰ মাটিত আধি নাখালে যিবোৰ মানুহৰ পেটৰ ভাত নোজোটে, তেওঁৰ ঘৰলৈ আহিলে যিবোৰ মানুহে ডুখৰি পীৰাতহে বহিবলৈ পায়, সেইবোৰ কুকুৰ-ধুলি মানুহৰ ইমান সাহ? সিহঁতে তেওঁক এৰৰীয়া কৰে? ঠিক আছে, সিহঁতৰ বাহাদুৰি কিমান দেখা যাব। এইবাৰ তেওঁ গাঁৱৰ এটা মানুহকো মাটী আধিলৈ নিদিয়ে। ওচৰৰ-পাঁজৰৰ তিনি-চাৰিখন গাঁৱত মাটি আধিলৈ লোৱা মানুহৰ অভাৱ নাই। তেওঁ অকলশৰীয়া হৈয়ে থাকিব, তথাপি এই কুকুৰ-ধুলি মানুহ-বোৰৰ ওচৰত তেওঁ সেও নামানে।

দিন যাবলৈ ধৰিলে। এটা মানসিক অস্বস্তিৰ বাহিৰে শিৱনাথৰ এঘৰীয়া অৱস্থাই তেওঁৰ জীৱনৰ ছন্দত আন একো ব্যাঘাত সৃষ্টি কৰিব নোৱাৰিলে। তেওঁ গাঁৱৰ মানুহৰ ওপৰত যিমান নিৰ্ভৰশীল, সেই অনুপাতে গাঁৱৰ মানুহবোৰ তেওঁৰ ওপৰত অনেক বেছি নিৰ্ভৰশীল। আৰু কিছুদিনৰ পাছতেই খেতিৰ বতৰ আৰম্ভ হ'ব, তেতিয়া গাঁৱৰ আধা মানুহে তেওঁৰ ওচৰতো আধি বন্দবস্তত মাটি বিচাৰি আহিব। তেতিয়া তেওঁ সিহঁতৰ বাহাদুৰি চাই ল'ব। কিন্তু দিন যোৱাৰ লগে শিৱনাথে অনুভৱ কৰিবলৈ ধৰিলে যে তেওঁ নিজকে শুনাই মুখেৰে যিমানেই বাহাদুৰি নকৰক—আচলতে তেওঁৰ মনটো লাহে লাহে দুৰ্বল হৈ আহিবলৈ ধৰিছে। এটা অদ্ভুত নিঃসঙ্গতাৰ অনুভূতিয়ে তেওঁক চাৰিওফালৰপৰা গ্ৰাস কৰি আহিব ধৰিছে। ইয়াৰ আগতেও তেওঁ সাধাৰণতে ডাঙৰ গৰজ নপৰিলে গাঁৱৰ কোনো মানুহৰ ঘৰলৈ নাযায়; কিন্তু নগ'লেও তেওঁ অনুভৱ কৰে যে একেডাল সূতাৰে গঁথা ফুলৰ মালাৰ দৰে গাঁৱৰ আটাইবোৰ মানুহ জন্মৰপৰা মৃত্যুলৈকে এক অচ্ছেদ্য আত্মীয়তাৰ ডোলেৰে গ্ৰথিত; সেই মালাধাৰিৰ আটাইতকৈ ডাঙৰ আৰু দামী ফুল পাহ হয়তো তেৱেঁই, তথাপিতো তেওঁ সেই মালাধাৰিৰ এটা অংশ মাত্ৰ। এতিয়া হঠাৎ সেই সূতাডাল কাটি তেওঁক খুলি পেলাই দিয়া হ'ল। গাঁৱৰ সমাজত অকলশৰীয়া হোৱাৰ যন্ত্ৰণা কি ভয়াবহ, দিন যোৱাৰ লগে লগে তেওঁ সেই কথা লাহে লাহে বুজি পাবলৈ ধৰিলে। পুৱা-গধূলি তেওঁ যেতিয়া ৰাস্তাইদি নৈৰ পাৰলৈ ফুৰিবলৈ যায়, বয়সীয়া মানুহবোৰে অপ্ৰস্তুত মুখ-ভংগী কৰি দূৰতেই আনফালে মুখ কৰে বা ৰাস্তাৰপৰা নামি যায়; চেঙেলীয়া ডেকাবোৰে তেওঁ শুনাকৈয়ে তেওঁক উপলুঙা কৰে। গধূলি পৰত তেওঁৰ ওচৰত বহি দুই-এষাৰ দুখ-সুখৰ কথা পাতিবলৈ গাঁৱৰ কোনো এজন মানুহ আগৰ নিচিনাকৈ নাহে। গাঁৱৰ মানুহে যিমানেই তেওঁৰ জেদ্ আৰু অহংকাৰ বাঢ়ি যোৱা যেন অনুভৱ কৰিলে, সিমানেই তেওঁৰ বিৰুদ্ধে এটা বিৰূপ মনোভাৱ ঘনীভূত হবলৈ ধৰিলে। কাৰো চকুলৈ নোচোৱাকৈয়ো বা কাৰো মুখত বিৰূপ মন্তব্য এষাৰ নুশুনাকৈয়ো শিৱনাথে তেওঁৰ গাৰ

ছালত গাঁৱৰ সকলো মানুহৰে নীৰৱ ঘৃণা আৰু শত্ৰুতাৰ শীতল স্পৰ্শ অনুভৱ কৰিবলৈ ধৰিলে। এনেতে গাঁৱৰ দেওবৰহঁতৰ ঘৰত এখন বিয়া হ'ল। গাঁৱৰ সকলো মানুহ বিয়াঘৰত গৈ উবুৰি খাই পৰিলগৈ, বাদ পৰি ৰ'ল কেৱল শিৱনাথহঁতৰ ঘৰখন। শিৱনাথহঁতৰ ঘৰৰ গোটেই মানুহবোৰে নিজৰ ঘৰত স্তব্ধ হৈ বহি বহি শুনিবলৈ পালে অদূৰৰপৰা ভাহি অহা ঢোল-খোলৰ শব্দ, বিয়ানামৰ জাত, আনন্দ-মুখৰ ল'ৰা-ছোৱালীৰ কলৰৱ। নিঃসংগতাৰ যি পাষাণ-প্ৰাচীৰ ইমান দিনে সিহঁতৰ চাৰিওফালে লাহে লাহে মূৰ দাঙি উঠিছিল, সেইদিনা যেন সি সম্পূৰ্ণ হৈ উঠিল। তাৰ মাজৰ অদ্ভুত নীৰৱতা আৰু অন্ধকাৰে শিৱনাথ বুকু কঁপাই তুলিলে। সমাজৰ সংগ এদিন তেওঁৰ কাৰণে নিশ্বাস-প্ৰশ্বাসৰ দৰেই সহজ আছিল, সেই কাৰণে তেওঁ তাৰ মূল্য বুজিব পৰা নাছিল। কিন্তু এতিয়া সেই সংগৰপৰা বঞ্চিত হৈ তেওঁ উশাহ বন্ধ হোৱা মানুহৰদৰে ধৰফৰাই উঠিল। শিৱনাথে জীৱনত প্ৰথমবাৰৰ কাৰণে অনুভৱ কৰিলে যে মানুহৰ জীৱনত নিঃসংগতাতকৈ ডাঙৰ অভিশাপ যেন আন একোৱেই নাই।

শিৱনাথৰ ঘৈণীয়েকে ইমানদিনে এই বিষয়ে একো মাত মতা নাছিল ; কিন্তু দেওবৰৰ ঘৰৰ বিয়াখনৰ দিনা ৰাতি তেওঁ গিৰিয়েকক ক'লে, 'এনেকৈ থাকিলে জানো হয় ? আজি বাদে কালিলৈ মোৰ ঘৰতো বিয়া এখন হ'ব লাগিব, তেতিয়া আপুনি ৰাইজক বাদ দি কেনেকৈ চলিব ? কিবা এটা অঘটন ঘটি আজি ৰাতিতেই যদি মই মৰি যাওঁ, আপুনি কাৰ ওচৰলৈ যাব ? ····এইবোৰ জেদ এৰক। ৰাইজৰ লগত লগ হোৱাৰ কিবা এটা ব্যৱস্থা কৰক।'

ঘৈণীয়েকৰ কথাৰ উত্তৰত শিৱনাথে একো নক'লে কিন্তু প্ৰায় গোটেই ৰাতি উজাগৰে থাকি তেওঁ নানা কথা ভাবিবলৈ ধৰিলে। ৰাইজৰ আগত আঁঠু লোৱাৰ অৰ্থই হ'ল তেওঁৰ অহংকাৰ চূৰ্ণ হোৱা, সমাজত তেওঁৰ যি বিশেষ আসন আছিল তাক চিৰকাললৈ বিসৰ্জন দিয়া। কিন্তু তাৰ একমাত্ৰ বিকল্প জানো নিঃসংগতা আৰু নিৰ্বাসন নহয় ? আৰু যাক তেওঁ বিশেষ আসন বুলি কল্পনা কৰিছে, এদিন যাৰ

ভিত্তি আছিল সমাজৰ সকলো মানুহৰে স্বতঃস্ফূৰ্ত ভয় আৰু শ্ৰদ্ধা, সেই আসন আজি কিমানদূৰ সুদৃঢ় আৰু নিৰাপদ হৈ আছে? নৈৰ সোঁতে যেনেকৈ তলে তলে মাটি খহাই এদিন অকস্মাতে পাৰ ভাঙি দিয়ে, তেনেকৈ সমাজৰ নতুন ভাবৰ সুঁতিটোৱেই জানো তেওঁৰ বিশেষ আসনখনৰ তলৰ ভেটিটো অকণ অকণকৈ খহাই পেলাবলৈ আৰম্ভ কৰা নাই?

কথাবোৰ ভাবি থাকোতে শিৱনাথৰ চিল্‌মিল্‌কৈ টোপনি আহিল। আধা টোপনিতে তেওঁ সপোন দেখিলে—এখন বৰ ওখ ঠাইত চকী এখন পাৰি লৈ বহি তেওঁ পৰম মনোযোগেৰে এখন কিতাপ পঢ়ি আছে,—যোগবাশিষ্ঠ ৰামায়ণ,—চাৰিওফালে পৰিপূৰ্ণ শান্তি আৰু নীৰৱতা, এনেতে তেওঁৰ ভৰিৰ তলতে এটা ভাঙৰ আচহুৱা শব্দ হ'ল, অথচ সেইটো কিহৰ শব্দ তৰ্কিবলৈ নৌ পাওঁতেই পাছ মুহূৰ্ততে তেওঁ চকীৰে সৈতে খৰস্ৰোতা নদীৰ বুকুত ওফৰি পৰি ককৃবকাবলৈ ধৰিলে……।

পাছদিনাই শিৱনাথে নামঘৰত গাঁৱৰ মানুহ চপাই সকলোৰে আগত আঁঠু ললে।

॥ ৭ ॥

আহাৰৰ তিনি দিনমান গৈছে। গাঁৱৰ মানুহবোৰৰ গাত এই কেইদিন গোসাঁই নাই। সকলো মানুহ আহুধান চপোৱাত ব্যস্ত। গাঁৱৰ বেছিভাগ মানুহৰে শালিধানৰ উপযোগী ৰূপিত মাটি নাই। যি কেইঘৰে অলপ-অচৰপ শালি খেতি কৰে, সেই আটাই কেইঘৰেই শিৱনাথৰ মাটি আধি লৈহে কৰে। বাকী আটাইবোৰেই নৈৰ সিপাৰৰ চাপৰিৰ হাবি ভাঙি আহু খেতি কৰে। আহু খেতিটো ভালকৈ চপাৰ

নোৱাৰিলে মানুহবোৰৰ মৰণ। ভাদ-আহিনৰপৰাই ঘৰে ঘৰে ধানৰ ভঁৰাল উদং হ'ব, তেতিয়া মানুহবোৰে মাঘ-ফাগুনত মাহ-সৰিয়হ দিন বুলি যমুনীয়া মহাজনৰপৰা আগধন হিচাপ ধান কিনিবলৈ টকা ল'ব। যমুনীয়াই এই সুযোগতে সৰিয়হৰ মোণে দহ টকাকৈ দাম ধাৰ্য্য কৰিব, কিন্তু সি সেই সৰিয়হকে বিছ-ত্ৰিছ টকা দামত বিক্ৰী কৰিব। মানুহ-বোৰে সাধাৰণতে মাহ-সৰিয়হ বেচা টকাৰেই ঘৰখনৰ তেল-নিমখ, কাপোৰ-কানি, মাটিৰ খাজনা আৰু ল'ৰা-ছোৱালী পঢ়োৱাৰ খৰচ উলিয়ায়; কিন্তু সেই মাহ-সৰিয়হৰ টকা ধান কিনিবলৈ আগ ধন লওঁতেই খৰচ হৈ শেষ হোৱাৰ ফলত বছৰটোৰ কাৰণে মানুহবোৰৰ হাতত আৰু ফুটা কড়ি এটাও বাকী নাথাকে। তেতিয়া মানুহবোৰে এটা এটাকৈ গৰু-গাই বিক্ৰী কৰিবলৈ আৰম্ভ কৰিব, ঘৰখনৰ গহনা-গাঠৰি কাঁহি-বাতি এপদ-এপদকৈ মহাজনৰ দোকানলৈ ওলাই যাব। এবছৰ আহু খেতি বেয়া হ'লেই মানুহবোৰৰ গাত যিমান ধাৰ লাগে, সেই ধাৰ পৰিশোধ কৰিবলৈ চাৰি-পাঁচ বছৰ সময় লাগে; সেই ধাৰ পৰিশোধ কৰি শেষ হয় মানে আকৌ হয়তো নতুন এটা বিপদ আৰম্ভ হয়েই। তাৰ ভিতৰতে যদি কাৰোবাৰ ঘৰত বিয়া এখন পাতিব লাগে বা মৰাৰ শ্ৰাদ্ধ কৰিব লগা হয়, তেতিয়াহ'লেতো কথাই নাই; ধাৰৰ পিতনিৰ পৰা উদ্ধাৰ পাবলৈ মানুহবোৰৰ আৰু কোনো আশা নাথাকে। আহু ধান পকিবলৈ আৰম্ভ কৰাৰ লগে লগেই মানুহবোৰৰ বুকুতো হাজাৰগুণ বেছি জোৰেৰে তাৰ প্ৰতিধ্বনি উঠে; কম্পিত হৃদয়েৰে সিহঁতে মুখৰ ভিতৰতে বিৰ্‌বিৰ্‌কৈ ভগবানক প্ৰাৰ্থনা কৰিবলৈ আৰম্ভ কৰে: হে দয়াময়, এইবাৰলৈ কোনোমতে ৰক্ষা কৰা প্ৰভো, আমাক আহু খেতিটো চপাই আনিবলৈ দিয়া, তাৰ পাছত মাৰা-কাটা যি কৰা কৰিবা।

ৰাতিপুৱা শুই উঠি শিৱনাথে পিৰালীত বহিল মাত্ৰ, এনেতে গাঁৱৰে বিষ্ণুৰামক খুব কোবাকুবিকৈ তেওঁলৈকে লক্ষ্য কৰি আহি থকা শিৱনাথে দেখা পালে। সি যেন প্ৰাণৰ দায়তহে দুৰ্তি হেকৰাই তেওঁৰ ওচৰলৈ আহিছে, এনে এটা আতংকৰ ভাব তাৰ চকুৱে-মুখে ফুটি উঠিছে।

শিৱনাথ বৰ 'আচৰিত হ'ল। এই ৰাতিপুৱাই কি হ'ল মানুহটোৰ? শিৱনাথৰ ওচৰ পায়েই বিহুৰামে হুবাৰমান ঘন ঘনকৈ উশাহ টানি ক'লে, '—মই নিগমে মৰিলোঁ দদাইদেউ, আপুনি দয়া কৰি সহায় নকৰিলে মোৰ আৰু ৰক্ষা নাই।'

শিৱনাথে লক্ষ্য কৰিলে, কান্দোনৰ ঠেলাত যেন মানুহটোৰ গলা বন্ধ হৈ যাবৰ উপক্ৰম হৈছে, কোনোমতেহে সি চকু-পানী সংযত কৰিছে। ওচৰৰ বেঞ্চখনতে ঘপহকৰে বহি পৰি বিহুৰামে ঘন ঘনকৈ উশাহ ল'বলৈ ধৰিলে।

শিৱনাথে খুব মৰমৰ মাতেৰে সুধিলে, 'তোমাৰ কি হৈছে বিহুৰাম? তোমাৰ নিশ্চয় এটা ডাঙৰ বিপদ হৈছে, নহ'লে তুমি এনেকুৱা কৰা মানুহ নোহোৱা। কি হৈছে কোৱাঁ, পাৰিলে মই নিশ্চয় সহায় কৰিম।'

শিৱনাথৰ মৰমৰ মাত শুনি বিহুৰামৰ মুখৰ আতংকৰ ভাবটো কিছু গুচিল। মূৰৰ গামোছাখন খুলি মুখৰ ঘামবোৰ মচি লৈ, কিছু সুস্থিৰ হৈ সি ক'লে, 'দদাইদেউ, বিপদ বৰ ডাঙৰেই। কালি ৰাতিটোৰ ভিতৰতে পানী বাঢ়ি গোটেই চাপৰিটো সাগৰ এখন যেন কৰিলে। বানপানীৰ লগত খেলা কৰি কৰিয়েই আধা বয়স শেষ হ'ল, তথাপি চকুৰে চাই থাকোঁতেই এনেকৈ পানী বাঢ়ি সাগৰ যেন হোৱা আৰু আগতে দেখা নাছিলোঁ। কালি গোটেই দিনটো মতা-মাইকী হালেই ভাত-পানী এৰি ছুড়ৰামান ধান কাটিছিলোঁ। ৰাতি পানী বেছিকৈ বঢ়াৰ খবৰ পাই পুৱতি-নিশাতে মতা-মাইকী হালেই আকৌ ওলাই গ'লোঁ—বোলোঁ পাৰিলে পানীয়ে যদি ইতিমধ্যে উটাই নিয়া নাই তেন্তে কালি কাটি থৈ অহা মুঠি কেইটাকো লৈ আহোঁগৈ, আৰু বামৰ ফালে চাই ধান এড়ৰামানকো কাটোঁ। কিন্তু নৈ-ঘাট গৈ পাই দেখোঁ—মোৰ নাওখন নাই। হয় ৰাতিটোৰ ভিতৰতে পানী ওফন্দি উঠাত নাওখন বান্ধ সুলকি উটি গ'ল, নহ'লেবা গাঁৱৰে কোনোবা মানুহে নিজৰ ধান চপাবলৈ ৰাতিৰ ভিতৰতে নাওখন লৈ চাপৰিলৈ গ'ল। সকলোৰে যেতিয়া সমানে বিপদ হয় তেতিয়া

কোনে কাৰ মুখলৈ চায়?……নৈ-ঘাটত এতিয়া এখনো নাও নাই। ইফালে আমাৰ গাত তৰণি নাই। পানীয়ে গ্ৰাস কৰি শেষ নৌ কৰোঁতেই ধান কেইদালমানকে যদি চপাব নোৱাৰোঁ, তেন্তে বছৰটোলৈ খাওঁ কি? এইবাৰ ধানৰ চেহেৰাও যে কি হৈছিল আপোনাক কি ক'ম দদাইদেউ। সেই ধান এতিয়া মাছে খাই শেষ কৰিছে। কপালক ধিয়াই ঘৰতে বহি থাকোঁতেই হঠাৎ মনত পৰিল, দদাইদেউৰ নাও এখন দেৱখান ভঁৰালৰ তলতে এনেয়ে পৰি আছে। মনত পৰাৰ লগে লগেই একেজাঁপে আহি এইখিনি পাইছোঁহি। দুদিনমানৰ কাৰণে নাওখন দি ঘৰখনৰ প্ৰাণ ৰক্ষা কৰক দদাইদেউ; মোক খা মোক খা কৈ থকা পকা ধান এনেকৈ পানীত গলা দেখিলে বা মাছৰ পেটত যোৱা দেখিলে মইনো বাৰু কোন সতেৰে জীয়াই থাকোঁ?'

শিৱনাথে ক'লে, 'সেইটোনো কি ডাঙৰ কথাটো। নাওখন কিবা তুমি খাই পেলাবানে? পিছে গৰুৰ ঘাঁহ কাটিবলৈ নাওখন মোকো লাগিব। পৰহিমানে নাওখন মোক ঘূৰাই দিবা।'

বিষ্ণুৰামে প্ৰাণটো ঘূৰাই পোৱাৰদৰে মুখৰ ভাব কৰি শিৱনাথক সাতবাৰমান প্ৰণাম কৰি কোবাকুবিকৈ ওলাই গ'ল, আৰু দহমিনিট মানৰ ভিতৰতে গৰু এহাল আনি নাওখন চোঁচোৰাই লৈ গ'ল।

সদায় পুৱা-গধুলি নৈৰ পাৰত ফুৰিবলৈ যোৱাটো শিৱনাথৰ অভ্যাস। ম'হঘুলি নৈৰ পাৰত থিয় হৈ সূৰ্য্যোদয় আৰু সূৰ্য্যাস্তৰ দৃশ্য চাবলৈ নাপালে আৰু তাৰ শীতল পানীৰে এবাৰ মুখখন ধুবলৈ নাপালে শিৱনাথৰ দিনটো সুখেৰে নাযায়, ৰাতি ভালকৈ টোপনি নহে। শিৱনাথে সাধাৰণতে কেতিয়াও দূৰলৈ বাহিৰত ৰাতি থকাকৈ ফুৰিবলৈ নাযায়। কেতিয়াবা-কাচিৎ অনিবাৰ্য্য কাৰণত যাব লগা হ'লেও তেওঁৰ প্ৰাণটোৱে ঘৰখনৰ কাৰণে যিমান হামৰাও কাঢ়ি থাকে; তাৰ দুগুণ হামৰাও কাঢ়ে ম'হঘুলি নৈখনৰ কাৰণে। কাৰণ তেওঁ ঘৰখনত যিখিনি আদৰ-যত্ন আৰু সুখ-সুবিধা পায়, সেইখিনি বাহিৰতো পোৱাটো সম্ভৱ; সিমানখিনি নাপালেও তাৰ কিছু তাৰতম্য মাত্ৰ হ'ব

পাৰে। কিন্তু ম'হঘুলি নৈৰ পাৰত থিয় হৈ তেওঁ যিখিনি বস্তু পায় সেইখিনি তেওঁক আৰু পৃথিৱীৰ আন কোনো ঠাইয়েই দিব নোৱাৰে। ম'হঘুলি নৈখনে কেৱল ব্ৰহ্মপুত্ৰৰপৰা ওলাই বহুতো গাঁও-ভূঁই, চাপৰি পথাৰ, অৰণ্য-প্ৰান্তৰৰ মাজেদি সোৱণশিৰীলৈকে বৈ যোৱা নাই; সি তেওঁৰ জন্মৰপৰা আৰম্ভ হৈ শৈশৱ, যৌৱন আৰু প্ৰৌঢ়ত্বৰ মাজেদি তেওঁৰ মৰণ-মুহূৰ্তলৈকে বৈ যাব ধৰিছে। তেওঁ যেতিয়া সৰু হৈ আছিল, তেতিয়া ম'হঘুলি নৈখন আছিল তেওঁৰ আই। সৰু ল'ৰা-ছোৱালীয়ে যেনেকৈ আদৰতে বা আনন্দতে মাকৰ বুকুত বাৰে বাৰে জঁপিয়াই পৰে, মাকক টানি-আঁজুৰি আমোদ পায়, মাকৰ মধুৰ স্নেহ-ধাৰাত বাৰে বাৰে অৱগাহন কৰিবলৈ বিচাৰে, শিৱনাথেও তেনেকৈ গোটেই ল'ৰা-কাল-ছোৱা প্ৰতিদিনে ম'হঘুলি নৈৰ বুকুত জঁপিয়াই পৰিছিল আৰু নৈৰ বুকুত সাঁতুৰি-নাদুৰি অন্তহীন আনন্দ-ৰস আহৰণ কৰিছিল। যৌৱনত ভৰি দিয়াৰ লগে লগে নৈ-খন হৈ পৰিল তেওঁৰ আদৰিণী প্ৰিয়া, তেওঁৰ সপোনৰ নায়িকা। প্ৰহৰে প্ৰহৰে, ঋতুৱে ঋতুৱে নৈখনৰ সুকীয়া সুকীয়া বিচিত্ৰ ৰূপ, সেই ৰূপৰ সুধা পান কৰি তেওঁৰ হেঁপাহ নপলায়, মনৰ মাজত সি নৱ নৱ তৃষ্ণা জগাই তোলে। আগবেলা নৈত গা ধুবলৈ গৈ তেওঁ ওখ বালি-গড়াত বহি বহি নৈৰ বিচিত্ৰ শোভা চাই থাকে, তলীলৈকে দেখা ফটিক-ধাৰ যেন পানীত চকচকীয়া ৰূপালী মাছবোৰ জাক পাতি পাতি ঘূৰি ফুৰে, পানী-যুঁৱলিত আৰু নৈৰ মাজৰ বালিচৰবোৰত মাছৰোকা, গঙা-চিলনী আৰু পানী-কাউৰী চৰাইবোৰ মাছৰ কাৰণে খাপ পাতি বহি থাকে, মাজে মাজে একোজাক বতাহে পাৰৰ ঝাউবনবোৰত যৌৱনৰ বিষণ্ণ দীৰ্ঘশ্বাসৰ দৰে মৰ্মৰ-ধ্বনি তুলি থৈ যায়......আৰু নৈখনে ৰ'দ গাত লৈ গৈ এক মধুৰ অলস তৰংগিত ভংগীৰে অকাৰণ খুটীৰ কলধ্বনি তুলি শুই থাকে।

আবেলি পৰত শিৱনাথে সদায় একোবাৰ নৈৰ পাৰলৈ ফুৰিবলৈ যায়। ভৰি দুখন পানীত ডুবাই তেওঁ ঘাটত বান্ধি থোৱা নাৱৰ টিঙত তন্ময় হৈ বহি থাকে। পাৰৰ ওখ ওখ গছবোৰৰ ছাঁ পৰি নৈখনে

তেতিয়া এক গম্ভীৰ ৰূপ ধাৰণ কৰে, যেন প্ৰণয়িনীৰ মুখত উৎকণ্ঠিত দীৰ্ঘ প্ৰতীক্ষাৰ দুশ্চিন্তা আৰু বিষণ্ণতা; অৰণ্যৰ বুকু চুই অহা বতাহে নানা তৃণ-গুল্ম আৰু বনফুলৰ সুবাস কঢ়িয়াই আনে, বহুদূৰৰ পৰা চাপৰিত কাম কৰি থকা মানুহৰ বন-গীতৰ সুৰ ভাহি আহে, নৈৰ পাৰৰ সোণালী বালিত জলচৰ চৰাইবোৰে জাক পাতি ৰ'দ লৈ লৈ বহি থাকে······আৰু এই সকলোবোৰৰে শান্তি, স্তব্ধতা আৰু নিৰ্জনতাৰ সমান অংশীদাৰ হৈ বহি থকা শিৱনাথৰ চকুৰ আগত তেতিয়া লাহে লাহে এক অপাৰ্থিৱ দৃশ্য উন্মোচিত হ'বলৈ ধৰে।

মাৰ যাব ধৰা বেলিৰ সোণালী পোহৰে হঠাৎ এবাৰ গোটেই নদীখন সোণালী কৰি তোলে, ভাটিৰ ফালে পানীৰ অতল গভীৰৰপৰা এটা বিশাল সোণালী স্তম্ভ আকাশৰ ফালে মূৰ তুলি উঠা দেখা যায়, হঠাৎ বহুদূৰত দেখা যায় এখন অকলশৰীয়া নাও উজাই আহিব ধৰিছে, সোণালী নদীয়েদি সোণালী নাৱত আহি থকা সেই অকলশৰীয়া নাৱৰীয়াজন যেন এক স্বপ্নৰ দেশৰ যাত্ৰী······এক অনিৰ্বচনীয় আকাংক্ষাই, অপাৰ্থিৱ বিষাদে, অপৰিমেয় নিঃসংগতাই শিৱনাথক নিৰ্মমভাবে পিষ্ট কৰিবলৈ ধৰে। শিৱনাথৰ যৌবনৰ সেই স্বপ্নৰ দিনবোৰ কেতিয়াবাই শেষ হৈছে, এতিয়া ম'হঘুলি নৈ তেওঁৰ কাৰণে দীৰ্ঘদিনৰ বিবাহিতা স্ত্ৰীৰ দৰে সুখ-দুখৰ সমভাগিনী সংগিনী। তেওঁ বাহিৰত ফুৰি-চাকি ঘামি-জামি ঘৰলৈ আহিলে যেনেকৈ ঘৈণীয়েকে বিচনীৰে বিচি দিয়ে, তেওঁৰ মনত দুশ্চিন্তা হ'লে ঘৈণীয়েকে তাৰ ভাগ লৈ দুখ পাতলাবলৈ চেষ্টা কৰে, ঠিক তেনেকৈ ম'হঘুলি নৈখনেও স্নিগ্ধ শুশ্ৰূষাৰ সুধা-স্পৰ্শৰে তেওঁৰ দেহ আৰু মনৰ ভাগৰবোৰ দূৰ কৰি কৰি দিয়ে। মনত অৱসাদ আহিলেই তেওঁ ম'হঘুলিৰ পাৰলৈ গৈ বহুতপৰ নৈখনৰ লগত কথা পাতি থাকে। তেওঁ যেতিয়া বুঢ়া হ'ব, নৈখন আকৌ হব তেওঁৰ আই, আৰু মৰণৰ পাছত নৈখনেই আইৰ চেনেহেৰে তেওঁক নিজৰ কোলাত আঁকোৱালি ল'ব। ম'হঘুলি নৈৰ পাৰৰ ঝাউবনে ঢাকি ৰখা মৰিশালীখনেই গাঁৱৰ সকলো মানুহৰ শেষ আশ্ৰয়স্থল।

ম'হঘুলি নৈত বান আহিছে, কিন্তু শিৱনাথে সেইকথা ক'ব নোৱাৰে। তাৰ কাৰণ আছে। গাঁৱৰ পৰা এঘৰীয়া হৈ পাছত নামঘৰত ৰাইজৰ আগত আঁঠু ল'ব লগা হোৱাৰ ঘটনাই শিৱনাথৰ মনত ইমান আঘাত দিলে যে সেইদিনৰ পৰা তেওঁ ঘৰৰ বাহিৰ ওলোৱা নাই। কিন্তু আজি বিহুৰামৰ মুখত ম'হঘুলিত বান অহাৰ খবৰ পাই তেওঁ আৰু ৰ'ব নোৱাৰিলে। মনৰ দুখ-অভিমান পাহৰি তেওঁ নৈৰ ফালে ওলাই গ'ল।

বহুদিনৰ মূৰত গাঁৱৰ ৰাস্তাত ভৰি দি তেওঁ অনুভৱ কৰিলে, চাৰিওফালে এটা বিৰাট চাঞ্চল্য জাগি উঠিছে। ৰাস্তাত জাক জাক মতা-তিৰোতা, ভয়াৰ্ত মুখেৰে সকলোৱে তৰা-নৰা ছিডি নৈৰ ফালে *ঢাপলি মেলিছে। পথাৰৰ পকা ধান বানপানীয়ে এফালৰ পৰা গ্ৰাস কৰি আনিছে, বানপানীৰ মুখৰ পৰা অন্ততঃ ছুডালমান ধানো থাপ মাৰি আনিব নোৱাৰিলে মানুহবোৰে খাবলৈ নাপাই মৰিব লাগিব। শিৱনাথে বজাৰৰ ওচৰ পাই দেখিলে, পানী আহি ঘাই ৰাস্তাৰ ওচৰ পাইছেহি। আগতে য'ত ঘাট আছিল, এতিয়া সি নৈৰ সোঁ-মাজত। চকুৰে মনিব পৰালৈকে কেৱল পানী আৰু পানী। সিপাৰৰ চাপৰিৰ আঠ-দহহাত ওখ ইকৰা আৰু খাগৰিবোৰৰ এআঙুলমান মূৰবোৰ মাত্ৰ পানীৰ ওপৰত ওলাই বতাহত কঁপি কঁপি নাচি আছে। বজাৰৰ কাষত এতিয়া য'ত নতুন ঘাট হৈছে, তাত এক বিৰাট হুলস্থুল। গোটেই গাঁওখনৰ ভিতৰত বজাৰৰ ঠাইখনেই একমাত্ৰ ওখ ঠাই, গাঁৱৰ আটাইবোৰ গৰু-ছাগলী আহি তাত জুম বান্ধিছেহি। কিনকিনীয়া বৰষুণে কোমল কৰি ৰখা মাটিত সিহঁতৰ ভৰিৰ খচকে এআঁঠু বোকা তুলিছে। গাঁৱৰ আটাইবোৰ দোকানী-পোহাৰী, ল'ৰা-ছোৱালী আৰু পথাৰৰ কাম নোহোৱা মানুহ বানপানী চাবলৈ বুলি আলিবাটত জুম বান্ধিছেহি। মাজতে পথাৰলৈ ওলাই অহা এজাক মতা-মাইকী মানুহ অস্থিৰ ভাবে পানী-যুঁৱলিত থিয় হৈ আছে। মতাবোৰৰ হাতে হাতে বঠা আৰু বিড়িয়া; মাইকী-বোৰৰ হাতত কাচি, থৈলা আৰু ফুট-ছাইৰ টোপোলা। আহুধানৰ পথাৰত অজস্ৰ জোক; পানীত নমাৰ লগে

লগেই জোকে চাৰিওফালৰ পৰা আহি আহি আক্ৰমণ কৰে। জোকৰ আক্ৰমণৰ পৰা ৰক্ষা পাবৰ কাৰণে মানুহবোৰে ভৰিত আঁঠুলৈকে থৈলা মেৰিয়াই লয়। তাৰ মাজতো জোকে আক্ৰমণ কৰে। শুদা হাতেৰে পিছল জোকবোৰ গাৰ পৰা এৰোৱা টান। মানুহবোৰে হাতত ফুট-ছাই ঘঁহি লৈ প্ৰকাণ্ড ম'হ-জোকবোৰ গাৰপৰা এৰুৱাই ফুট ছাইৰ টোপোলাত এৰি দিয়ে। তাৰ মাজতো যে জোকে নাখায় এনে নহয়; মানুহবোৰে যেতিয়া জগত-সংসাৰ পাহৰি ধান দোৱাত মগ্ন হৈ পৰে, তেতিয়া একো' একোটা জোকে তেজ খাই ঢোল যেন হৈ নিজে নিজেই গাৰ পৰা খহি পৰে। আহুধান দোৱা আৰু আৰু শালিধান ৰোৱাৰ বতৰত গাঁৱৰ মতা-মাইকী মানুহবোৰৰ ভৰি-হাতবোৰ জোকে খোৱা ঘাঁৰেই ভৰি পৰে।···

শিৱনাথে জাকৰপৰা অলপ এফলীয়া হৈ বানপানীৰ দৃশ্য চাবলৈ ধৰিলে আৰু মানুহবোৰৰ কথা-বাৰ্তাতো কাণ দিবলৈ ধৰিলে। পথাৰলৈ ওলাই অহা মতা-মাইকী মানুহবোৰ অস্থিৰ হৈ উঠিছে, কাৰণ সিহঁত পাৰ হবলৈ নাও নাই। ইতিমধ্যেই দাৱনীক লৈ সিপাৰৰ চাপৰিলৈ যোৱা নাওবোৰ ঘূৰি আহিলেহে সিহঁত যাব পাৰিব। ঘূৰি অহা নাও দেখা পোৱাৰ আশাত সিহঁতে ব্যাকুল দৃষ্টিৰে সিপাৰলৈ চাই আছে, আৰু তাৰ মাজে মাজে নানা কথা-বাৰ্তা পাতি সিহঁতে সময়খিনি কটাবলৈ আৰু লগতে মনৰ অস্থিৰতাখিনি হেঁচা মাৰি থবলৈ চেষ্টা কৰিছে। যিবোৰৰ নাওবোৰ আন মানুহে গৰাকীক নোসোধাকৈ সিপাৰলৈ লৈ গ'ল, সিহঁতক নাৱৰ গৰাকীবোৰে পাৰে মানে অবাইচ মাতেৰে গালি পাৰিছে; কিছুমানে ধান চপাবলৈ পোৱাৰ আশা নেদেখি হাঁয়ে-বিয়ে কৰি নিজৰ কপালক ধিকাৰ দিছে; বুকুডাঠ আন কিছুমানে বৰ্তমান বিপদৰ প্ৰতি নিৰ্বিকাৰ হৈ অতীতৰ কোনোবা এটা বানপানীত নাৱৰপৰা হালোৱা এছাৰিৰে কোবায়েই বান পানীত উটি অহা কেইটা পহু মাৰিছিল সেইবোৰ স্মৃতি ৰোমন্থন কৰিছে।······

এনেতে ইমান পৰে কিনকিনাই দি থকা বৰষুণ জাক ক্ৰমাত ভাওৰ হৈ আহিল। সমুখৰ দিগন্ত-বিস্তৃত নৈৰ পানীত ঘন বৰষুণৰ

টোপালবোৰ পৰি নৈৰ বুকু ধোঁৱা-কোঁৱা হৈ উঠিল, সিপাৰৰ বহুদূৰৰ অস্পষ্ট অৰণ্য-ৰেখা এইবাৰ সম্পূৰ্ণ অদৃশ্য হৈ পৰিল। বৰষুণলৈ কেৰেপ নকৰি মানুহবোৰ একে ঠাইতে থিয় হৈ থাকিল, আৰু বৰষুণৰ ধাৰা সিহঁতৰ মূৰৰপৰা ভৰিলৈকে বাগৰি আহিল—ঠিক যেনেকৈ সি বাগৰি আহে গছ-বনৰ ডাল-পাত জুৰুলি-জুপুৰি কৰি।

॥৮॥

আবেলি পৰত শিৱনাথ ঘৰৰ বাৰান্দাতে জুপুকা মাৰি বহি আছে। গোটেই দিনটো কিন্‌কিনীয়া বৰষুণ। মাজে মাজে প্ৰবল বেগেৰে উত্তৰ ফালৰ পৰা বতাহ বলিব ধৰিছে। পানী বঢ়াৰ লক্ষণ। গোটেই দিনটো আলিবাটেদি মানুহ অহা-যোৱা কৰিব ধৰিছে, সিহঁতৰ ভৰিৰ খোজত আজি এক নতুন অস্থিৰতা। মাজে মাজে শিৱনাথে বহাৰ পৰাই চিঞৰ মাৰি আলিবাটৰ কোনোবা এটা মানুহক সোধে—'হেৰা বোপাই, পানী কিমান পাইছেহি?'—আন দিনা হ'লে মানুহবোৰে খন্তেক থমকি ৰৈ শিৱনাথৰ প্ৰশ্নৰ উত্তৰ দিয়ে, কিন্তু আজি কাৰো ৰ'বলৈ সময় নাই। ব্যস্ত-পদেৰে গৈ থকা অৱস্থাতে মানুহবোৰে চিঞৰ মাৰি উত্তৰ দিয়ে—'ঐ-গুৰিত ৰাস্তাৰ ওপৰতে এআঁঠু পানী হৈছে, আজি ৰাস্তাটো ছিঙিব যেন পাওঁ।' ৰাস্তাটো ছিঙিব বুলি শুনি শিৱনাথৰ বুকুখনো সামান্য কঁপি উঠে। আজি বহু বছৰ ধৰি ম'হঘুলিত মানুহৰ ঘৰ তল যোৱা পানী হোৱা নাই। ১৯৩৭ চনৰ বানপানীতহে গোটেই গাঁওখন পানীত তল গৈছিল। কেইবা ঘৰ মানুহৰ ঘৰৰ চালেৰে পানী কাটিছিল! ছয়-সাতদিন ধৰি মানুহৰ ঘৰ-বাৰী পানীত তল গৈ থাকিলে কি এক নৰক-কুণ্ডৰ সৃষ্টি হয় সেই কথা মনত পৰি শিৱনাথে এটা আতংক অনুভৱ কৰিলে।

দিন ৰাতিৰ চিন নোহোৱা বাৰিষা-বতৰৰ মেঘ-গম্ভীৰ সময়খিনি কেতিয়া আবেলি গুচি গধূলিত পৰিণত হ'ল শিৱনাথে কবই নোৱাৰিলে। গধূলি নামঘৰৰ ডবাৰ কোব শুনিহে সাঁজ লাগিল বুলি তেওঁৰ মনত খেয়াল হ'ল। নামঘৰৰ ফালে হাত-যোৰ কৰি প্ৰণাম কৰি তেওঁ ঈশ্বৰৰ নাম ল'লে। ঠিক সেই মুহূৰ্ত্ততে পানী ৰাগৰি অহাৰ নিচিনা এটা বিৰাট খলখলনি শব্দ আৰু মানুহৰ চিঞৰ-বাখৰ শুনি তেওঁ চক খাই উঠিল। তেওঁ বুজি পালে, নৈৰ বাঢ়নী পানীয়ে ঔগুৰিৰ ওচৰত আলিটো এই মাত্ৰ ছিঙিলে। পানী চাবলৈ যোৱা মানুহে আলিটো ছিগাৰ লগে লগেই সমস্বৰে চিঞৰ মাৰি উঠিছে। এইবাৰ আৰু গাঁওখনৰ ৰক্ষা নাই। ৰাতিটোৰ ভিতৰতে গোটেই গাঁও পানীত তল যাব। আহুখেতিতো গ'লেই, শালিখেতিবো এইবাৰ ভিকাচন ভাগিব। বাম-মাটি চাই মানুহে য'ত ডুই-এডৰা শালিৰ কঠীয়া পাৰিছিল সকলো পানীত তল যাব, আৰু এসপ্তাহ পানীৰ তলত থকাৰ পাছতেই কঠীয়া গেলি-পঁচি সমূলি নষ্ট হ'ব। গাঁওখনৰ আসন্ন দুৰ্দিনৰ চিত্ৰ চকুৰ সমুখত কল্পনা কৰি কৰি শিৱনাথ একে ঠাইতে স্তব্ধ হৈ বহি ৰ'ল।

ঘিটমিটীয়া এন্ধাৰত গাৰ এহাত দূৰতে একো দেখা নাযায়। কিন্তু চকুৰে একো নেদেখিলেও শিৱনাথে কাণেৰে শুনিয়েই বুজি পালে— গোটেই গাঁওখনতে হঠাৎ এটা বিৰাট ব্যস্ততা আৰম্ভ হৈছে। মানুহবোৰে ব্যস্ত ভাবে ইফালে-সিফালে ঘূৰি ফুৰিছে, ইঘৰে সিঘৰক চিঞৰি কিবাকিবি কথা কৈছে, কাঠ-বাঁহ কটাৰ শব্দ শুনা গৈছে। আলিটো যে সঁচাকৈয়ে ছিগিবই সেইকথা গাঁৱৰ মানুহে বোধহয় ভবা নাছিল। এতিয়া আলিটো ছিগাৰ ফলত শত্ৰুৱে আহি অতৰ্কিতে গাঁওখনৰ ওপৰত জঁপিয়াই পৰাৰদৰে অৱস্থা হৈছে, আৰু মানুহবোৰে অতি কম সময়ৰ ভিতৰতে তাৰ মুখামুখি হ'ব লগা হৈছে। শিৱনাথে দূৰত পানীৰ কলৰৱ আৰু ওচৰত গাঁৱৰ মানুহৰ হুলস্থুল কাণ পাতি শুনিবলৈ চেষ্টা কৰি থাকোঁতেই তেওঁৰ গাৰ নিচেই কাষতে কোনোবা এটাই মাত লগাই উঠিল: 'দদাই!'

শিৱনাথে চঁক খাই উঠি সুধিলে, 'কোন ?'

'মই দুৰ্লভ। আপোনাৰ বাৰীৰ কল-গছ কেইডালমান কাটিব খুজিছোঁ।'

শিৱনাথে সুধিব খুজিছিল—এই ৰাতিখন কলগছ কিয় ? কিন্তু পাছ মুহূৰ্ততে তেওঁৰ মনত পৰিল—আৰু দুঘণ্টামানৰ ভিতৰতে যদি কাৰোবাৰ ঘৰত পানী সোমায়, তেন্তে কলগছৰ ভুৰ কৰি সেই ভুৰ ঘৰৰ ভিতৰলৈ সুমুৱাই তাৰ ওপৰত চোকা বহুৱাইহে ভাত ৰান্ধিব পাৰিব। তেওঁৰ নিজৰ ঘৰৰ ভেটিটো অৱশ্যে কিছু ওখ। গোটেই গাঁওখন পানীত তল যোৱাৰ পাছতহে তেওঁৰ ঘৰ তল যাব পাৰে। ১৯৩৭ চনত অৱশ্যে তেওঁৰ ঘৰৰ ভিতৰতো দেৰহাতমান পানী হৈছিল, আৰু পঞ্চাছমোণীয়া নাও ঘৰৰ ভিতৰলৈকে সোমাইছিল। মুহূৰ্তৰ ভিতৰতে তেওঁৰ মনটোৱে ১৯৩৭ চনৰ পৃথিবীখন এবাৰ ঘূৰি আহিল, আৰু লৰালৰিকৈ তেওঁ মাত লগালে, 'যা বোপাই, কেইডাল কলগছ লাগে কাটি লৈ যা। আমাৰ নকুলকো ক, আমাৰ কাৰণেও ভুৰ এখন কৰি থওক। এইবাৰ শেনৰ এজাত যেন পাইছোঁ।'

ৰাতিপুৱা শুই উঠি পিৰালীলৈ ওলায়েই শিৱনাথে দেখিলে—ঘৰৰ চোতালত এআঁঠু পানী। পানী আৰু চাৰি আঙুল মান উঠিলেই ভেটি তল যাব। ওচৰৰ কেৰকণ, ভদীয়া আৰু গোপালহঁতৰ ঘৰৰ ভেটিও পানীত তল গৈছে। বাঢ়নী পানীয়ে আলিৰ সিপাৰৰ গোবৰ-জাবৰ আৰু বিষ্ঠাৰ দ'ম চোতাললৈকে উটুৱাই আনিছে, সেই পানীতে কেৰকণহঁতৰ সৰু সৰু ল'ৰা-ছোৱালীবোৰে সাঁতুৰি-নাদুৰি খেলা কৰিবলৈ ধৰিছে। ভদীয়াহঁতৰ ঘৰৰ বোৱাৰী দুজনীয়ে কলগছৰ ভুৰত উঠি ক'ৰবালৈ যাবলৈ ওলাইছে, বোধহয় প্ৰাতঃকৃত্য সমাপন কৰিবৰ কাৰণে। মতা মানুহবোৰ আকাশত তৰা থাকোঁতেই দিহা-দিহি কামলৈ ওলাই গ'ল। সিহঁতৰ আজি বহুত কাম। গৰু-গাইবোৰৰ চৰিবলৈ ক'তো ঠাই নাই, সিহঁতক গাঁওখনৰ একমাত্ৰ পানীত তল-নোযোৱা ঠাই আলিটোত থৈ মানুহবোৰে নাৱেৰে ঘাঁহ

কাটি আনি গোটেই দিনটো খুৱাব লাগিব। আন কিছুমানে আকৌ খৰি কাটিবলৈ যাব লাগিব। বাৰিষা বতৰৰ এইটো ডাঙৰ কাম ; মানুহবোৰে দূৰৰ হাবিৰ ডাঙৰ গছ কাটি ভুৰ বান্ধি পানীৰে লৈ আহে আৰু গোটেই বছৰটোৰ কাৰণে খৰিৰ ব্যৱস্থা কৰি লয়। এইবাৰ ঘৰ তলযোৱা পানী হোৱাত মানুহবোৰৰ অতিৰিক্ত সুবিধা এয়ে হৈছে যে, খনিৰ ভুৰবোৰ চোতাললৈকে আনিব পাৰিব। আন কিছুমান গৈছে খলহা চাবলৈ, বেট আৰু বেট-গাছ কাটিবলৈ। কাম নাই কেৱল মাইকী মানুহবোৰৰ। পানীত ঘৰৰ ভেটি তল যোৱাত ধান বনা, ঘৰ মছা—এই সকলো কামৰপৰা সিহঁতে অব্যাহতি পালে। কিন্তু এই কৰ্ম-হীনতা সিহঁতৰ কাৰণে এটা প্ৰচণ্ড শাস্তি মাত্ৰ। দিনৰ দিনটো সিহঁতে বিছনাৰ ওপৰত বা কলৰ ভুৰৰ ওপৰত একে ঠাইতে নিশ্চল হৈ বহি থাকিব লগা হয়, কাৰণ ঘৰৰ ভিতৰত পানীত খোজ কাঢ়ি ফুৰিলে ভেটিটো গেলি বোকা উঠি উৰলি যায়। পানী শুকাই যোৱাৰ পাছত সেই ভেটি মচি সমান কৰা এটা ডাঙৰ কষ্টৰ কাম হৈ পৰে। দিনৰ দিনটো একে ঠাইতে বহি বহি সিহঁতৰ হাত-ভৰিৰ কটকটনি উঠে, দৈহিক অস্বস্তি আৰু কৰ্মহীনতাৰ অৱসাদে সিহঁতক অতিষ্ঠ কৰি তোলে। গাঁৱত চোতাল বা ভেটি তল যোৱা বান-পানী হ'লে আনন্দৰ উৎসৱ হয় কেৱল সৰু সৰু ল'ৰা-ছোৱালীবোৰৰ আৰু পোহনীয়া পাতি-হাঁহবোৰৰ। ল'ৰা-ছোৱালীবোৰে চোতালতেই নৈখন পাই গোটেই দিনটো সাঁতুৰি-নাদুৰি পাগল হৈ থাকে, পাতি-হাঁহবোৰ পাগল হৈ পৰে পানীত অবাধে সাঁতুৰিবলৈ আৰু অজস্ৰ বোন্দা কেঁচুৰ ভোজ খাবলৈ পাই।

শিৱনাথে পিৰালীত থিয় হৈ সমুখৰ পানীৰ বহল সাগৰখন চাই থাকোঁতেই কেৰকণহঁতৰ ঘৰৰ পাতিহাঁহজাকে টেক্-টেক্ শব্দ কৰি তেওঁৰ চোতাললৈকে বোন্দা-কেঁচু খাবলৈ আহিল। পানীয়ে চাৰিওফাল বুৰাই পেলোৱাত মাটিৰ তলত থকা বোন্দাকেঁচু আটাইবোৰ ওপৰলৈ উঠি আহিছে। এহাত পানীৰ তলত থকা তেওঁৰ চোতালখন শ শ বোন্দাকেঁচুৱে সম্পূৰ্ণ ঢাকি [illegible] কৰি পেলাইছেহি। কিছু সময়ৰ

পাছতেই কেঁচুবোৰ মৰিব। হাঁহে সিমানবোৰ কেঁচু খাই শেষ কৰিব নোৱাৰে। মানুহৰ অহা-যোৱাৰ খচকত কেঁচুবোৰ বোকা উঠিব। পানী যেতিয়া শুকাবলৈ ধৰিব, ৰ'দৰ তাপত লাখ লাখ কেঁচুৰ মৃতদেহ-মিহলি বোকাৰপৰা এনে এটা দুৰ্গন্ধ ভাপ উঠিব যে বহুত দিনলৈ গাঁৱৰ বতাহ সেই উৎকট দুৰ্গন্ধত গধুৰ হৈ থাকিব, ভালকৈ উশাহ লোৱাই টান হৈ পৰিব। গন্ধ-সচেতন শিৱনাথে সেই অভিজ্ঞতাটো কল্পনা কৰিয়েই এনে এটা অস্বস্তি অনুভৱ কৰিবলৈ ধৰিলে যে তেওঁৰ পেটটো পাক খাই বমি ওলাই আহিবৰ উপক্ৰম হ'ল।

নাও এখন লৈ প্ৰাতঃকৃত্য শেষ কৰি শিৱনাথ পুনৰ পিৰালীত আহি বহিল। মুহূৰ্তে মুহূৰ্তে পানী ওপৰলৈ উঠিব ধৰিছে। এই গতিৰে পানী বাঢ়ি থাকিলে আজি দুপৰীয়াৰ ভিতৰতে তেওঁৰ ঘৰো তল যাব। প্ৰকৃতিৰ ওচৰত নীৰৱ আত্ম-সমৰ্পণৰ বাহিৰে এতিয়া আৰু কাৰো কৰিবলৈ একো নাই। শিৱনাথে নিবিষ্ট চিত্তেৰে বাঢ়মী পানীৰ দৃশ্য উপভোগ কৰিবলৈ চেষ্টা কৰিলে। কেৰকণহঁতৰ ঘৰৰ ল'ৰা-ছোৱালী জাকে পানীত খেল্‌খেলাবলৈ এৰি গামোছা এখন লৈ জালুকণী বাবলৈ আৰম্ভ কৰিলে। মুহূৰ্তে মুহূৰ্তে সিহঁতে গামোছাখনৰ পৰা খালৈত মাছ ভৰাবলৈ আৰম্ভ কৰিছে। ঘৰৰ চোতালত ইমান মাছ পাই সিহঁতে বাৰে বাৰে আনন্দত কিৰিলী পাৰি উঠিছে। শিৱনাথে নিজৰ চোতালৰ পানীলৈ লক্ষ্য কৰি দেখিলে—ক'তো এটাও মাছৰ সঁচ নাই। কেৰকণহঁতৰ চোতালত ক'ৰপৰা ইবান মাছ আহিল সেই কথা ভাবি তেওঁ অতি আচৰিত হ'ল। মনৰ কৌতূহল দমাব নোৱাৰি তেওঁ ল'ৰা-ছোৱালীজাকক মাত লগালে—'ঐ পুতুকণ, কি মাছ পাইছ চাওঁচোন গৈ আহ।'

ল'ৰা-ছোৱালীজাকে সিহঁতৰ এই অভূতপূৰ্ব সাফল্যৰ নিদৰ্শন দেখুৱাবলৈ সুবিধা পাই আনন্দত উত্ৰাৱল হৈ তেওঁৰ ওচৰলৈ দৌৰি আহিল। খালৈটো জুমি চাই তেওঁ দেখিলে—মাছৰ পোৱালি বুলি ভাবি সিহঁতে এসোপা লালুকীকে খালৈত ভৰাই জমা কৰিছে। ক'লা, পিছল আৰু বিজলীয়া লালুকীবোৰ দেখি ঘিণত তেওঁৰ প্ৰায় বমি

ওলাই আহিল। জোৰেৰে খকৃকৈ থু পেলাই তেওঁ চিঞৰি উঠিল—'ছিঃ ছিঃ, এইবোৰ মাছ নহয়, লালুকী। পেলাই দে, পেলাই দে।'

ফু মাৰি নুমাই দিয়া চাকি এটাৰদৰে ল'ৰা-ছোৱালীজাকৰ মুখবোৰ মুহূৰ্ততে আন্ধাৰ হৈ পৰিল!

দুপৰীয়া পৰত কলৰ ভুৰ এখন বাই বাই কতীয়া তেওঁৰ ঘৰলৈ আহিল। ঘৰৰ দুৱাৰমুখতে ভুৰখন ৰখাই সি তাৰ ওপৰতে বহি পৰিল, আৰু তাৰপৰাই শিৱনাথক দীঘলীয়াকৈ সেৱা এটা কৰি ক'লে, "দেউতা, কালিৰপৰা গোটেই ঘৰখনেই লঘোন দিছো দেউতা। আপুনি ৰক্ষা নকৰিলে আৰু ৰক্ষা কৰোঁতা কোনো নাই।'

শিৱনাথে কতীয়াৰ কথা বুজিও নুবুজাৰ ভাও ধৰি সুধিলে, 'হ'ল কি তোৰ?'

'হ'ব আৰু কি দেউতা, কেৱল মোৰেই নহয়, গোটেই গাঁওখনৰে ঘৰে ঘৰে টেকেলি কাটি। আমাৰ নদীয়াল মানুহৰ মাছেই ভাতমুঠি, মাছেই জীৱন। কিন্তু ন-পানীৰ মুখত আপুনি মাছ পাই ক'ৰপৰা? বতৰৰ গতি দেখি কেঞা-মহাজনেও চাউলৰ দাম এটকাত দুটকা কৰিছে। তাকো উঠনালৈ নিদিয়ে, নগদ লাগে। যি দুই-এঘৰে পানীৰ মুখৰপৰা কাঢ়ি আহুধানৰ মুঠি দুটামান ঘৰলৈ আনিছিল, সিহঁতবো তাক চাউল কৰি ভাত খাবলৈ উপায় নাই। এনেয়ে আধা-পকা পানীত গেলা কুমলীয়া ধান, তাতে ওপৰে পানী, তলে পানী। আপুনি ধান শুকোৱাই ক'ত, বানে ক'ত? কালি ৰাতি কঁঠাল এটা খায়েই ঘৰ-ঘৰোৱাহে পেটৰ জুইকুৰা কোনোমতে নুমুৱালোঁ। কিন্তু কেৱল কঁঠাল খাই আপুনি কেই সাজ থাকিব পাৰে? আজি ৰাতি-পুৱাৰে পৰা ল'ৰা-ছোৱালীমখাই ভোকত কান্দি কান্দি টে'টু ফালিছে। এসাজমানৰ জোখাৰে চাউল অলপ দিয়ক দেউতা, নহ'লে ল'ৰা-ছোৱালী কেইটাৰ শাও লাগিব আপোনাৰ গাত।'

শিৱনাথে কলে, 'দুপৰীয়াৰ কাৰণে তোক চাউল এসাজ বাৰু দিলোঁৱেই, তাৰ পাছত তই কি কৰিবি? আজি গধূলিকৈ কি খাবি? কাইলৈ কি খাবি?'

কতীয়াই ক'লে, 'এসাজ যোগাৰ হোৱাৰ পাছত পাছৰ সাজলৈ চিন্তা কৰিবলৈ নদীয়াল মানুহে শিকা নাই দেউতা। তদুপৰি এসাজ ভালকৈ খাই লব পাৰিলে আৰু তিনিসাজ লঘোন দিবলৈ গাত বল পাম নহয় দেউতা। ইফালে বজাৰত আজি এটা নতুন কথাও শুনি আহিলোঁ। বেব মহাজনহঁতে এখন মিটিং কৰিছে, এইবাৰ বোলে বানপানীয়ে খেতি নষ্ট কৰা আৰু খাবলৈ নোহোৱা মানুহক কিবা চৰকাৰী ৰিলিফ দিব। এতিয়াহে বুজি পাইছোঁ দেউতা—আপোনা-লোকৰ নিচিনা ডাঙৰ মানুহবোৰে কিয় 'স্বৰাজ লাগে, স্বৰাজ লাগে' বুলি চিঞৰিছিল, ভলন্টিয়াৰবোৰে কিয় জেললৈ গৈছিল। চৰকাৰে যদি বিপদৰ সময়ত এনেকৈ দুখীয়াবোৰক তাৰণ কৰে, তেন্তে স্বৰাজ হৈ ভালেই হৈছে বুলি ক'ব লাগে দেউতা।'

পাছৰ তিনিদিনমান খোজনীয়াৰ উৎপাতত শিৱনাথ ৰ'ব নোৱাৰা হ'ল। বেছিভাগেই কৈৱৰ্ত গাঁৱৰ মানুহ। কিছুমান তেওঁৰ গাঁৱৰে মানুহ—যিবোৰে দিন-হাজিৰা কৰি পেট প্ৰৱৰ্তায়, যিবোৰে আহুধান মুঠি চপাব পাৰিলেহে কাণে-কাণ মাৰি বছৰটো জোৰাই খাব পাৰে, যিবোৰ অনাথ বিধবা, যিবোৰৰ ঘৰৰ ভিতৰত এবুকু-একঁকাল পানী হৈছে। প্ৰত্যেককে চাউল দিয়াটো শিৱনাথৰ পক্ষেও সম্ভৱ নহয়। কাৰণ বাৰিষা কিমান দিন থাকে ঠিক নাই, অনিশ্চিত অনিৰ্দিষ্ট ভৱিষ্যতৰ কাৰণে তেওঁ নিজেও সাজু হৈ থাকিব লাগিব। তথাপি তেওঁ যাক যেনেকৈ পাৰে কাৰোবাক চাউল এমুঠি, কাৰোবাক টকা এটা দি সহায় কৰিবলৈ চেষ্টা কৰিলে। খোজনীয়া মানুহৰ লানি-নিছিগা সোঁতৰপৰা তেওঁ বুজি পালে—গোটেই মৌজাটোৰ বেছিভাগ মানুহেই এসাজ খাই এসাজ নাখাই আৰু বহুতে দিনৰ পাছত দিন ভাতৰ মুখ নেদেখিয়ে দিন কটাবলগা হৈছে। বাৰিষাটো অকালতে আহি মানুহৰ ডাঙৰ সৰ্বনাশ কৰি থৈ গ'ল। তথাপিতো ৰক্ষাৰ কথা এয়ে যে—শিৱনাথে নিজৰ অসহায়তা আৰু বিবেকৰ দংশনখিনি প্ৰশমিত কৰিবলৈ চেষ্টা কৰিলে—স্বাধীন দেশৰ চৰকাৰে ৰাইজৰ এই বিপদৰ সময়ত উদাসীন বহি থকা নাই। প্ৰতিশ্ৰুত ৰিলিফ আহি পালেই ৰাইজে নিশ্চয় বহুতো সকাহ পাব।

কেইদিনমানৰ পাছত এদিন শিৱনাথে পিৰালীত বহি থকা অৱস্থাৰ পৰাই দেখা পালে—তেওঁৰ ঘৰৰ সমুখৰ ৰাস্তাইদি মানুহৰ লানি-নিছিগা সোঁত বৱলৈ আৰম্ভ কৰিছে। প্ৰত্যেকৰে হাতে হাতে একোখন খালি বস্তা। শিৱনাথে অনুমান কৰিলে—বোধহয় ৰিলিফৰ চাউল আহি পালেহি, আজি নিশ্চয় চাউল বিলোৱা আৰম্ভ হৈছে।

কিন্তু গধূলি পৰত তেওঁ দেখি আচৰিত হ'ল যে দুপৰীয়া খালি বস্তা লৈ বজাৰৰ ফালে যোৱা মানুহ এতিয়া আকৌ খালি বস্তা লৈয়েই ঘৰলৈ উভতিছে। দুপৰীয়া সিহঁতৰ খোজৰ ভংগীত আছিল এটা ব্যস্ত লৰা-ধপৰাৰ ভাব, এটা আশাৰ উত্তেজনা; কিন্তু এতিয়া সিহঁতে থিয় হৈ থাকিবলৈকে গাত শক্তি নোহোৱা মানুহৰ দৰে কোনোমতে ভৰি দুখন চোঁচোৰাই চোঁচোৰাইহে ঘৰলৈ উভতিছে। কি হ'ল ঘটনাটো? আজি চাউল নাহিলেইনেকি? মনৰ কৌতূহল দমাব নোৱাৰি তেওঁ চিনাকি মানুহ এটা দেখি চিঞৰ মাৰিলে—'হেৰা ফটিক, চাওঁ এইফালে আহাঁচোন।'

দুৰ্বল খোজেৰে ফটিক তেওঁৰ ঘৰলৈ সোমাই আহিল। সি ওচৰ আহি পালত শিৱনাথে লক্ষ্য কৰিলে—ৰ'দে পুৰি তাৰ শুকান টেটেৰা মুখখন এভাৰ যেন ক'লা কৰি পেলাইছে, গাঁতলৈ সোমাই যোৱা চকু দুটা ছাইয়ে ঢাকি থোৱা অঙঠা দুডোখৰৰ দৰে টিক্ টিক্কৈ জ্বলিব ধৰিছে। তাৰ গাটোও থাকি থাকি কঁপি উঠিছে। ফটিকৰ মূৰ্তি দেখি তাক কথা সুধিবলৈকে শিৱনাথৰ প্ৰথমতে ভয় লাগিল। ফটিকে পিৰালীৰ বেঞ্চ খনতে ঘপহ্‌কৈ বহি পৰি শুকান মাতেৰে ক'লে, 'দেউতা, অলপ পানী খাওঁ।'

পানী খাই ফটিকে পিৰালীৰ বোকা উঠা মাটিখিনিলৈ কিছু সময় নীৰৱ জ্বলন্ত দৃষ্টিৰে চাই ৰ'ল। শিৱনাথে বেঁকা দৃষ্টিৰে তাৰ ফালে চাই অনুভৱ কৰিলে—প্ৰচণ্ড খঙৰ জুই একুৰা যেন নীৰৱে জ্বলিব ধৰিছে, তাৰ উত্তাপ আহি তেওঁৰ গাতো লাগিছেহি। তেওঁ কিছু সময় অপেক্ষা কৰিলে। তাৰ পাছত এবাৰ সুযোগ বুজি প্ৰশ্ন কৰিলে, 'হ'ল কি ফটিক? ৰিলিফৰ চাউল নাপালানেকি?'

'ৰিলিফৰ চাউল আৰু আমি ক'ৰপৰা পাম'—শিৱনাথক চঁক খুৱাই দি ফটিকে অতর্কিতে মাৰ খোৱা কুকুৰৰদৰে কেংকেঙাই উঠিল, 'সেইবোৰ চাউল কিবা আমাৰ নিচিনা তৃতীয়া মানুহৰ কাৰণে আনিছেনেকি? এটা মৌজাৰ লাখ প্রজাৰ কাৰণে চাউল আনিছে মাত্র এশমোণ। ভাবিছিলোঁ—আমাৰ নিচিনা এদিন খাই সাতদিন খাবলৈ নোপোৱা মানুহবোৰকহে বোধহয় একোমুঠিকৈ চাউল দিব। সেই আশাতে দেউতা—-দিনটো কাম-কাজ খটি কৰি দুপৰীয়াৰপৰা এই গধূলি পৰলৈকে পৰ দি ৰহি থাকিলোঁ। আমি কিন্তু চাউলৰ ওচৰলৈকে গৈ নাপালোঁ। আমাৰ চকুৰ আগেদিয়েই ঘৰত মেট-মৰা ধানৰ ভঁৰাল থকা মানুহেও বস্তাই বস্তাই চাউল লৈ গ'ল। মই নিজ চকুৰেই দেখিছোঁ দেউতা—আপোনালোকৰ গাঁৱৰ ভৱকান্তহঁতৰ ঘৰৰ বাপেকেও চাউল পালে, পুতেক দুটায়ো চাউল পালে। অথচ সিহঁতৰ ভঁৰালত এতিয়াও নাই কমেও ছমাহ খাবৰ জোখাৰে ধান জমা আছে। গোটেই মৌজাটোৰ ভিতৰত একেবাৰেই খাবলৈ নোহোৱা ছাল-ছিগা ভিকহু আমাৰ কৈৱৰ্ত গাঁওখনেই,—অথচ আমাৰ গাঁৱৰ কোনো এঘৰ মানুহেই গলিয়াই খাবলৈকো চাউল এমুঠি নাপালে। আমাৰ মানুহে আপত্তি কৰাত ৰেব মহাজনে কি জবাব দিলে জানে? ঘৰত খাবলৈ নাথাকিলেই যে ৰিলিফৰ চাউল পাব লাগিব তাৰ বোলে কোনো আইন নাই। বাৰিষা বতৰৰ কাৰণে যিবোৰ মানুহে বোলে ধান শুকুৱাব আৰু বানিব পৰা নাই সেইবোৰ মানুহেও চাউল পাব পৰাৰ আইন আছে।'

'চৰকাৰী চাউল বিলোৱাৰ কথাত ৰেব মহাজনেনো মাত মাতিবলৈ কেনেকৈ পালে?'

শিৱনাথে প্রশ্ন কৰিলে।

'এহ্ আপুনিও ভাল মানুহ দেউতা'—নিজৰ অনিচ্ছা সত্ত্বেও ফটিকৰ মাতত স্পষ্ট খং আৰু বিৰক্তি ফুটি উঠিল, 'আপুনিতো গোটেই জীৱন এই পিৰালীখনতে বহিয়েই কটাই দিলে, সংসাৰৰ ক'ত কি ঘটিছে আপোনাৰ একো খবৰ নাই। এতিয়াতো ৰেব মহাজনেই

গোটেই মৌজাটোৰ আচল অধিপতি। আগতে আপোনালোকক দেখিলে এশহাত দূৰতে মাটি ছুই নমস্কাৰ কৰা আৰু থানাৰ দাৰোগাই উঠ বুলিলেই উঠা আৰু বহ বুলিলেই বহা বেৰ মহাজন এতিয়া আৰু নাই। এতিয়া বেৰ মহাজন কংগ্ৰেছৰ সভাপতি, পঞ্চায়তৰ সভাপতি, তেওঁৰ কথামতেহে এতিয়া ম'হঘুলিত গোটেই চৰকাৰ চলে। ৰিলিফৰ চাউল বিলাবলৈ দিছে কৰেল পঞ্চায়তক। গতিকে চাউল বিলোৱাৰ কথাত বেৰ মহাজনে মাত নামাতি আৰু কোনে মাতিব?······বজাৰতে মানুহে কোৱা-কুই কৰা শুনিলোঁ—যোৱা পঞ্চায়তৰ ইলেক্‌চনত যিবোৰ মানুহে বেৰ মহাজন আৰু কেশৱ মণ্ডলৰ দলৰ ফালে ভোট দিছিল, সেইবোৰ মানুহেই চাউল পাইছে, বাকীবোৰে নাই পোৱা। আজিহে বুজিলোঁ দেউতা, দুখীয়াৰ প্ৰাণ-ৰক্ষাৰ কাৰণে ৰিলিফৰ চাউল নহয়, সি আচলতে ভোট দিয়াৰ পুৰস্কাৰহে।'

ফটিকৰ মুখত কেশৱ মণ্ডলৰ নামটো শুনি মুহূৰ্তৰ ভিতৰতে অতীতৰ এটা ছয়াময়া ছবি শিৱনাথৰ চকুৰ আগত ভাহি উঠিল। কাৰাগাৰলৈ যোৱাৰ আগতে তেওঁৰ ওচৰত বিদায় লবলৈ মাজৰাতি তেওঁৰ ঘৰলৈ অহা সেই বিপ্লৱী দেশ-কৰ্মীজন, —এটা মংগলময় সুন্দৰ প্ৰভাতৰ ব্ৰাহ্ম-মুহূৰ্তত যাক তেওঁ এটা নতুন জীৱনৰ দুৱাৰ-দলিলৈকে আগ বঢ়াই থৈ আহিছিল, আজি বহুদিন সেই মানুহজনৰ লগত তেওঁৰ আৰু দেখা-সাক্ষাৎ নাই। শিৱনাথে শুনিছে, আজিকালি কেশৱ মণ্ডল এজন বৰ ব্যস্ত মানুহ। ৰাইজৰ এশ-এটা অনুষ্ঠানৰ তেওঁ সভাপতি, উপ-সভাপতি; অশেষ কষ্ট স্বীকাৰ কৰি তেওঁ যিখন দেশ স্বাধীন কৰিলে সেই দেশৰ পুনৰ্গঠনৰ কামত তেওঁ অহোৰাত্ৰ ব্যস্ত। অৱশ্যে এটা কথাইহে শিৱনাথক কিছু আচৰিত কৰে যে এসময়ৰ কানি-বেপাৰী (এতিয়াও বোলে তেওঁ সেই ব্যৱসায় এৰা নাই) আৰু 'ভলন্টিয়াৰ'ৰ জাত-শত্ৰু বেৰ মহাজনেই বোলে আজি-কালি কেশৱ মণ্ডলৰ ঘনিষ্ঠ সহকৰ্মী। মৌজা-কংগ্ৰেছ আৰু পঞ্চায়তৰো সভাপতি বেৰ মহাজনহে, কেশৱ মণ্ডল উপ-সভাপতি মাত্ৰ। বেৰ মহাজনেই কেশৱ মণ্ডলৰ ঘৰ চলোৱাৰ সকলো খৰচ বহন কৰে, তাৰ বিনিময়ত কেশৱ মণ্ডলে

মহাজনক ম'হঘুলিৰ ৰাজহুৱা অনুষ্ঠানৰ সকলো মুখিয়াল বাববোৰ এৰি দিছে। বৃটিছ চৰকাৰৰ দিনত ৰেব মহাজনে দাৰোগা-হাকিমৰ সহায়ত ধন-সোণ ঘটিলে, এতিয়া জাতীয় চৰকাৰৰ দিনত কেশৱ মণ্ডলহঁতৰ সহায়ত তেওঁ ঘটিবলৈ আৰম্ভ কৰিছে মান-মৰ্য্যদা আৰু প্ৰভাৱ-প্ৰতিপত্তি। কিছুদিনৰ আগতে নতুনকৈ নিৰ্বাচিত হোৱা এম এল এ জন ম'হঘুলি ভ্ৰমণ কৰিবলৈ আহিছিল। জেলত তেওঁ কেশৱ মণ্ডলৰ সহ-বাসী আছিল, সেই আপাহতে তেওঁ কেশৱ মণ্ডলৰ ঘৰত আলহী থাকিম বুলিয়েই আহিছিল। কিন্তু ৰেব মহাজনে জেদ ধৰিলে যে এম এল এ ডাঙৰীয়া তেওঁৰ ঘৰতহে থাকিব লাগিব। এম এল এ-ক নিজৰ ঘৰত আলহী ৰাখিব পাৰিলে ৰেব মহাজনে সামাজিক প্ৰতিপত্তিৰ জখলাত আৰু এখোপ ওপৰলৈ উঠিব পাৰিব। গাঁৱৰ ডেকাহঁতৰ প্ৰবল আপত্তিকো আওকাণ কৰি কেশৱ মণ্ডলে এম এল এ-ক ৰেব মহাজনৰ ঘৰতে ৰখাৰ ব্যৱস্থা কৰিলে। ফলত দাৰোগা—ডাক্তৰ—আবকাৰী ইন্সপেক্টৰ আদি স্থানীয় চৰকাৰী কৰ্মচাৰীৰ দৃষ্টিত ৰেব মহাজন আগতকৈয়ো বেছি ভয় আৰু সমীহ কৰিব লগীয়া মানুহ হৈ পৰিল। শিৱনাথে এইবোৰ কথা দূৰৰ পৰাই শুনি থাকে, আৰু মনে মনে ভাবে ঃ স্বাধীনতা-ৰূপী ভোজৰ প্ৰথম পাতখন দেখোন ৰেব মহাজনৰ ভাগতহে পৰিল! অথচ দেশৰ স্বাধীনতাৰ সংগ্ৰামত যোগ দিবলৈ কোটি কোটি মানুহক আহ্বান কৰোঁতে তেওঁলোকক দেখোন সম্পূৰ্ণ বেলেগ কথাহে কোৱা হৈছিল।

মনৰ চিন্তাৰ সোঁত দমন কৰি শিৱনাথে ফটিকক সুধিলে, 'চাউল বিলাবৰ সময়ত কেশৱ মণ্ডলো আছিলনেকি ?'

'ওৱা, আপুনি কি কথা কয় দেউতা'—ফটিকে আচৰিত হৈ ঘূৰাই প্ৰশ্ন কৰিলে, 'কেশৱ মণ্ডলেইতো ৰিলিফৰ সৰ্বে-সৰ্বা মালিক, তেওঁ নাথাকিলে কেনেকৈ চলিব ? চাউল বিলাবৰ সময়ত তেওঁ এনেকুৱা ভাও-ভংগী দেখুৱাইছে—যেন সেইবোৰ তেওঁৰ বাপেকৰ ঘৰৰহে চাউল, চৰকাৰে পঠোৱা চাউল নহয়। তেওঁতো খোলাখুলিকৈ কৈয়েই দিছে, চৰকাৰক কৈ-মেলি তেওঁহে সেই চাউল আনিছে, গতিকে চাউল কাক

কেনেকৈ দিব সেইটো তেওঁহে ঠিক কৰিব। তাত কাৰো ওজৰ-আপত্তি নাখাটে। দেউতা, শুনিলেও আপুনি বিশ্বাস নকৰিব—ৰাইজৰ নাম কৰি অনা ৰিলিফৰ চাউল ৰাতিটোৰ ভিতৰতে দু-বস্তা নি মণ্ডলৰ ঘৰত সুমুৱাইছেগৈ; ৰেব মহাজনৰ গৰু-গাড়ীয়ে মণ্ডলৰ ঘৰত চাউল থৈ অহা গাঁৱৰ ডেকাবোৰে নিজ চকুৰে দেখিছে। কোনোবাই বোলে চব-ডেপুটি হাকিমৰ আগত আপত্তিও কৰিছিল, কিন্তু হাকিমে তদন্ত কৰা দূৰৰ কথা—আপত্তি কৰা ডেকাবোৰকহে বোলে তেওঁ ধমক লগাই দিলে। ধমক নিদিবনো কিয় দেউতা, মানুহে কথাতে কয় বোলে—কালবো কাল বিপৰীত কাল, হৰিণাই চেলেকে বাঘৰ গাল; এনেকুৱা এজন চব-ডিপুটিৰ তলতে কেশৱ মণ্ডল এদিন আছিল মণ্ডল, কিন্তু আজি সেই কেশৱ মণ্ডলক চব-ডিপুটিয়ে এশবাৰ-হাজাৰবাৰ চালাম দি তৎ নাপায়।'

'সেইটো জানো বেয়া হৈছে ফটিক'—শিৱনাথে বিশ্বাসৰ জোৰ নোহোৱা মাতেৰে ক'লে, 'স্বাধীন দেশত ৰাইজেই ৰজা, তেনেস্থলত হাকিম-আমোলাই যদি ৰাইজৰ নেতা এজনক চালাম দিয়ে, তেন্তে সেইটো ৰাইজক চালাম দিয়াৰদৰেই নহ'ল জানো? দেশৰ স্বাধীনতা আন্দোলনৰ সময়ত মানুহে শ্লোগান দিছিল: আমোলা-তন্ত্ৰ ধ্বংস হওক। এতিয়া যদি আমোলা-তন্ত্ৰ ধ্বংস হৈছে, তেন্তে ৰাইজে দেখোন সন্তোষ পোৱাহে উচিত।'

'জানো দেউতা, আমি সেইবোৰ ডাঙৰ কথা বুজি নাপাওঁ। ৰাইজনো এতিয়া ক'ত ৰজা হোৱা দেখিছে? ৰাইজৰ নামত এতিয়া ৰেব মহাজন, কেশৱ মণ্ডল—এইসকল লোকেইহে ৰজা হৈছে। আগতে দেশত আইন-কানুন বুলি কথা এটা আছিল। এতিয়া কিন্তু কেশৱ মণ্ডল, ৰেব মহাজনৰ মুখৰ কথাই আইন। আজিয়েই নেদেখিলেনে—শ শ প্ৰজাই পেটত গামোছা বান্ধি এমুঠি চাউলৰ কাৰণে ভৰ-দুপৰীয়াৰ পৰা টিকা-ফটা ৰ'দত এই গধূলিলৈকে খাপ পাতি থাকিল, কিন্তু কেশৱ মণ্ডলে খাবলৈ থকাবোৰকে হোৱা-হোৱে চাউল দিলে, সাত দিন সাত ৰাতি লঘোনে থকাবোৰক কুকুৰ-মেকুৰীৰ দৰে

ছেই ছেই কৰি খেদি পঠালে। চৰকাৰী হাকিমক আপত্তি জনোৱাত তেৰোঁ আকৌ আপত্তি জনোৱাবোৰৰ ওপৰতহে টিঙিৰি তুলা হৈ উঠিল। ৰাইজে তেন্তে ন্যায় বিচাৰ কাৰ ওচৰলৈ যাব? মন্ত্ৰী, এম এল এ—এইসকলেও বোলে কেশৱ মণ্ডলৰ কথাতহে উঠা-বহা কৰে। আমাৰ মানুহে কিন্তু মুখ খুলিয়েই কৈছে দেউতা—আগৰ বৃটিছৰ দিনেই বেছি ভাল আছিল; স্বৰাজ হৈ আমি তপত খোলাৰ পৰা জ্বলা জুইতহে পৰিলোঁগৈ।’

স্বাধীনতা লাভ কৰা পাঁচ বছৰ পূৰা হোৱাই নাই, এতিয়াই মানুহক স্বাধীনতাই আমুৱাবলৈ আৰম্ভ কৰিলে। কিন্তু…কিন্তু…

শিৱনাথে দহ বছৰৰ আগৰ এটা আবেগময় ৰাতিৰ কথা মনত পেলাবলৈ চেষ্টা কৰিলে,—কিন্তু কেশৱ মণ্ডলে জানো এনেকৈ ৰাইজৰ ওপৰত উঠিৰজা হোৱাৰ আশাতেই এদিন নিৰাপদ জীৱনৰ আৰাম আৰু নিশ্চয়তা ত্যাগ কৰি অনিশ্চিত অন্ধকাৰৰ বুকুত জঁপিয়াই পৰিছিল? জেললৈ খোজ আগ বঢ়োৱাৰ মুহূৰ্তত সেইদিনা তেওঁৰ মনত জানো আছিল আজিৰ এই বিলাস-সম্ভোগ আৰু ক্ষমতা-প্ৰতিপত্তিৰ স্বপ্ন? তেন্তে আদৰ্শবাদিতা কি মানুহৰ মনৰ এটা খন্তেকীয়া উত্তেজনা মাত্ৰ? স্বাৰ্থ-বুদ্ধি আৰু ক্ষমতা-লিপ্সাই মানৱ-মনৰ একমাত্ৰ স্থায়ী লক্ষ্য আৰু প্ৰেৰণা?

‘কিন্তু কেশৱ মণ্ডলেনো ৰাইজৰ মুখৰ গ্ৰাস কাঢ়ি দুবস্তা চাউল নিজৰ ঘৰলৈ কিয় নিব লগা হ’ল?’—শিৱনাথে ফটিকক প্ৰশ্ন কৰিলে, ‘সেইকণ লোভো তেওঁ দমন কৰিব নোৱাৰিলেনে?’

‘এহ, আপুনিও ভাল কথা কয় দেউতা’—সামান্য কথা এটাকে বুজি পাবলৈ শিৱনাথৰ ক্ষমতাৰ অভাৱ দেখি ফটিকৰ খঙেই উঠি গ’ল, ‘এনেকৈ ৰাইজকে ডকা-হকা দি নাখালে কেশৱ মণ্ডলে খায় ক’ৰপৰা? নিজে দিনৰ দিনটো মেল-মিটিং কৰি ঘূৰি ফুৰি ঘৰত কাম কৰিবলৈ সময়েই নাপায়; দুটাকৈ ল’ৰা চহৰত স্কুলত বোৰ্ডিঙত ৰাখি পঢ়াইছে; তাতে ডাঙৰ মানুহ বুলি ঘৰত দিনে-ৰাতিয়ে আলহীৰ ভীৰ; এনে স্থলত মানুহটোৱে এনেকৈ চুৰি-চাবাইছি কৰি নাখালে ঘৰখন চলে

কেনেকৈ ? সেয়েহে আমাৰ মানুহে কৈছে দেউতা, যিমানবোৰ মানুহ এসময়ত ভলন্টিয়াৰ আছিল, এতিয়া সেই গোটেইবোৰেই হ'ল চোৰ। গোটেই জীৱন ভলন্টিয়াৰী কৰি কৰি মানুহবোৰে কাম কৰিবলৈ পাহৰিলে, এতিয়া বাধ্য হৈ সিহঁতে বহি বহি খোৱাৰ সহজ উপায় বিচাৰি জাল-জুৱাচুৰিত ধৰিছে। সিহঁতৰ মতলব—আমি ইমান কষ্ট কৰি জেল খাটি তহঁতক স্বাধীন কৰি দিলোঁ, এতিয়া তহঁতে আমাক বহুৱাই নুখুৱালে হ'বনে ?'

ফটিকৰ লগত কথা পাতি থাকোঁতে কেতিয়া সাঁজ ভাগি ৰাতি হ'ল শিৱনাথে ক'বই নোৱাৰিছিল। বাজীকৰে যেনেকৈ ভেল্কি-বাজী দেখুৱাই তামক সোণ কৰে আৰু সোণক লোহা কৰে, ঠিক তেনেকৈ কোনো এক অদৃশ্য বাজীকৰে যেন এসময়ৰ ত্যাগী, আদৰ্শ-বাদী আৰু দেশ-সেৱক কেশৱ মণ্ডলক ধীৰে ধীৰে হাজাৰ হাজাৰ দৰ্শকৰ চকুৰ আগতে চোৰ, ভণ্ড আৰু জালিয়াতত পৰিণত কৰিছে ; এসময়ৰ দেশ-দ্ৰোহী আৰু সমাজৰ হাঁহিয়াতৰ পাত্ৰ ৰেব মহাজনক পৰিণত কৰিছে সমাজৰ শিৰোমণি স্বৰূপ অবিসম্বাদী নায়কত ; নিজৰ মানস-পটত মানুহৰ এই আশ্চৰ্য্য ৰূপান্তৰ, এই আশ্চৰ্য্য ভেল্কি-বাজীৰ দৃশ্য কল্পনা কৰি কৰি শিৱনাথ কিছুসময় আত্ম-মগ্ন হৈ ৰ'ল। এনেতে এচাটি তীব্ৰ বিজুলী-ভৰ্মকে নিশ্ছিদ্ৰ অন্ধকাৰৰ বুকু বিদীৰ্ণ কৰি মুহূৰ্তৰ কাৰণে গোটেই আকাশখন পোহৰ কৰি পেলালে, পাছ মুহূৰ্ততে এক ভীষণ বজ্ৰ-নিনাদত শিৱনাথ আৰু ফটিক দুয়ো অস্ফুট চীৎকাৰ কৰি বহা ভাগতেই প্ৰায় জাঁপ মাৰি উঠিল।

ফটিকে ক'লে, 'এইবাৰ ৰাইজ নিগমে মৰিল দেউতা। পানী শুকাবলৈ পালে কি নাপালে, আকৌ বতৰ ধৰিলেই। এইবাৰৰ পানী আগৰটোতকৈয়ো ডাঙৰ হ'ব, মই বতৰৰ লক্ষণ দেখিয়েই বুজিছোঁ। মই এতিয়া যাওঁহে দেউতা, বৰষুণ ভালকৈ আহিবলৈ পোৱাৰ আগতেই ঘৰ সোমাব পাৰিলেই ৰক্ষা।' .....মাতটো সৰু কৰি স্বগতোক্তি কৰাৰদৰে ফটিকে আকৌ ক'লে, 'ঘৰত গৈনো কি ৰক্ষাটো পাম দেউতা ; ঘৰত গৈয়ো দেখিম—বাহিৰত আকাশৰ বৰষুণ, ভিতৰত

চকু-পানীৰ বৰষুণ। এপাল ল'ৰা-ছোৱালীয়ে পেটত গাঠি বান্ধি গোটেই দিনটো মই ঘূৰি যোৱালৈ বাট চাই আছে ; পিতাই আহিব, ৰিলিফৰ চাউল আনিব……। কিন্তু মই যেতিয়া শুদা-হাতে ঘৰ ওলামগৈ……, বাৰু যাওঁহে এতিয়া দেউতা।'

ইতিমধ্যে বৰষুণ পৰিবলৈ আৰম্ভ কৰিছিল, সেই বৰষুণৰ মাজেদিয়ে ফটিকে ঘৰলৈ বুলি লৰ ধৰিলে। সি পদূলি-মুখ গৈ পোৱাৰ আগতেই ইমান পৰে টোপাল টোপাল হৈ পৰি থকা বৰষুণবোৰ নাওৰাৰ পানী পাৰৰ নিচিনাকৈ মূষল-ধাৰেৰে নামিবলৈ ধৰিলে। ঘৰ পোৱাৰ আগতেই মানুহটো তিতি-বুৰি জোল হ'ব—শিৱনাথে মনে মনে ভাবিলে। তাৰ পাছত তেওঁ একো নাভাবি বৰষুণৰ অবিৰাম ঝৰ্ ঝৰ্ শব্দ, বতাহৰ হো-হোৱনি আৰু তাৰ মাজে মাজে গম্ভীৰ মেঘ-গৰ্জনবোৰ নিবিষ্ট চিত্তে কাণ পাতি শুনিবলৈ চেষ্টা কৰিলে,—যেন সি বতাহ, বৰষুণ আৰু মেঘৰ সম্মিলিত শব্দপুঞ্জ নহয়,—সি মহা-অন্ধকাৰৰ মাজত বিশ্বৰ বিৰাট মঞ্চত প্ৰকৃতিৰ এক মহৎ আৰু ভয়ংকৰ ঐক্যতান, আৰু তাৰ একমাত্ৰ শ্ৰোতা হ'ল তেওঁ, শিৱনাথ।

॥ ১ ॥

আঘোণ মাহৰ আবেলি। গাঁওখন সম্পূৰ্ণ নিমাত-নিতাল, কাৰণ গাঁৱৰ সকলো মাইকী মানুহ পথাৰত ধান দোৱাত আৰু মতা মানুহবোৰ ডাঙৰি অনাত ব্যস্ত। স্কুলৰ ল'ৰা-ছোৱালীবোৰ তেতিয়াও ঘৰলৈ ঘূৰি অহাৰ সময় হোৱা নাই। দুপৰীয়া ভাত-পানী খাই উঠি কিছু সময় জিৰাই-শঁতাই শিৱনাথে ভঁৰালত ধান জাঁপিবলৈ সোমাইছিল। এই কামটো তেওঁ সদায় নিজে কৰে। গাঁওখনৰ ভিতৰত একমাত্ৰ তেওঁৰ ঘৰতেই ধানৰ ডাঙৰি কান্ধেৰে ভাৰ কৰি নানি গৰুৰ গাড়ীৰে অনা হয়। প্ৰতি দিনেই ধানবোৰ ভাগে ভাগে সজাই নথলে নতুনকৈ ডাঙৰি সোমোৱাত অসুবিধা হয়। পকা ধানৰ মকমকীয়া গোন্ধটো নাকত লৈ শিৱনাথে ধান জাপি থাকিবলৈ বৰ সুখ পায়। তদুপৰি তেওঁ নিজে ধান জাপিলে যি ভাবে ভাবি-চিন্তি হিচাপ কৰি কামটো কৰে—পুৰণি জহা, নল-চিটিকি, শ'লপোনা আৰু আমপাথী ধানবোৰ পোনেই খাবৰ কাৰণে সহজে পোৱাকৈ ওপৰত থৈ নতুন ধানবোৰ তল পেলোৱা হয়; বৰ আৰু বাওধান বোৰ বেচিবৰ কাৰণে আৰু বৰাধান-বোৰ জলপান খাবৰ কাৰণে আছুতীয়াকৈ থোৱা হয়, পুৰণি আহুধান-বোৰ মাছৰ লগত সলাবলৈ আৰু খোজনীয়া-মগনীয়াক দিবলৈ এফলীয়া কৰি ৰখা হয়;—এইবোৰ কামৰ দায়িত্ব চাকৰ-বাকৰৰ হাতত কেতিয়াও এৰি দিব নোৱাৰি। শিৱনাথে ধান জাপি আপোন-মনে নানা কথা ভাবি থাকে। তেওঁৰ মনটো তৃপ্তিৰে ভৰি আছে, কাৰণ এইবাৰ তেওঁৰ খেতি আগৰ কেইবা বছৰতকৈ বহুত বহুত বেছি ভাল হৈছে। সাধাৰণতে তেওঁ ধান দাবলৈ দহ-বাৰজনী মান দাৱনী লগায়, কিন্তু এবাৰ বাইশজনী দাৱনী লগাব লগা হৈছে। দাৱনীবোৰৰ লগত শিৱনাথৰ ঘৈণীয়েকো সদায় পথাৰলৈ যায়। তেওঁ ধান কাটিবলৈ

পথাৰলৈ নগ'লেও হয়, কিন্তু ঘৰৰ কোনোবা এজন মানুহ লগত নাথাকিলে দাৱনীবোৰে কামত বৰ ফাকি দিয়ে। তামোল এখন বা ৰবাব টেঙা এটা খাবলৈ খন্তেক বহোঁ বুলিয়েই সেই ছলতে সিহঁতে ঘণ্টাৰ পাছত ঘণ্টা কটাই দিয়ে। অৱশ্যে খেতি ভাল হৈছে যদিও বাইশ জনীকৈ দাৱনী নলগালেও হ'লহেঁতেন, পোন্ধৰ-ষোল জনীৰেই কাম চলিলেহেঁতেন। কিন্তু এইবাৰ কৈৱৰ্ত গাঁওখনৰ অৱস্থা ইমান বেয়া হৈছে যে গাঁওখনৰ গোটেইবোৰ মানুহ তেওঁৰ ঘৰত উবুৰি খাই পৰিলহি; সকলোকে ধান দাবলৈ দিব লাগে। পঞ্চাছৰ ভূমিকম্পই নৈ-বিলবোৰ পুতি মাছ মৰাৰ ভিকাচন ভঙাৰ ফলত কৈৱৰ্ত গাঁৱৰ মানুহবোৰৰ পানীত হাঁহ নচৰা অৱস্থা হৈছে। মাছ মাৰিবলৈ ক'তো পানী এটোপা নাই, আনহাতে খেতিৰ মাটিৰ নামত ক'তো ভৰি দিবলৈকো ঠাই নাই। চাপৰিৰ হাবি-মাটি ভাঙি লোকৰ গৰু ভেৰোনীয়াকৈ লৈ সিহঁতে মাজে-সময়ে দুই-এডৰা মাটিত খেতি কৰিবলৈ চেষ্টা কৰে, (তাতো আহু খেতিৰ বাহিৰে আন একো খেতি নহয়) কিন্তু তাকো চপাবলৈ নৌ পাওঁতেই বানপানীয়ে ধুই উটুৱাই লৈ যায়। এই বছৰ সিহঁতৰ অৱস্থা ইমান শোচনীয় হৈছে যে বাৰিষাৰ খালৰ পানী শুকাই অহাৰ পাছত অলপীয়া গৰম বোকা-পানীত সৰু মাছবোৰে কলটোপ কসটোপ কৰি থকাৰদৰে সিহঁতৰো প্ৰাণ কণ্ঠাগত হ'বৰ উপক্ৰম হৈছে। শিৱনাথে হিচাপ কৰি দেখিলে যে ষোলজনীৰ ঠাইত বাইছজনী দাৱনী লগালেও তেওঁৰ একো লোকচানতো নহয়েই, (কাৰণ দাৱনীয়েপ্ৰতি আগৰ দুদোন ধানৰ হাজিৰাৰ পৰিবৰ্তে এইবাৰ দেৰদোন ধানতে একোজনী দাৱনী পোৱা হৈছে), বৰং অভাৱত পৰা মানুহবোৰক বিপদৰ সময়ত সহায় কৰি সিহঁতক কৃতজ্ঞতাৰ পাশত বান্ধি ৰখাৰ ওপৰিও তেওঁৰ ধানখিনি পকি-জহি যোৱাৰ আগতে ভঁৰাললৈ আহিলে কিছু লাভহে থাকি যায়।.... মুঠতে এইবাৰ সকলো ফালেই শিৱনাথৰ ভাল দিন, আৰু তেওঁৰ মনটা তৃপ্তিৰে ভৰি আছে।

আবেলি পৰত ধান দাপি শেষ হ'ল, আৰু শিৱনাথ পদূলিলৈ ওলাই আহিল। চাৰিওফালে হেমন্তৰ আবেলিৰ শান্ত নীৰৱতা।

মাজতে কেৱল আলিবাটেদি ধানৰ ডাঙৰী লৈ যোৱা মানুহ এটাৰ ঘন উশাহৰ শব্দ আৰু ধানৰ ডাঙৰীৰ ওপৰ্ ওপৰ্ শব্দই সেই নীৰৱতা কিছু ভংগ কৰি গ'ল। শিৱনাথে তৃপ্ত আৰু নিৰুদ্বিগ্ন দৃষ্টিৰে চাৰিও-ফালৰ প্ৰকৃতিলৈ এবাৰ চকু ফুৰাই চালে। আলিবাটতে কেইজনীমান সৰু সৰু ছোৱালীয়ে বোকোচাত কেঁচুৱা বান্ধি এৰা-গছৰ গুটিৰে হেতালী খেলি আছে; দুজনী মানে আলিবাটৰ কাষৰ বনৰীয়া কেৰেলাৰ গছবোৰত পিটপিটাই কেৰেলা বিচাৰিছে। গধূলি পৰত মাক আৰু বায়েকহঁত পথাৰৰপৰা ঘূৰি নহালৈকে সিহঁতে তাতেই মাকহঁতৰ কাৰণে আকুল ভাবে অপেক্ষা কৰি থাকিব। কেৰকনহঁতৰ ঘৰৰ আগৰ শাকনীডৰাত কেৰকণৰ কুঁজি বুঢ়ীমাকে বহি বহি পিঞাজৰ গুৰি খুচৰিছে আৰু লগে লগে ৰাতিৰ ভাত-সাজৰ কাৰণে লাই-লফা শাক বুটলিছে। নতুনকৈ ছিঙা লাই শাকৰ মৃদু জ্বলা গোন্ধটো আহি শিৱনাথৰ নাকত লাগিলহি, আৰু তেওঁ এটা স্নিগ্ধ তৃপ্তি অনুভৱ কৰিলে। মাৰ যাব ধৰা আঘোণ-মহীয়া বেলিটোৰ বিষণ্ণ সোণালী পোহৰবোৰে সেউজীয়া শাকনীবাৰীখন কৰুণ ভাবে উজলাই তুলিছে, আৰু তাৰ মাজতে নীৰৱ আৰু আত্ম-সমাহিত হৈ বহি থকা আশী-বছৰীয়া বুঢ়ীজনী শীতৰ মূৰ্ত প্ৰতীক হৈ উজ্জ্বল হৈ উঠিছে। অলপ পাছতে পশ্চিমলৈ উভটি অহা এজাক বগলী আকাশত দেখা গ'ল। বেলিৰ সোণালী পোহৰে সিহঁতৰ বগা ডেউকাবোৰো সোণালী কৰি তুলিছে। শিৱনাথে এবাৰ আলিবাটত খেলি থকা ছোৱালী কেইজনীলৈ, এবাৰ শাকনী-বাৰীত বহি থকা বুঢ়ীজনীলৈ আৰু এবাৰ আকাশেদি উৰি যোৱা বগলী জাকলৈ চাই পঠিয়ালে। চাৰিওফালে যেন ঘূৰি অহাৰ আৰু ঘূৰাই পোৱাৰ এক কৰুণ ব্যাকুলতা জাগি উঠিছে—শিৱনাথৰ মনত এনে এটা অনুভৱ ধীৰে ধীৰে জাগি উঠিবলৈ আৰম্ভ কৰাৰ লগে লগেই বেলিটো টুপ কৰে ডুব গ'ল, আৰু গাঁৱলীয়া হৈমন্তিক গধূলিৰ ধূসৰ অন্ধকাৰে চাৰিওফাল ঢাকি পেলালে।

অলপ পাছতে অদূৰত গৰুৰ হেম্বেলনি শুনা গ'ল। শিৱনাথে সেইফালে চাই পঠিয়ালে। অস্পষ্ট অন্ধকাৰত দেখা গ'ল—

আলিবাটটো ভৰি জাক জাক গৰু আহিব ধৰিছে আৰু সিহঁতৰ ভৰিৰ খোজৰ ধূলিয়ে আলিবাটটো ধোঁৱা-কোঁৱা কৰি তুলিছে। মুহূৰ্ততে গাঁৱৰ বতাহনিয়ৰত সেমেকা গৰুৰ গাৰ গোন্ধ আৰু ধূলিৰ গোন্ধেৰে ভৰি গ'ল। ইমান পৰে আলিবাটত খেলি থকা ছোৱালী কেইজনীয়ে আলিবাটৰপৰা একাষীয়া হৈ থিয় হ'ল আৰু নিজৰ ভিতৰতে আনন্দৰ কল-কাকলি আৰম্ভ কৰি দিলে। শিৱনাথে সিহঁতৰ দৃষ্টি অনুসৰণ কৰি দেখিলে—অদূৰত গৰুবোৰৰ মাজে মাজে ঘৰ-মুৱা দাৱনীবোৰক দেখা গৈছে। আন্ধাৰত সিহঁতৰ মুখবোৰ মনিব নোৱাৰি, কিন্তু ধীৰ ক্লান্ত খোজেৰে আহি থকা সিহঁতৰ ছায়া-মূৰ্তিবোৰ ভুল কৰিবৰ কোনো উপায় নাই। সৰু সৰু ছোৱালীবোৰতো দূৰৰে কথা—শিৱনাথে নিজেও মনৰ মাজত প্ৰতীক্ষাৰ এটা ব্যাকুলতা অনুভৱ কৰিবলৈ ধৰিলে। ধান দাবৰ বতৰত ঘৈণীয়েক যেতিয়া গোটেই দিনটো ঘৰত নাথাকে, তেওঁ কেৱল ঘৰখনতে নহয়, মনৰ মাজতো কিবা এটা শূন্যতা অনুভৱ কৰি থাকে। কেতিয়া গধূলি হয়, কেতিয়া মানুহজনী ঘৰলৈ ঘূৰি আহে—তাৰ কাৰণেই তেওঁৰ মনৰ কোনোবা এটা কোণ শান্ত প্ৰতীক্ষাত উন্মুখ হৈ থাকে। এতিয়া দাৱনীবোৰ ঘৰলৈ ঘূৰি অহা দেখি তাৰ মাজতেই ঘৈণীয়েককো দেখেনেকি বুলি শিৱনাথে আন্ধাৰতে তীক্ষ্ণ দৃষ্টিৰে সেই ফাললৈ চাবলৈ ধৰিলে।

অৱশেষত দীৰ্ঘ প্ৰতীক্ষাৰ অন্ত হ'ল। গৰুবোৰৰ মাজেদি ঠেলা-ঠেলি কৰি শিৱনাথৰ ঘৈণীয়েক ঘৰৰ পদূলিত আহি ভৰি দিলে, আৰু গিৰিয়েকক পদূলিত থিয় হৈ থকা দেখি তেৰোঁ দুই হাতেৰে কঁকালত ভেজা দি থিয় হৈ দীঘলকৈ এটা ভাগৰৰ হাঁমি কাঢ়িলে। তাৰ পাছত গিৰিয়েকৰ ফালে চাই তেওঁ সুধিলে, 'কি হ'ল?'

'একো হোৱা নাই'—শিৱনাথে মনৰ আবেগ ঢাকিবলৈ ঠাণ্ডা মাতেৰে ক'লে, 'আজি জৰা-টেঙানী পুখুৰী পাৰৰ নলচিটিকি ধানদৰা দাই শেষ হ'লনে?'

'হ'ল কোনোমতে। সেইদৰা শেষ কৰি আহোঁ বুলি লাগোঁতেইতো ইমান দেৰি হৈ গ'ল। দাৱনী কেইজনীৰপৰা কাম আদায় কৰাই মহা

সমস্যা। আবেলি হ'ল কি নহ'ল—ঘৰলৈ আহিবলৈ সিহঁতৰ খৰ-খৰ লাগিলেই।'

ঘৈণীয়েকৰ কথা শেষ হওঁ নৌ হওঁতেই শিৱনাথে ভাটিমুৱা হৈ খোজ ল'ব ধৰা দেখি ঘৈণীয়েকে আকৌ মাত লগালে, 'এই গধূলি পৰত কোনফালে যায় আপুনি?'

'তুমি ব'লা'—শিৱনাথে গৈ থাকি থাকিয়েই ক'লে, 'মই কৈৱৰ্ত গাঁৱৰ ফালে যাওঁ; মাছ-পুঠি কিবা এটা পাওঁনেকি খবৰ কৰি আহোঁ।'

ডাঙৰ শ'ল মাছ এটা হাতত লৈ শিৱনাথ যেতিয়া ঘৰ পালেহি, ঘৈণীয়েকে ইতিমধ্যে জুইকুৰা দমদমাই ধৰি লৈ ওচৰতে বহি দেহৰ ভাগৰ আৰু জাৰ পলুৱাবলৈ আৰম্ভ কৰিছে। কাষতে চাহৰ কেট্‌লিটোত বক্ বক্ কৈ চাহৰ পানী উতলিবলৈ ধৰিছে। ল'ৰা-ছোৱালী চাৰিওটাই জুইৰ চাৰিওকাষে বহি লৈ খোলা-চপৰীয়া পিঠা খাই খাই মাকৰ লগত নানা গল্প কৰিছে। শিৱনাথৰ কাৰণে তেওঁৰ নিৰ্দিষ্ট ঠাইত কঁঠাল-কাঠৰ ডাঙৰ পীৰাখন অপেক্ষা কৰি আছে। টিক্‌টিকীয়া ৰঙা ডাঙৰ শ'ল মাছটো দেখিয়েই ল'ৰা কেইটাই আনন্দত জঁপিয়াই উঠিল। ৰবাপুৱে ক'লে, 'আই আই, তই যে এদিন কুমলীয়া লাই শাকৰ লগত শ'ল মাছৰ পেটু পাতত দি দিছিলি, আজিও তেনেকৈ দিব লাগিব। মোৰ খুব ভাল লাগে খাবলৈ।'

মাজু বাপুৱে মাত লগালে, 'ঈহ্, কিয় হ'ব লাই শাকৰ লগত। মোৰ ভালকৈ মনত আছে—সৰিয়হ শাকৰ লগতহে পাতত দিছিল। তেনেকৈ খাবলৈ মোৰো খুব ভাল লাগে।'

শিৱনাথে নিজৰ পীৰাত বহি ক'লে—'বাৰু বাৰু, যেনেকৈয়ে ভাল পাৱ তেনেকৈয়ে দিব যা। এতিয়া তহঁত পঢ়িবলৈ যা। নকুল ক'লৈ গ'ল? তাক ক, মাছটো কাটি দি যাৱক।'

অঘোণ মহীয়া গধূলিৰ জুইৰ উম্ এৰি কোন ল'ৰাই জাৰত কঁপি কঁপি পঢ়িবলৈ যাবলৈ ভাল পাব? ৰবাপু আৰু মাজুবাপুৱে যাওঁ-নাযাওঁ কৰি অৱশেষত পৰম অনিচ্ছা আৰু বিৰক্তিৰে পঢ়িবলৈ বুলি বাহিৰলৈ ওলাই গ'ল। চাহ-বাতি খাই শিৱনাথৰ ঘৈণীয়েকো উঠিল।

গোটেই দিনটো পথাৰত কাম কৰি আহিছে যদিও জুই-গুৰিত আৰাম কৰি থাকিবলৈ তেওঁৰ উপায় নাই। ভাত ৰান্ধিবলৈ পাক-ঘৰত সোমাব লাগিব। শিৱনাথৰ ঘৈণীয়েকে পাক-ঘৰলৈ যাবগৈ বুলি থিয় হৈ গিৰিয়েকক ক'লে, 'নকুলে মাছটো কাটি চুঙা কেইটাত বৰা চাউল কেইটা ভৰাই দিয়ক। আপুনি বহি বহি চুঙাকেইটাকে জুইত পোৰক। আজি কেইবা দিনৰ পৰা ল'ৰা কেইটাই চুঙা চাউল খাওঁ বুলি আমনি কৰি আছে।'

জুই-গুৰিত শিৱনাথ অকলশৰীয়া হৈ পৰিল। তেওঁ নীৰৱে বহি বহি জুইৰ উত্তাপ আৰু সুখী গৃহস্থালী এখনৰ নিৰুদ্বেগ শান্তিখিনি পৰম তৃপ্তিৰে লেহন কৰিবলৈ ধৰিলৈ। কেতিয়াবা এই সময়ত ওচৰ-পাঁজৰৰ দুই-এজন ডেকা-বুঢ়া মানুহে—বিশেষকৈ দেওবৰ আৰু নোমল বুঢ়াই—তেওঁৰ লগত একেলগে জুই-গুৰিত বহি বহি নানা সুখৰ-দুখৰ কথা পাতিবলৈ আহে। কেতিয়াবা কথাৰ নিচা ইমান বাঢ়ে যে তেওঁলোকে ভাতমুঠিও শিৱনাথৰ ঘৰতে খাই বহুত ৰাতিকৈহে ঘৰলৈ ঘূৰি যায়। কিন্তু আজি কোনো অহা নাই। শিৱনাথে মনে মনে ভালেই পালে। কেতিয়াবা নিজৰ লগতে কথা পাতিয়েই তেওঁ বেছি ভাল পায়। নিজৰ ভাবত তন্ময় হৈ থাকোঁতে তেওঁ হঠাৎ এবাৰ অনুভৱ কৰিলে যে পৃথিবীখন যেন ভীষণ নীৰৱ হৈ পৰিছে, জুইকুৰাও নুমাই আহিছে। তেওঁ লৰালৰিকৈ ডাওৰ শুকান খৰি কেইডালমান জুইত ভৰাই দিলে। মুহূৰ্ততে জুইকুৰা পট্ পট্ শব্দ কৰি দপদপাই জ্বলি উঠিল। এনে সময়তে নকুলেও চাউলৰ চুঙা কেইটা আনি তেওঁৰ ওচৰতে দিলেহি। কৰিবলৈ কাম এটা পাই তেৱোঁ ভালেই পালে। অলপ পাছতে জুইত পোৰা কুমলীয়া কেঁচা বাঁহৰ অদ্ভুত ভাল লগা গোন্ধটো তেওঁৰ নাকত লাগিলহি, আৰু সেই গোন্ধটোৱে তেওঁক বোকোচাত তুলি এখন ছায়াচ্ছন্ন মধুৰ স্মৃতিৰ জগতলৈ লৈ গ'ল। পৃথিবীৰ নীৰৱতাবো যেন হঠাৎ অন্ত পৰিল, কাৰণ ওচৰৰ কেইবাঘৰ মানুহৰ হঠাৎ একেলগে ঢেকীৰ খদম্-দম্ শব্দ আৰম্ভ হ'ল। গাঁৱলীয়া মানুহবোৰে সাধাৰণতে ৰাতিপুৱাহে ঢেকীত ধান বানে আৰু দিনটোৰ কাৰণে ৰাতিপুৱাই

চাউল উলিয়াই লয়। কিন্তু আঘোণ-পুহ মাহৰ ধান চপোৱা বতৰত ৰাতিপুৱাই খুই-বৈ পথাৰলৈ যাব লগা হোৱাৰ কাৰণে গধূলিতেই ধান বানি শেষ কৰি থোৱা হয়। গাভৰু ছোৱালী আৰু বোৱাৰীবোৰে পথাৰৰপৰা ঘূৰি আহি অলপ সময় জুই-গুৰিত বহি জিৰণি লৈয়েই ঢেকী মাৰিবলৈ আৰম্ভ কৰে। ঢেকীৰ শব্দই মধুৰ আলস্যৰ নিচাত তন্দ্ৰালস হৈ পৰা শিৱনাথৰ মনটোতো এক কৰ্ম-ব্যস্ত জীৱনৰ চঞ্চল ছন্দ জগাই তুলিলে, আৰু তেওঁ নিৰুদ্দেশ চিন্তা-স্ৰোতত গা-মন ভহাই দিয়াৰ পৰিবৰ্তে কাণ-মুৰ জোকাৰি সজাগ হৈ নানা কাম-কাজৰ কথা চিন্তা কৰিবলৈ আৰম্ভ কৰিলে। ঘৈণীয়েকে কেইবাদিনৰ পৰা ন-খোৱাৰ যোগাৰ কৰিবলৈ তেওঁক কৈ আছে; এলাহতে তেওঁ সেইফালে মন-কাণ দিয়া নাই। পাৰিলে কালিলৈকে নকুলক ডাঙৰ মাছ এটাৰ খবৰ কৰিবলৈ কাৱৈমাৰী বিললৈ পঠাব লাগিব। বুঢ়া কজলা গৰুটোৰ নাইত পোক লাগিবলৈ আৰম্ভ কৰিছে, তাকো ৰাতিপুৱাই হস্পিটাললৈ নিব লাগিব। গৰুটো এইবাৰ বোধহয় আৰু নাবাচিব। কথাষাৰ মনত পৰাৰ লগে লগেই শিৱনাথৰ বুকুৰপৰা এটা অস্ফুট দীঘল হুমুনিয়াহ ওলাই আহিল—যেন গৰু নহয়, পৰিয়ালৰ কোনোবা এজন মানুহৰ মৰণ-সম্ভাৱনাহে তেওঁৰ চকুৰ আগত ভাহি উঠিল। গৰুটো যথেষ্ট বুঢ়া হৈছে। আজি দুবছৰমান তাক হালৰ কামত লগোৱা হোৱা নাই। গতিকে গৰুটো মৰাৰ লগত তেওঁৰ আৰ্থিক ক্ষতিৰ কোনো সম্পৰ্ক নাই। কিন্তু শিৱনাথৰ কাৰণে (সকলো গাঁৱলীয়া খেতিয়ক মানুহৰ কাৰণেই) গৰু-গাইবোৰ কেৱল সম্পত্তি নহয়, সিহঁত তেওঁৰ কাৰণে নিজৰ পুত্ৰ কন্যাৰ নিচিনা পৰিয়ালৰ অবিচ্ছেদ্য অংগ-স্বৰূপ। তেওঁ এতিয়া জুই-শালত মহা আৰাম কৰি বহি আছে, আৰু ঠিক সেই মুহূৰ্ততে বেচেৰা বুঢ়া গৰুটোৱে কেনেকৈ পোকৰ কামোৰত গোহালিত ছটফটাই আছে, সেই কথা ভাবি শিৱনাথৰ মনটো অশ্ৰু সিক্ত হৈ উঠিল।

ভাত-পানী খাই উঠি ল'ৰা ছোৱালীবোৰ শুবলৈ গ'ল। শিৱনাথ আৰু ঘৈণীয়েকে জুই-গুৰিত বহি বহি নানা লাগ-বান্ধ নোহোৱা কথা

পাতিবলৈ আৰম্ভ কৰিলে। শিৱনাথৰ কাৰণে এইখিনি সময় অতি মধুৰ সময়। জুইৰ উত্তাপ, নিৰুদ্বেগ আৰামৰ উত্তাপ, ঘৈণীয়েকৰ সাহচৰ্য্যৰ উত্তাপ—এই সকলো উত্তাপ মিলি সংসাৰৰ সকলো জটিল বন্ধন যেন এডাল এডালকৈ ছিগিবলৈ আৰম্ভ কৰে, আৰু শিৱনাথৰ দেহ-মন নিৰ্ভৰ হৈ টোপনিৰ কোলাত আত্মসমৰ্পণ কৰিবলৈ প্ৰস্তুত হয়। অলপ পাছতে তেওঁ বিছনালৈ উঠি যাব, আৰু বৰ-কাপোৰখনেৰে কাণ-মূৰ ঢাকি তেওঁ যেতিয়া শুই পৰিব—তেওঁৰ নাকত আহি লাগিব আধা-ময়লা বৰ-কাপোৰখনৰ পৰিচিত গোন্ধ, ওচৰত শুই থকা ল'ৰা-ছোৱালী কেইটাৰ ধূলি-ধূসৰিত শৰীৰৰ গোন্ধ, অদূৰৰ ঘৈণীয়েকৰ গাৰ পৰা পথাৰৰ নৰা, ঘাঁহ আৰু বতাহৰ গোন্ধ, শৈশৱৰ সোণালী স্মৃতিৰ গোন্ধ, যৌৱনৰ প্ৰথম ৰাতিবোৰৰ মোহ-মদিৰ গোন্ধ······

॥ ২ ॥

টোপনিৰপৰা খকমককৈ সাৰ পোৱাৰদৰে শিৱনাথ তেওঁৰ দিবা-স্বপ্নৰ জগতৰপৰা সাৰ পাই উঠিল। প্ৰথম কেইমুহূৰ্তমান সময় তেওঁ সপোন নে দিঠক একো তৰ্কিবই নোৱাৰিলে। লাহে লাহে তেওঁৰ চেতনা ঘূৰি আহিল। তেওঁ অনুভৱ কৰিবলৈ আৰম্ভ কৰিলে যে, ইমান পৰে তেওঁ অতীতৰ স্মৃতিৰ জগতত অবাধে বিচৰণ কৰি আছিল। কিন্তু স্মৃতি-চাৰণ শেষ হোৱাৰ লগে লগেই তেওঁ বাস্তৱৰ কঠিন মাটিত থেকেচা খাই বাগৰি পৰিল, আৰু লগে লগে এটা অসহ্য যন্ত্ৰণাই তেওঁৰ সমস্ত দেহ-মন পংগু কৰি পেলালে।

এইবোৰনো কেই বছৰৰ আগৰ কথা! অথচ ইয়াৰ ভিতৰতে সংসাৰৰ ৰূপ কিমান চিনিব নোৱাৰা ভাবে সলনি হ'বলৈ আৰম্ভ কৰিছে! তেওঁৰ মনত এনেহে অনুভৱ হ'বলৈ ধৰিলে—জীৱন-নাটকৰ প্ৰথম

ছোৱাৰ আধাতকৈয়ো বেছিভাগ দৃশ্য যেন আ।ছল ক্লান্তিকৰ ভাবে দীঘল আৰু বৈচিত্ৰ্যহীন; চিৰ-পৰিচিত আৰু চিৰ-প্ৰত্যাশিত ঘটনাৱলীৰে ভৰপূৰ সেই দৃশ্যবোৰ—য'ত কোনো বৈচিত্ৰ্য নাই, নাটকীয়তা নাই, কোনো ধৰণৰ ৰহস্য, উৎকণ্ঠা বা কৌতূহলৰ উপকৰণ নাই—সেই দৃশ্যবোৰ এনে ধীৰ-অন্থৰ গতিৰে চলি আছিল—যেনে সেইবোৰৰ কোনোদিনেই অন্ত নপৰিব। শুই-বহি, হামিয়াই, অন্যমনস্ক হৈ নিৰুদ্বেগ প্ৰশান্তিৰে সেই দৃশ্যবোৰ চাই থকাত দৰ্শকৰ কোনো অসুবিধা নাছিল। কিন্তু হঠাৎ, নিতান্ত অপ্ৰত্যাশিত ভাবে, নাটকৰ সোঁমাজতে এটা সংকটজনক মুহূৰ্ত আহি উপস্থিত হ'ল, আৰু তাৰ পাছ মুহূৰ্তৰ পৰাই অভাৱনীয় দ্ৰুত-গতিৰে নাটকৰ দৃশ্য-পৰিৱৰ্তন হ'বলৈ আৰম্ভ কৰিলে। কেৱল সেয়েই নহয়, প্ৰত্যেকটো ন ন দৃশ্যান্তৰেই এনেবোৰ অভাৱিতপূৰ্ব ঘটনাৱলীৰ সূচনা কৰিবলৈ ধৰিলে যাৰ কাৰণে নাটকৰ প্ৰথমাৰ্ধত কোনো ধৰণৰ প্ৰস্তুতি বা ইংগিত নাছিল। আৰামৰ অলস ভংগী ত্যাগ কৰি শিৱনাথ ঋজু আৰু সজাগ হৈ বহিবলৈ বাধ্য হ'ল; তেওঁ অনুভৱ কৰিবলৈ আৰম্ভ কৰিলে এক যন্ত্ৰণাময় উত্তেজনা।

যন্ত্ৰণা: কাৰণ তেওঁ এই নাটকৰ দৰ্শক নহয়, তেওঁ নিজেই তাৰ অংশ-ভাক্; কাৰণ ই ঠিক নাটক নহয়, ই তেওঁৰ নিজৰ জীৱন।

এদিন এদিনকৈ বহাগৰ পোন্ধৰ দিন পাৰ হৈ গ'ল। প্ৰত্যেক দিনেই শিৱনাথে আশা কৰে যে আজি নিশ্চয় মানুহবোৰ আহিব। ওচৰ-পাঁজৰৰ গাঁওকেইখনৰ আধাতকৈয়ো বেছি মানুহ মাটি-হীন। কৈৱৰ্ত গাঁৱবোৰতো এঘৰ মানুহৰো খেতিৰ মাটিৰ নামত এচিকটাও মাটি নাই। এই মাটি-হীন খেতিয়কবোৰৰ ভিতৰত কুৰি-পঁচিছ ঘৰ মান মানুহে সদায় শিৱনাথৰ মাটি আধিলৈ লয়। সাধাৰণতে বহাগ বিহুৰ দিনাই শিৱনাথৰ ঘৰলৈ আধি-মাটি বিচৰা মানুহবোৰ সোঁত ববলৈ আৰম্ভ কৰে। প্ৰত্যেকেই হাতত একোটা ভেটি-ভাৰ লৈ শিৱনাথক বিহুৰ ওলগ জনাবলৈ আহে, আৰু লগতে শালি-খেতিৰ কাৰণে একো-

ডোখৰ মাটিৰ বন্দবস্ত কৰি যায়। কিন্তু এইবাৰ বহাগ বিহুৰ দিনাখনতো কোনো এটা মানুহ নাহিলেই, আজি বহাগৰ পোন্ধৰ দিন পাৰ হৈ যোৱাৰ পাছতো এটাও মাটি-বিচৰা মানুহ তেওঁৰ ঘৰত ভৰি দিবলৈ অহা নাই। এনে এটা সম্ভাৱনাৰ কাৰণে আজি কেইবা মাহমানৰ আগৰপৰাই শিৱনাথ মনে মনে প্ৰস্তুত হৈ আছিল। গাঁওখনৰ প্ৰায় আটাইখিনি শালি-খেতিৰ উপযোগী ৰূপিত মাটিৰ একমাত্ৰ গৰাকী শিৱনাথ। আৰু যি দুই-এঘৰৰ দুই-চাৰিবিঘা ৰূপিত মাটি আছে সি গোটেই ঘৰখন বছৰটোৰ কাৰণে পোহ-পাল যাবলৈ যথেষ্ট নহয়। তেওঁলোকেও মাটিৰ কাৰণে শিৱনাথৰ ওচৰত হাত পাতিব লাগে। ম'হঘুলি নৈৰ সিপাৰে এটা বিৰাট চাপৰি আছে। গাঁৱৰ মানুহে প্ৰত্যেক বছৰেই হাবি ভাঙি তাত মাহ-সৰিয়হৰ খেতি কৰে। কিন্তু বাৰিষাৰ বতৰত গোটেই চাপৰিটো এখন বিৰাট সমুদ্ৰত পৰিণত হয়। সেই সময়ত তাত কোনো খেতি কৰা সম্ভৱ নহয়। কিন্তু যোৱা বছৰৰ পৰাই চৰকাৰে সেই চাপৰিটো বান-পানীৰ গ্ৰাসৰ পৰা মুক্ত কৰি শালি-খেতিৰ উপযুক্ত কৰি তুলিবলৈ এটা ডাঙৰ মথাউৰি বান্ধিবলৈ আৰম্ভ কৰিছিল। এই বছৰ চ'ত মাহ শেষ হোৱাৰ লগে লগে মথাউৰি বন্ধা কাম শেষ হ'ল। মথাউৰি বান্ধিবলৈ কাম আৰম্ভ কৰাৰ লগে লগেই শিৱনাথে আশংকা কৰিছিল যে তেওঁৰ ৰাজত্বৰ দিন বোধহয় শেষ হৈ আহিছে। চাপৰিটো বান-পানীৰ গ্ৰাসৰ পৰা মুক্ত হৈ শালি-খেতিৰ উপযোগী হৈ উঠিলেই তেওঁৰ মাটিত আধি-খেতি কৰিবলৈ বিচৰা মানুহ প্ৰায় নোহোৱা হৈ পৰিব, কাৰণ প্ৰত্যেকেই চাপৰিত শালি-খেতি কৰিবলৈ আৰম্ভ কৰিব। তথাপি তেওঁ মনে মনে এটা ক্ষীণ আশা পুহি ৰাখিছিল যে আগৰ নিচিনাকৈ কুৰি-পঁচিছঘৰ মানুহ নহ'লেও অন্ততঃ চাৰি-পাঁচঘৰ মানুহে নিশ্চয় তেওঁৰ ওচৰলৈ মাটি বিচাৰি আহিব। হয়তো এইবাৰ দৰ-দাম বেলেগ ধৰণৰ হ'ব, এইবাৰ তেওঁ যি চৰ্ত আৰোপ কৰে মানুহবোৰে সেই চৰ্ত মানি নল'ব, আগ চাৰি ভাগৰ এভাগ খেতিৰ ঠাইত মানুহবোৰে হয়তো তিনি ভাগৰ এভাগ বা সম্পূৰ্ণ আধা ভাগেই দাবী কৰিব। কিন্তু নীতি-

শাস্ত্ৰত কোৱাই আছে—সৰ্বনাশে সমুৎপন্নে অৰ্ধং ত্যজতি পণ্ডিতঃ—সৰ্বনাশ আহি উপস্থিত হ'লে জ্ঞানী-লোকে অৰ্ধ-ভাগ ত্যাগ কৰে। শিৱনাথেও তাকেই কৰিব। আধিয়াৰক খেতিৰ সম্পূৰ্ণ আধা ভাগ এৰি দিলেও বাকী যি থাকে তাৰেই শিৱনাথৰ সংসাৰ চলি যাব। তথাপি অন্ততঃ চাৰি-পাঁচঘৰ মানুহ শিৱনাথৰ মাটি বিচাৰি আহিলেই হয়।

কিন্তু বহাগৰ পোন্ধৰ দিন পাৰ হৈ যোৱাৰ পাছতো যেতিয়া এটাও মানুহ মাটি বিচাৰি শিৱনাথৰ ওচৰলৈ নাহিল, তেওঁ মনে মনে প্ৰমাদ গণিবলৈ আৰম্ভ কৰিলে। শিৱনাথৰ ঘৰৰ সাত-পুৰুষত এনেকুৱা ঘটনা আগতে কেতিয়াও ঘটা নাই।

এতিয়া উপায় কি? এনেকৈ বহি থাকিলেতো নচলিব। ওপজিবৰেপৰা শিৱনাথে জীৱনৰ আধাতকৈ বেছিকাল বহি বহিয়েই শেষ কৰিলে। তেওঁ সম্পূৰ্ণ নিশ্চিন্ত হৈ আছিল যে বাকী থকা দিনকেইটাও তেওঁ এনেকৈ বহি বহিয়েই শেষ কৰিব পাৰিব। আনৰ পৰিশ্ৰমৰ ওপৰত বহি বহি খাই যে তেওঁ কিবা অন্যায় কৰিছে—এনে চিন্তাও তেওঁৰ মনলৈ কোনোদিনে অহা নাই। তেওঁ সদায় সৰল মনেৰে বিশ্বাস কৰি আহিছে যে ই এনে এটা সু-বিন্যস্ত আৰু সু-পৰিকল্পিত বিশ্ব-বিধান—য'ত প্ৰত্যেক মানুহৰ জীৱন স্থান আৰু কৰ্তব্য ভাগ্যই নিৰ্দিষ্ট কৰি থৈছে। প্ৰকৃতিৰ নিয়মৰ দৰেই নিখুঁত আৰু চিৰন্তন এই বিশ্ব-বিধান—যাৰ কোনোকালে কোনো সলনি হ'ব নোৱাৰে। কিন্তু এতিয়া যদি কোনো মানুহেই তেওঁৰ মাটিত আধি-খেতি কৰিবলৈ নাহে বা মাহিলী বেতনৰ বিনিময়তো তেওঁৰ হালোৱা বিচাৰি নাপায়, তেতিয়া দেখোন একেদিনাই তেওঁৰ জীৱনৰ সাতাম-পুৰুষীয়া প্ৰাসাদ হুৰ্-মুৰ্কৈ ভাগি পৰিব। জীৱনৰ এই আবেলি-পৰত তেওঁ নিজে নাঙলৰ খুটিত ধৰি হাল বাবলৈ যাব লাগিব নেকি? এটা অজ্ঞান ভয়ত তেওঁৰ মনটো কঁপি উঠিল।

ভয় কৰিবলৈ শিৱনাথৰ যথেষ্ট কাৰণো ঘটিছে। ডেকা বয়সৰ নিশ্চিন্ত নিৰুদ্বেগ দিনবোৰ লাহে লাহে শেষ হৈ আহিল; এতিয়া ল'ৰা-ছোৱালী ডাঙৰ হৈ অহাৰ লগে লগে তেওঁৰ সংসাৰৰ সমস্যা বাঢ়ি

আহিছে। শিৱনাথৰ ডাঙৰটো ল'ৰা বৰ-বাপু অৰ্থাৎ গৌৰীনাথ এই বছৰ ইঞ্জিনিয়াৰীং কলেজৰ চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ। তালৈ মাহে ডেৰশ মানকৈ টকা পঠাব লাগে। মাজুটো ল'ৰা কালিনাথ হোষ্টেলত থাকি চহৰৰ চৰকাৰী হাইস্কুলত পঢ়ে; ম'হঘুলিতে এখন চৰকাৰী সাহায্য-প্ৰাপ্ত হাইস্কুল আছে যদিও উপযুক্ত শিক্ষকৰ অভাৱত আজিলৈকে স্কুলখনে ভাল ফল দেখুৱাব পৰা নাই; হেড মাষ্টৰজন স্কুলৰ কামতকৈ স্থানীয় ৰাজনীতি কৰাতেই বেছি ব্যস্ত; সেই কাৰণে শিৱনাথে কালিনাথক চহৰৰ চৰকাৰী হাইস্কুলত ভৰ্তি কৰি দিছে। তালৈকো মাহে পঞ্চাছ-ষাঠি মান টকা পঠাব লাগে। খেতিৰ বাহিৰে শিৱনাথৰ উপাৰ্জনৰ দ্বিতীয় পথ আন একো নাই। কোনোমতে পেটে-ভাতে খাই থকাটোৱেই একমাত্ৰ সমস্যা হোৱা হ'লে চিন্তাৰ বিশেষ কাৰণ নাছিল, কিন্তু খেতিৰ ধানেৰেই ল'ৰা দুটাৰ পঢ়াৰ খৰচো উলিয়াব লাগিব। খেতি বন্ধ হ'বলৈ হ'লে বা আনকি তাৰ পৰিমাণো হ্ৰাস পাবলৈ হ'লে ল'ৰা দুটাক পঢ়াৰ খৰচ কেনেকৈ যোগাব—সেই কথা চিন্তা কৰি জীৱনত প্ৰথম বাৰৰ কাৰণে শিৱনাথৰ হৃৎকম্প হ'বৰ উপক্ৰম হ'ল।

শিৱনাথৰ সমস্যা ইমানতেই শেষ নহয়। তেওঁৰ ডাঙৰ দুটা ল'ৰাই পঢ়া-শুনাত ইমানদিনে ভালেই কৰি আহিছে, কিন্তু সৰুটো ল'ৰা লক্ষ্মীনাথ পঢ়াত অতি গাধা হ'ল। প্ৰত্যেক শ্ৰেণীতে এবছৰ-দুবছৰকৈ বৈ বৈ সি এইবাৰ হাইস্কুলৰ পঞ্চমান শ্ৰেণীহে পাইছেহি। সি কেৱল লিখা-পঢ়াত গাধা হ'লেই বিশেষ কথা নাছিল; কিন্তু সৰুৰেপৰাই তাৰ মতি-গতি আৰু চাল-চলনবোৰো শিৱনাথৰ কাৰণে ডাঙৰ দুশ্চিন্তাৰ কাৰণ হৈ উঠিছে। ঘৰত সি মাক-বাপেকৰ সমূলি কথা নুশুনে; বাহিৰতো লগৰীয়া ল'ৰাৰ লগত তাৰ সদায় মাৰ-পিট আৰু কাজিয়া লাগিয়েই থাকে। আনকি এদিন স্কুলতো শ্ৰেণীৰ শিক্ষকে কিবা পঢ়া নোৱাৰাৰ কাৰণে তাক দুটামান বেট দিওঁতে সি শিক্ষকৰ হাতৰপৰা বেটডাল কাঢ়ি আনি তেওঁকেই ঘূৰাই দুটামান বেট দি দিলে। সেই অপৰাধৰ কাৰণে হেড মাষ্টৰে তাক স্কুলৰ পৰা বহিষ্কাৰ কৰিব খুজিছিল।

শিৱনাথে যেনিবা হেড মাষ্টৰৰ হাতে-ভৰিয়ে ধৰি সেই যাত্ৰালৈ কোনোমতে ৰক্ষা পৰিল। ঘৰত তেওঁ লক্ষ্মীনাথক দুটামান বেট দিলে। সি খঙতে ঘৰখনত প্ৰলয়-কাণ্ডৰ সৃষ্টি কৰি 'এইখন ঘৰত আজিৰপৰা নাথাকোঁ' বুলি বাহিৰ হৈ গুচি গ'ল। শিৱনাথ আৰু ঘৈণীয়েকে ভাবি আছিল যে খং জামৰিলেই ৰাতি হোৱাৰ লগে লগে ঘৰৰ ল'ৰা ঘৰলৈ গুচি আহিব। সাঁজ ভাগি ক্ৰমে ক্ৰমে ৰাতি ভাত খোৱাৰ সময় হ'ল কিন্তু লক্ষ্মীনাথ ঘৰলৈ মুভটিল। শিৱনাথে খঙতে তাক বিচাৰি নাযাওঁ বুলি ঘৰতে গুম্ মাৰি বহি আছিল, কিন্তু ৰাতি বেছি হৈ অহাৰ লগে লগে মাকে কন্দা-কটা কৰিবলৈ আৰম্ভ কৰিলে। উপায় নাপাই শিৱনাথে হাতত লাঠি এডাল আৰু লেম্প এটা লৈ পুতেকক বিচাৰি ওলাল। কিন্তু মাজ-ৰাতিলৈকে গৰু বিচৰাদি বিচাৰিও তেওঁ ক'তো পুতেকক বিচাৰি উলিয়াব নোৱাৰিলে। বাৰ-বছৰীয়া সৰু ল'ৰা এটা এনেকৈ নিৰুদ্দেশ হ'ল, সেইদিনা গোটেই ৰাতি ঘৰখনত কাৰো খাৱন-শোৱন নহ'ল। মাক আৰু ছোৱালী দুজনীয়ে কান্দোতে কান্দোতেই ৰাতি পুৱাল। পুৱাৰ লগে লগে আকৌ লক্ষ্মীনাথক বিচৰা কাম আৰম্ভ হ'ল। অৱশেষত গাঁৱৰ ল'ৰা কেইটামানে তাক চাপৰিৰ টঙি এটাত আৱিষ্কাৰ কৰিলে। বাৰ বছৰীয়া অকণমান ল'ৰা এটাই চাপৰিৰ গহন অৰণ্যৰ মাজৰ টঙি এটাত গোটেই ৰাতিটো অকলে কটালে। তাৰ এই মৰ-সাহ দেখি আনন্দিত হোৱাৰ পৰিৱৰ্তে শিৱনাথৰ মন নানা দুশ্চিন্তাই ভৰাইহে তুলিলে। সেইদিনাৰ অভিজ্ঞতাৰ পাছত লক্ষ্মীনাথক শাসন কৰিবলৈকো শিৱনাথে সাহস কৰিব নোৱাৰা হ'ল। লক্ষ্মীনাথেও বাপেকৰ এই দুৰ্বলতা লগে লগে ধৰা পেলালে, আৰু সেইদিনাৰ পৰা তাৰ মইমতালী দিনে দিনে চৰি যাবলৈ আৰম্ভ কৰিলে। শিৱনাথৰ মনত কোনো সন্দেহ নৰ'ল যে তেওঁৰ কনিষ্ঠ পুত্ৰ লক্ষ্মীনাথ এটা আচল গুণ্ডা হোৱাৰ বাটত নিশ্চিন্ত গতিৰে আগ বাঢ়িছে।

শিৱনাথৰ ছোৱালী দুজনী: ডাঙৰজনীৰ নাম ৰত্না, সৰুজনী সাবিত্ৰী। ৰত্নাক লৈ তেওঁৰ সদায়েই এটা ডাঙৰ দুশ্চিন্তা আছিল,

এতিয়া সেই দুশ্চিন্তা এটা ভীষণ আতংকত পৰিণত হ'বৰ উপক্ৰম হৈছে। সকতে তাই দেখিবলৈ অতি ধুনীয়া ছোৱালী আছিল। কিন্তু পাঁচ বছৰমান বয়সত বসন্ত বেমাৰ হৈ তাইৰ গোটেই মুখখন বসন্তৰ দাগেৰে ভৰি গ'ল আৰু চকু এটাও সম্পূৰ্ণ বেয়া হৈ গ'ল। বিয়া দিবৰ সময়ত তাইযে এটা ডাঙৰ সমস্যা হৈ দেখা দিব— শিৱনাথৰ মনত সেই ভয় সদায়েই লাগি আছিল ; কিন্তু সময়ৰ কথা সময়ত যি হয় হ'ব বুলি তেওঁ সেই ভয় মনৰ তলীত জোৰকৈ হেঁচা মাৰি থৈ দিছিল। কিন্তু এতিয়া লাহে লাহে তাইৰ বিয়াৰ বয়স হৈ আহিছে। যি ছোৱালীৰ এটা চকু কণা আৰু গোটেই মুখ বসন্তৰ দাগেৰে বিকৃত—তেনে ছোৱালীলৈযে সহজে দৰা ওলোৱাৰ কোনো আশা নাই, সেই বিষয়ে শিৱনাথৰ মনত কোনো সন্দেহ নাই। ভাগ্যৰ ফেৰত কোনোবা ওলালেও সি নিশ্চয় ছোৱালীৰ ৰূপৰ অভাৱৰ ক্ষতি-পূৰণ হিচাপে দাবী কৰিব বৃজন পৰিমাণৰ যৌতুক, অৰ্থাৎ শিৱনাথে অৰ্থৰ বিনিময়ত এটা দৰা কিনি ল'ব লাগিব। তাৰ মানে সেই ফালেও এটা ডাঙৰ খৰচৰ পথ। যোৱা কিছুদিন ধৰি শিৱনাথে প্ৰায় প্ৰতি দিনেই জীয়েকৰ বিয়াৰ কথা চিন্তা কৰিছে, কিন্তু এনে এজনী ঘৃণ-লগা ছোৱালী কাকো যাচিবলৈ সাহ কৰিব নোৱাৰি তেওঁ নীৰৱে কেৱল দুশ্চিন্তাৰ বৃশ্চিক-দংশন সহ্য কৰি আছে।

আধি-মাটি বিচৰা মানুহৰ অপেক্ষাত শিৱনাথে আৰু কেইদিনমান বাট চালে। কিন্তু বহাগৰ কুৰি দিন পাৰ হৈ যোৱাৰ পাছতো যেতিয়া এটাও মানুহ তেওঁৰ ঘৰত ভৰি দিবলৈ নাহিল, শিৱনাথে বুজিলে যে এনেকৈ বহি থাকিলে আৰু কাম নচলিব। প্ৰাণৰ দায়ত তেওঁ এইবাৰ জীৱনত নকৰা কাম কৰিব লাগিব। আগেয়ে মাটি বিচাৰি অহা মানুহক তেওঁ ঘৰৰপৰা দেখিয়েই তৎ নাপাইছিল, এইবাৰ তেওঁহে হয়তো মাটি ল'বলৈ মানুহক হাতে-ভৰিয়ে ধৰিব লাগিব।

এদিন তেওঁ দুপৰীয়া ভাত-পানী খাই উঠি বহুত দিনৰ মূৰত বাহিৰলৈ ওলাল।

এনেকৈ উপযাচক হৈ মাটি যাচি ফুৰিবলগা হোৱাত শিৱনাথে মনে মনে যি অপমান অনুভৱ কৰিছিল সেই কথা ভুক্তভোগীৰ বাহিৰে

আন কোনেও উপলব্ধি কৰিব নোৱাৰে। কিন্তু প্ৰাণৰ দায়ে লাজ মান নামানে। নিজৰ গাঁৱৰ যি কেইঘৰ মানুহে সচৰাচৰ তেওঁৰ মাটি আধিলৈ লয়, প্ৰথমে তেওঁ সেই কেইঘৰলৈকে গ'ল। জীৱনত তেওঁ তেনে মানুহৰ ঘৰত উপযাচি ভৰি দি পোৱা নাই। এটা প্ৰচণ্ড অভিমান আৰু সংকোচে তেওঁৰ ভৰি দুখন পিছফালৰপৰা টানি টানি ধৰিছিল।

ভকতৰামৰ ঘৰৰ পদূলিমুখত থিয় হৈ শিৱনাথে দেখিলে—সি ভঁৰালৰ আগৰ চালিখনতে বহি নাঙল এটা চাঁচি আছে। পদূলিমুখতে থিয় হৈ শিৱনাথে মাত লগালে: 'কি অ' ভকত, এইবাৰ বিহুত দেখোন আমাৰ ঘৰৰ ফালে ভূমুকি এটাও নামাৰিলি।'

ভকতৰামে মানুহৰ মাত শুনি মূৰ তুলি চায়েই পদূলিত শিৱনাথক দেখি য'বে কাম ত'তে এৰি জঁাপ মাৰি থিয় হ'ল আৰু দৌৰ মাৰি পদূলি মুখলৈ ওলাই আহিল। মূৰৰ গামোছাখন খুলি কান্ধত লৈ সি ক'লে —'দদাইদেউ, এই দুপৰীয়াখন কোন ফালেনো ওলালে?'

শিৱনাথে জীৱনত মিছা কথা খুব কমেই কৈ পাইছে। কিন্তু সেই মুহূৰ্তত সত্য-ভাষণতকৈ আভিজাত্যৰ অভিমান তেওঁৰ মনত বেছি ডাঙৰ হৈ দেখা দিলে। যদিও তেওঁ ভকতৰামৰ ঘৰক উদ্দেশ্য কৰিয়েই ওলাই আহিছিল, সেই কথা মুখ খুলি স্বীকাৰ কৰাটো তেওঁৰ মনত অসম্ভৱ যেন বোধ হ'ল। মিছা কথা ক'ব লগা হোৱাৰ অস্বস্তিখিনি কষ্টেৰে গোপন কৰি তেওঁ ক'লে, 'এফালে যাম বুলি ওলাই আহিছোঁ ভকত, বিশেষ সকাম এটা আছে। তোক দেখিহে মাত লগালোঁ। এইবাৰ দেখোন বিহুৰ দিনা আমাৰ ঘৰৰ ফালে পাক এটা নামাৰিলি। খেতি-বাতি নকৰনেকি এইবাৰ?'

ভকতৰামে বিনয় বিগলিত হাঁহি এটা মাৰি ক'লে, 'দদাইদেউ, আপোনাৰ ঘৰলৈ বৰ-বিহুৰ দিনা কেৱল মাটি বিচাৰিবৰ কাৰণেহে পাক এটা মাৰিব লাগেনেকি? এনেয়েও দেখোন আপোনাক সেৱা এটা জনাবলৈ যাব লাগে। পিছে এইবাৰ হ'ল কি দদাইদেউ, ঘৰত বোৱাৰীয়েকে এইবাৰ বিহুত মাকৰ ঘৰলৈ যামেই বুলি ভীষ্ম-পণ কৰিলে। তিৰোতা মানুহ, য'ত এবাৰ লাগে লাগেই; ছাজাৰ ভাবি-

ধমকি, হাজাৰ বুজনিৰেও সিহঁতৰ মন ঘূৰাব নোৱাৰি। কথা সেইখাৰেই দদাইদেউ, এইবাৰ বিহুত মই ঘৰত নাছিলোঁৱেই; তিৰোতাই নাকত ধৰি চাকত ঘূৰাই মাকৰ ঘৰ পোৱালেগৈ।......খেতি-বাতিৰ কথানো আৰু কি ক'ম দদাইদেউ; এইবাৰ দেখোন ভেকুলীৰ পিঠিত নোম গজিবৰ উপক্ৰম হৈছে। চৰকাৰে সিফালে ব্ৰহ্মপুত্ৰ আৰু ইফালে ম'হঘুলি নৈত মথাউৰি বান্ধি দিয়াৰ ফলত এইবাৰ গোটেই ৰাইজে চাপৰিতে শালি-খেতি কৰিবলৈ মন মেলিছে। লগৰ কাৰৈ লগতে উজোৱাৰ দৰে আমিও দেখাক দেখি চাপৰি-মাটিতে শালি এডৰা কৰি চাম বুলি ভাবিছোঁ। সেই কাৰণেহে এইবাৰ দদাইদেউৰ ওচৰলৈ মাটি বিচাৰি যাবলৈ নহ'ল। পিছে এটা কথা দদাইদেউ, চৰকাৰে যে বৰ-লুইতক ভেটা দি ৰাখিব পাৰিব সেই আশা আমি ববকৈ কৰা নাই। তাতে দেওবৰ-চুকৰ মিৰি-ৰাইজে কোৱা শুনিছোঁ—ব্ৰহ্মপুত্ৰৰ পাৰৰ মথাউৰিটোত ঠিকাদাৰে বোলে বৰকৈ মানুহৰ আহ্-যাহ্ নোহোৱা জংঘল ঠাইখিনিত মাটিৰে মথাউৰি বন্ধাই নাই; তলত কলগছ কাটি কাটি পেলাই দি ওপৰত মাটি জাপি দিছে। তেনেকৈ বন্ধা মথাউৰিনো কেইকাল তিষ্ঠিব? একেটা বান-পানীতে মথাউৰি ভাগি খণ্ড-বিখণ্ড হৈ উটি যাব। তেতিয়া আকৌ অগতিৰ গতি দেউতাৰ ওচৰতে আমি গোটেই মথাই ভৰিত দীঘল দি পৰিব লাগিব। তথাপি এই বছৰটোলৈ চাওঁচোন কি হয়। তৃথীয়াৰ প্ৰতি ঈশ্বৰে কিজানি চকু মেলি চায়েই।'

ভকতৰামক সিমানতে এৰি শিৱনাথে নিজৰ বাটত আগ বাঢ়িল। মথাউৰি নৰ'বও পাৰে—ভকতৰামৰ মুখত এই কথা শুনি শিৱনাথে খন্তেকৰ কাৰণে মনটো পাতল লগা যেন অনুভৱ কৰিলে। কিন্তু পিছ মুহূৰ্ততে তেওঁৰ মনত এটা তীব্ৰ অপৰাধ-বোধ জাগি উঠিল। শ শ বছৰ ধৰি এই বিৰাট জল-দোবা চাপৰিটোৰ মাটিখিনি ধান-খেতিৰ অনুপযোগী হৈ পৰি আছিল। ফলত কাষৰ-পাঁজৰৰ চাৰি-পাঁচখন গাঁৱৰ মানুহে লোকৰ মাটিত আধি-চুকানি খাই অতি কষ্টেৰে জীৱন যাপন কৰিছিল। চাপৰিটো অনাবাদী হৈ পৰি আছে কাৰণেই

শিৱনাথ আৰু তেওঁৰ নিচিনা দুই-চাৰিজন মানুহে পৰৰ পৰিশ্ৰমৰ ফচল আত্মসাৎ কৰি সুখেৰে বহি বহি খাই থাকিব পাৰিছে; আনহাতে আধিয়াৰবোৰে উদয়াস্ত পৰিশ্ৰম কৰিও বছৰটো জোৰাকৈ উপাৰ্জন কৰিব নোৱাৰি আধা-পেটী হৈ জীৱন কটাইছে আৰু মহাজনৰ ওচৰত ধাৰত পোত গৈছে। আজি চাপৰিটো মথাউৰি বন্ধাৰ ফলত ধান-খেতিৰ উপযোগী হৈ উঠিলে চাৰি-পাঁচখন গাঁৱৰ কেইবা-শ ঘৰ মানুহৰ জীৱনত দুখৰ ৰাতিৰ অন্ত হৈ নতুন দিনৰ সূৰ্যোদয় হ'ব। তেনেস্থলত মথাউৰিটোৰ অহিত চিন্তা কৰি শিৱনাথে ডাঙৰ পাপ কৰা নাইনে? নিশ্চয় ই ডাঙৰ পাপ,—শিৱনাথে মনে মনে স্বীকাৰ কৰিলে। কিন্তু মথাউৰিটো ভকতৰামহঁতৰ কাৰণে যেনেকৈ নতুন জীৱনৰ সূৰ্যোদয় তেওঁৰ কাৰণে সি তেনেকৈ সৰ্বনাশৰ সূত্ৰপাত। এনেস্থলত শিৱনাথে তেওঁৰ দিবা-স্বপ্নৰ জগতত মথাউৰিটো ভাগিবলৈ দিব নে ৰ'বলৈ দিব একো ঠিক কৰিব নোৱাৰি ভীষণ বিব্ৰত হ'ল। তেওঁ আনৰ একো অপকাৰ চিন্তা কৰিব নোখোজে, দুখীয়াৰ দুখ গুচা দেখিলে তেওঁ নিশ্চয় আনন্দই পাব; কিন্তু সেই বুলি জীৱনৰ এই আবেলি পৰত আজন্ম ভোগ কৰি অহা পৰিচিত আৰাম আৰু স্বাচ্ছন্দ্যখিনি বিসৰ্জন দিবলৈকো তেওঁৰ মন প্ৰস্তুত নহয়। নানা খেলি-মেলি চিন্তাত তন্ময় হৈ তেওঁ নিজৰ বাটত আগ বাঢ়িবলৈ ধৰিলে।

এটা সময়ত তেওঁৰ অন্তৰ্দ্বন্দ্বৰ অবসান ঘটিল।

ভকতৰামৰ কথা যদি সঁচা হয়, মথাউৰিটো যদি বানপানীৰ প্ৰথমটো আঘাততে ভাগি থাকে—তেতিয়াহ'লেই শিৱনাথ অতি সুখী হ'ব। কু-ৰূপ মানুহে আয়নাত নিজৰ মুখ দেখি গোপন দুখ অনুভৱ কৰাৰদৰে শিৱনাথেও নিজৰ এই কদৰ্য্য স্বৰূপ দেখি নিজে নিজেই লজ্জিত হৈ উঠিল; কিন্তু লগে লগে তেওঁ এই কথাও উপলব্ধি কৰিলে যে তেওঁৰ স্বাৰ্থ-বুদ্ধিৰ ওচৰত, তেওঁৰ আৰ্থিক নিৰাপত্তা আৰু সম্ভ্ৰম-ৰক্ষাৰ চিন্তাৰ ওচৰত সমস্ত বিবেক আৰু মঙ্গল-বোধে পৰাজয় স্বীকাৰ কৰিছে।

ভকতৰামৰ ঘৰৰপৰা ওলাই গৈ শিৱনাথে লাজ-মান কাটি কৰি তেওঁৰ পুৰণি আধিয়াৰ আৰু কেইবাঘৰ মানুহত খবৰ কৰিলে। সকলোৱে

মুখত একেটা কথা: মথাউৰি বান্ধি দিয়াৰ ফলত এইবাৰ চাপৰি-মাটিত শালি-খেতি কৰিব পৰা অৱস্থা হৈছে, গতিকে সিহঁতে তাতেই এবাৰ ভাগ্য-পৰীক্ষা কৰি চাব। হতাশ হৈ শিৱনাথ ঘৰলৈ উভতিল। এটা যুক্তিহীন খঙত তেওঁৰ মনটো জ্বলি উঠিল। ভকতৰামে কোৱা মতে কেনেবাকৈ যদি মথাউৰিটো ভাঙিবলৈ হয়, তেন্তে অহা বছৰ এই মানুহবোৰেই পকা আমত ভেনা-মাখি পৰাৰদৰে মাটি বিচাৰি তেওঁৰ ভৰিৰ ওচৰতেই জুমুৰি দি নপৰিবনে? তেতিয়া তেওঁ সিহঁতক চাই ল'ব। ঘৰৰ পদূলি-মুখ পাই তেওঁ খন্তেকে থমকি ৰৈ কিবা এটা চিন্তা কৰিলে, তাৰ পাছত ঘৰত নোসোমাই তেওঁ বাহিৰে বাহিৰে কৈৱৰ্ত্ত গাঁৱৰ ফালে খোজ ল'লে। মানুহে মাটি আধিলৈ নল'লে বুলিয়েই তেওঁতো খেতি নকৰোৱাকৈ থাকিব নোৱাৰে। কৈৱৰ্ত ডুটামান হালোৱাকে বন্দবস্ত কৰিবলৈ চেষ্টা কৰিব লাগিব।

চাপৰিৰ মাটি শালি-খেতিৰ উপযোগী হোৱা দেখি এইবাৰ কৈৱৰ্ত গাঁৱৰো মানুহৰ মন নতুন উৎসাহত নাচি উঠিছে। সিহঁতেও জীৱনত প্ৰথম বাৰৰ কাৰণে নিজৰ মাটিত শালি-খেতি কৰিব। তথাপি শিৱনাথৰ কাৰণে তিনিটা হালোৱাৰ যোগাৰ হ'ল। চাপৰিত সিহঁতৰো সামান্য মাটি আছে যদিও খেতি কৰিবলৈ গৰু নাই। ভেৰণীয়াকৈ ল'বলৈকো সিহঁতে ক'তো গৰু বিচাৰি পোৱা নাই। শিৱনাথ বিপদত পৰা দেখি সিহঁতে নিজৰ দাম ভালকৈ আদায় কৰি ল'লে। সাধাৰণতে ডুবিঘা পকা-ধানৰ বিনিময়তে এটা খেতিৰ কাৰণে এজন হালোৱা পোৱা যায়। কিন্তু সিহঁতে সম্পূৰ্ণ এপুৰাকৈ মাটি দাবী কৰিলে। শ'ল-ঠেকত পৰি শিৱনাথেও তাতেই ৰাজী হ'ব লগা হ'ল। তেওঁ বুজিলে যে দেশৰ স্বাধীনতা এই মানুহবোৰৰ কাৰণে সম্পূৰ্ণ বিফলে যোৱা নাই। বহু শ বছৰৰ অবৰ্ণনীয় দাৰিদ্ৰ্য আৰু আৰ্থিক গোলামীৰ পাছত দেশৰ স্বাধীনতা লাভৰ দহ বছৰৰ ভিতৰতে সিহঁতৰ জীৱনত নতুন পৰিৱৰ্তনৰ সূচনা হৈছে। আনহাতে শিৱনাথৰ নিচিনা মানুহে নিজৰ উচ্চ আসনৰ পৰা মাটিলৈ নামি আহিব লগা হৈছে। শিৱনাথে এটা অনিশ্চিত ভৱিষ্যতৰ কাৰণে নিজৰ মনটোক প্ৰস্তুত কৰিবলৈ চেষ্টা কৰিলে।

সেই বছৰ শিৱনাথৰ বহুতো খেতিৰ মাটি ছন পৰি ৰ'ল। মাত্ৰ তিনিটা হালোৱাই আৰু কিমান মাটিত খেতি কৰিব পাৰে? তথাপি যিখিনি হৈছে সেইখিনি খেতিয়েই যদি ভালকৈ হয়, তেন্তে কাণে কাণ মাৰি শিৱনাথৰ সংসাৰ চলি যাব। ইঞ্জিনিয়াৰীং পাছ কৰি ওলাবলৈ গৌৰীনাথৰ আৰু প্ৰায় দেৰটা বছৰ আছে। সি পাছ কৰি ওলাই চাকৰিত সোমাব পাৰিলেই শিৱনাথৰ কান্ধৰ বোজা বহুত পাতল হ'ব। তালৈতো আৰু পঢ়াৰ খৰচ দিব নালাগিবই, বৰং সিহে কালিনাথৰো পঢ়াৰ খৰচটো দিব পাৰিব। এই দেৰটা বছৰ কোনো ৰকমে পাৰ কৰিব পাৰিলেই হয়।

গৌৰীনাথক কেন্দ্ৰ কৰি শিৱনাথে ভৱিষ্যতৰ এটা মধুৰ সপোন দেখি আছিল। সি এটা অতি আদৰ্শ ল'ৰা; পঢ়া-শুনাত চোকা, স্বভাৱ-চৰিত্ৰ মাৰ্জিত, মাক-বাপেকৰ অতিশয় বাধ্য। সি পাছ কৰি ওলাই কৰ্ম-জীৱনত প্ৰবেশ কৰিলেই শিৱনাথে আৰু সংসাৰৰ কালৈকো পৰোৱাই নকৰে; তাৰ ওপৰতে সংসাৰৰ ভাৰ দি বাকী জীৱন তেওঁ ধৰ্ম-চৰ্চা কৰি কটাব। কিন্তু যি বছৰ আধিয়াৰৰ অভাৱত তেওঁৰ খেতিৰ মাটি ছন পৰি ৰ'ল, সেই বছৰতে তেওঁ গৌৰীনাথৰ পৰাও জীৱনৰ প্ৰথম ডাঙৰ আঘাতটো পালে। তেওঁৰ মধুৰ সপোন একে দিনাই ভাগি চূৰমাৰ হৈ গ'ল।

গৌৰীনাথ গৰমৰ বন্ধত ঘৰলৈ আহিল। সি ঘৰলৈ অহাৰ কেইদিন মানৰ পাছৰ কথা। এদিন আবেলি-পৰত শিৱনাথে পিৰালীৰ তেওঁৰ নিৰ্দিষ্ট চকীখনতে বহি আপোন-মনে নানা কথা ভাবি আছে। এনেতে গৌৰীনাথৰ মাকে হাতত কাগজ এখন লৈ গম্ভীৰ মুখেৰে গিৰিয়েকৰ ওচৰত আহি থিয় হ'ল। গিৰিয়েকৰ ফালে কাগজখন আগ বঢ়াই দি তেওঁ ঠৰঙা মাতেৰে ক'লে, 'এই কাগজখন পঢ়ি চাওকচোন।'

শিৱনাথে ঘৈণীয়েকৰ আচহুৱা মুখ-ভংগী দেখি আচৰিত হৈ সুধিলে, 'কিহৰ কাগজ সেইখন? তুমি মুখখন এনেকুৱা কৰিছা কিয়?'

ঘৈণীয়েকে খঙেৰে ক'লে, 'কাগজখন পঢ়ি নাচায় কিয় নিজে। চাওকচোন আপোনাৰ আদৰৰ বৰ-পুত্ৰৰ কীৰ্তি।'

শিৱনাথে চকীখনৰ পৰা ভৰি দুটা নমাই পোন হৈ বহি কাগজখন হাতত তুলি ল'লে। এবাৰ ওপৰে ওপৰে চকু ফুৰাই চায়েই তেওঁ দেখিলে—সেইখন এখন চিঠি। চিঠিখনৰ আৰম্ভণীতেই 'প্ৰাণৰ গৌৰী' সম্বোধনটো দেখি তেওঁৰ গোটেই গাটো জিকাৰ খাই উঠিল। লৰালৰিকৈ চিঠিখনৰ তলৰ নামটোলৈ তেওঁৰ চকু গ'ল। তাত লিখা আছে—'জন্ম-জন্মান্তৰে তোমাৰেই—উৰ্মিলা।'

বজ্ৰ পৰা মানুহৰদৰে দেহ-ভংগী কৰি শিৱনাথে একে উশাহে চিঠিখন পঢ়ি শেষ কৰিলে।

তেওঁৰ মগজটো হঠাতে ইমান অসাৰ হৈ গৈছিল যে প্ৰথমবাৰ পঢ়োঁতে চিঠিখনৰ একো কথাই তেওঁৰ মগজত নোসোমাল। তেওঁ দ্বিতীয়বাৰ চিঠিখন পঢ়িলে, তৃতীয়বাৰ পঢ়িলে, তেওঁ অনুভৱ কৰিলে যে হঠাতে কোনোবা অতি আপোন-জনৰ মৃত্যু-সংবাদ পোৱাৰদৰে তেওঁৰ মুখৰপৰা তেজ নোহোৱা হৈ গৈছে। তৃতীয়বাৰ চিঠিখন পঢ়ি শেষ কৰি হাতেৰে চিঠিখন টানকৈ মুঠি মাৰি ধৰি তেওঁ ঘৈণীয়েকক শুকান মাতেৰে সুধিলে, 'তুমি চিঠিখন ক'ত পালা ?'

ঘৈণীয়েকে ক'লে, 'অলপ আগতে ৰন্তাই ককায়েকৰ চুটকেচটো খুলি কিবা এটা বিচাৰিছিল। কি বিচাৰিছিল মই তাইক সোধা নাই। চুটকেচৰ খোৰোঙত চিঠি এখন দেখি তাই উলিয়াই চাই দেখিলে—লেফাফাৰ ওপৰত ককায়েকৰ নাম। কোনেনো ককায়েকলৈ চিঠি দিছে বুলি ভাবি তাই চিঠিখন উলিয়াই পঢ়িলে। আমাৰ বৰ পুত্ৰই ওঠ চেপিলে গাখীৰ ওলোৱা এই বয়সতে প্ৰেম-পত্ৰ চলাচল কৰিছে বুলিনো তাই কেনেকৈ ভাবিব।'

শিৱনাথ বহুত সময় ধৰি স্তব্ধ হৈ ৰ'ল। ঘৈণীয়েকেও শিলামূৰ্তিৰ দৰে একে ঠাইতে থিয় হৈ ৰ'ল। হঠাৎ এবাৰ নীৰৱতা ভংগ কৰি শিৱনাথে ক'লে, 'পুতেৰক তুমি কৈ দিবা—মই তাক পঢ়িবলৈ গুৱাহাটীলৈ পঠাইছোঁ, প্ৰেম কৰিবলৈ পঠোৱা নাই। তাৰ বিয়া কৰিবলৈ আৰু এযুগ বয়স আছে। বিয়া কৰিলেও মাক-বাপেকে চাই বিচাৰি দিয়া ছোৱালীহে সি বিয়া কৰিব লাগিব, চিঠি চলাচল কৰা

বজকৰা ছোৱালী নহয়। তাক আৰু কৈ দিবা—ইমানতে যদি সি এইবোৰ ব্যভিচাৰ বন্ধ নকৰে তেন্তে মই তাৰ পঢ়াৰ খৰচ বন্ধ কৰি দিম, মই তাক ত্যাজ্য-পুত্ৰ কৰিম।'

শিৱনাথৰ শেষৰ কথাষাৰ শুনি ঘৈণীয়েকৰ গাটো সামান্য কঁপি উঠিল। পঁচিছ বছৰৰ বিবাহিত জীৱনৰ অভিজ্ঞতাৰ পৰা তেওঁ জানে, গিৰিয়েকৰ মুখৰ কথা শিলৰ ৰেখা, পূবৰ বেলি পশ্চিমে ওলালেও তেওঁৰ মুখৰ কথাৰ লৰ-চৰ নহয়। অজান ভৱিষ্যতৰ নানা অশান্তিৰ আশংকাত তেওঁৰ মনটো গধুৰ হৈ পৰিল।

সাঁজ লগাৰ সময়লৈকে শিৱনাথে একে ঠাইতে গম্ভীৰ হৈ বহি থাকিল। গৌৰীনাথ ক'ৰবালৈ ফুৰিবলৈ গৈছিল, গধূলিৰ লগে লগে সি ঘৰলৈ উভতিল। দেউতাকৰ গাৰ কাষেদিয়ে সি ভিতৰলৈ সোমাই গ'ল। আন্ধাৰত দেউতাকৰ চিন্তা-ক্লিষ্ট মুখখন সি নেদেখিলে। কিছু সময়ৰ পাছত শিৱনাথে বহি থকাৰ পৰাই শুনিবলৈ পালে—গৌৰীনাথে খঙেৰে ডাঙৰকৈ চিঞৰি উঠিছে, 'আই, অ' আই, মোৰ চুটকেচ কোনে খুলিছিল?'

গৌৰীনাথৰ প্ৰশ্নৰ কোনেও উত্তৰ নিদিলে।

গৌৰীনাথে আকৌ চিঞৰি উঠিল, 'ঐ ৰত্না, নকৰ কিয়—মোৰ চুটকেচ কোনে খুলিছিল?'

গৌৰীনাথৰ চিঞৰ-বাখৰ বেছি হোৱা দেখি মাকে কিছু সময়ৰ মূৰত শান্তভাৱে মাত লগালে, 'তোৰ চুটকেচ খোলা বুলিনো তই কিহত গম পালি?'

গৌৰীনাথে খঙেৰে ক'লে, 'চুটকেচত মোৰ বহুত দৰকাৰী কাগজ-পত্ৰ আছিল। আবেলি মই ফুৰিবলৈ যোৱাৰ সময়লৈকে সেইবোৰ ঠিক ঠাইত আছিল। এতিয়া দেখোন সেই কাগজ-পত্ৰবোৰ নাই। কোনে চুইছিল মোৰ চুটকেচ, সোনকালে ক। এতিয়াই উলিয়াই দে মোৰ কাগজ-পত্ৰ। অসভ্য গাঁৱলীয়া ক'ৰবাৰ, লোকৰ কাগজ-পত্ৰ যে চাব নাপায়—সেই সামান্য কথাটোও নাজান তহঁতে। এতিয়াই উলিয়াই দে মোৰ কাগজ-পত্ৰ। নহ'লে আজি মই—'

'আমি যে অসভ্য গাঁৱলীয়া সেই কথা ঠিকেই বোপাই'—মাকে অকণো উত্তেজিত নহৈ ক'লে, 'সেই কাৰণেহে মাহে শ শ টকা ভাঙি তোক চহৰলৈ সভ্য হ'বলৈ পঠাইছোঁ। কিন্তু তই যেনেকুৱা সভ্যতাৰ নমুনা দেখুৱাইছ—তেনেকুৱা চহৰীয়া সভ্য হোৱাতকৈ গাঁৱলীয়া অসভ্য হৈ থকাই বেছি ভাল। তোৰ চুটকেচৰ পৰানো কি কাগজ-পত্ৰ হেৰাইছে? দেউতাৰৰ হাততেই তোৰ চুটকেচত পোৱা চিঠি এখন আছে। সেইখনকেই যদি তই বিচাৰি আছে, তেন্তে দেউতাৰৰপৰা খুজি আনগৈ। আমাৰ ওপৰত বৰ-মতাটো হৈ দম্‌দমাই নাথাকিবি।'

সেইখিনি কৈয়েই মাক পাক-ঘৰলৈ সোমাই গ'ল।

ইয়াৰ পাছত গৌৰীনাথে কি কৰে বা কি কয় সেইটো জানিবলৈ শিৱনাথ ভীষণ কৌতূহলী হৈ অপেক্ষা কৰি ৰ'ল। কিছু সময়ৰ কাৰণে ঘৰখনত এটা গম্ভীৰ নীৰৱতা বিৰাজ কৰিবলৈ ধৰিলে। কেই মুহূৰ্ত মানৰ পাছত শিৱনাথে শুনিবলৈ পালে—গৌৰীনাথে ৰম্ভাক চৰ-ভুকু মাৰি খঙেৰে চিঞৰিবলৈ ধৰিছে, 'মই জানিছোঁ নহয়, আন কোনো নহয়, তই, তয়েই মোৰ চুটকেচ খুলিছিলি। কাণি ভূতুনী, গাঁৱলীয়া অসভ্য, লোকৰ চিঠি যে চুৰকৈ খুলিব নাপায় সেই কথা তই আজিলৈকে শিকা নাই? আজি তোৰ ফেদেলী মুখখন ভাঙি গুড়ি কৰিম ৰ।'

ৰম্ভাই চিঞৰি কান্দিবলৈ ধৰিলে।

শিৱনাথে মনে মনে ঠিক কৰি ৰাখিছিল যে গৌৰীনাথৰ প্ৰেম-পত্ৰ সম্পৰ্কে তেওঁ তাৰ লগত মুখামুখিকৈ একো কথা আলোচনা নকৰে। এনে এটা বিষয়ক কেন্দ্ৰ কৰি নিজৰ পুতেকৰ লগত বাদানুবাদত লিপ্ত হোৱাটো তেওঁৰ কাৰণে অতিশয় ৰুচি-বিৰুদ্ধ কথা। কিন্তু গৌৰীনাথে ৰম্ভাৰ গাত হাত দিয়া শুনি আৰু তাইৰ শাৰীৰিক বিকৃতিৰ কথা উল্লেখ কৰি তাইৰ মনত আঘাত দিয়া শুনি তেওঁ আৰু থিৰেৰে ৰ'ব নোৱাৰিলে। ৰম্ভাই ৰোগ-জনিত শাৰীৰিক বিকৃতিৰ যি নিৰ্মম অভিশাপ বহন কৰিব লগা হৈছে সেই কথাই শিৱনাথৰ মন সদায় করুণ কৰি ৰাখিছে। সংসাৰৰ পুতো আৰু অবজ্ঞাৰ পৰা তেওঁ সদায় তাইক আবৰি ৰাখিব খোজে, পৰাপক্ষত বাহিৰা মানুহৰ আগত তাইক তেওঁ ওলাবলৈকে

নিদিয়ে! তেওঁৰ হৃদয়ত ৰন্তাৰ কাৰণে এটুকুৰা ঠাই আছুতীয়াকৈ থোৱা আছে, তাত আন কাৰো প্ৰবেশ নাই। মাজে মাজে তেওঁৰ মনলৈ এনেকুৱা ভাবো আহে যে ৰন্তাক হয়তো বিয়া দিয়া সম্ভৱেই নহ'ব, তেতিয়া তাই গোটেই জীৱন আবিয়ৈ হৈ গৌৰীনাথৰ লগতেই থাকিব লাগিব। মাক-বাপেকৰ অবৰ্তমানত ৰন্তাই গৌৰীনাথ বা তাৰ ঘৈণীয়েকৰ পৰা কেনেকুৱা ব্যৱহাৰ পায়, সেইবোৰ কথা চিন্তা কৰিও মাজে মাজে কোনেও ক'ব নোৱাৰাকৈ তেওঁৰ মনটো উদ্বাউল হৈ উঠে। সেই কাৰণেই তেওঁ ভাবি আছিল যে তেওঁ বহুত চাই-চিন্তি গৌৰীনাথৰ কাৰণে এনে এজনী বোৱাৰী বিয়া কৰি আনিব—যাৰ হাতত ৰন্তাৰ দায়িত্ব তেওঁ কিছু নিশ্চিন্ত মনেৰে গটাই থৈ যাব পাৰিব। কিন্তু আজিৰ এটা মাত্ৰ আৱিষ্কাৰে তেওঁৰ সকলো আশা, সকলো কল্পনা চুৰমাৰ কৰি দিলে। গৌৰীনাথৰ ভাবী-পত্নীৰ কথা দূৰতেই থাকক, সি নিজেই ভনীয়েকক কাণি-ফেদেলী বুলি অপমান কৰিবলৈ অকণো সংকোচ নকৰিলে। এই এটা মাত্ৰ সামান্য ঘটনাতেই যদি সি ভনীয়েকৰ প্ৰতি ইমান নিষ্ঠুৰ হব পাৰিলে, তেন্তে ভৱিষ্যতলৈ আৰু তাৰপৰা কি আশা কৰিব পাৰি?......তেওঁ বহাৰ পৰা ভিতৰলৈ উঠি আহিল। শিৱনাথৰ খৰমৰ শব্দই গোটেই ঘৰখন শাসন কৰে; খৰমৰ ধীৰ গম্ভীৰ কটপ্ কটপ্ শব্দ শুনিলেই ঘৰখনৰ মানুহে বুজে যে শিৱনাথ আহিছে, আৰু লগে লগে সেইফালে সকলো হুলস্থূল বন্ধ হৈ ঘৰখন ঠাণ্ডা হৈ পৰে। কিন্তু আজি শিৱনাথৰ খৰমৰ শব্দ শুনিও গৌৰীনাথে সেইফালে ভ্ৰূক্ষেপ কৰাৰ কোনো লক্ষণ দেখা নগ'ল। শিৱনাথে বুজিলে—ঘৰখনত তেওঁৰ সৰ্বময় কৰ্তৃত্বৰ প্ৰতি এইটো গৌৰীনাথৰ প্ৰথম সুস্পষ্ট প্ৰত্যাহ্বান। যিটো কোঠাত গৌৰীনাথ আৰু ৰন্তাৰ কাজিয়া লাগিছিল—তাত সোমাই শিৱনাথে গম্ভীৰ কণ্ঠেৰে মাত লগালে: 'বৰ-বাপু!'

গৌৰীনাথে দেউতাকলৈ ঘূৰি চালে। কেৰাচিন তেলৰ লেম্পৰ ক্ষীণ হালধীয়া পোহৰতো শিৱনাথে দেখিলে—ভীষণ খং আৰু উত্তেজনাত তাৰ মুখখন হিংস্ৰ হৈ উঠিছে।

শিৱনাথে মুখত অকণো খঙৰ চিন প্ৰকাশ হবলৈ নিদি গম্ভীৰ মাতেৰে আকৌ ক'লে, 'ৰন্তাক তই আজিয়েই যি কাণি বুলি কলি কলি ; ইয়াৰ পাছত যদি মোৰ জীৱন-কালত তোৰ মুখত এনেকুৱা কথা শুনো, তেন্তে এই ঘৰত তোৰ কাৰণে ঠাই নহ'ব। আৰু শুন, এইখন চিঠি তোৰ চুটকেচত পোৱা গৈছে। মই গাঁৱলীয়া অসভ্য মানুহ, তোৰ নিচিনা ইংৰাজী জনা চহৰীয়া বাবু নহয়। সেই কাৰণে তোক নোসোধাকৈ মই চিঠিখন পঢ়িলোঁ। এই চিঠিখন তই এতিয়াই নিজ হাতে পুৰি পেলা, আৰু ভৱিষ্যতলৈ এনেকুৱা কাম আৰু নকৰোঁ বুলি প্ৰতিজ্ঞা কৰ। মই তোক ক্ষমা কৰিম।'

চিঞৰ-বাখৰ শুনি শিৱনাথৰ ঘৈণীয়েকেও পাক-ঘৰৰপৰা ওলাই আহি ইতিমধ্যেই দুৱাৰমুখত থিয় দিছিলহি।

গৌৰীনাথে তীক্ষ্ণ দৃষ্টিৰে দেউতাকৰ ফালে এবাৰ মূৰ তুলি চালে, তাৰ পাছত তল মূৰ কৰি নীৰৱে থিয় হৈ ৰ'ল।

কিছু সময় অপেক্ষা কৰি শিৱনাথে আকৌ ক'লে, 'মই তোৰ দেউতাৰ। জীৱনত আজিলৈকে তই মোৰ অবাধ্য হোৱা নাই। তোৰ মংগলৰ বাহিৰে মই আন চিন্তা কেতিয়াও নকৰোঁ। চিঠিখন তই মোৰ সমুখতে পুৰি পেলা, আৰু প্ৰতিজ্ঞা কৰ যে জীৱনত এনেকুৱা কাম আৰু কেতিয়াও নকৰোঁ।'

দেউতাকৰ প্ৰসাৰিত হাতৰ পৰা চিঠিখন থাপ মাৰি লৈ জেপত ভৰাই গৌৰীনাথে ক'লে, 'মই আজিয়েই তোমাক একো কথা দিব নোৱাৰোঁ। মোক ভাবি চাবলৈ সময় দিয়া। মই সময়ত তোমাক জনাম।'

গৌৰীনাথ সাউৎকৰে বাহিৰলৈ ওলাই গ'ল।

বহুত ৰাতি গৌৰীনাথ ঘৰলৈ ঘূৰি আহিল, আৰু ভাত-পানী নোখোৱাকৈ পোনে পোনে বিছনাত পৰিল। লক্ষ্মীনাথ আৰু সাবিত্ৰীৰ বাহিৰে সেইদিনা ঘৰত কাৰো ভাত খোৱা নহ'ল।

ৰাতি বহুত পৰলৈকে শিৱনাথৰ টোপনি নাহিল। তেওঁৰ মনলৈ নানা দুশ্চিন্তা আহিল। গৌৰীনাথৰ স্বভাৱ তেওঁ নজনা নহয়, সি

প্ৰায় তেওঁৰ সাঁচতে গঢ় লৈ উঠিছে। আজি তাৰ মুখৰ ভাব-ভংগী দেখিয়েই তেওঁ বুজিছে যে সি শিৱনাথৰ কথা শুনি প্ৰেম-ট্ৰেম এবাৰ কোনো আশা নাই। সেয়েই যদি হয়, তেন্তে অতি আশাৰ, অতি আদৰৰ বৰ-পুত্ৰৰ লগত তেওঁৰ সম্পৰ্ক ইমানতে শেষ। কথাষাৰ ভাবিয়েই শিৱনাথে কলিজাৰ এডোখৰ মৰি যোৱা যেন অনুভৱ কৰিলে। কিন্তু গৌৰীনাথ যদি তেওঁৰ অবাধ্য হয়, সি যদি এই বয়সতে তেওঁৰ কথা শুনি চলিবলৈ অস্বীকাৰ কৰে, তেন্তে তাৰ লগত সম্পৰ্ক ছেদ কৰাৰ বাহিৰে তেওঁৰ আৰু আন কি উপায় আছে? গোটেই জীৱন আনৰ ওপৰত কৰ্তৃত্ব কৰি কৰি কৰ্তৃত্বশীলতাৰ লগত শিৱনাথ এনে ভাবে অভ্যস্ত হৈ পৰিছে যে অবাধ্যতাতকৈ ডাঙৰ দোষ তেওঁৰ চকুত আন একো নাই। ঘৰখনত তেওঁৰ ইচ্ছাই আইন; যিখন ক্ষুদ্ৰ সমাজত তেওঁ বাস কৰে তাতো মুখৰ আগত তেওঁৰ কথাৰ বিৰোধিতা কৰা মানুহ এজনো নাই। মানুহৰপৰা তেওঁ যিটো বস্তু আটাইতকৈ বেছিকৈ আশা কৰে—সি প্ৰেম নহয়, প্ৰীতি নহয়, বন্ধুত্ব নহয়—সি হ'ল সন্মান আৰু বাধ্যতা। আজি তেওঁৰ নিজৰ ল'ৰাই তেওঁৰ অবাধ্য হ'ব, তাতোকৈ ডাঙৰ আঘাত তেওঁৰ জীৱনত আৰু আন কি হ'ব পাৰে?

যৌবন-কাললৈকে মানুহে ভৱিষ্যতৰ নানা সপোন দেখে, নিজৰ কাৰণে এখন দিবা-স্বপ্নৰ জগত সৃষ্টি কৰে। কিন্তু বয়স ভাটি দিয়াৰ লগে লগে মানুহে ভৱিষ্যতৰ বিষয়ে কল্পনা কৰিবলৈ বা সপোন দেখিবলৈ এৰি দিয়ে। ভৱিষ্যতৰ সপোন-ৰচনাৰ ঠাই দখল কৰে অতীতৰ স্মৃতি-ৰোমন্থনে। যোৱা বহু বছৰৰ পৰাই শিৱনাথে ভৱিষ্যতৰ সপোন দেখিবলৈ এৰি দিছিল। কিন্তু গৌৰীনাথ ডাঙৰ হৈ অহাৰ লগে লগে তাকে কেন্দ্ৰ কৰি তেওঁ আকৌ মাজে-সময়ে ভৱিষ্যতৰ বিষয়ে দিবা-স্বপ্ন দেখিবলৈ আৰম্ভ কৰিছিল। তেওঁৰ প্ৰিয় দিবাস্বপ্ন আছিল গৌৰীনাথৰ বিয়া, তাৰ সংসাৰ, তাৰ ল'ৰা-ছোৱালী। গৌৰীনাথে ইঞ্জিনিয়াৰীং পাছ কৰি ডাঙৰ চৰকাৰী চাকৰি পাব, কিমান সম্ভ্ৰান্ত অভিজাত মানুহে তালৈ ছোৱালী যাচিবলৈ আহি শিৱনাথক খাতিৰ

কৰিব, বৈবাহিক সম্পৰ্কৰ যোগেদিয়ে এটা চহৰীয়া অভিজাত পৰিয়ালৰ লগত শিৱনাথৰ আত্মীয়তা হ'ব; এদিন শিৱনাথৰ নাতি-নাতিনী হ'ব, মাজে মাজে সিহঁতৰ গোটেই পৰিয়ালটোৱে চহৰৰপৰা মটৰ-গাড়ীত উঠি শিৱনাথক চাবলৈ আহিব, পো-বোৱাৰী নাতি-নাতিনীৰ কল-কাকলিৰে শিৱনাথৰ ঘৰখন মুখৰিত হৈ উঠিব, মাজে মাজে শিৱনাথেও গৈ দুই-তিনিমাহ পো-বোৱাৰীৰ লগত থাকিব, বোৱাৰীৰ আগত নাতি-নাতিনীৰ আগত শিৱনাথে পূৰ্ব-পুৰুষৰ গৌৰৱ-কাহিনী, নিজৰ অতীত স্মৃতি, গাঁৱৰ নানা মধুৰ কাহিনী কৈ শুনাব......এইবোৰেই আছিল শিৱনাথৰ মধুৰ দিবাস্বপ্ন, তেওঁৰ বৈচিত্ৰ্যহীন গতানুগতিক সময়বোৰ অতিবাহন কৰাৰ প্ৰধান অৱলম্বন। কিন্তু তাচ-পাতৰ ঘৰৰদৰে তেওঁৰ দিবাস্বপ্নৰ জগতখন আজি চকুৰ পলকতে ভাগি চূৰমাৰ হৈ গ'ল। শিৱনাথৰ কথাৰ উত্তৰত গৌৰীনাথে এবাৰযে মাত্ৰ মূৰ তুলি তীক্ষ্ণ দৃষ্টিৰে চাইছিল, সেই দৃষ্টি দেখিয়েই তেওঁ বুজি পালে যে তাৰ সংকল্প বজ্ৰৰ দৰে কঠিন। শিৱনাথৰ হাজাৰ বাধা হাজাৰ আপত্তিয়েও তাক তাৰপৰা টলাব পৰাৰ আশা নাই।

শিৱনাথে বহুত ৰাতিলৈকে উজাগৰে থাকি বহুত চিন্তা আৰু বহুত চেষ্টা কৰিও গৌৰীনাথক ক্ষমা কৰিবলৈ কোনো যুক্তি বিচাৰি নাপালে। তেওঁৰ মনত দৃঢ় বিশ্বাস যে প্ৰেম নাটক-নভেলৰহে বস্তু, বাস্তৱ জীৱনত তাৰ কোনো স্থান নাই। চৰিত্ৰহীন লম্পটৰ বাহিৰে আন কোনেও প্ৰেম কৰি বিয়া কৰিব নোৱাৰে, আৰু তেনেকৈ হোৱা বিয়াৰ পৰিণামো কেতিয়াও সুখকৰ হ'ব নোৱাৰে। বিয়া কেৱল এজন মানুহৰ ব্যক্তিগত বিষয় নহয়। ই বহুজনৰ লগত সম্পৰ্কিত এটা সাংসাৰিক দায়িত্ব; গতিকে বহুত চাই-চিন্তি এনে ছোৱালীহে বিয়া কৰিব লাগে—যি ছোৱালী প্ৰকৃত অৰ্থত স্বামীৰ সহ-ধৰ্মিণী হ'ব পাৰে, অৰ্থাৎ সংসাৰ-ধৰ্ম পালন কৰাত স্বামীক সহায় কৰিব পাৰে। কিন্তু যৌৱনৰ উন্মাদনা আৰু মোহাবেশত চঞ্চল-চিত্ত ডেকা এজনে নিজৰ সকলো দায়িত্বৰ কথা মনত ৰাখি জীৱন-সংগিনী নিৰ্বাচনৰ ক্ষেত্ৰত কেতিয়াও শুদ্ধ সিদ্ধান্ত ল'ব নোৱাৰে। শিৱনাথৰ দৃঢ় বিশ্বাস যে,

ভাৰতবৰ্ষৰ সমাজ-সভ্যতা কেইবাহাজাৰ বছৰ ধৰি দৃঢ় ভিত্তিত তিষ্ঠি থকাৰ এটা প্ৰধান কাৰণ হ'ল গাৰ্হস্থ্য-ধৰ্মৰ প্ৰতি ভাৰতীয় সমাজৰ গভীৰ আনুগত্য। ইংৰেজী শিক্ষা পোৱা যিবোৰ ডেকা-গাভৰুৱে অভিভাৱকৰ ইচ্ছাৰ বিৰুদ্ধে প্ৰেম কৰি বিয়া কৰিবলৈ শিকিছে, সিহঁতে এই সমাজৰ ভেটি থান-বান কৰি দিব। শিৱনাথৰ নিজৰ কথাই তেওঁৰ মনলৈ আহিল। প্ৰেম কৰি বিয়া কৰা দূৰৰ কথা—মাক-বাপেকে বন্দবস্ত কৰা ছোৱালী পছন্দ কৰাৰ কথাও তেওঁ কল্পনা কৰিব পাৰিছিলনে? ঘৈণীয়েকৰ মুখখন তেওঁ প্ৰথম দেখিবলৈ পাইছিল বিয়াৰ দিনা ৰাতি। অপাৰ লাজ-সংকোচ কাটি কৰি তেওঁ যেতিয়া নিজৰ শোৱনী-কোঠাত সোমাল, তেওঁ দেখিবলৈ পালে—নৱ-বিবাহিতা ঘৈণীয়েকে প্ৰায় বুকুলৈকে টনা দীঘল ওৰণিখনেৰে মুখ ঢাকি বিছনাৰ ভৰি-পথানৰ ফালে মাটিত বহি আছে। তেওঁৰ আগত তামোল-পাণৰ এটা বটা। শিবনাথৰ ভৰিৰ শব্দ শুনি শিলৰ মূৰ্তিৰ দৰে বহি থকা নাৰী-মূৰ্তিটোৰ গাত প্ৰাণৰ চাঞ্চল্য জাগিল, বটাটো হাতত লৈ তেওঁ অলপ আগ বাঢ়ি আহি শিৱনাথৰ ভৰিত ধৰি সেৱা কৰিল। সেই প্ৰথম ওৰণিখন দাঙি শিৱনাথে ঘৈণীয়েকৰ মুখখন দেখিলে। সঁচা কথা ক'বলৈ গ'লে শিবনাথ সেইদিনা কিছু হতাশ হৈছিল। তেওঁ কল্পনাতে ঘৈণীয়েকৰ যি ৰূপ চিন্তা কৰি আছিল, বাস্তৱৰ লগত তাৰ কোনো মিল নাই। ঘৈণীয়েকতো সুন্দৰী নহয়েই, বৰং দেখিবলৈ কিছু বেয়াই। সেই মুহূৰ্তৰ পৰা আজি সুদীৰ্ঘ পঁচিছটা বছৰ পাৰ হৈ গৈছে। হিন্দু-শাস্ত্ৰই ঘৈণীয়েকক অৰ্ধাংগিণী বুলি কয়, শিৱনাথৰ ঘৈণীয়েক আক্ষৰিক অৰ্থতেই তেওঁৰ অৰ্ধাংগিণীত পৰিণত হৈছে। স্নেহেৰে মমতাৰে সেৱাৰে সাহচৰ্য্যৰে ঘৈণীয়েকে তেওঁৰ জীৱন সুধাময় কৰি তুলিছে। পৰ-জন্ম বুলি যদি কিবা এটা বস্তু থাকে, তেন্তে তেওঁ সেই একেজনী তিৰোতাকেই পুনৰ ঘৈণীয়েক হিচাপে পাবলৈ বিচাৰিব—কোনো ৰূপৱতী অপেশ্বৰীক নহয়। বয়স হৈ অহাৰ লগে লগে তেওঁ আজি-কালি কেতিয়াবা মৃত্যুৰ কথা চিন্তা কৰে, আৰু তেতিয়া তেওঁৰ মনত একেটা কেৱল ভয়ৰ চিন্তা হয়: পৰ-জন্মত যদি তেওঁ

এইজনী মানুহকেই আকৌ ঘৈণীয়েক হিচাপে নাপায়, তেন্তে তেওঁৰ গতি কি হ'ব ?

……কিছু সময় কাৰণে তেওঁ গৌৰীনাথৰ কথা পাহৰি গ'ল আৰু ঘৈণীয়েকৰ কথাই চিন্তা কৰিবলৈ ধৰিলে। তেওঁৰ কোষ্ঠীত লিখা আছে, ঘৈণীয়েক তেওঁতকৈ আগতে মৰিব। ঘৈণীয়েকৰ অবিহনে নিঃসংগ বাৰ্ধক্যৰ সময়খিনি শিৱনাথে কেনেকৈ কটাব সেই চিন্তাই কিছু সময় তেওঁক অস্থিৰ কৰি তুলিলে। পো-বোৱাৰী নাতি-নাতিনীৰ লগত যে শেষ দিনকেইটা কটাব—তাৰো বোধহয় আশা নাই। যি দিন-কাল পৰিছে, পুৰণি সংসাৰ-বন্ধন যেনেকৈ ভাগি আহিছে, পো-বোৱাৰীৰ সান্নিধ্য আশা নকৰাই বেছি ভাল। অযাপিত ভৱিষ্যতৰ করুণ নিঃসংগতাখিনি কল্পনা কৰি শিৱনাথৰ বুকু ভয়ত হিম হৈ আহিল। বেছি সময় সেইবোৰ কথা চিন্তা নকৰি ঘনে ঘনে ভগবানৰ নাম লৈ তেওঁ টোপনি আনিবলৈ চেষ্টা কৰিলে।

॥ ৩ ॥

গৰমৰ বন্ধ শেষ হোৱাত গৌৰীনাথ কলেজলৈ ঘূৰি গ'ল। সি ঘৰত থকা সময়খিনিত মাকে বহুত চেষ্টা কৰিও তাৰপৰা একো প্ৰতিশ্ৰুতি আদায় কৰিব নোৱাৰিলে। বাৰে বাৰে সি কেৱল একেটা কথাই কৈ থাকিল—গুৱাহাটীলৈ ঘূৰি গৈ ভালকৈ ভাবি-চিন্তি সি মাক-বাপেকক তাৰ সিদ্ধান্তৰ কথা জনাব। পুতেকৰ আচৰণত শিৱনাথে মনত ইমান দুখ পালে যে সি ওচৰত থকা সময়খিনিত তেওঁ তাৰ লগত সকলো বাক্যালাপ বন্ধ কৰি দিলে। আনকি সি ঘৰৰপৰা ওলাই যাবৰ সময়তো তেওঁ তাক মাত এষাৰ নলগালে।

গৌৰীনাথ গুৱাহাটীলৈ ঘূৰি যোৱাৰ দুসপ্তাহমানৰ পাছত শিৱনাথে পুতেকৰ পৰা এখন চিঠি পালে। গৌৰীনাথে লিখিছে :

দেউতা,

······জীৱনত আপোনাৰ পৰা মই যিখিনি কথা শিকিছোঁ— তাৰ ভিতৰত প্ৰধান এটা হ'ল সঁচা কথা কোৱাৰ সাহস। ইচ্ছা কৰা হ'লেই মই আপোনাক ফাকি দি আৰু অন্ততঃ দুটা বছৰ আপোনাৰ লগত মোৰ সম্পৰ্ক ভাল কৰি ৰাখিব পাৰিলোঁহেঁতেন। কিন্তু সেইটো কৰিবলৈ মোৰ বিবেকে মোক বাধা দিছে। উৰ্মিলাৰ লগত মোৰ সম্পৰ্ক ঘটনা-ক্ৰমে যদি আপোনাসকলে ইমান আগতীয়াকৈ নাজানিলেহেঁতেন, তেন্তে হয়তো মই নিজে উপযাচি আপোনাসকলক সেই কথা এতিয়াই নক'লোহেঁতেন। কিন্তু কথাটো অতি আগতীয়াকৈ জনা-জনি হৈ গ'ল, এক প্ৰকাৰে ভালেই হ'ল। ইমান ডাঙৰ কথা এটা গোপন কৰি ৰখাৰ অপৰাধ-বোধৰ পৰা মই মুক্ত হ'লোঁ।

আপোনাসকলৰ অনুমোদন বা পছন্দলৈ অপেক্ষা নকৰি মই নিজেই মোৰ ভাবী-পত্নী ঠিক কৰি ৰখাৰ কাৰণেই আপোনাসকল মোৰ প্ৰতি খড়্গ-হস্ত হৈছে, মোক ত্যাজ্য-পুত্ৰ কৰাৰ ভয় দেখুৱাইছে। কিন্তু দেউতা, তাতোকৈ ডাঙৰ আঘাতৰ কাৰণেও আপোনাসকল প্ৰস্তুত হওক। মই যিজনী ছোৱালী বিয়া কৰাম বুলি মনে মনে ঠিক কৰি থৈছোঁ আৰু ইতিমধ্যেই প্ৰতিশ্ৰুতি দিছোঁ, তেওঁ কৈৱৰ্ত ছোৱালী। আপোনাসকলৰ চকুত ইয়াতকৈ ডাঙৰ অপৰাধ বোধহয় আন একোৱেই হ'ব নোৱাৰে। এজনী কৈৱৰ্ত ছোৱালীক আপুনি বোৱাৰী ৰূপে গ্ৰহণ কৰিব বুলি মই কেতিয়াও আশা নকৰোঁ। মই সমাজৰ বহুতো ভব্য-গব্য নেতাক দেখিছোঁ—যিসকলে জাতি-ভেদ প্ৰথা মুখেৰে নামানো বুলি কয়, সভাই-সমিতিয়ে জাতি-ভেদ-প্ৰথা আৰু অস্পৃশ্যতাৰ বিৰুদ্ধে ডাঙৰ ডাঙৰ বক্তৃতা দিয়ে, কিন্তু কামৰ বেলিকা কৈৱৰ্ত-নমঃশূদ্ৰ আদি তথাকথিত নীচ সম্প্ৰদায়ৰ লগত বৈবাহিক সম্পৰ্ক স্থাপনৰ কথা সপোনতো চিন্তা কৰিব নোৱাৰে। মই জানো, আপুনি এজন অতি

উদাৰ হৃদয়ৰ মানুহ। গাঁৱৰ ৰক্ষণশীল সমাজত জন্ম লৈ আৰু সেই সমাজতে ওৰে জীৱন বাস কৰিও আপুনি নিজৰ সামান্য বিদ্যা-বুদ্ধিৰেই আধুনিক ভাব-চিন্তাৰ লগত সম্পৰ্ক ৰক্ষা কৰিবলৈ চেষ্টা কৰি আহিছে। মই যেতিয়া সৰু ল'ৰা আছিলোঁ—আমাৰ ঘৰলৈ ডাঙৰ ডাঙৰ মানুহ আহি চ'ৰা-ঘৰত আপোনাৰ লগত ঘণ্টাৰ পাছত ঘণ্টা ধৰি কথা পাতি থাকোঁতে মই কেতিয়াবা আপোনাৰ ওচৰত বহি, কেতিয়াবা খিৰিকীৰ মুখত থিয় হৈ আপোনাসকলৰ কথাবোৰ শুনি আছিলোঁ। আপুনি তেতিয়া বোধহয় ভাবিবই পৰা নাছিল—এতিয়াও নিশ্চয় নাজানে যে দহ-বাৰ বছৰীয়া সৰু ল'ৰা এটাই আপোনাসকলৰ কথাবোৰ মনোযোগেৰে শুনিবলৈ চেষ্টা কৰিছিল। আপোনাৰ নিশ্চয় মনত আছে—সেই সময়তে গড়মূৰীয়া সত্ৰাধিকাৰ আমাৰ ম'হঘুলিলৈ আহিছিল। নামঘৰত তেওঁৰ বক্তৃতা শুনি আহি আপোনালোক কেইবাজনো বন্ধু-বান্ধৱে আমাৰ চ'ৰা-ঘৰতে মেল মাৰিছিল। গড়মূৰীয়া সত্ৰাধিকাৰে নাম-ঘৰত নিশ্চয় অস্পৃশ্যতা আৰু জাতি-ভেদ-প্ৰথাৰ বিৰুদ্ধে বক্তৃতা দিছিল, কাৰণ আপোনাসকলে আমাৰ ঘৰত বহি সেই বিষয়েই আলোচনা কৰিছিল আৰু সত্ৰাধিকাৰৰ মতক সমৰ্থন কৰিছিল। মোৰ মনত আছে, কেৱল প্ৰভাতৰ দেউতাকে সত্ৰাধিকাৰৰ মতৰ বিৰোধিতা কৰি সমালোচনা কৰিছিল। আপুনি সত্ৰাধিকাৰৰ পক্ষ লৈ অলপ খঙেৰে তৰ্ক কৰিবলৈ আৰম্ভ কৰাত দেউতাকে আপোনাক সুধিছিল, 'শিৱ, তুমি যে অস্পৃশ্যতা আৰু জাতি-ভেদ-প্ৰথা নামানো বুলি ইমান ওফাইদাং মাৰিছা—বুকুত হাত দি তুমি মোক এবাৰ কোৱাচোন—তোমাৰ নিজৰ পুতেৰলৈ বাৰু কৈৱৰ্ত ছোৱালী এজনী বিয়া কৰি আনিব পাৰিবানে?'—আপুনি কি উত্তৰ দিছিল মনত আছেনে? আন্তৰিক ভাবেই হওক, তৰ্কত জিকিবৰ কাৰণেই হওক, আপুনি এক মুহূৰ্তও চিন্তা নকৰি টপৰাই উত্তৰ দিছিল—কিয় নোৱাৰিম, নিশ্চয় পাৰিম। ছোৱালী যদি আন সকলো প্ৰকাৰে উপযুক্ত হয়, শিক্ষিতা হয়, চৰিত্ৰৱতী হয়, তেন্তে হ'লেইবা কৈৱৰ্ত—তাত আপত্তি কি? স্বয়ং ব্যাসদেৱৰ মাকেই কৈৱৰ্ত নাছিলনে?'—ইত্যাদি ইত্যাদি।

……দেউতা, বিশ্বাস কৰক, আপোনাৰ পৰীক্ষা চাবৰ কাৰণে মই কৈৱৰ্ত ছোৱালী বিয়া কৰিবলৈ ওলোৱা নাই। কিন্তু ভাগ্যৰ এনেকুৱাই চক্ৰান্ত যে যিজনী ছোৱালীৰ নানা গুণৰ দ্বাৰা (এইখিনিতে আপোনাক কৈ থোৱা উচিত যে উৰ্মিলা একেবাৰেই ৰূপৱতী নহয়) আকৃষ্ট হৈ মই তাইক বিয়া কৰোৱাৰ সিদ্ধান্ত ল'লোঁ—তাই হ'ল কৈৱৰ্ত-কুল-জাতা। তাইৰ লগত সম্পৰ্ক ঘনিষ্ঠ হৈ অহাৰ পাছতহে হঠাৎ এদিন ঘপহকৈ মোৰ মনত পৰিল বহু বছৰৰ আগৰ আপোনাৰ সেই উক্তি, আৰু কোৱা বাহুল্য মাথোন যে সেই কথা মনত পৰাৰ লগে লগেই মোৰ পক্ষে সিদ্ধান্ত লোৱা অতি সহজ হৈ পৰিল।

তথাপি মই যে ওপৰত লিখিছোঁ—এজনী কৈৱৰ্ত ছোৱালীক বোৱাৰীৰূপে গ্ৰহণ কৰিব বুলি মই কেতিয়াও আশা নকৰোঁ—তাৰ কাৰণ আছে। মোৰ এই কম বয়সৰ অভিজ্ঞতাৰেই মই দেখিছোঁ যে আমাৰ দেশত মানুহৰ কথা আৰু কামৰ মাজত বেছি মিল নাই; আধুনিকতাৰ আকৰ্ষণত বা মানুহৰ হাত-চাপৰিৰ মোহত মানুহে মুখেৰে কয় এটা,—কিন্তু পৰম্পৰা-গত সংস্কাৰৰ বিপৰীত আকৰ্ষণত বা ৰক্ষণশীল সমাজৰ ভয়ত কামত কৰে আন এটা। এই দুয়োটাৰ মাজত তাল মিলাবলৈ গৈ আমাৰ দেশৰ বেছিভাগ মানুহেই লয় ভণ্ডামীৰ আশ্ৰয়। আপুনিও তাৰ ব্যতিক্ৰম হ'ব বুলি মই আশা নকৰোঁ। যদি হয়, তেন্তে মোৰ জীৱনত তাতোকৈ সুখৰ আৰু গৌৰৱৰ কথা আন একোৱেই নিশ্চয় নহ'ব। যিহওক, আপুনি এদিন নিজ মুখেৰেই কৈছিল যে আপোনাৰ ল'ৰালৈ কৈৱৰ্ত ছোৱালী বিয়া কৰিবলৈ আপোনাৰ একো আপত্তি নাই—যদিহে ছোৱালজনী আন সকলো ফালে উপযুক্ত হয়। উৰ্মিলাৰ জন্ম-পৰিচয়ৰ বাহিৰে আন একো অযোগ্যতা আপুনি আৱিষ্কাৰ কৰিব পাৰিব বুলি মই নাভাবোঁ। গতিকে উৰ্মিলাৰ লগত মোৰ বিয়াৰ সিদ্ধান্ত আপোনাৰ আদৰ্শবাদিতাৰ প্ৰতি এটা ডাঙৰ প্ৰত্যাহ্বান স্বৰূপে মই দাঙি ধৰিছোঁ।

প্ৰয়োজনৰ তাগিদত বৰ দীঘল চিঠি এখন লিখিলোঁ। যদি কিবা নিলিখিব লগীয়া কথা লিখিছোঁ, তেন্তে নিজ গুণে দায়-দোষ মৰিষণ

কৰিব। সামৰণীত আৰু এষাৰ মাত্ৰ কথা কওঁ। ঘৰত থাকোঁতেই মই শুনিবলৈ পাইছিলোঁ যে মই বোলে উৰ্মিলাক বিয়া কৰালে আপুনি মোক ত্যজ্য-পুত্ৰ কৰিব। আমাৰ সমাজত ত্যজ্য-পুত্ৰ কৰাৰ অৰ্থ পৈত্ৰিক সম্পত্তিৰ উত্তৰাধিকাৰৰ পৰা পুত্ৰক বঞ্চিত কৰা। অৰ্থাৎ পিতৃয়ে স্নেহেৰে বা যুক্তিৰে যেতিয়া পুত্ৰক আদেশ মনাব নোৱাৰে, তেতিয়া তেওঁ শেষ অস্ত্ৰ হিচাপে প্ৰয়োগ কৰে অৰ্থনৈতিক ক্ষমতা। পিতৃৰ স্বেচ্ছাচাৰী শাসন অব্যাহত ৰাখিবলৈ বা ৰক্ষণশীলতাৰ দুৰ্গটো ৰক্ষা কৰিবলৈ এইটোৱেই পিতৃৰ হাতত ডাঙৰ অস্ত্ৰ। কিন্তু দেউতা, পুৰণি সামন্তবাদী সমাজত এই অস্ত্ৰই কাম দিছিল যদিও আধুনিক যুগত সি অচল। আপুনি জানে, মই আপোনাৰ মাটিত খেতি কৰিবলৈ গাঁৱলৈ ঘূৰি নাযাওঁ ; দেৰবছৰৰ পাছতে মই ইঞ্জিনিয়াৰ হৈ ওলাই চাকৰিত সোমাম আৰু স্বাৱলম্বী হ'ম। গতিকে পৈত্ৰিক সম্পত্তিৰপৰা বঞ্চিত হোৱাৰ ভয়ত মই কেতিয়াও নিজৰ বিবেক বা আদৰ্শৰ বিৰুদ্ধে কাম নকৰোঁ। লগতে এই কথাও ঠিক, আপুনি মোক মুখেৰে ত্যজ্য-পুত্ৰ বুলি ঘোষণা কৰিলেও মই আপোনাৰ পুত্ৰ নোহোৱাকৈ নাথাকোঁ, মোৰ ধমনীত আপোনাৰ যি ৰক্ত-ধাৰা প্ৰবাহিত হৈছে—সি স্নেহ আৰু ভক্তিৰ অচ্ছেদ্য বন্ধনেৰে আমৰণ মোক আপোনাৰ লগত বান্ধি ৰাখিব।

মই উৰ্মিলাক বিয়া কৰাব খোজাৰ কাৰণেই যদি আপুনি মোৰ লগত কোনো সম্পৰ্ক ৰাখিব নোখোজে, তেন্তে আপুনি মোলৈ আৰু পঢ়াৰ খৰচ পঠাব নালাগে। বৃত্তিৰ টকা আৰু অন্যান্য কিবা-কিবি উপায় কৰি মই এই দেৰটা বছৰ চলি যাম। মোৰ মনত চিৰকাল এই বিশ্বাস জাগৰূক হৈ থাকিব যে এদিন আপুনি নিশ্চয় মোক ক্ষমা কৰিব আৰু মোক আকৌ নিজৰ বুকুলৈ টানি নিব।

মোৰ শত-কোটি প্ৰণাম গ্ৰহণ কৰিব। ইতি—

আপোনাৰ আশীৰ্বাদ-ভিক্ষাৰী

বৰ-বাপু।

শিৱনাথে চিঠিখন পঢ়ি বহুত সময় স্তব্ধ হৈ বহি ৰ'ল। পিতা-পুত্ৰৰ মাজৰ সম্পৰ্ক যিমান মধুৰ, ঘনিষ্ঠ আৰু প্ৰেম-ময় হ'ব পাৰে, গৌৰীনাথৰ লগত তেওঁৰ সম্পৰ্ক তাতোকৈ কিছু বেছি হ'লেও কম নহয়। জীৱনত তেওঁ পুতেকৰপৰা কোনো দিন কোনো আঘাত পোৱা নাই। বৰং গৌৰীনাথে স্বভাৱৰ মাধুৰ্য্য আৰু নম্ৰতাৰে দিনে দিনে বাপেকৰপৰা বেছিকৈহে মৰম আদায় কৰিবলৈ সক্ষম হৈছিল। সেই গৌৰীনাথে যে তেওঁৰ বিৰুদ্ধে এনে ভাবে বিদ্ৰোহ ঘোষণা কৰিব আৰু তেওঁক তৰ্কযুদ্ধলৈ আহ্বান কৰিব—সেই কথা শিৱনাথে সপোনতো ভবা নাছিল। এটা প্ৰচণ্ড আঘাতত শিৱনাথৰ মগজটো অসাড় হৈ পৰিল। একো চিন্তা কৰিব নোৱাৰি তেওঁ জঠৰ হৈ বহি থাকিল।

শিৱনাথৰ ঘৈণীয়েকে ভিতৰত চিৰাৰ ধান বাছি আছিল। সাবিত্ৰীয়ে গৈ মাকক খবৰ দিলে: 'দেউতালৈ এখন চিঠি আহিছে; দূৰৰপৰা আখৰ দেখি বুজিছোঁ—ককাইদেউৰ চিঠি। চিঠিখন পঢ়ি দেউতাৰ মুখখন দেখোন মৰা-মানুহৰ নিচিনা কেহেৰাজ-বঁটা হৈ পৰিল।'

শিৱনাথৰ ঘৈণীয়েকে য'ৰে চিৰা ত'তে এৰি থৈ ধপলিয়াই বাহিৰলৈ ওলাই আহিল আৰু গিৰিয়েকক সুধিলে, 'ববাপুৰ চিঠি আহিছে-নেকি? আপোনাৰ হ'ল কি, কিবা বেয়া খবৰ আহিছেনেকি?'

শিৱনাথে ঘৈণীয়েকৰ হাতলৈ চিঠিখন আগ বঢ়াই দি নিষ্প্ৰাণ মাতেৰে ক'লে, 'আজিৰপৰা তোমাৰ বৰ-পুত্ৰ মৰিল বুলি ভাবিবা।'

শিৱনাথৰ কথা শুনি ঘৈণীয়েকে তালু ফুটি জীউটো বাহিৰ হৈ যোৱা যেন অনুভৱ কৰিলে। তেওঁ ধাচ্ কৰে পৰি যাবই খুজিছিল, কিন্তু প্ৰাণ-পণ-চেষ্টা কৰি কোনোমতে নিজকে থিয় কৰাই ৰাখিলে। তেওঁ বুজিলে যে সহজে একোতেই বিচলিত নোহোৱা ধীৰ-গম্ভীৰ শিৱনাথৰ মুখত এনে কথা ওলাইছে যেতিয়া পুতেকে নিশ্চয় চিঠিখনত কিবা সাংঘাতিক কথা লিখিছে। ঠিক সেই মুহূৰ্ত্তত তেওঁৰ সমস্ত স্নেহ আৰু সহানুভূতি গিৰিয়েকৰ প্ৰতি ধাবিত হ'ল। চিঠিখন পঢ়িবলৈ তেতিয়াই তেওঁ অকণো আগ্ৰহ অনুভৱ নকৰিলে। বেদনাহত গিৰিয়েকক অকলে

এৰি থৈ যাবলৈ মন নকৰি তেওঁ ঠাইতে বহি পৰিল। নীৰৱ যন্ত্ৰণাৰ মাজত গিৰিয়েক-ঘৈণীয়েক দুয়ো বহুত সময় স্তব্ধ হৈ বহি ৰ'ল।

ইয়াৰ পাছৰ কেইদিনমান গোটেই ঘৰখনত মৃত্যুৱে স্পৰ্শ কৰি যোৱা ঘৰৰ নিচিনা এটা করুণা বিষণ্ণতা আৰু নীৰৱতা বিৰাজ কৰিবলৈ ধৰিলে। শিৱনাথক মাতিবলৈ কাৰো সাহস নোহোৱা হ'ল। প্ৰত্যেকেই তেওঁৰ মুখখন দেখিয়েই বুজিলে যে তেওঁৰ মনৰ মাজত এটা ৰক্তাক্ত অন্তৰ্দ্বন্দ্ব চলিব ধৰিছে। তেওঁলোকৰ অনুমান সম্পূৰ্ণ সঁচা। প্ৰথম আঘাতৰ খুন্দাটো চম্ভালি লোৱাৰ পাছত সঁচাকৈয়ে তেওঁৰ মনৰ মাজত এটা ভীষণ অন্তৰ্দ্বন্দ্ব আৰম্ভ হ'ল। তেওঁৰ জীৱনৰ পৰম আদৰৰ ধন বৰপুত্ৰক এনেভাবে বিসৰ্জন দিব লগা হোৱাত তেওঁৰ হৃদয় ফাটি চিৰাচিৰ হৈ গ'ল। কিন্তু তেওঁ কথাটো যিমানেই চিন্তা কৰিবলৈ ধৰিলে, সিমানেই তেওঁ উপলব্ধি কৰিলে যে সমাজৰপৰা নিৰ্বাসিত নোহোৱাকৈ কৈৱৰ্ত-কুলীয়া বোৱাৰীক নিজৰ ঘৰত গ্ৰহণ কৰিবলৈ তেওঁৰ কোনো উপায় নাই। চহৰত মানুহে সমাজ নোহোৱাকৈয়ো চলিব পাৰে, বা কিবা নহয় কিবা এখন সমাজ নিজে সৃষ্টি কৰি ল'ব পাৰে। কিন্তু গাঁৱত তাৰ উপায় নাই। গাঁৱৰ সমাজৰ বান্ধ এটা এটা জীৱন্ত বাস্তৱতা। তাক অস্বীকাৰ কৰাৰ পৰিণতি এটা ভয়ংকৰ নিঃসংগতা। সেই নিঃসংগতাৰ দংশন কিমান যন্ত্ৰণাদায়ক হ'ব পাৰে তাৰ স্বাদ তেওঁ জীৱনত এবাৰ পাই থৈছে। গাঁৱৰ সমাজে যে কি নিৰ্মম আৰু ক্ষমা-হীন ভাবে নিজৰ কৰ্তৃত্ব মানি ল'বলৈ সকলোকে বাধ্য কৰে তাৰ আৰু এটা উদাহৰণ তেওঁৰ মনত পৰিল।

কেইবছৰ মানৰ আগৰ কথা। ম'হঘুলিৰ ওচৰৰে জাল-ভাৰী গাঁৱৰ হৰকান্ত নামৰ এজন ডেকাই চিলঙত কেৰাণী কাম কৰিছিল। হঠাতে এদিন খবৰ আহিল যে সি এজনী খৃষ্টিয়ান ছোৱালী বিয়া কৰাইছে, অৱশ্যে বিয়াৰ আগতে ছোৱালীজনীয়ে আৰ্য্য-সমাজৰ পন্থা অনুসৰি হিন্দুধৰ্মত দীক্ষা লৈছে। হৰকান্তই ঘৰলৈ খবৰ দিলে যে সি ঘৈণীয়েকক লৈ ঘৰলৈ আহিব খোজে আৰু নাম-কীৰ্তন কৰি ঘৈণীয়েকক গাঁৱৰ সমাজতো

জাতত তুলি ল'বলৈ ইচ্ছা কৰে। হৰকান্তৰ ঘৰখনত একমাত্র সিয়েই আছিল উপাৰ্জনকাৰী মানুহ; মাহে মাহে সি ঘৰলৈ যি টকা পঠায় তাৰপৰা বঞ্চিত হ'বলৈ ঘৰখনত কাৰো সাধ্য বা ইচ্ছা নাছিল। সিহঁতে হৰকান্তৰ বৈণীয়েকক নাম-কীৰ্তন কৰি জাতত তুলিবলৈ মন কৰি মানুহ নিমন্ত্রণ কৰিবলৈ ধৰিলে। এই ঘটনাই ম'হঘুলিৰ গোটেই মৌজাখনত এটা অভূতপূৰ্ব সামাজিক সংঘৰ্ষৰ সূচনা কৰিলে। গোটেই সমাজখন দুভাগত বিভক্ত হৈ পৰিল। এফালে হ'ল হৰকান্তৰ আত্মীয়-কুটুম্ব, বংশ-পৰিয়ালৰ মানুহ আৰু কেইজনমান উদাৰ-পন্থী মহাপুৰুষীয়া বৈষ্ণৱ; আনফালে বাকী গোটেই সমাজখন। কেইবাদিনো ধৰি ম'হঘুলি মৌজাৰ গোটেই সমাজখন তৰ্ক-যুদ্ধৰ উত্তেজনাত ভূমিকম্পত কঁপাৰ দৰে কঁপিবলৈ ধৰিলে। য'তেই দুজনমান বয়সীয়া মানুহ গোট খায় ত'তেই সেই একেটা আলোচনা—যেন এই বিষয়টোৰ নিষ্পত্তিৰ ওপৰতে সমগ্র পৃথিবীৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। শিৱনাথৰ গাঁৱৰ মানুহে নামঘৰত মেল পাতি নির্দেশ জাৰী কৰিলে যে, তেওঁলোকৰ গাঁৱৰ কোনো মানুহে হৰকান্তৰ নাম-কীৰ্তনলৈ যাব নোৱাৰিব। কিন্তু সেই গাঁৱতে হৰকান্তৰ এজনী ভনীয়েকৰ বিয়া হৈছিল, সিহঁতৰ ঘৰখনে মাজে-মাজে হৰকান্তৰ চহৰীয়া টোপোলাৰ ভাগ পাইছিল। গাঁৱৰ নির্দেশ অমান্য কৰি সিহঁত নাম-কীৰ্তনলৈ গ'ল। সেই অপৰাধতে গাঁৱৰ সমাজে সিহঁতক সম্পূর্ণ এঘৰীয়া কৰিলে। বাকী যিবোৰ মানুহ নাম-কীৰ্তনলৈ গৈছিল সিহঁত নিজৰ নিজৰ গাঁৱত সংখ্যালঘুত পৰিণত হ'ল, আৰু প্রত্যেককে গাঁৱৰ সমাজে বহিষ্কাৰ কৰিলে। নাম-কীৰ্তন শেষ কৰি হৰকান্ত চহৰৰ মানুহ চহৰলৈ ঘূৰি গ'ল, গাঁৱত এৰি থৈ গ'ল দলাদলি, তিক্ততা আৰু হাই-কাজিয়া। প্রত্যেক গাঁৱতে সমাজ-চ্যুত হোৱা হৰকান্ত-পন্থী মানুহবোৰে গোট বান্ধি বেলেগ এখন সমাজ সৃষ্টি কৰিবলৈ চেষ্টা কৰিছিল, কিন্তু তেওঁলোকৰো মনোবল বেছিদিন স্থায়ী নহ'ল। হাজাৰ হওক, দহখন গাঁৱৰ দহ বা বিশঘৰ মানুহ কামে-সকামে বছৰটোৰ ভিতৰত এদিন বা দুদিন একেলগ হোৱা এটা কথা, একেখন গাঁৱৰ আটাইবোৰ মানুহ উঠোঁতে-বহোঁতে খাওঁতে-বহোঁতে

একেলগ হৈ থকাটো সম্পূর্ণ বেলেগ এটা কথা। গাঁৱত কাৰোবাৰ এঘৰত বিয়া হ'ল, গাঁৱৰ গোটেই মানুহ তাত উবুৰি হৈ পৰিলগৈ। বাদ পৰি ৰ'ল কেৱল হৰকান্তৰ ভনীয়েকৰ ঘৰখন। নাম-ঘৰত বছেৰকীয়া ভাওনা হ'ল, গাঁৱৰ গোটেইবোৰ মানুহ উৎসৱৰ আনন্দত মতলীয়া হৈ নামঘৰলৈ পকৰাবদৰে লানি ধৰিলে। এঘৰীয়া হোৱাৰ লাজ আৰু যন্ত্ৰণাত ঘৰৰ চাৰিবেৰৰ ভিতৰতে সোমাই থাকিল কেৱল হৰকান্তৰ ভনীয়েকৰ ঘৰখন। গাঁৱৰ মানুহৰ পুৰণি ঘৰ মেৰামতি কৰিব লগা হ'লে বা নতুনকৈ ঘৰ ছোৱাব লগা হ'লে হাজিৰা দি মানুহ লগাবৰ দৰকাৰ নকৰে, তামোল-পাণ এটা দি মাতিলেই গাঁৱৰ মানুহে আহি ঘৰ সাজি দি থৈ যায়। হৰকান্তৰ ভনীয়েকহঁতৰ ভঁৰালটো উৰুখিবলৈ আৰম্ভ কৰিছিল, কিন্তু সিহঁতৰ কামিলা হাজিৰা লগাবলৈকো পঁইচা নাই, গাঁৱৰ মানুহ মাতিবলৈকো উপায় নাই। এইদৰে কিছু দিনৰ মূৰত সিহঁতে আৱিষ্কাৰ কৰিলে যে গাঁৱৰ সমাজ-বান্ধনিৰ ভিতৰত থাকিলে সেই বান্ধনি এটা নিশ্চিন্ত নিৰাপদ আশ্ৰয়; কিন্তু বাহিৰত থাকিলে সিয়েই এটা ফেট তুলি থকা ফেটী-সাপ। এদিন বা দুদিন সেই ফেটী-সাপৰ ফোচ-ফোচনি অগ্ৰাহ্য কৰি থাকিব পাৰি কিন্তু চিৰকাল কেতিয়াও নোৱাৰি। সমাজৰ বিৰুদ্ধে বিদ্ৰোহ কৰি এঘৰীয়া হোৱা মানুহবোৰে অৱশেষত পৰাজয় স্বীকাৰ কৰি এঘৰ এঘৰকৈ পুনৰ সমাজৰ বুকুলৈ ঘূৰি আহিল।

গাঁৱৰ সমাজে বিদ্ৰোহ সহ্য নকৰে। সমাজ-বহিৰ্ভূত নিঃসংগতাৰ ভয়ে তাত সদায় আদৰ্শক পৰাজয় কৰে। শিৱনাথে কেইবাদিনো গভীৰ ভাবে চিন্তা কৰি উপলব্ধি কৰিলে যে তেওঁ গৌৰীনাথক পৰিত্যাগ কৰিব পাৰিব কিন্তু সমাজ পৰিত্যাগ কৰিব নোৱাৰে।

মাহৰ মূৰত শিৱনাথে পুতেকলৈ মনি অৰ্ডাৰ কৰি টকা পঠালে। কিন্তু দিন দিয়েকৰ মূৰতে সেই টকা ঘূৰি আহিল। সেইদিনা ৰাতি শিৱনাথে কোনেও নজনাকৈ চকু-পানী টুকিলে।

খেতিৰ বতৰত সেইবাৰ ম'হঘুলিৰ আটাইকেইখন গাঁৱতে ভীষণ উলহ-মালহ; বেজাৰ কেৱল শিৱনাথৰ ঘৰত। মথাউৰিয়ে প্ৰথমবাৰৰ কাৰণে শালি-খেতিৰ উপযোগী কৰি তোলা চাপৰিৰ সাৰুৱা মাটিত কঠীয়া গুজি দিয়াৰ লগে লগেই সঁজাল ধৰি লহ-পহকৈ বাঢ়ি আহিল। ধানৰ এনে চিকুণ চেহেৰা ম'হঘুলিৰ মানুহে বহুকালে দেখি পোৱা নাই। মানুহবোৰৰ কথা-বাৰ্তা খোজ-কাটলত এটা অভূতপূৰ্ব প্ৰাণ-চাঞ্চল্য জাগি উঠিল। ইফালে শিৱনাথৰ আধা-মান মাটিয়েই খেতি কৰা মানুহৰ অভাৱত ছন পৰি থাকিল। কালৰ বিপৰীত গতি দেখি তেওঁ মূৰে-কপালে হাত দি বহি ৰ'ল।

শাওণৰ মাজ-ভাগতে এটা বান-পানী আহিছিল। মানুহবোৰে মনে মনে প্ৰমাদ গণিবলৈ আৰম্ভ কৰিছিল। কিন্তু ঈশ্বৰৰ অভয়-হাতৰ দৰে মথাউৰিৰ আঙুলি-নিৰ্দেশত য'ৰে বান-পানী ত'তে থমকি ৰ'ল। মথাউৰিৰ ওপৰেদি বাগৰোঁ বাগৰোঁ কৰিও সি বাগৰিব নোৱাৰিলে। বান-পানী যিমান দিন থাকিল, গাঁৱৰ মানুহবোৰে উশাহ-নিশাহ প্ৰায় বন্ধ কৰি ভগবানৰ নাম ল'বলৈ ধৰিলে। গাঁওখনত এটা নীৰৱ আতংক বিৰাজ কৰিবলৈ ধৰিলে। কিন্তু দুদিনমানৰ মূৰত বতৰ পুনৰ মুকলি হৈ চোকা ৰ'দ দিবলৈ আৰম্ভ কৰিলে, বান-পানীয়েও পশ্চাদপসৰণকাৰী সৈন্য-বাহিনীৰদৰে পিছ হুঁহকিবলৈ আৰম্ভ কৰিলে। দম্ বন্ধ কৰি থকা মানুহবোৰে দীঘলকৈ এটা স্বস্তিৰ নিশ্বাস পেলাই আকৌ কৰ্ম-ব্যস্ত হৈ উলাহত নাচিবলৈ ধৰিলে।

কিন্তু মানুহবোৰৰ সেই উলাহ বেছি দিন স্থায়ী নহ'ল। ভাদৰ শেষলৈ মানুহৰ মাটি ৰোৱা প্ৰায় শেষ হৈ আহিছিল, এনেতে আকৌ এটা বান-পানী আহিল। এবাৰ পৰাজিত হোৱা সৈন্য বাহিনীয়ে পূৰ্বৰ অপমানৰ পোটক তুলিবলৈ দুগুণে শক্তি-বৃদ্ধি কৰি সাজি-কাচি অহাৰদৰে এইবাৰৰ বান-পানীৰ ৰূপো হ'ল আগতকৈ ভয়ংকৰ।

খেতিৰ চিন্তাত টোপনি পাতল হোৱা মানুহবোৰে এদিন মাজ-ৰাতি বৰতোপৰ গুলীৰদৰে এটা প্ৰকাণ্ড শব্দ শুনি চক খাই জাপ মাৰি উঠি বিছনাত বহি পৰিল। ডেকা ডুজনমানে ৰাতিৰ ভিতৰতে লেম্প-চাকি জ্বলাই মথাউৰি চাবলৈ দৌৰ মাৰিলে। ইমান দিনে মানুহবোৰে যি ভয় কৰি আছিল সেয়েই হ'ল, ম'হঘুলি গাঁৱৰ ওচৰতে এঠাইত নহয়, তিনি ঠাইত মথাউৰি ভাঙি চাপৰিটো সাগৰ-সদৃশ হৈ পৰিল। চকুৰে চাই থাকোঁতেই সেই সাগৰে গ্ৰাস কৰি পেলালে সিহঁতৰ চকুত নতুন সোণালী স্বপ্ন জগাই তোলা চাপৰিৰ ন-মাটিৰ বিৰাট শালি-খেতি ডৰা।

ৰাতিপুৱা শিৱনাথে ঘৰৰ পিৰালীত বহি বহি লক্ষ্য কৰিলে—আলিবাটেদি গাঁৱৰ মানুহবোৰ অতিশয় ব্যস্তভাবে অহা-যোৱা কৰিবলৈ ধৰিছে; কিন্তু সিহঁতৰ সেই ব্যস্ততাত আনন্দৰ চাঞ্চল্য নাই, আছে মাথোন আতংকৰ অস্থিৰতা। শিৱনাথৰ মনত প্ৰথম যি প্ৰতিক্ৰিয়া হ'ল, সি হ'ল এক নিৰ্মম উল্লাস। এই মথাউৰিয়েই তেওঁৰ জীৱনত সৰ্বনাশ হৈ দেখা দিছিল, এই মথাউৰিৰ জৰিয়তে তেওঁৰ সাত,পুৰুষৰ গোলাম মানুহবোৰে কঁকাল-ভগা বুঢ়া বাঘৰদৰে তেওঁক অবজ্ঞা কৰিবলৈ আৰম্ভ কৰিছিল। এতিয়া সিহঁতৰ উচিত শিক্ষা হৈছে। ক্ষণ-স্বৰ্গৰপৰা পতিত হৈ পুনৰ্মূষিক হোৱা মানুহবোৰে আকৌ নিশ্চয় তেওঁৰ ভৰিত ধৰিবলৈকে ঘূৰি আহিব লাগিব। প্ৰতিশোধৰ আনন্দখিনি তেওঁ বহুত সময় ধৰি উপভোগ কৰিবলৈ ধৰিলে। কিন্তু তেনে সময়তে মূৰ্তিমান বিবেকদৰে তেওঁৰ চকুৰ আগত হাজিৰ হ'লহি মোহন গাঁওবুঢ়া।

গাঁওবুঢ়া এইফালে বোধহয় বহুত দিন অহা নাছিল, অন্ততঃ শিৱনাথে তেওঁক বহুদিন দেখা পোৱা নাছিল। সেইদিনা মোহন গাঁওবুঢ়াই কান্ধত তেওঁৰ চিৰ-সংগী মোনাটো, মূৰত টকৌ-পাতৰ জাপিটো আৰু হাতত লাখুটিডাল লৈ দীঘল দীঘল খোজ পেলাই কোনোবা একালে বুলি আলিবাটেদি গৈ আছিল: শিৱনাথৰ ঘৰৰ পদূলি পাই গাঁওবুঢ়াই কঁকালত ভেজা দি খন্তেক থমকি ৰ'ল। শিৱনাথে চিঞৰি মাত লগালে,

"এই ৰাতিপুৱাই কোন ফালেনো ওলালে? বহুতদিনৰ মূৰত আপোনাক দেখিলোঁ। আহকচোন, খন্তেক বহি যাওক।'

মোহন গাঁওবুঢ়াৰ অদৰকাৰত কাৰো ঘৰত সোমোৱাৰ অভ্যাস নাই। পদূলিৰপৰাই তেওঁ চিঞৰি উত্তৰ দিলে—

ফুকনদেউ অসহনী গাম-খাক ওলগনি—
জানো আমি, নালাগে ক'ব
কিনো আছে ভাবি-গুণি।
গাঁৱত নামিছে সৰ্ব-নাশ
চাৰিওফালে মহা-ত্ৰাস,
আপোনাৰহে নিশ্চয় ইবাৰ
ওলাব মুখত অট্ট-হাস।

পাপ-কাৰ্য্যত লিপ্ত হৈ থকা অৱস্থাতে হাতে-হাতে ধৰা পৰি যোৱা মানুহৰদৰে মোহন গাঁওবুঢ়াৰ কথা শুনি শিৱনাথৰ কাণ-মূৰ গৰম হৈ উঠিল। মোহন গাঁওবুঢ়াক খঙেৰে এটা ধমক দিবলৈকে তেওঁৰ মন গৈছিল। কিন্তু লগে লগে তেওঁৰ মনত সু-বুদ্ধিৰ উদয় হ'ল। মোহন গাঁওবুঢ়াৰ লগত কাজিয়া কৰি লাভ নাই। কেঁচু খান্দোতে ক'ৰবাত সাপ ওলাব। মোহন গাঁওবুঢ়া সঁচাকৈয়ে মূৰ্তিমান বিবেক; বিবেকৰ তাড়নাত তেওঁৰ মুখেদি যি বচন ওলাই আহে—তাত বাধা দিব পৰা মানুহ কোনো নাই। শিৱনাথে মনৰ খং মনতে সামৰি আকৌ মাত লগালে—'গাঁওবুঢ়া, আপোনাৰ সাঁথৰ বুজাৰ সাধ্য আমাৰ নাই। কি ক'ব খুজিছে আমিও বুজি পোৱাকৈ অলপ সহজকৈ কওকচোন।'

মোহন গাঁওবুঢ়াই শিৱনাথৰ নিমন্ত্ৰণলৈ ভ্ৰূক্ষেপ নকৰি নিজৰ বাটত আগ বাঢ়িল। গৈ থাকোঁতে স্বগতোক্তি কৰাৰদৰে তেওঁ বাটে বাটে গাই গ'ল—

কনক দৰ্জী হ'ল ঠিকাদাৰ,
এম এল এ হ'ল বিশ্ব ভলণ্টিয়াৰ।
এম এল এ—ঠিকাদাৰ দুয়ো মিলি—
দিলে টোপ, থলে বাইজে গিলি।

লুইতত দিব বালিৰ ভেটা ?
ধন্য ঠিকাদাৰ, ধন্য নেতা।
মঠাউৰি ভাগিব, ( আকৌ ) ওলাব ঠিকা,
ইফালে ওলাওক ৰাইজৰ টিকা।
ঠিকাদাৰ—এম এল এ-ই লুটিব ধন,
দুখীয়াৰ ভেটি পৰিব চন্।
দুখীয়াৰ মঙহ, দুখীয়াৰ তেজ,
সাপ হৈ খোটে, জাৰে হৈ বেজ……

মোহন গাঁওবুঢ়া গৈ গৈ শিশুৰামহঁতৰ পদূলি-মুৰৰ ভলুকা বাঁহজোপাৰ আঁৰ হ'লগৈ, কিন্তু তেওঁৰ মুখত অবিৰল গতিতে ওলাই অহা ছন্দোবদ্ধ কথাবোৰ বহুত পৰলৈকে শিৱনাথৰ কাণত বাজি থাকিল। তেওঁ মনৰ মাজত হঠাতে বিবেকৰ এটা প্ৰচণ্ড দংশন অনুভৱ কৰিলে। বান-পানীয়ে মথাউৰি ভাঙি ৰাইজৰ কঁকাল ভাঙি দিলে, সিহঁতৰ বছৰ-দিনৰ ভাত ৰাতিটোৰ ভিতৰতে বোকাত পৰিণত কৰিলে ; অথচ তেওঁ, শিৱনাথে, দুখ আৰু সহানুভূতি অনুভৱ কৰাৰ পৰিৱৰ্তে অনুভৱ কৰিছে নিৰ্মম প্ৰতিহিংসা-পূৰণৰ আনন্দ ! নিজৰ পাপ-কলুষিত মনৰ এনে নগ্ন পৰিচয় দেখি শিৱনাথ নিজেই আতংকত শিহৰি উঠিল। তেওঁ আতুৰ ভাবে কেইবাৰ মান ভগবানৰ নাম উচ্চাৰণ কৰিলে, নিজৰ পাপ-চিন্তাৰ কাৰণে ভগবানৰ ওচৰত ক্ষমা বিচাৰিলে। তেওঁ নিজকে প্ৰবোধ দিবলৈ চেষ্টা কৰিলে,—জাগ্ৰত সময়ৰ প্ৰতিটো মুহূৰ্ততে মানুহৰ মনৰ মাজত ভাল-বেয়া কত লেখ-জোখ নোহোৱা চিন্তাৰ উদয় হয়, চিন্তাৰ সেই অবিৰাম প্ৰবাহক বাধা দি ৰাখিবলৈ কাৰ সাধ্য আছে ? মানুহৰ মনৰ মাজত সৎ আৰু অসতৰ, ধৰ্ম আৰু অধৰ্মৰ এখন চিৰন্তন কুৰুক্ষেত্ৰ চলিবই লাগিছে ; অধৰ্মক জয়ী হ'বলৈ নিদিলেই, অৰ্থাৎ মনৰ পাপ-চিন্তাক কামত পৰিণত হ'বলৈ নিদিলেই মানুহৰ ধৰ্ম ৰক্ষা পৰে। শিৱনাথে এই বুঢ়া বয়সতো কেতিয়াবা, মুহূৰ্তৰ এটা ভগ্নাংশৰ কাৰণে হ'লেও, নিষিদ্ধ কাম-ভাব অনুভৱ কৰে। কিন্তু তেওঁ সেই কাম-ভাবক প্ৰশ্ৰয় দি পাপ-কাৰ্য্যত লিপ্ত হোৱাৰ কথা কেতিয়াও ভবা নাই ; বৰং

তেনে পাপ-বাসনা মনত উদয় হোৱাৰ লগে লগেই তেওঁ ততালিকে তাক ডিঙি মুচৰি হত্যা কৰিছে, আৰু অনুশোচনাত দগ্ধ হৈ পাপৰ প্ৰায়শ্চিত্ত কৰিছে। এতিয়াও তেওঁ তাকেই কৰিব। তেওঁ আকৌ চকু মুদি ভগবানৰ নাম ল'বলৈ চেষ্টা কৰিলে।

বহুত পৰৰ মূৰত চকু মেলি চাই শিৱনাথে দেখিলে—ভকতৰামে ভাটি-মুৱা হৈ আলিবাটেদি কোবাকুবিকৈ যাবলৈ ধৰিছে। শিৱনাথৰ পদূলি-মুখ পাই সি তেওঁৰ ঘৰৰ ফালে কেৰাহিকৈ চাইছিল, কিন্তু শিৱনাথৰ চকুত চকু পৰাৰ লগে লগেই সি চকু ঘূৰাই নি খোজৰ বেগ বঢ়াই দিবলৈ চেষ্টা কৰিলে। শিৱনাথৰ মনত ধাৰণা হ'ল—ভকতৰামে তেওঁৰ মুখামুখি হ'বলৈ লাজ কৰিছে। সদায় তেওঁৰ আধি খাই থকা মানুহটোৱে মথাউৰিৰ ওপৰত ভাৰসা কৰি শিৱনাথে যাচি দিয়া মাটিও প্ৰত্যাখ্যান কৰিলে ; কিন্তু বানপানীয়ে মথাউৰি ভাঙি তাৰ সকলো গৰ্ব আৰু আশা চূৰ্ণ কৰিলে। সেই লাজতে সি শিৱনাথৰ চকুলৈ চাব পৰা নাই, লৰালৰিকৈ সি তেওঁৰ দৃষ্টিৰ সমুখৰ পৰা পলাবলৈ চেষ্টা কৰিছে। সি গৈ শিশুৰামহঁতৰ পদূলিৰ ভলুকা বাঁহ জোপাৰ আঁৰ নৌ হওঁতেই শিৱনাথে চিঞৰ ধৰিলে—'ভকত, অ' ভকত, খন্তেক এইফালে আহাঁচোন ; কথা এষাৰ পাতোঁ।'

ভকতৰাম মোহন গাঁওবুঢ়া নহয় ; শিৱনাথৰ এনে স্পষ্ট নিমন্ত্ৰণ উপেক্ষা কৰাৰ সাধ্য তাৰ নাই। পদুলি-মুখৰ পৰাই চিঞৰি চিঞৰি সি শিৱনাথৰ ঘৰৰ ফালে সোমাই আহিল—'দদাইদেউ, মিছা নামাতোঁ, আপোনাক দেখিও নেদেখাৰ ভাও জুৰি মই পলাব খুজিছিলোঁ। কোনটো নাক লৈনো আপোনাৰ ওচৰলৈ আহোঁ? যিমান দিন আপোনাৰ মাটি খাই আছিলোঁ, বছৰ-দিনলৈ হওক-নহওক, ছমাহৰ ভাত ওলাইছিল। এইবাৰ মথাউৰিৰ ছলনাত ভোল গৈ নিগমে মৰিলোঁ দদাইদেউ। গোটেই গাঁওখনৰ মুখত সেই একেটা কথা—ৰাইজক বধিবৰ কাৰণেহে এইবাৰ চৰকাৰে মথাউৰিৰ জালখন পেলাইছিল—'

ভকতৰাম বহাৰ পাছত শিৱনাথে সুধিলে, 'কথাটোনো কি হে ভকতৰাম? অলপ আগতে এইফালে মোহন গাঁওবুঢ়া গৈছিল। তেওঁ

দেখোন পস্ত কৰি কৰি কৈ গ'ল—আমাৰ কনক দৰ্জী আৰু বিশ্ব এম এল এ'ইহে বোলে ষড়যন্ত্ৰ কৰি মথাউৰিটো ভাঙিছে। হয় জানো কথাষাৰ ?'

ভকতৰামে ব্যংগৰ হাঁহি এটা মাৰি ক'লে, 'কনক দৰ্জী বুলি কিয় কৈছে দদাইদেউ ? অৱশ্যে আপুনি ক'লে একো দোষ নাই। কিন্তু আমাৰ নিচিনা ঘটিৰাম-বাটিৰামবোৰে যদি তাক দৰ্জী বুলি কওঁ, তেন্তে আমাৰ ফালে আধ্যা। চোঁচা লৈ মাৰিবলৈ খেদি আহিব। আজি-কালি কনক দৰ্জী নহয় দদাইদেউ, কনক ঠিকাদাৰ। কনকৰ বাপেক লালুৱা বুঢ়া এসময়ত আপোনাৰ ঘৰতেই হালোৱা নাছিল জানো ? ভাগি উঁৱলি যোৱা ঘৰটোত জাতি-বাঁহৰ নতুন খুটা এটা লগাই ল'বলৈ তাৰ সাধ্য নাছিল। গোটেই জীৱন ঘৰটো ঠেকা দি ৰাখোঁতেই গ'ল। সেয়ানো কিমান দিনৰ আগৰ কথা। আপুনি কনক ঠিকাদাৰৰ নতুন ঘৰটো দেখিছেনে ? নাই দেখা ? চাবলগীয়া ঘৰ দদাইদেউ। গোটেই ম'হঘুলি মৌজাতেই এনে এটা বিতোপন ঘৰ নাই। টিন-পাতৰ পকী-ঘৰ, দূৰৰ পৰা দেখিলে ৰজাৰ হাউলী যেন লাগে। আৰু জীপ-গাড়ী লোৱাৰ কথা শুনিছেই হ'ব পায়। আজি-কালি কনক ঠিকাদাৰে শৌচ কৰিবলৈ গ'লেও জীপ-গাড়ীতহে যায়......'

ভকতৰামে কথাৰ প্ৰস্ৰৱণত মাজতে বাধা দি শিৱনাথে সুধিলে, 'কনকৰ জীপ-গাড়ী দেখিছোঁ দিয়া। মোৰ ঘৰৰ আগেদিয়েই কেইবাদিনো ধূলি উৰুৱাই গৈছে। কিন্তু ৰ'বা, সাধুকথাতহে পঢ়িছোঁ— আলাদীনে যাদু-বন্তিৰ সহায়েৰে ৰাতিটোৰ ভিতৰতে ৰাজ-প্ৰাসাদ নিৰ্মাণ কৰিছিল। কনক দৰ্জীয়েনো ইমানখিনি কৰিবলৈ ক'ত সোণৰ সোলেংটো পালে ?'

কনক-পুৰাণ মেলিবলৈ পাই ভকতৰামৰ কথাৰ নিচা লাগিল। পৰম উৎসাহেৰে সি ক'বলৈ ধৰিলে : 'দদাইদেউ, আপুনি দিন-ৰাতি ঘৰখনতে সোমাই থাকে, সংসাৰত নতুনকৈ ক'ত কি হৈছে একো ভু নাৰাখে। সংসাৰখনত বহুত সলনি হ'ল দদাইদেউ ; ৰজা ভিকহু হ'ল, ভিকহু ৰজা হ'ল। লালুৱা বুঢ়াৰ পুতেকে হাইস্কুলৰ ছশ্ৰেণী মানলৈকে

পঢ়ি পৰীক্ষাত ফেল মাৰি সংৰাম দৰ্জীৰ দোকানতে দৰ্জীৰ কাম শিকিছিল। পাছত সংৰামৰে পুৰণি মেচিন এটা কিনি নিজাকৈ এখন দৰ্জীৰ দোকান খুলিলে। হাতলৈ দুটা পইচা আহিল কি নাহিল, মস্ত মদাহী গুণ্ডা হ'ল। তাৰ প্ৰতাপত গাঁৱত মানুহ থাকিব নোৱাৰা হ'ল। এনেতে ইলেকচন আহিল, ভোট বিচাৰি বিশ্ব এম এল এ ম'হঘুলিলৈ আহিল। কনকৰ আন কিবা থাকক নাথাকক, বুদ্ধি যে আছে সেই কথা স্বীকাৰ কৰিবই লাগিব। সি বিশ্বৰ লগ লাগিল। কি কথাত হালৰে এনে সনা-পিঠা হ'ল, বিশ্ব এম এল এ-ই কনকৰ লগেই এৰিব নোৱাৰা হ'ল। ইলেকচনৰ এমাহ মানৰ আগৰ-পৰাই কনকে বিশ্বৰ হৈ ৰাতিক দিন কৰি কাম কৰিবলৈ ধৰিলে। মানুহে কোৱাহে শুনিছো দদাইদেউ, আমি নিজে চাবলৈ যোৱা নাই, বিশ্ব এম এল এ-ই ইঞ্জিনিয়াৰক বোলে নিজ মুখে হুকুম দি কনকক মথাউৰিৰ ঠিকা দিয়ালে। মানুহে কথাতে কয়—ৰজাই ভাল দেখে যাক, ভেটি-ভাৰো নালাগে তাক। স্বয়ং এম এল এ যাৰ হাতৰ মুঠিত, তাক আৰু আন কি লাগিছে? মানুহে ফুচফুচাই কোৱা শুনো, কনকৰ ঠিকাৰ ধনত বোলে এম এল এ-ৰো সমান ভাগ। কনকৰ জীপখন যে দেখিছে, সেইখনো বিশ্ব এম এল এ-ই লৈ দিয়া। ইলেকচনৰ কাৰণে পাৰ্টিয়ে যিবোৰ জীপ-গাড়ী কিনিছিল, তাৰে এখন নাম-মাত্ৰ দামত বিশ্বই কনকক কিনি দিছে। আকৌ কেতিয়াবা আপোনাৰ ঘৰৰ আগেদি কনকৰ জীপখন গ'লে অলপ ভালকৈ মন কৰিবচোন—প্ৰায়েই দেখিব বিশ্ব এম এল এ-ক।'

'আজি-কালি ৰেব মহাজন আৰু কেশৱ মণ্ডলৰ খবৰ কি?'—শিৱনাথে প্ৰশ্ন কৰিলে, 'তেওঁলোকৰ প্ৰতাপ আগতকৈ কিছু কম হৈছেনেকি?'

'ক'ত, আমি দেখোন কম হোৱা দেখা নাই, আগতকৈ বাঢ়িছে যেনহে লাগে। কেৱল পঞ্চায়তৰ সভাপতি হৈ কেশৱ মণ্ডলে ৰাইজৰ কাম কিবা কৰিব পাৰক-নোৱাৰক, নিজৰখিনি হ'লে ভালকৈ কৰি লৈছে। মণ্ডলৰো আগৰ খেৰী ঘৰ-দুৱাৰ নাই, টিনপাতৰ ধকৃধকীয়া

পকা ঘৰ-দুৱাৰ হৈছে। কুঁৱা খন্দা আৰু আলিবাট কৰাৰ নাম কৰি পঞ্চায়তে যিমানবোৰ টকা আনিলে, তাৰ আধাতকৈয়ো বোলে বেছি টকা সোমালগৈ কেশৱ মণ্ডলৰ পকেটত। লোকৰ মুখত শুনা কথা বাৰু বাদেই দিলোঁ, নিজ চকুৰেই দেখা কথা এটা কওঁ। চমুৱা গাঁৱৰ নামঘৰটোৰ ওচৰৰপৰা হাবুঙীয়া পথাৰলৈযে সেই গো-বাটটো গৈছে, দেখিছে নহয় দদাইদেউ? এদিন চমুৱা গাঁৱৰ ধনেশ্বৰহঁতৰ ঘৰলৈ কিবা এটা সকামত যাব লগা হোৱাত গো-বাটটোৰেই চমু ৰাস্তা ধৰিছিলোঁ। দেখিলোঁ, এটা মানুহে কোৰেৰে গো-বাটটোৰ ওপৰত দুচাবমান মাটি পেলাইছে। গো-বাটটোত আকৌ মাটি পেলাবলৈ কি হ'ল? মানুহটোক সোধাত ক'লে—পঞ্চায়তে বোলে গো-বাটটোত মাটি তুলি ভাল ৰাস্তা কৰিব; ৰাস্তাৰ অভাৱত চমুৱা গাঁৱৰ কণ কণ ল'ৰা-ছোৱালীবোৰে বাৰিষাৰ দিনত স্কুললৈ এমাইল মান ৰাস্তা বেছিকৈ ঘূৰি যাব লাগে। বৰ ভাল কথা—মই ক'লোঁ—কিন্তু কেৱল এটা মানুহে কোৰেৰে দুচাৰমান মাটি পেলাই গো-বাট এটা বাৰিষা খোজ কাঢ়িবপৰা ৰাস্তা কৰিব পাৰেনে? বিশ্বাস কৰিব দদাইদেউ, সেই যে এদিন গো-বাটটোত দুচাব মান মাটি পৰিছিল—তাৰ পাছৰপৰা এটা কেঁচু-মতাও তাত কোনেও পেলাবলৈ যোৱা নাই: এতিয়াও বাৰিষা গো-বাটটো একঁকালমান পানী হৈ নৈ এখন যেন হয়; এতিয়াও চমুৱা গাঁৱৰ ছয়-সাত বছৰীয়া ল'ৰা-ছোৱালীবোৰে বাৰিষাৰ দিনত এমাইলমান ঘূৰি নাহৰণী গাঁৱৰ স্কুলত পঢ়িবলৈ যায়। কিন্তু পঞ্চায়তৰ হিচাপৰ বহীত দেখিব—গো-বাট গুচাই ওখ ৰাস্তা কৰিবৰ কাৰণে তাত পাঁচশ টকা খৰচ কৰা হ'ল।'

ভকতৰাম হঠাতে অৰ্থ-পূৰ্ণ ভাবে নীৰৱ হৈ পৰিল।

ভকতৰামে আকৌ মুখ মেলিব বুলি শিৱনাথে কেই মুহূৰ্তমান সময় অপেক্ষা কৰিলে। কিন্তু সি মুখ মেলাৰ উপক্ৰম নেদেখি শিৱনাথেই সুধিলে, 'টকা পাঁচশ ক'লৈ গ'ল?,

শিৱনাথৰ প্ৰশ্নত এই বিস্ময় আৰু কৌতূহলখিনি ফুটি উঠা দেখিবলৈ পোৱাৰ আশাতেই যেন ভকতৰামে ইমান পৰ অপেক্ষা কৰি আছিল;

শিৱনাথৰ প্ৰশ্ন শুনিয়েই সি নাটকীয় ভংগীৰে মাত লগালে—'সেইটোৰেইতো প্ৰশ্ন দদাইদেউ, টকা পাঁচশ কলৈ গ'ল? আমি গৰু মানুহ হ'লেও সংসাৰৰ খবৰ একেবাৰে নৰখাকৈ নাথাকোঁ দদাইদেউ। ভিতৰৰ খবৰ জনা মানুহৰ মুখতেই শুনিছোঁ—পাঁচশ টকাৰ ভিতৰত দুশমান টকা গ'ল পঞ্চায়তৰ সভাপতি হিচাপে কেশৱ মণ্ডলৰ জেপলৈ, বাকী তিনিশ টকা ভাগ হ'ল ঠিকাদাৰ, অভাৱচিয়াৰ আৰু পঞ্চায়তৰ দুজনমান মেম্বৰৰ মাজত। পঞ্চায়ত হ'বৰ দিন ধৰি এইবোৰেই চলি আহিছে দদাইদেউ, ৰাইজৰ নামত অনা টকাৰে পকা-ঘৰ উঠিছে পঞ্চায়তৰ সভাপতিৰ, মেম্বৰ, ঠিকাদাৰৰ; ৰাইজে সকলো দেখিও নেদেখাৰ ভাও জুৰি মনে মনে থাকিবলৈ বাধ্য হৈছে।'

'কিয়?'—শিৱনাথে নিৰ্বিকাৰ ভাবে প্ৰশ্ন কৰিলে।

'ৰাইজেনো আৰু আন কি কৰিব পাৰে দদাইদেউ?'—ভকতৰামে এটা দীঘল হুমুনিয়াহ কাঢ়িলে—'ধৰক, পঞ্চায়তৰ সভাপতিয়ে টকা খাইছে বুলি ৰাইজে গোচৰ দিলেগৈ এচ ডি অ'ক। এচ ডি অ'ই তদন্তৰ উক্‌মুকনি লগায় মানেই পঞ্চায়তৰ সভাপতি দৌৰি গ'ল এম এল এ'ৰ ওচৰলৈ। এম এল এ-ই ঠাৰে-চিঞাৰে সেইফালে কিবা এষাৰ ক'বহে লাগে, এচ ডি অ-ই ৰাইজৰ গোচৰৰ সোপাকে কাগজ বকৰাণিত পেলাই দিয়াব। গাঁৱৰ উতনুৱা ডেকা কেইটামানে মাজতে এবাৰ চিলঙলৈ ঢাপলি মেলিছিল—মন্ত্ৰীৰ ওচৰত গোচৰ দিবলৈ। মন্ত্ৰীয়ে হেন কৰিম তেন কৰিম বুলি ডেকা কেইজনৰ আগত মুখেৰে ঢেৰ কথা কৈ পঠালে, কিন্তু তদন্তৰ হুকুম হ'লে আজিলৈকে নাহিল। ডেকা কেইজন চিলঙলৈ যোৱা বুলি শুনিয়েই এম এল এ'ও পিছে পিছে গ'ল মন্ত্ৰীৰ ওচৰলৈ। মন্ত্ৰীয়ে এতিয়া এম এল এ'ৰ কথা পেলাই ম'হঘুলি গাঁৱৰ ঘটিৰাম-বাটিৰাম ডেকা কেইটামানৰ কথা শুনিবনে?...... এইবোৰেই হৈছে দেশৰ খবৰ দদাইদেউ। ওপৰৰপৰা তললৈ সকলো মানুহ ৰাইজৰ বিৰুদ্ধে এক-গোট। মন্ত্ৰী, এম এল এ, পঞ্চায়তৰ সভাপতি, এচ ডি অ'—গোটেইমখাই একেটা কোম্পানীৰে অংশীদাৰ। ৰাইজে কাৰ ওচৰলৈ কি বিচাৰি যাব?'

দুয়ো নিজৰ নিজৰ ভাবত মগ্ন হৈ কিছু সময় নীৰৱ হৈ ৰ'ল। কিছু পৰৰ মূৰত হঠাতে মনত পৰাৰ দৰে কৰি শিৱনাথে সুধিলে, 'কিহে ভকত, মথাউৰিটো কেনেকৈ ভাগিবলৈ পালে ? তুমি যে এবাৰ মোক কৈছিলা—মথাউৰিত মাটি দিয়াৰ নামত তলত জেং-জাবৰ আৰু কল-গছ কাটি ওপৰত মাটি পেলাই মথাউৰি কৰিছে, মই তেতিয়া কথাটো ভালকৈ বিশ্বাসেই কৰা নাছিলো। এতিয়া দেখিছো, তোমাৰ কথাটোৱেই সঁচা হ'বলা।'

নিজৰ ভৱিষ্যদ্বাণী সঁচা হোৱাৰ গৰ্বত উৎফুল্ল হৈ ভকতৰামে ক'লে, 'মই আপোনাক তেতিয়াই নকৈছিলোনে দদাইদেউ ? দেখিলে—মোৰ কথা কেনেকৈ আখৰে আখৰে সঁচা হ'ল ! এতিয়া আকৌ আৰু এটা নতুন কথাও শুনিছোঁ। মানুহে কোৱা-কুই কৰিবলৈ আৰম্ভ কৰিছে—দেওবৰ-চুক মিৰি গাঁৱৰ ওচৰত যিয়েই নহওক, আমাৰ ম'হঘুলিৰ ওচৰত কিন্তু মথাউৰিটো নিজে নিজে ভগা নাই। ঠিকাদাৰ আৰু অভাৰচিয়াৰে লগ-লাগি ষড়যন্ত্ৰ কৰি মানুহ লগাই ৰাতিৰ ভিতৰতে মথাউৰিটো কটাই দিয়াইছে।'

'কটাই দিয়াইছে ? কিয় ?'—শিৱনাথে অতি আচৰিত হৈ সুধিলে।

'এহ্ দদাইদেউ, আপুনি মানী-জ্ঞানী ডাঙৰ মানুহ হ'ল কি হ'ল, আপোনাৰ সংসাৰৰ বহুত কথা জানিবলৈ এতিয়াও বাকী আছে। মথাউৰিটো নভঙা-নিচিঙা হৈ অজৰ-অমৰ হ'লে কনক ঠিকাদাৰে বা গৌৰাংগ অভাৰচিয়াৰে অহা বছৰ কি কৰি খাব ? নতুনকৈ ঠিকা ওলাব ক'ৰপৰা ? মথাউৰিটো হ'ল এওঁলোকৰ কাৰণে কামধেনু গাই ; তাকে খীৰাই খীৰাই তেওঁলোকে গোটেই জীৱন খাই থাকিব লাগিব। বান-পানীয়ে নাভাঙিলেও ঠিকাদাৰ-অভাৰচিয়াৰে নিজেই মথাউৰি ভাঙি দিব, তেতিয়াহে আকৌ অহা কাতি-আঘোণ মাহতে নতুনকৈ ঠিকা ওলাব। ইয়াকে কৰি কৰিয়েই হাঁহচৰা গাঁৱৰ ঘন ঠিকাদাৰ, কপচুৱা গাঁৱৰ নবীন ঠিকাদাৰ লাখপতি হ'ল দদাইদেউ। মাঘ মাহতে ঠিকাৰ অৰ্ডাৰ পালেও 'কুলী নাই কুলী নাই' বুলি তেওঁলোকে বহাগ-জেঠ

মাহলৈকে মথাউৰিৰ কাম নকৰাকৈ পেলাই থৈ দিব ; ইতিমধ্যে আহিব বান-পানী। বানপানী শুকাই যোৱাৰ পাছত তেওঁলোকে ক'ব— 'মথাউৰি বান্ধিছিলোঁ, কিন্তু বানপানীয়ে উটুৱাই নিলে আমি কি কৰিব ?' সেই বুলি কৈ আগৰ বছৰতে খন্দা পুৰণি খন্তাবোৰকে দেখুৱাই অভাৰচিয়াৰক মাটিৰ জোখ ল'বলৈ ক'ব। অভাৰচিয়াৰেও বাপ বুলি জোখ ল'ব, কাৰণ পাপৰ ধনত যে তাৰো সমান ভাগ আছে। এই কৰি কৰিয়েই ইহঁতে দেশখন খালে দদাইদেউ। ৰাইজক বান-পানীৰ পৰা ৰক্ষা কৰাৰ নামত চৰকাৰে মথাউৰি সাজিবলৈ লাখ লাখ টকা খৰচ কৰিছে ; কিন্তু সেই সমুদায় টকা গৈছে ঠিকাদাৰৰ পেটলৈ, এম এল এ-মন্ত্ৰীৰ পেটলৈ। আপুনি চাৰিওটা মৌজা এবাৰ পাক এটা মাৰি ঘূৰি আহকগৈচোন ; দেখিব—গাঁৱে গাঁৱে একোটাকৈ বগা চক্‌চকীয়া পকী-ঘৰ উঠিছে। দূৰৰপৰা দেখিলে ভাব হ'ব—স্বৰাজ পাই সঁচাকৈয়ে গাঁৱৰ চেহেৰা বদলি গৈছে। কিন্তু আচলতে একো বদলি হোৱা নাই দদাইদেউ ! তুখীয়াবোৰ আগতে যদি কলঢোপ কলঢোপ কৰি আছিল, এতিয়া গোটেইবোৰ মৰ-কুচিয়া লাগিছে। ধনী হৈছে, জীপ-গাড়ী দৌৰাইছে, পকী-ঘৰ সাজিছে—কেৱল ঠিকাদাৰ কেইটাই। ভলন্টিয়াৰ-বোৰে বিশ্বাসৰ মানুহ বাছি বাছি ঠিকাদাৰ পাতিছে, ঠিকাদাৰে ধনৰ যোগান দি দি ভলন্টিয়াৰক এম এল এ-মন্ত্ৰী পাতিছে। দুয়ো মিলি ষড়যন্ত্ৰ কৰি ৰাইজৰ তেজ শুহিছে।'

'ভকত'—বিস্মিত মুখ-ভংগী কৰি শিৱনাথে ক'লে, 'তুমি বাহিৰত দেখাতহে নিবোকা চামোনটো, কিন্তু ভিতৰি-ভিতৰি তুমি ভূ-ভাৰতৰ খবৰ ৰাখা। কিন্তু ইমানবোৰ কথা যদি জানাই, তেন্তে দেখি-শুনি ইমান অন্যায় সহ্য কৰি আছা কিয় ? কিবা এটা নকৰা কিয় ?'

'আমি আৰু কি কৰিব পাৰোঁ দদাইদেউ'—ভকতৰামে আকৌ এটা দীঘল হুমুনিয়াহ পেলালে—'নিজৰ পেটৰ ভাত-মুঠিৰ কথাই চিন্তা কৰিম, নে ৰাইজৰ হৈ যুঁজ কৰিবলৈকে যাম ? নিজকে কেৱল এই বুলি প্ৰবোধ দিছোঁ—এই সমাজ-দ্ৰোহীবোৰে দুদিনীয়া ক্ষমতাৰ বলত দেও পাৰি নাচি থাকিলে কি হ'ব, নেদেখাজনে নিশ্চয় সকলো দেখি

আছে। এদিন নহয় এদিন ভগবানে এই মহা-পাপৰ বিচাৰ নিশ্চয় কৰিবই কৰিব।......মই উঠোঁহে দদাইদেউ, বহুতপৰ পেক্ পেক্ কৰিলোঁ। কিন্তু যোৱাৰ আগতে এতিয়াই আপোনাক কৈ থলোঁ দদাইদেউ, অহা বছৰলৈ কিন্তু মাটি এপুৰা মোক দিবই লাগিব। হাতৰটো এৰি বাটৰটোক ধৰিবলৈ গৈ যি শিক্ষা পালোঁ পালোঁ, আৰু মথাউৰিৰ ওপৰত ভাৰসা নকৰোঁ। আমাৰ অগতিৰ গতি কেৱল আপুনিহে।'

শিৱনাথৰ ভৰি দুখনক উদ্দেশ্য কৰি দূৰৰপৰাই সেৱা এটা জনাই ভকতৰামে শিৱনাথৰপৰা বিদায় ললে।

॥ ৫ ॥

শিৱনাথে ভাবিছিল যে ভকতৰাম উঠি যোৱাৰ লগে লগেই কনক ঠিকাদাৰৰ কথা শেষ হ'ল, তেওঁ আৰু কেতিয়াও তাৰ কথা লৈ মূৰ ঘমাব লগা ন'হব। কিন্তু সেইটো নহ'ল। দুমাহ মানৰ পিছত আকৌ অতি অভাৱিত ধৰণেৰে কনক ঠিকাদাৰৰ প্ৰসংগটো তেওঁৰ জীৱনলৈ ঘূৰি আহিল।

বৰ-পুতেক গৌৰীনাথৰ লগত বিচ্ছেদ হোৱাৰ পাছত শিৱনাথ ৰত্নাৰ বিয়াখনৰ কাৰণে ব্যস্ত হৈ পৰিছিল। ইমান দিনে তেওঁ ভাবি আছিল যে পুতেকে পঢ়া-শুনা শেষ কৰি ডাঙৰ চাকৰিত সোমাই জীৱনত প্ৰতিষ্ঠিত হ'ব, আৰু সিয়েই সংসাৰৰ ভাৰ নিজৰ কান্ধত তুলি লৈ তেওঁক নিশ্চিন্ত কৰিব। মনে মনে তেওঁ এই আশাও কৰি আছিল যে গৌৰীনাথে নিজৰ পদ-মৰ্য্যাদা আৰু প্ৰতিপত্তিৰ জোৰেৰেই ভনীয়েকৰ কাৰণে এজন উপযুক্ত পাত্ৰ ঠিক কৰিব পাৰিব। কিন্তু সেই আশা যেতিয়া ব্যৰ্থ হ'ল, ৰত্নাৰ বিয়াখন তেওঁৰ জীৱনত প্ৰধান সমস্যা হৈ

দেখা দিলে। এটা চকু কণা আৰু বসন্তৰ ক্ষত-চিহ্নৰে সৈতে কলংকিত মুখখনৰে সৈতে বস্তাক কোনে সহজে বিয়া কৰিব? মানুহৰ জীৱন হ'ল কচু-পাতৰ পানী, কালৰ বতাহ লাগি কোন দিনা টুপুক্ কৰে সৰি পৰে তাৰ একো ঠিক নাই। গৌৰীনাথৰ সেই ঘটনাটোৰ পিছত শিৱনাথে আজি-কালি নিজকে ইমান দুৰ্বল, অসহায় আৰু অকলশৰীয়া যেন অনুভৱ কৰিবলৈ ধৰিছে যে মাজে মাজে তেওঁৰ ভাব হয়—তেওঁৰ মৰিবলৈ বোধ হয় আৰু বেছিদিন নাই। তিনি মাহৰ ভিতৰতে তেওঁৰ জীৱনৰ পৰা যেন ত্ৰিছটা বছৰ খহি পৰিল। বাহিৰত মানুহে দেখাত তেওঁৰ বিশেষ একো পৰিৱৰ্তন হোৱা নাই, কিন্তু তেওঁৰ মনৰ ভিতৰখন গেলি-পঁচি সম্পূৰ্ণ উঁৱলি গ'ল। তেওঁৰ এই দুৰ্বহ মানসিক যন্ত্ৰণা হাজাৰ গুণে বঢ়াই তুলিছে ঘৈণীয়েকৰ অৱস্থাই। পুতেকৰ সেই ঘটনাটোৰ পাছৰ পৰাই এটা প্ৰচণ্ড আঘাতত থেতেলা খাই পক্ষাঘাত-গ্ৰস্ত হোৱা মানুহৰদৰে মানুহজনী সম্পূৰ্ণ অসাৰ আৰু নিস্পন্দ হৈ পৰিল, দেখিলে ভাব হয় যেন এটা মৰা শৰীৰহে মানুহজনীয়ে কোনো-মতে চোঁচোৰাই লৈ ফুৰিছে। গিৰিয়েক-ঘৈণীয়েক দুয়ো দুয়োৰে দুখ আৰু যন্ত্ৰণা বুজি পায়, কিন্তু ইজনে সিজনক কষ্ট দিয়াৰ ভয়ত বাহিৰত দেখুৱাই স্বাভাৱিক হৈ চলিবলৈ যত্ন কৰে। কিন্তু শিৱনাথে ভালকৈ জানে, হাজাৰ হওক তেওঁ মতা মানুহ, পুত্ৰ-বিচ্ছেদৰ যন্ত্ৰণা সহ্য কৰাৰ শক্তি ঘৈণীয়েকতকৈ তেওঁৰ নিশ্চয় কিছু বেছি। ঘৈণীয়েকে দিনত মানুহক দেখুৱাই যিহকেই নকৰক, ৰাতি হ'লে মানুহজনী যন্ত্ৰণাত পাগলীৰদৰে হৈ পৰে, প্ৰায় গোটেই ৰাতি উজাগৰে থাকি থাকি তেওঁ নীৰৱে কান্দি থাকে। ৰাতিপুৱা শুই উঠি শিৱনাথে ঘৈণীয়েকৰ মুখলৈ চুৰকৈ লক্ষ্য কৰি দেখে—গোটেই ৰাতিৰ অনিদ্ৰা, দুশ্চিন্তা আৰু নীৰৱ হিয়া-ভগা কান্দোনে ৰাতিটোৰ ভিতৰতে মানুহজনীৰ আয়ুস বহুত ক্ষয় কৰি পেলাইছে, সেইখন মুখত জীয়াই থকাৰ আশা-আকাংক্ষাৰ চিহ্ন-মাত্ৰ নাই।

ঘৈণীয়েকৰ জীৱন্মৃত অৱস্থা দেখি শিৱনাথৰ মনত ডাঙৰ ভয় সোমাল। সময় থাকোতেই যদি তেওঁ বস্তাৰ বিয়াখনৰ দিহা কৰিব

নোৱাৰে, এদিন হয়তো তেওঁলোকে আৱিষ্কাৰ কৰিব যে জীয়েকৰ বিয়া হোৱাৰ কোনো সম্ভাৱনাই আৰু নাই। তেতিয়া লক্ষ্মীনাথৰ কান্ধৰ ওপৰত আবিয়ৈ জীয়েকজনীক গল-গ্ৰহ কৰি তেওঁলোকে এৰি থৈ যাব লাগিব। লক্ষ্মীনাথে-বা ভৱিষ্যতে কি ৰূপ ধাৰণ কৰে তাক কোনে জানে? এটা বিষয়ে কোনো সন্দেহ নাই যে ৰম্ভা চিৰকাল আবিয়ৈ হৈ থাকিবলৈ হ'লে ভবিষ্যতে ভায়েকহঁতৰ সংসাৰত তাইৰ স্থান আশ্ৰিতা দাসীৰ বাহিৰে আন একো নহ'ব; তেওঁৰ পৰম আদৰৰ বৰ জীয়েকৰ তেনে এটা ভৱিষ্যত কল্পনা কৰিয়েই শিৱনাথৰ আমঠু ক'লা পৰি যায়। সকলো কথা ভাবি-চিন্তি শিৱনাথে মনে মনে ৰম্ভাৰ কাৰণে এটা দৰা বিচাৰিবলৈ ধৰিলে।

ওচৰে-পাঁজৰে দৰা বিচাৰিবলৈ শিৱনাথৰ কোনো উপায় নাই। প্ৰথম কথা, সেই অঞ্চলত শিৱনাথৰ সমকক্ষ কোনো এঘৰ মানুহ নাই। দ্বিতীয়তে, ওচৰ-চুবুৰীয়া সকলো মানুহেই ৰম্ভাযে এচকুৰা আৰু এলাগী সেই কথা জানে। তেওঁ জালখন অলপ বহলাই পেলালে। শিৱনাথৰ আন নহ'লেও নাম-যশস্যা আৰু বংশ-মৰ্য্যাদা আছে। তাৰ আকৰ্ষণত জেঠৰপৰা কাতিৰ ভিতৰত দূৰণিৰ তিনি-যোৰা মানুহে অতি আগ্ৰহ কৰি ছোৱালী চাবলৈ আহিল। কিন্তু আহিবৰ সময়ত মানুহবোৰে যি আগ্ৰহ কৰি শিৱনাথৰ ঘৰৰ লগত বৈবাহিক সম্পৰ্ক স্থাপন কৰিবলৈ আহিছিল, ছোৱালী দেখাৰ পাছত কাৰো মুখত আৰু সেই আগ্ৰহ বাকী নাথাকিল। শিৱনাথৰ ঘৰৰপৰা বিদায় ল'বৰ সময়ত প্ৰত্যেকেই ভদ্ৰতা কৰি ক'লে—তেওঁলোকে ঘৰলৈ ঘূৰি গৈ বংশ-পৰিয়ালৰ লগত আলোচনা কৰি কিবা এটা সিদ্ধান্ত জনাব। শিৱনাথে চিঠিৰ আশাত দিনৰ পাছত দিন বাটলৈ চাই বহি ৰ'ল, কিন্তু তেওঁ আশা কৰা চিঠিখন আৰু কোনোদিন নাহিল।

ৰম্ভাৰ বিয়াৰ কথাকে ভাবি-গুণি থাকোঁতে শিৱনাথে এদিন আতংকিত হৈ আৱিষ্কাৰ কৰিলে যে তেওঁ নিজেও কোনোদিনে ৰম্ভাৰ বিয়া হ'ব বুলি নিশ্চিত ভাবে আশা কৰা নাই, এটা গোপন নিৰাশা আৰু ভয় তেওঁ মনৰ ভিতৰত বহুদিন সংগোপনে লালন কৰি আহিছে।

তিনিখনকৈ বিয়া ভগাৰ পাছত নতুনকৈ চেষ্টা কৰিবলৈকে তেওঁৰ মনত সাহস নোহোৱা হৈ পৰিল। ৰন্তাৰ কোনোদিনে বিয়া নহ'ব—এই চিন্তাই গৌৰীনাথৰ বিচ্ছেদতকৈয়ো তেওঁৰ মনক বেছিকৈ ক্ষত-বিক্ষত কৰিবলৈ ধৰিলে। এইবোৰ কথাকে চিন্তা কৰি তেওঁ এদিন কাতি-মাহৰ আবেলি পৰত বিষণ্ন মুখেৰে বহি আছে, এজাক বৰষুণৰ পাছত জুকলি-জুপুৰি হৈ থকা ভঁৰালৰ কাষৰ জিকা ডালৰ ফুলবোৰত আবেলিৰ করুণ হালধীয়া পোহৰবোৰ পৰি এটা অপাৰ্থিব বিষণ্নতাৰ সৃষ্টি কৰিছে, মাজে মাজে সেইফালে চকু পৰি শিৱনাথৰ মনটো কিবা এটা আশ্ৰয়ৰ সন্ধানত অতীতৰ স্মৃতিৰ জগতলৈ উৰি গৈছে, ঠিক তেনে সময়তে শিৱনাথৰ ঘৈণীয়েক ভিতৰৰপৰা ওলাই আহি তেওঁৰ ওচৰত থিয় হ'লহি। ঘৈণীয়েকৰ মুখৰ ভংগী দেখিয়েই শিৱনাথে বুজিলে যে তেওঁৰ কিবা এটা বিশেষ কথা ক'ব লগা আছে। ঘৈণীয়েকৰ ফালে চাই শিৱনাথে সুধিলে, 'কি হ'ল ?'

ঘৈণীয়েকে মুঢ়া এটা টান মাৰি লৈ বহি কিছু সময় অৰ্থ-পূৰ্ণভাবে নীৰৱ হৈ থাকিল। শিৱনাথ ঘৈণীয়েকৰ এইবোৰ ভাব-ভংগীৰ লগত ভালভাবে পৰিচিত। কিবা এটা গুৰুত্বপূৰ্ণ কথা ক'ব লগা হ'লেই তেওঁ প্ৰথমতে নীৰৱতাৰ এটা ভূমিকা আৰম্ভ কৰে। শিৱনাথে কৌতূহল দমন কৰি ধৈৰ্য্য কৰি অপেক্ষা কৰি ৰ'ল। বেছ কিছু সময়ৰ মূৰত ঘৈণীয়েকে মাত লগালে, 'আজি ঠানুৰামৰ মাক আমাৰ ঘৰলৈ আহিছিল।'

ঠানুৰামৰ মাক অহাটো কি এনে এটা গুৰুত্বপূৰ্ণ খবৰ একো বুজিব নোৱাৰি শিৱনাথে সপ্ৰশ্ন দৃষ্টিৰে ঘৈণীয়েকৰ মুখলৈ চাই ৰ'ল।

ঘৈণীয়েকে আকৌ ক'বলৈ ধৰিলে, 'ৰন্তাৰ কাৰণে তেওঁ এটা বিয়াৰ প্ৰস্তাৱ লৈ আহিছিল।'

শিৱনাথৰ নিৰ্বিকাৰ মনোভাব এইবাৰ সম্পূৰ্ণ সলনি হৈ পৰিল। খুব আগ্ৰহ কৰি তেওঁ সুধিলে, 'বিয়াৰ প্ৰস্তাৱ ? কাৰ ঘৰত ?'

ঘৈণীয়েকে কওঁ-নকওঁ কৰি কলে, 'মানুহ ঘৰৰ নামটো শুনি আপোনাৰ একো ভাল নালাগিব। কিন্তু মানুহে অৱস্থা বুজি কাম

কাম কৰিব লাগে। আমাৰ ছোৱালী কেনেকুৱা—সেইটোওতো চাব লাগিব। এতিয়া ভাল-বেয়া বিচাৰ কৰাতকৈ ছোৱালীজনী কেনেকৈ এঠাইত গতাব পাৰি সেইটোহে আমি চিন্তা কৰিব লাগে।'

শিৱনাথ অধৈৰ্য্য হৈ উঠিল। অলপ খঙেৰে তেওঁ ক'লে, 'তোমাৰ পাতনিখন এৰাচোন। কাৰ ঘৰৰপৰা বিয়াৰ প্ৰস্তাৱ আহিছে আগতে সেইটো নোকোৱা কিয়? আমাৰ ঘৰলৈ ঠানুৰামৰ মাকে বিয়াৰ প্ৰস্তাৱ আনিব পৰা মানুহনো এই অঞ্চলত কোন আছে?'

'সেয়া, মই একো ক'বলৈ নৌ পাওঁতেই আপোনাৰ খং উঠিলেই নহয়'—ঘৈণীয়েকৰ মাততো খঙৰ আভাস ফুটি উঠিল—'খং নকৰিব, অলপ ধৈৰ্য্য কৰি শুনক। লালুৱা বুঢ়াৰ পুতেক কনক আজি-কালি বোলে ডাঙৰ ঠিকাদাৰ হৈছে। এখন জীপ গাড়ীও কিনিছে। সেই কনকেই বোলে আমাৰ ৰত্নাক বিয়া কৰিব খোজে।'

ঘৈণীয়েকৰ কথা শেষ হ'বলৈ শিৱনাথে কোনোমতে ধৈৰ্য্য ধৰি বাট চাই আছিল। তেওঁৰ কথা শেষ হোৱাৰ লগে লগেই শিৱনাথে ভৰি এখন চকীৰ পৰা নমাই পোন হৈ বহি খঙেৰে প্ৰায় চিঞৰি উঠিল—'তুমি, তুমি পাগল হৈছানেকি? আকাল হ'ল বুলি মানুহে গৰু খায় নেকি? এনে কথা আজিয়েই যি কলা কলা, আৰু যেন তোমাৰ মুখত এনেকুৱা কথা নুশুনো। কনক ঠিকাদাৰলৈ মোৰ ছোৱালী বিয়া দিয়াতকৈ তাইক মই টুটুকুৰাকৈ কাটি ম'হঘুলিত উটুৱাই দিম।'

শিৱনাথৰ ঘৈণীয়েকৰ মুখৰ ভাব দেখি বুজা গ'ল—গিৰিয়েক এনেকৈ জাঙুৰ খাই উঠিব বুলি তেওঁ প্ৰস্তুত হৈয়েই আহিছিল। কিছু সময় নীৰৱ হৈ থাকি তেওঁ আকৌ ক'লে, 'মানুহেতো এনেকৈ সৰুৰপৰাই ডাঙৰ হয়। একে পুৰুষতেনো কোন মানুহ ৰজা বা ডাঙৰীয়া হৈ ওপজে? কনক ঠিকাদাৰৰ এতিয়া নদন-বদন অৱস্থা। মানুহে কথাতে কয়—একালৰ বৃন্দাবন একালত পৰে ছন। যিহে দিনকাল পৰিছে, আগৰ ডাঙৰ মানুহবোৰ এতিয়া সৰু হৈছে, সৰু মানুহবোৰেই ডাঙৰ মানুহ হৈছে। ম'হঘুলিত এতিয়া আপোনাতকৈ কনক ঠিকাদৰকহে মানুহে ডাঙৰ মানুহ বুলি ভাবে। তাহানিখন চহৰৰপৰা কোনোবা

ডাঙৰ মানুহ আহিলেই পোনেই আপোনাৰ ঘৰতহে উঠিছিলছি। এতিয়া জানো কোনোবা আছে? সকলো মানুহ দেখোন কনক ঠিকাদাৰ বা ৰেব মহাজনৰ ঘৰতহে আলহী হয়গৈ। আপুনি কথাটো ভালকৈ ভাবি চাওক। ছোৱালীজনী চিৰকাল আবিয়ৈ হৈ থকাতকৈ কনকৰ লগত বিয়া হোৱাটোত মই একো বেয়া নেদেখোঁ। আন একো ন'হলেও তাৰ ভাত-ভঁৰালৰ অভাৱ নাই, ছোৱালীজনী সুখত থাকিব পাৰিব।'

শিৱনাথে প্ৰথমৰ খং ভাবটো দমন কৰি শান্ত হৈ ক'বলৈ চেষ্টা কৰিলে, 'মই আকৌ একেটা কথাকে কওঁ, আকাল হ'ল বুলি মানুহে গৰু নাখায়। তুমি আজি এইষাৰ কথা ক'ব পাৰিছা, কাৰণ কনকৰ বাপেক লালুৱা যেতিয়া এইখন ঘৰত চাকৰ আছিল, তুমি তেতিয়া বোৱাৰী হৈ অহা নাই। হাল বাই দুপৰীয়া ঘৰলৈ আহি সি যেতিয়া বাহিৰৰ পিৰালীত মাটিতে লেপেটা কাঢ়ি বহি লৈ জলপান খাইছিল আৰু জলপানৰ বাটিটো নিজে কুঁৱাৰ পাৰলৈ নি ধুই আনিছিল—সেই দৃশ্য তুমি দেখা নাই। এতিয়া অৱশ্যে শুনিছোঁ—পুতেকৰ জহত লালুৱা বুঢ়াও বোলে ভদ্ৰলোক হৈছে। ভৰিত কেনভাচৰ জোতা পিন্ধি কান্ধত চাদৰ ওলোমাই লৈ ভদ্ৰলোকটো হৈ ঘূৰি ফুৰে। তুমি এতিয়া এইটো বিচাৰানেকি যে সি বিয়ৈ হৈ জোতা পিন্ধি মোৰ ঘৰলৈ আহক আৰু মোৰ সমুখতে ঠেঙৰ ওপৰত ঠেং তুলি চকীত বহি মোৰ লগত সমানে সমানে কথা পাতক? যুগৰ ধৰ্ম মানি বহুত কথা চকু-কাণ মুদি সহ্য কৰিছোঁ, কিন্তু মই দেহত প্ৰাণ থকালৈকে লালুৱা বুঢ়াক বিয়ৈ বুলি সমানে সমানে চকীত বহুৱাই কথা পাতিব নোৱাৰিম; সিমানখিনি তুমি মোৰপৰা আশা নকৰিবা। লাগিলে মোৰ ছোৱালী চিৰকাল আবিয়ৈ হৈয়ে থাকক। মোৰ ছোৱালীয়ে দেখিবলৈ এলাগী, চকু এটা কণা, সেই কথা জগতে জানে। তেনে স্থলত কনকৰ নিচিনা ন-ধনী ফিট্-ফাট্ ডেকা এটাই মোৰ ছোৱালী কিয় বিয়া কৰিবলৈ ওলাইছে সেই কথা তুমি এবাৰো ভাবি চাইছানে? তাৰ ধন হৈছে, এতিয়া মান লাগে। মোৰ ছোৱালী বিয়া কৰি সি জাতত উঠিবলৈ মন কৰিছে।

ধনৰ অহংকাৰত লালুৱা বুঢ়ায়ো বিচাৰে—যিখন ঘৰত সি এদিন গোলাম আছিল, যাৰ ঠাই আছিল মাটিত, এতিয়া মোৰ সমানে সমানে তাৰ ঠাই হওক চকীত। সেইটো মই কেতিয়াও হবলৈ নিদিছোঁ। লাগে ভাল মানুহৰ ঘৰৰ ভিকছুলৈকে মই ছোৱালী বিয়া দিম, তথাপি মোৰ গোলামক লাখপতি হ'লেও মই বিয়ৈ বুলি গ্ৰহণ নকৰোঁ। এই কথা মোৰ আগত আৰু তুমি পুনৰ কেতিয়াও নুতুলিবা।'

শিৱনাথৰ ঘৈণীয়েকে বুজিলে, পুবৰ বেলি পশ্চিমে ওলাব পাৰে, কিন্তু গিৰিয়েকৰ কথাৰ লৰ-চৰ নহয়। তেওঁৰ মনত বৰ আশা আছিল যে কনকৰ লগতেই ছোৱালীজনীৰ বিয়াখন হওক; যাচি দিলেও আন কোনেও তাইক বিয়া কৰিবলৈ অহা নাই, কিন্তু নিজে উপযাচি বিয়া কৰিবলৈ আগ বাঢ়িছে। আৰু জানো ৰস্তাৰ কাৰণে উপযাচি কোনোবা দৰা ওলাব? তেওঁ বুজিলে যে চিৰকাল আবিয়ৈ হৈ থকাৰ বাহিৰে ৰস্তাৰ আৰু আন কোনো গতি নাই। তেওঁ লাহে লাহে ভিতৰলৈ সোমাই গ'ল, আৰু দুৱাৰৰ চুকত থিয় হৈ নীৰৱে চকু-পানী মোহাৰিবলৈ ধৰিলে।

শিৱনাথে একে ঠাইতে স্তব্ধ হৈ বহি থাকিল। ঘৈণীয়েক উঠি যাওঁতেই তেওঁৰ বুকু ভেদি বাহিৰ হৈ অহা এটা অস্ফুট দীঘল হুমুনিয়াহ তেওঁৰ কাণত পৰিছিল, দুৱাৰ-মুখখন পাৰ হৈয়েই তেওঁযে নীৰৱে চকু-পানী টুকিছে সেই কথাও শিৱনাথে অনুমান কৰিলে। হাজাৰ হওক জননীৰ হৃদয়, গৰ্ব-অহংকাৰ বা বংশ-মৰ্য্যাদাৰ বিবেচনাতকৈ নিজৰ সন্তানৰ সুখ-শান্তি আৰু ভৱিষ্যতেই তেওঁৰ মনত বেছি ডাঙৰ কথা। ঘৈণীয়েকৰ দুখত শিৱনাথে নিজৰ হৃদয়খনো ভাগি যোৱা যেন অনুভৱ কৰিলে; কিন্তু ঘৈণীয়েকৰ প্ৰস্তাৱত সন্মত হ'বলৈ তেওঁ কোনোমতেই নিজৰ মনক বুজনি দিব নোৱাৰিলে। সংসাৰত বেলেগ মানুহে বেলেগ বেলেগ বস্তু বিচাৰে; কোনোৱে বিচাৰে ধন, কোনোৱে বিচাৰে মান, কোনোৱে ক্ষমতা-প্ৰতিপত্তি, কোনোৱে শান্তি। শিৱনাথে আজন্ম-কাল ম'হঘুলিৰ ক্ষুদ্ৰ জগতখনত মান-মৰ্য্যাদাৰ উচ্চতম শিখৰত অকলে বিৰাজ কৰিছে, সেই সু-উচ্চ চূড়াত তেওঁ নিৰ্জন আৰু নিঃসংগ।

তেওঁৰ কাৰণে সেই মৰ্য্যাদাই জীৱনৰ প্ৰধানতম লক্ষ্য আৰু সাৰ্থকতা। সেই মৰ্য্যাদাৰ অবিহনে জীৱন অতি ৰিক্ত আৰু অৰ্থহীন। নিজৰ বা পৰিয়ালৰ সুখ-শান্তিৰ বিনিময়তো তেওঁ সেই মৰ্য্যাদাক বিসৰ্জন দিবলৈ প্ৰস্তুত নহয়।

শিৱনাথে নিজৰ ভাবত গভীৰভাবে মগ্ন হৈ আছিল, এনেতে গাৰ নিচেই কাষতে ৰম্ভাৰ মাত শুনি তেওঁ চঁক খাই উঠিল। তাই দেউতাকে ভৰি-হাত ধুবৰ কাৰণে গৰম-পানী লৈ আহিছে। পানীৰ বাল্টিটো মাটিত আৰু গামোচাখন দেউতাকৰ কান্ধত থৈ তাই মাত লগালে— 'দেউতা, ভৰি-হাত ধোৱা, তোমাৰ গোসাঁই-ঘৰত সোমাবৰ সময় হৈছে।'

পানীখিনি থৈ ৰম্ভাই ভিতৰলৈ যাবলৈ খোজ লৈছিল, এনেতে শিৱনাথে মাত লগালে—'আই—'

ৰম্ভা থমকি ৰ'ল।

শিৱনাথৰ মাতটো এনে নাটকীয় ভাবে আবেগ-ময় হৈ ওলাল যে তেওঁ নিজেই বৰ অপ্ৰস্তুত হৈ পৰিল। বোধহয় ৰম্ভাও।

শিৱনাথৰ ক'বলৈ একো কথা নাছিল। দুৰ্ভাগ্যই দংশন কৰি চিৰকালৰ কাৰণে অভিশপ্ত কৰি থৈ যোৱা ছোৱালীজনী—যাৰ বিয়া হোৱাৰ একমাত্ৰ সম্ভাৱনাকো তেওঁ আজি নষ্ট কৰি দিলে, আৰু ফলত তাইৰ মূৰৰ ওপৰত নতুনকৈ জাপি দিলে চিৰ-নিঃসংগতাৰ অভিশাপ— তাইক বুকুত সাবটি ধৰি এবাৰ আলফুলকৈ মৰম কৰিবলৈ তেওঁৰ মন গ'ল। কিছুদিনৰপৰা তাই বুজিবলৈ আৰম্ভ কৰিছে যে, তাই মাক-বাপেকৰ দুশ্চিন্তাৰ কাৰণ আৰু গল-গ্ৰহ হৈ পৰিছে। সেই কাৰণে তাই আজি-কালি অতিশয় সংকুচিত হৈ ফুৰে, যিমান পাৰে তাই নিজেকে মাক-বাপেকৰ চকুৰপৰা আঁৰ কৰি ৰাখিবলৈ চেষ্টা কৰে। শিৱনাথে পিতৃৰ হৃদয়েৰে সেই কথা বুজি পায়। আন্ধাৰতে তেওঁ জীয়েকৰ ফালে কিছু সময় চাই ৰ'ল, আৰু মুহূৰ্ত্ততে তেওঁৰ চকুৰ আগত তাইৰ সমস্ত অতীত জীৱনৰ চিত্ৰবোৰ ভাহি উঠিল।

পাঁচ বছৰমান বয়সলৈকে তাই আছিল পুতলাৰ নিচিনা এজনী ধুনীয়া মৰমলগা ছোৱালী, বাটৰ বাটৰুৱায়ো তাইক দেখিলে এবাৰ

কোলাত লৈ মৰম কৰি যায়। তাৰ পাছত হ'ল তাইৰ সেই কালান্তক বেমাৰটো, আৰু প্ৰাণে নামাৰিলে যদিও সি চিৰ-কালৰ কাৰণে তাইক কৰি থৈ গ'ল কদাকাৰ আৰু বীভৎস! তাই ডাঙৰ হোৱাৰ পাছত শিৱনাথে বহুত দিন চুৰকৈ লক্ষ্য কৰিছে—স্কুললৈ বা আন কোনোবা ঠাইলৈ যাবলৈ ওলাই তাই যেতিয়া আয়নাৰ সমুখত থিয় হৈ মূৰ আঁচোৰে, খন্তেকৰ কৰেণে তাই আনমনা হৈ যায়, নিজৰ কু-ৰূপৰ উপলব্ধিয়ে তাইৰ মুখলৈ নমাই আনে গভীৰ বিষাদৰ ছায়া। এটা গোপন হুমুনিয়াহ তাইৰ বুকু ভেদি ওলাই আহে, জুইৰ লেলিহান শিখাৰদৰে সি শিৱনাথকো চেলেক মাৰি যায়। ঠিক এই মুহূৰ্ত্ততো তেওঁ তেনে এটা জুইৰ চেলেক অনুভৱ কৰিলে, তেওঁৰ কলিজাৰ কোনোবা এটা অংশ পোৰণিৰ যন্ত্ৰণাত চটফটাই উঠিল। শিৱনাথে একো নোকোৱা দেখি ৰন্তাই আকৌ মাত লগালে, 'মোক কিবা ক'ব খুজিছিলা দেউতা?'

'একো নহয় আই, তুমি ভিতৰলৈ যোৱা। বৰ গৰম লাগিছে, মই অলপ পাছতহে গোসাঁই-ঘৰলৈ যাম।'

ৰন্তা ভিতৰলৈ সোমাই গ'ল।

গধূলিৰ অন্ধকাৰ গাঢ়তৰ হৈ আহিল। অলপ পাছতে গাঁৱৰ নাম-ঘৰত ডবাৰ কোব পৰিল। নামঘৰৰ ডবাৰ শব্দ শুনিলেই হাত-যোৰ কৰি ঈশ্বৰৰ নাম লোৱা শিৱনাথৰ চিৰকালৰ অভ্যাস; কিন্তু সেইদিনা ডবাৰ শব্দ শিৱনাথৰ কাণতেই নোসোমাল। ৰন্তাৰ চিন্তাতেই তেওঁৰ মনটো সমূলি মগ্ন হৈ থাকিল। মই জানো এইটো ভাল কাম কৰিলো?—শিৱনাথে নিজকে নিজে প্ৰশ্ন কৰিলে—চিৰকাল আবিয়ৈ হৈ থকাতকৈ কনকৰ লগত তাইৰ বিয়া হোৱাটো ইমান সাংঘাতিক বেয়া কথা হ'লহেঁতেননে? কনকৰ স্বাস্থ্য ভাল, চেহেৰা ভাল, ৰন্তাৰ তুলনাত সি এটা ৰাজ-পুত্ৰ। তদুপৰি সংসাৰত তাৰ খোৱা-জীয়াবো লক্ষণ আছে; অতি টোকোনা অৱস্থাৰপৰা সি কেৱল নিজৰ বুদ্ধি আৰু চেষ্টাৰ জোৰত এই কুমলীয়া অৱস্থাতে সমাজত এটা লেখত ল'বলগীয়া মানুহ হৈ উঠিছে। সাধাৰণ অৱস্থাত ৰন্তাৰ নিচিনা এজনী

কুৰূপা আৰু বিকলাংগ ছোৱালীয়ে কনকক স্বামী হিচাপে পোৱাৰ কথা সপোনতো চিন্তা কৰিব নোৱাৰিলেহেঁতেন। কনক নিশ্চয় ৰম্ভাতকৈ হাজাৰ গুণে বেছি ভাল এজনী ছোৱালী পোৱাৰ যোগ্য। কিন্তু লেঠা হ'ল সেইখিনিতেই ; কনকে কেৱল এজনী বৈণীয়েক বিচৰা নাই, সি বিচাৰিছে সমাজত নতুন মৰ্য্যাদাৰ আসনত উঠিবলৈ এডাল জখলা। যি-শিৱনাথৰ ঘৰত কনকৰ বাপেক আছিল এদিন গোলাম, সেই শিৱনাথৰ জীয়েককে বিয়া কৰাই সি বিচাৰিছে প্ৰতিশোধ লোৱাৰ এটা সুযোগ।

কিন্তু মই কি বিচাৰিছোঁ? —শিৱনাথে নিজকে আকৌ প্ৰশ্ন কৰিলে—মোৰ অভিশপ্তা বিকলাংগী কন্যাৰ বিয়া হোৱাৰ একমাত্ৰ সুযোগ নষ্ট কৰি মই কি পাবলৈ বিচাৰিছোঁ? মই বিচাৰিছোঁ মোৰ মৰ্য্যাদা অক্ষুণ্ণ ৰাখিবলৈ, মই বিচাৰিছোঁ মোৰ মৰ্য্যাদাৰ বেদীত মোৰ কন্যাৰ সুখ-শান্তি আৰু ভৱিষ্যত বলি দিবলৈ। হঠাতে শিৱনাথে আৱিষ্কাৰ কৰিলে—কনক আৰু তেওঁৰ মাজত আন বহুতো অমিল বা পাৰ্থক্য থাকিব পাৰে ; কিন্তু—কিন্তু অন্ততঃ এটা বিষয়ত দুয়োৰে ভীষণ মিল, মৰ্য্যাদাৰ নিষ্ঠুৰ দেৱতাৰ বেদীত দুয়ো সমান আসনতে বহি জীৱনৰ আন বহুতো সম্পদ, বহুতো সুখ-শান্তি বলি দিবলৈ প্ৰস্তুত।

শিৱনাথৰ বৈণীয়েকে ভিতৰৰপৰা ওলাই আহি দুৱাৰমুখত থিয় হৈ মাত লগালে, 'আজিনো হ'ল কি আপোনাৰ? সাঁজ লাগি ভাগিবৰ হ'ল, গোসাঁই-ঘৰলৈ নাযায়নেকি?'

শিৱনাথে বৈণীয়েকৰ কথাৰ একো উত্তৰ নিদিলে। গোসাঁই ঘৰলৈ যাবলৈকো তেওঁ মনৰ মাজত বিশেষ একো ব্যস্ততা বা আগ্ৰহ অনুভৱ নকৰিলে। কেৱল এই নিৰ্মম উপলব্ধিৰ মাজত তেওঁ স্তব্ধ হৈ বহি থাকিল যে গোটেই জীৱন ধৰি তেওঁ আচলতে এজন দেৱতাৰেই পূজা কৰি আহিছে, সেইজন হ'ল মৰ্য্যাদাৰ দেৱতা।

॥ ১ ॥

গুৰে জীৱন ধৰি শিৱনাথে কেৱল এটা কামেই কৰি আহিছে, সেইটো হৈছে চ'ৰা ঘৰৰ পিৰালীত চকী এখন পাৰি বহি থকা। তেওঁ যেন নিজে জীৱন-নাটকৰ এজন অংশীদাৰ নহয়, তেওঁ কেৱল এজন দৰ্শক। ৰাতিপুৱা তেওঁ পিৰালীত নিজৰ নিৰ্দিষ্ট আসনখনত বহাৰ লগে লগে পূবত সূৰ্য্য উঠি আহে, আৰু লগে লগে উত্তোলিত হ'বলৈ ধৰে পৃথিবীৰ ৰঙ্গ-মঞ্চৰ বিশাল আঁৰ-পটখন। তাৰ পাছত এটাৰ পছাত এটাকৈ দৃশ্যৰ পাছত দৃশ্য উন্মোচিত হ'বলৈ ধৰে, পুৱাৰ কোমল সোণালী ৰ'দে ক্ৰমে ক্ৰমে ৰুক্ষ ৰূপালী ৰং ধৰে, গোহালিৰপৰা গৰুবোৰ পথাৰলৈ বুলি ওলাই যায়, সমুখৰ আলিবাটত গাঁৱৰ পৰিচিত মানুহবোৰৰ চলাচল আৰম্ভ হয়, কেতিয়াবা আকাশ মেঘে ঢাকি ধৰে, কেতিয়াবা মূষল-ধাৰেৰে বৰষুণ আহে, জেঠ-আহাৰ মাহত অদূৰৰ এজাৰ গছ কেইজোপা নতুনকৈ সিঁচা শালিধানৰ কঠীয়া খাবলৈ অহা ভাটৌ চৰাইৰে ভৰি পৰে, ৰৌদ্ৰ-দগ্ধ নিস্তব্ধ দুপৰীয়া গুচৰৰে জেওৰাখনৰ ওপৰত বহি কাউৰী কেইটামানে তৃষ্ণাৰ্ত কণ্ঠেৰে কা কা কৰি থাকে, আহিন-কাতি মাহত তেওঁৰ চোতালখনতে বালিমাহী কেইটমানে দেও দি থাকে, কেতিয়াবা তেওঁৰ পদূলিয়েদি দ্ৰুত পদেৰে কোনোবা মানুহ তেওঁৰ ঘৰলৈ সোমাই আহে বা আন কোনোবাই আলিবাটৰপৰাই তেওঁক চিএঞৰি মাত লগাই যায়, ৰ'দৰ তেজ লাহে লাহে কমি আহে, আবেলি হয়, পিছফালৰ বাঁহনিখনৰপৰা হুতু এটাই কৰুণ বিষণ্ন মাতেৰে হুতু হুতুকৈ মাতিবলৈ আৰম্ভ কৰে, তেওঁৰ সমুখত আকাশেদি চৰাইবোৰ পশ্চিমৰ ফালে উৰি যায়, লাহে লাহে এটা-দুটাকৈ গৰুবোৰ গোহালিলৈ আহিবলৈ আৰম্ভ কৰে আৰু সিহঁতৰ খোজৰ ধূলিয়ে ধূসৰ কৰি অনা গাঁৱৰ আলিবাটেদি এখোজ এখোজকৈ আগ বাঢ়ি আহে

চিৰকালৰ পৰিচিত গধূলি। পৃথিবীৰ আন সকলো মানুহ কামলৈ বুলি ওলাই যায় বা কামৰপৰা ঘূৰি আহে, উৎসৱত যোগ দিয়ে, কাজিয়া কৰে, সমাজৰ কামত ঘূৰে, উত্তেজনাৰ সন্ধানত ঘূৰে; কিন্তু শিৱনাথে সেইবোৰ একো নকৰে;

তেওঁ কেৱল বহি থাকে, আৰু তেওঁৰ দৃষ্টিৰ দিগন্তৰ দ্বাৰা পৰিবেষ্টিত ক্ষুদ্ৰ জগতখনৰ চিৰ-পৰিচিত নাটকখনৰ দৃশ্যবোৰ চাই থাকে। কেতিয়াবা হয়তো বহুদিন ধৰি একেবোৰ দৃশ্যৰে পুনৰাভিনয় হয়, তেতিয়া তেওঁ বিৰক্তিত দীঘল দীঘলকৈ হামি কাঢ়ে বা চকু মুদি কিবা-কিবি কথা ভাবিবলৈ বা কিতাপ পঢ়িবলৈ চেষ্টা কৰে। কিন্তু জীৱনে কেতিয়াবা অন্তহীন ক্লান্তিকৰ গতানুগতিকতাৰ মাজত হঠাতে সামান্য বৈচিত্ৰ্যৰ আয়োজন কৰে। তেওঁৰ ঘৰৰ আগৰ আলিবাটেদি কেতিয়াবা উলাহত নাচি-বাগি বিয়াৰ সমদল যায়, কেতিয়াবা হিয়া-ভগা কান্দোনৰ কোলাহল তুলি যায় শৱ-যাত্ৰা; কেতিয়াবা বতাহত গছৰ পাত এখিলাও নকঁপাকৈ প্ৰকৃতি নিথৰ আৰু নিস্তব্ধ হৈ ৰয়, কেতিয়াবা ধুমুহাত অৰণ্যানীৰ কেশ-দাম নচুৱাই প্ৰকৃতিয়ে উন্মাদিনীৰ ৰূপ ধৰে। অভ্যস্ততাৰ ক্লান্তি আৰু মালিন্য দূৰ কৰা যি কোনো বৈচিত্ৰ্যই শিৱনাথক পুলকিত কৰি তোলে, জীয়াই থকাৰ মাজত তেওঁ নতুন আনন্দ আৰু উত্তেজনা বিচাৰি পায়।

একেবোৰ পৰিচিত দৃশ্য চাই চাই আমনি লাগিলে তেওঁ চকু মুদি মুদি কিছু সময়ৰ কাৰণে অতীতৰ স্মৃতিৰ জগতখনত বিচৰণ কৰি আহেগৈ, নাকেৰে কিবা-কিবি গোন্ধ ল'বলৈ বা পাবলৈ চেষ্টা কৰে, কাণেৰে শুনিবলৈ চেষ্টা কৰে তেওঁৰ প্ৰিয় কেতবোৰ শব্দ। শিৱনাথ গন্ধ-বিলাসী মানুহ, কিন্তু শব্দও তেওঁ ভাল পায়। দৃশ্যই তেওঁক আমনি লগালে চকু মুদি মুদি তেওঁ কেতবোৰ মধুৰ পৰিচিত শব্দৰ কাৰণে উৎকৰ্ণ হৈ ৰয়। পিছফালৰ পথাৰখনত গৰুৰ হেম্বেলনিৰ শব্দ, ম'হৰ ডিঙিৰ ঘণ্টাৰ শব্দ, জেঠৰ দুপৰীয়া বাঁহ গছৰ কেৰ্‌কেৰণিৰ শব্দ, নৈৰ পাৰত বতাহে কোবোৱা ঝাউবন বা কঁহুৱাৰ হো-হোৱনিৰ শব্দ—বা কেতিয়াবা দূৰ অতীতৰপৰা ভাহি অহা গৰখীয়াৰ পেঁপাৰ মাত,

নাৱৰীয়াৰ কণ্ঠত বনগীতৰ দীঘল করুণ উকি, বাৰিষাৰ প্ৰথম ন-পানী পাই গোটেই ৰাতি পথাৰৰ বামুণ ভেকুলীবোৰৰ টোৰ-টোৰনিৰ শব্দ।

গোটেই দিনটো একঠাইতে বহি থাকি থাকি গধূলি নামি অহাৰ লগে লগে শিৱনাথে যিটো শব্দৰ কাৰণে মধুৰ প্ৰতীক্ষাত বহি থাকে, সেইটো হৈছে গাঁৱৰ নামঘৰত ডবা কোবোৱাৰ শব্দ। মনত পৰাৰে পৰা জীৱনৰ প্ৰায় অৰ্ধ শতাব্দী কাল তেওঁৰ এই দৈনন্দিন কাৰ্য্যসূচীৰ বিশেষ একো ব্যতিক্ৰম হোৱা নাই। নামঘৰত ডবাৰ কোব পৰাৰ লগে লগেই গোটেই গাঁওখনলৈ এটা শান্ত নীৰৱতা নামি আহে; নিশাচৰ কীট-পতংগৰ চিঞৰ আৰু কাৰো কাৰো ঘৰত ল'ৰা-ছোৱালীৰ কান্দোনৰ বাহিৰে আন একো শব্দই গাঁৱৰ এই নীৰৱতা বিঘ্নিত নকৰে।

কিন্তু আজি কেইবছৰ মানৰ পৰা গাঁৱৰ এই চিৰ-পৰিচিত আৰু অপৰিৱৰ্তনীয় পৰিৱেশত কেতবোৰ অভাৱনীয় আৰু আকস্মিক পৰিৱৰ্তন ঘটিবলৈ আৰম্ভ কৰিছে। গধূলি হোৱাৰ লগে লগে এতিয়াও নামঘৰত ডবাৰ কোব পৰে, কিন্তু ডবাৰ শব্দক তল পেলাই এশগুণ জোৰেৰে বাজি উঠে মাইকত ৰেডিঅ'ৰ হিন্দী চিনেমাৰ গান, আৰু ততোধিক জোৰেৰে বজাৰত জুম বন্ধা মাতালবোৰৰ চিঞৰ-বাখৰ আৰু হৈ-হুলস্থুল। যোৱা কেই বছৰ মানৰ আগতে ম'হঘুলি আৰু মহকুমাৰ সদৰ চহৰৰ মাজত এটা নতুন চৰকাৰী ৰাস্তা হ'ল, আৰু সেই ৰাস্তাইদি বাছ আৰু মটৰ গাড়ীও চলিবলৈ আৰম্ভ কৰিলে। লগে লগে বাহিৰৰপৰা অজস্ৰ মানুহ আহি ম'হঘুলি ভৰি পৰিল আৰু সি এখন সৰু-সুৱা চহৰত পৰিণত হ'ল। প্ৰায় দহ বছৰ মানৰ আগলৈকে ম'হঘুলিৰ বজাৰ-অঞ্চলত দোকান-পোহাৰ বুলিবলৈ আছিল তিনিখন মাৰোৱাৰীৰ গোলা আৰু স্থানীয় গাঁৱলীয়া মানুহৰ চাৰি-পাঁচখন মান তেল-নিমখ-বিড়ি-জুইশলাৰ সৰু সৰু দোকান। কিন্তু এতিয়া সেই ম'হঘুলিত চহৰীয়া ফেচনৰ কেৱল পাণ-চিগাৰেটৰ দোকানেই হৈছেগৈ বিছ-পঁচিছখন। ম'হঘুলিৰ আগৰ নিৰ্জন হাট-খোলাত এতিয়া বিৰ্‌ দি বাট পাবলৈ নাই; দোকানৰ ওপৰত দোকান, ঘৰৰ ওপৰত ঘৰ। গাঁৱৰ হাইস্কুলৰ মুখ দেখা আধা-কেচেলুৱা ডেকা

ল'ৰাবোৰবো বেছি ভাগেই ঘৰৰ খেতি-খোলাৰ কাম এৰি বজাৰত পাণৰ দোকান বা মণিহাৰী দোকান একোখন দি বহিছে, আৰু হাতলৈ দুটামান পইচা অহাৰ লগে লগে একোটা ঘড়ী আৰু একোযোৰ চার্ট-পেণ্ট কিনি 'বাবু' হ'বলৈ চেষ্টা কৰিছে। গাঁৱৰ যিবোৰ ল'ৰা—সিহঁতে যিমান পাৰে উচ্চ শিক্ষা লাভ কৰি চহৰলৈ গৈ সৰু-ডাঙৰ চাকৰিত সোমাইছে; যিবোৰে পঢ়া-শুনাত বেছি ওপৰলৈ উধাব পৰা নাই, সিহঁতে নাঙল এৰি ম'হঘুলিতে দোকান-পোহাৰ দি বাবুগিৰিৰ সোৱাদ ল'বলৈ চেষ্টা কৰিছে। আৰু সিহঁতে কেনেবাকৈ ধৰি লৈছে যে বাবুগিৰিৰ অন্যতম উপকৰণ হ'ল মদ। মাত্ৰ দহ-বাৰ বছৰৰ আগতে বিনোদে ফজলৰ দোকানত মদ খোৱাৰ অপৰাধত গাঁৱৰ মানুহে তাক এঘৰীয়া কৰিছিল। কিন্তু এই দহ বছৰৰ ভিতৰতে ব্ৰহ্মপুত্ৰৰ উন্মত্ত বান-পানীৰ দৰে আকস্মিক পৰিৱৰ্তনৰ প্ৰচণ্ড সোঁতে গাঁৱৰ সকলো শতাব্দী-প্ৰাচীন নীতি-নিয়মৰ আৰু সংস্কাৰৰ ভেটা ভাঙি এনে এটা প্লাৱনৰ সৃষ্টি কৰিলে যে আজি মদ খোৱাৰ অপৰাধত কাৰোবাক এঘৰীয়া কৰিবলৈ হ'লে গাঁৱৰ কোনো অস্তিত্বই নাথাকিব।

আজি গাঁওখনত এনে এটা ডেকা নাই—যি মদ নাখায়; এনে এঘৰ মানুহ নাই, য'ত মদপীৰ অত্যাচাৰে তাণ্ডৱ-লীলাৰ সৃষ্টি কৰা নাই।

আগতে গাঁৱৰ ডেকা ল'ৰাই গধূলি হ'লে নামঘৰলৈ গৈ ভাওনাৰ আখৰা কৰিছিল বা বায়নৰ ওচৰত গায়ন-বায়ন শিকিছিল; আন বহুতে হয়তো কোনোবা এঘৰত বহি কথাৰ মালিহা মাৰিছিল। এতিয়া গধূলি হোৱাৰ লগে লগেই গাঁৱৰ সকলো ডেকাই ফিট্-ফাট বাবুৰদৰে কাপোৰ-কানি পিন্ধি জুম বান্ধিগৈ বজাৰ-অঞ্চলত আৰু লগে লগে আৰম্ভ হয় মদ আৰু জুৱাৰ আড্ডা। শাৰী শাৰী পেট্ৰ'মাক্সৰ উজ্জ্বল পোহৰ, মাইকত বিকট ভাবে চীৎকৃত চিনেমাৰ গান, বহু-ভাষী বিভিন্ন মানুহৰ কথা-বাৰ্তাৰ ৰহস্যময় গুঞ্জন—এই সকলো মিলি সিহঁতৰ চেতনাত এনে এটা মোহাবেশৰ সৃষ্টিৰ কৰে যে এতিয়াও প্ৰকৃত চহৰৰ ভ্ৰূণ হ'বলৈ আৰম্ভ নকৰা ম'হঘুলিতে সিহঁতে মহানগৰীত কল্প-বাসৰ উত্তেজনা অনুভৱ কৰে। গাঁৱৰ যিবোৰ ডেকাই এদিন

মুখে মুখে বন-ঘোষা আৰু বিহু-গীত কৰিছিল, ভাওনাৰ বচন আৰু বিলাপ পাহৰি গ'লে মুখে মুখেই সেইবোৰ ৰচনা কৰি পদ পূৰাই ল'ব পাৰিছিল—সিহঁতৰ সেই সৃজনী-শক্তি আজি আৰু নাই ; চিৰকাললৈ সি হেৰাই গৈছে। আজি সিহঁতৰ মুখে মুখে ঘূৰে কেৱল চিনেমাৰ গান।

জীৱনৰ বহু বছৰ ধৰি গধূলিৰ যি প্ৰতীক্ষা শিৱনাথৰ কাৰণে আছিল মধুৰ আৰু পবিত্ৰ, আজি কেইবছৰ মানৰপৰা সিয়েই হৈ পৰিছে ভীষণ ত্ৰাস-সঞ্চাৰক। তাৰ কাৰণ কেৱল এই নহয় যে গধূলি হোৱাৰ লগে লগে তেওঁ নামঘৰৰ ডবাৰ শব্দৰ পৰিৱৰ্তে শুনিবলৈ পাব মাইকত চিনেমাৰ গান বা মদপীৰ বিকট চীৎকাৰ। তাতকৈ ডাঙৰ কাৰণ হ'ল—গধূলিৰ লগে লগে বজাৰত আন সকলো মদপীৰ কোলাহল তল পেলাই যাৰ চীৎকাৰ আটাইতকৈ ডাঙৰ হৈ গোটেই গাঁওখন ৰজন-জনাই যায়—সেইটো হ'ল তেওঁৰে কনিষ্ঠ পুত্ৰ লক্ষ্মীনাথৰ চীৎকাৰ।

যোৱা কেইবছৰমানৰ ভিতৰতে লক্ষ্মীনাথ ম'হঘুলিৰ আটাইতকৈ ডাঙৰ মদপী আৰু গুণ্ডাত পৰিণত হৈছে। হাইস্কুলৰ ষষ্ঠমান শ্ৰেণীতে তিনিবছৰ প্ৰমোশ্যন নোপোৱাকৈ থাকি সি স্কুল ত্যাগ কৰিলে। সেই ফুকলীয়া বয়সতে সি মদত ধৰিছিল ; শিৱনাথে কথাটো গম পাই যিমানে তাক শাসন কৰিবলৈ ধৰিলে, সিমানেই সি বেছি উদণ্ড আৰু শাসন নমনা হৈ পৰিল। সৰু হৈ থকা অৱস্থাত সি দেউতাকৰ শাস্তিৰ ভয়ত কেতিয়াবা তিনি-চাৰিদিন পৰ্য্যন্ত ঘৰলৈ নহাকৈ আছিল। প্ৰথম অৱস্থাত শিৱনাথে তাক গৰু বিচৰাদি বিচাৰি ঘৰলৈ আনিবলৈ চেষ্টা কৰিছিল। কিন্তু পিছলৈ ইমান বেছি সঘনে একেটা ঘটনাৰ পুনৰাবৃত্তি হ'বলৈ ধৰিলে যে শিৱনাথে বিৰক্ত আৰু অতিষ্ঠ হৈ তাৰ খবৰ ল'বলৈকে এৰি দিলে। পলাতক অৱস্থাত লক্ষ্মীনাথক আশ্ৰয় দিওঁতা মানুহৰ অভাৱ নাছিল। বিনামূলীয়াকৈয়ে তাক মদ আৰু ভাত যোগাওঁতা মানুহৰো অভাৱ নাছিল। যি-শিৱনাথৰ ঘৰখন ইমানদিনে সমাজৰ শিৰোমণি হৈ বিৰাজ কৰিছিল আৰু আভিজাত্যৰ অহংকাৰত যি-ঘৰখনে নিজকে গাঁৱৰ আন সকলো মানুহৰেপৰা নিজক

সযতনে পৃথক কৰি ৰাখিছিল—সেই ঘৰখনৰে ল'ৰা এটাক ধ্বংসৰ পথলৈ ঠেলি দি শিৱনাথৰ ওপৰত প্ৰতিশোধ লোৱাৰ সুযোগ পাই গাঁৱৰ বহুতো মানুহ আনন্দত উল্লসিত হৈ উঠিল। বিশেষকৈ কনক ঠিকাদাৰে এই সুযোগ পূৰ্ণমাত্ৰাই গ্ৰহণ কৰিলে। লক্ষ্মীনাথক এটা মদপী গুণ্ডা চৰ্দাৰত পৰিণত কৰি শিৱনাথৰ আভিজাত্যৰ ভেম ধূলিসাৎ কৰি দিব—এইটোৱেই হৈ উঠিল তাৰ জীৱনৰ অন্যতম প্ৰধান লক্ষ্য।

কনকে লক্ষ্মীনাথৰ কাণত দিনে-ৰাতিয়ে এই বুলি মন্ত্ৰ দিবলৈ ধৰিলে যে, যিহেতু শিৱনাথৰ তিনিটা পুতেকৰ ভিতৰত ডাঙৰ দুয়োটাই উচ্চ-শিক্ষা লাভ কৰি ডাঙৰ চাকৰি লৈ চহৰ-বাসী হ'ব, সেই কাৰণে গাঁৱৰ ঘৰত থাকি খেতি-খোলা চলাবৰ কাৰণে শিৱনাথৰ এটা ল'ৰাৰ খুব প্ৰয়োজন, আৰু সেই কাৰণেই শিৱনাথে ইচ্ছা কৰিয়েই লক্ষ্মীনাথৰ পঢ়া-শুনাৰ বেছি যত্ন নল'লে। দেউতাকৰ বিৰুদ্ধে লক্ষ্মীনাথৰ কাণত সদায় বিহ ঢালি ঢালি কনকে তাক সম্পূৰ্ণ বিদ্ৰোহী কৰি তুলিলে। লক্ষ্মীনাথেও নিজৰ সমস্ত ব্যৰ্থতা আৰু অযোগ্যতাৰ এটা অজুহাত বিচাৰি পাই কনকৰ কথাত সম্পূৰ্ণৰূপে পতিয়ন গ'ল। কনকে লগতে লক্ষ্মীনাথক এই বুলিও লোভ দেখুৱাবলৈ ধৰিলে যে সি লক্ষ্মীনাথক ঠিকা-ঠুকলিৰ কাম শিকাই এদিন তাক ঠিকাদাৰ কৰি তুলিব। কিন্তু তাৰ মনৰ আচল অভিপ্ৰায় হ'ল কাম শিকোৱাৰ অজুহাতত লক্ষ্মীনাথক নিজৰ তলতীয়া কৰ্মচাৰী হিচাপে ব্যৱহাৰ কৰা। যি-শিৱনাথৰ ঘৰত এদিন কনকৰ বাপেক চাকৰৰ আছিল আৰু যি অপৰাধত শিৱনাথৰ বিকলাংগী ছোৱালীজনীকো বিয়া কৰিবলৈ কনক যোগ্য বুলি বিবেচিত নহ'ল—সেই শিৱনাথৰে পুতেকক নিজৰ চাকৰ কৰিব পৰাতকৈ ডাঙৰ প্ৰতিশোধ আৰু আন কি হ'ব পাৰে?

লক্ষ্মীনাথ শিৱনাথৰ পুতেক—যি-শিৱনাথ ম'হঘুলিৰ প্ৰাচীন আভিজাত্যৰ প্ৰতীক; লক্ষ্মীনাথ কনকৰ বন্ধু—যি-কনক ম'হঘুলিৰ নতুন আৰ্থিক ক্ষমতা আৰু প্ৰতিপত্তিৰ প্ৰতীক। এই দুয়োটা দুৰ্লভ গুণৰ অধিকাৰী হৈ লক্ষ্মীনাথ ম'হঘুলিৰ নৱ-গঠিত গুণ্ডা-বাহিনীৰ মধ্যমণি হৈ পৰিল। আনকি থানাৰ দাৰোগায়ো তাৰ লগত বহি একেলগে

মদ খাবলৈ পালে নিজকে গৌৰৱান্বিত অনুভৱ কৰা হ'ল। এই সকলোৰে ফল হ'ল এয়েই যে লক্ষ্মীনাথে মদ খাই মাতাল হৈ দেউতাকৰ ভয়ত চুৰকৈ ঘৰলৈ অহাৰ পৰিৱৰ্তে এদিন আকণ্ঠ মদ পান কৰি বেহুঁচ হৈ বীৰ-দৰ্পে শিৱনাথৰ সমুখত থিয় হৈ তেওঁক সম্মুখ তৰ্ক-যুদ্ধলৈ আহ্বান কৰিলে।

সেয়া আজি প্ৰায় দুবছৰৰ আগৰ ঘটনা। তাৰ পাছৰপৰা এনে এটা দিন যোৱা নাই—যিদিনা লক্ষ্মীনাথে মদ খাই মাতাল হৈ ঘৰলৈ আহি লংকা-কাণ্ডৰ সৃষ্টি কৰা নাই। সি কেতিয়াও ভাত খাবলৈ বা ৰাতি শুবলৈ ঘৰলৈ নাহে, আহে কেৱল শিৱনাথৰ লগত তৰ্ক কৰিবলৈ। কেতিয়াবা দুপৰীয়া, কেতিয়াবা গধূলি, আনকি কেতিয়াবা মাজ-ৰাতিও সি মদ খাই মাতাল হৈ ঘৰলৈ আহে, আৰু শিৱনাথৰ সম্মুখত থিয় হৈ আঙুলি জোকাৰি জোকাৰি দেউতাকক অশ্লীল-অশ্ৰাব্য ভাষাৰে গালি পাৰে। ম'হঘুলিৰ আটাইতকৈ ধনী-মানী মানুহ হিচাপে শিৱনাথে নিশ্চয় অগাধ ধন-সোণ সঞ্চয় কৰিছে, আৰু লক্ষ্মীনাথক বঞ্চিত কৰি তেওঁ সেই সকলোবোৰ ডাঙৰ দুয়োটা পুতেকৰ মাজত ভাগ কৰি দিবলৈ ষড়যন্ত্ৰ কৰিছে। কিন্তু পৈতৃক সম্পত্তিত তাৰো সম্পূৰ্ণ অধিকাৰ আছে ; সেই কাৰণে এতিয়াই সম্পত্তিৰ ভাগ দি তাক বেলেগ কৰি দিব লাগে। দিনে-ৰাতিয়ে এইটোৱেই তাৰ একমাত্ৰ দাবী। শিৱনাথে নিজৰ গাম্ভীৰ্য্য আৰু মৰ্য্যাদা ৰক্ষা কৰি সাধাৰণতে লক্ষ্মীনাথৰ কথাৰ কোনো উত্তৰ নিদিয়ে। অসীম ধৈৰ্য্যেৰে তেওঁ পুতেকৰ সকলো অশ্লীল গালি-শপনি নীৰৱে শুনি যায়। কিন্তু তাৰ মাজতে সামান্য ধৈৰ্য্য-চ্যুতি ঘটি কেতিয়াবা তেওঁ একাষাৰ মাত লগালেই লক্ষ্মীনাথে প্ৰচণ্ড উন্মত্ত ৰূপ ধাৰণ কৰে। তেজৰ গোন্ধ পোৱা বাঘৰদৰে সি তেতিয়া নিৰ্মম হিংস্ৰ ৰূপ ধাৰণ কৰি এনে বিকটভাবে চীৎকাৰ কৰি দেউতাকক গালি পাৰিবলৈ আৰম্ভ কৰে যে কিবা এটা ৰক্তাক্ত কাণ্ড ঘটিব বুলি আশংকা কৰি ওচৰ-পাঁজৰৰ বহুতো মানুহ আহি শিৱনাথৰ চোতালত জুম বান্ধেহি। দৰ্শকৰ উপস্থিতিয়ে লক্ষ্মীনাথক আৰু বেছি উত্তেজিত আৰু উৎসাহিত কৰি তোলে। সকলো মানুহৰ সাক্ষাতে সি তেতিয়া

অশ্লীলতম ভাষাত গালি-শপনি পাবি শিৱনাথৰ সমস্ত অহংকাৰ আৰু মান-মৰ্য্যাদা ধূলিত মিহলি কৰি দিয়ে। শিলৰ মূৰ্তিৰ দৰে নিশ্চল আৰু নিষ্কম্প হৈ বহি থাকি শিৱনাথে তেতিয়া মনে মনে কেৱল ভাবে: 'এই অপমান সহিবলৈ তুমি কিয় মোক জীয়াই ৰাখিছা প্ৰভো? কি পাপত তুমি মোক এই নৰক-যন্ত্ৰণা ভোগাইছা? এই মুহূৰ্ত্ততে পৃথিৱী বিদীৰ্ণ কৰি তুমি মোক জীৱন্ততে সমাধিস্থ কৰিব নোৱাৰানে?'

শিৱনাথৰ আগৰ দিন আৰু নাই। সমস্ত জীৱনৰ অভ্যাস অনুসৰি তেওঁ এতিয়াও সদায় ৰাতিপুৱা পিৰালীত তেওঁৰ নিৰ্দিষ্ট আসনখনত বহেহি; কিন্তু প্ৰতি মুহূৰ্ত্ততে তেওঁ যাৰ অপেক্ষা কৰি থাকে, সেয়া দিন-ৰাতিৰ পৰিচিত কালানুৱৰ্ত্তন নহয়, সমুখৰ আলিবাটত জীৱনৰ চলমান দৃশ্যাৱলী নহয়, তেওঁৰ প্ৰিয় কিবা গন্ধ বা শব্দৰ প্ৰতীক্ষা নহয়, অতীতৰ সুখ-স্মৃতিৰ ৰোমন্থনো নহয়;—ভীত-কম্পিত হৃদয়েৰে তেওঁ কেৱল অপেক্ষা কৰি থাকে যি কোনো মুহূৰ্ত্ততে লক্ষ্মীনাথৰ আগমনলৈ, আৰু তাৰ ক্ষমা-হীন দয়া-হীন নিষ্ঠুৰ আঘাতত জৰ্জৰিত হ'বলৈ। জীৱনৰ এই নিৰ্মম পৰিণতি মাত্ৰ কেই বছৰমান আগলৈকে শিৱনাথৰ কাৰণে আছিল সপোনৰো অগোচৰ।

॥ ২ ॥

আজি তিনিদিনমান লক্ষ্মীনাথ ঘৰলৈ অহা নাই। আনকি তাৰ যি পৰিচিত চীৎকাৰে গধূলিৰ লগে লগে ম'হঘুলিৰ আকাশ বিদীৰ্ণ কৰি তোলে, সেই চীৎকাৰটোও এই কেইদিন কোনেও শুনিবলৈ পোৱা নাই। প্ৰথমদিনা লক্ষ্মীনাথ ঘৰলৈ নাহোঁতে শিৱনাথে মনতে ভাবিছিল যে সি হয়তো ম'হঘুলিৰ বাহিৰৰ কোনোবা ঠাইলৈ কিবা কামত বা এনেয়ে ফুৰিবলৈ গৈছে। সি যে শিৱনাথৰ এসময়ৰ চাকৰ লালুৱা

বুঢ়াৰ পুতেক কনক ঠিকাদাৰৰ লবীৰ হেণ্ডিমেন হৈছে—সেই খবৰ ইতিমধ্যেই তেওঁৰ কাণত পৰিছে। যিহওক, অন্ততঃ দুটামান দিন পুতেকৰ অত্যাচাৰৰ পৰা ৰক্ষা পৰি থাকিব পাৰিম বুলি ভাবি শিৱনাথে মনতে সামান্য স্বস্তি অনুভৱ কৰিছিল। কিন্তু পিছদিনা ৰাতিপুৱাই তেওঁ এনে এটা খবৰ পালে—যিটো খবৰ শুনি তেওঁৰ মনৰ স্বস্তি ক'ৰবালৈ উৰি গ'ল। বৰং স্বস্তিৰ ঠাই অধিকাৰ কৰিলে এটা নতুন আতংকই।

ৰাতিপুৱাই কৈৱৰ্ত গাঁৱৰ মেমেৰাই জীয়া কুঢ়ি মাছ কেইটামান লৈ তেওঁৰ ঘৰ ওলালহি। সি এইবাৰ শালি খেতিৰ কাৰণে শিৱনাথৰপৰা মাটি কেইডৰামান আধি পোৱাৰ আশাত আছে, সেই কাৰণে জাল মাৰি বা জোৰ মাৰি মাছ ধৰিব পাৰিলেই দুটামান মাছ শিৱনাথৰ ঘৰত দি যাবলৈ সি কেতিয়াও নাপাহৰে। যিহেতু শিৱনাথে বেছিভাগ সময় ঘৰতে সোমাই থাকে, সেই কাৰণে তেওঁৰ ঘৰলৈ অহা যি কোনো মানুহৰ লগতে শিৱনাথে পৰম আগ্ৰহেৰে কথা পাতে, আৰু সেই কথা-বাৰ্তাৰ যোগেদিয়েই তেওঁ ম'হঘুলিৰ ক্ষুদ্ৰ জগতখনৰ সকলো খবৰ ৰাখে। কিন্তু সেই শিৱনাথেও আজি কিছুদিনৰ পৰা মানুহৰ লগত কথা-বাৰ্তা পাতিবলৈ প্ৰায় এৰি দিছে। কথকী মেমেৰাই শিৱনাথৰ মুখৰপৰা কথা উলিয়াবলৈ নানা প্ৰকাৰে গাই-বাই চালে, কিন্তু তেওঁ মুখৰ ভিতৰতে অন্যমনস্ক ভাবে কৰা হুঁ হাঁ আদি দুটামান শব্দৰ বাহিৰে আন কোনো কথাই সি তেওঁৰ মুখৰপৰা উলিয়াব নোৱাৰিলে। অৱশেষত হঠাৎ মনত পৰাৰদৰে কৰি মেমেৰাই শিৱনাথক কলে, 'এটা কথা নহয় দেউতা,—কালি ৰাতি যি ঘটনা ঘটি গ'ল, ইয়াৰ পাছত জানো কণবাপুক ম'হঘুলিত থাকিবলৈ দিয়াটো উচিত হ'ব? আমি মূৰ্খই মূৰ্খভাবে ক'বলৈ হ'লে দেউতাই তেওঁক ডিব্ৰুগড় বা গুৱাহাটী ক'ৰবালৈ পঠাই দিয়াৰ ব্যৱস্থা কৰক। তাতে তেওঁ কিবা এটা ডাঙৰ চাকৰি কৰক বা কিবা এটা ডাঙৰ কাৰবাৰকে কৰক। আন একো নকৰিলেও তেওঁ তাতে এনেয়ে বহি বহি খাই থাকক। দেউতাই মাহে মাহে টকা পঠাই থাকিব। দেউতাৰ টকাৰ

কি আকাল পৰিছে। তথাপি কণবাপু ম'হঘুলিত থকাটো আৰু উচিত নহয়। ঠাইখন বেয়া হ'ল দেউতা। মানীক মান কৰি চলাৰ দিন আৰু নাই। যেনেহে দিন-কাল পৰিছে দেউতা—বোলে 'অ-তামূলী তামূলী হ'ল, মুখেদি বোৱালে ৰাং; অ-ঘৈণী ঘৈণী হ'ল, ঢুপৰীয়া বগালে চাং।'

কালি ৰাতি যি ঘটনা ঘটি গ'ল! কি ঘটনা ঘটিল কালি ৰাতি? সন্দেহ নাই, লক্ষ্মীনাথে কালি ৰাতি কিবা এটা ডাঙৰ কাণ্ড কৰিছে। শিৱনাথৰ মনত স্বাভাৱিকতেই প্ৰচণ্ড কৌতূহল উপজিল। কিন্তু মেমেৰাক সেই বিষয়ে কিবা প্ৰশ্ন কৰিবনে নকৰিব তাকে ঠিক কৰিব নোৱাৰি তেওঁ বহুত সময় দ্বিধা-গ্ৰস্ত আৰু নীৰৱ হৈ ৰ'ল। ইফালে মেমেৰাই নানা কথা পেক্ পেক্ কৰিয়েই আছে। তাৰ এটা কথাও শিৱনাথৰ কাণত সোমোৱা নাই। বহুত সময়ৰ মূৰত তেওঁ অতিশয় নিৰুদ্বিগ্ন আৰু উদাসীন মাতেৰে মেমেৰাক সুধিলে, 'কালি ৰাতিনো কি ঘটনা ঘটিল?'

শিৱনাথৰ মুখত মাত উলিয়াব পাৰি মেমেৰাৰ মুখখন উজ্জ্বল হৈ উঠিল। পৰম উৎসাহেৰে সি মাত লগালে, 'কিয়, দেউতাই কব নোৱাৰেনেকি? কালি ৰাতি মই বিড়ি এমুঠি আনিবলৈ বজাৰলৈ গৈছিলোঁ। এনেতে নন্দেশ্বৰৰ চাহৰ দোকানত হুলস্থুল এখন লগা যেন শুনি আন বহুতো মানুহৰ লগতে ময়ো সেইখিনিত থিয় দিলোঁগৈ। গৈ যি কাণ্ড দেখিলোঁ—এনে কাণ্ড জীৱনত কেতিয়াও দেখা নাই দেউতা। এজাকমান ডেকা ল'ৰাই তাতে তাছ খেলি আছিল। মিছানো কিয় কওঁ দেউতা, আচলতে সিহঁতে জুৱা খেলি আছিল। তাৰ ভিতৰতে আমাৰ কণবাপুও এজন। মই সেইখিনিত গৈ থিয় দিয়াৰ লগে লগে দেখিলোঁ—চাৰিটামান ডেকাই কণবাপুক মাৰিবলৈ বুলি তেওঁৰ ফালে চোঁচা লৈছে, এনেতে কণবাপুৱে বিজুলী-বেগেৰে জেপৰপৰা ডেগাৰ এখন উলিয়াই আপোনালোকৰ গাঁৱৰে সহদেৱৰ পুতেক ভাবীৰামৰ গাত ডেগাৰখন মাৰি দিলে। ভাগ্য-ক্ৰমে ডেগাৰখন বুকুত বা পিঠিত নোসোমাই বাউসীত সোমাল। তথাপি চৌ চৌকৈ

তেজ ওলাই ভাবিৰাম ঠাইতে পৰি গ'ল। কণবাপুৱে বিজুলী-বেগেৰে জাঁপ মাৰি তাৰপৰা পলাই চকুৰ পলকতে ক'বাত অদৃশ্য হৈ গ'ল। পাছত মানুহৰ কথা-বাৰ্তাৰ পৰা গম পালোঁ—জুৱা খেলত তাছ পাতত বেইমানী কৰা বুলি দুটা পক্ষৰ মাজত তৰ্কাতৰ্কি কাজিয়া হৈছিল। যিহপক, কণবাপুৱে কালি ৰাতি ভাবীৰামক ডেগাৰ মাৰি কোনো মতে পলাই সাৰিল; মানুহে কোৱা মতে কনক ঠিকাদাৰে ৰাতিৰ ভিতৰতে নিজৰ জীপ-গাড়ীত তেওঁক কোনোবা দূৰণি ঠাইলৈ পঠাই দিলে। ইফালে ভাবীৰামৰ দলে কালি ৰাতিয়েই জুই চুই শপত খাইছে বোলে কণবাপুৰ ওপৰত প্ৰতিশোধ ল'ব নোৱাৰালৈকে সিহঁত কেতিয়াও ক্ষান্ত নহয়। প্ৰাণৰ ভয় থাকিলে তেওঁ আৰু ম'হঘুলিলৈ কেতিয়াও ঘূৰি আহিব নোৱাৰে; আহিলেই সিহঁতে তেওঁক কাটি টুকুৰা-টুকুৰি কৰিব। এই কথা মই নিজ কাণেৰেই শুনি আহিছোঁ দেউতা। সেই কাৰণেহে কৈছোঁ—আপুনি কণবাপুক কিবা চাকৰি বা কাৰবাৰ এটা দি কোনোবা দূৰৰ ঠাইলৈ পঠাই দিয়াৰ ব্যৱস্থা কৰক।'

শিৱনাথে ভাব-লেশ-হীন মুখেৰে কিছু সময় নীৰৱ হৈ থাকি অৱশেষত মেমেৰাক প্ৰশ্ন কৰিলে, 'মেমেৰা, মানুহে কোৱা শুনো, তহঁতৰ গাঁৱৰ নামঘৰটোৰ বোলে ডাঙৰ মাহাত্ম্য আছে। তাত শৰাই এখন দি যিয়েই মনত যি সংকল্প কৰে, সেই সংকল্পই বোলে সিদ্ধ হয়। কথাটো হয়নে?'

শিৱনাথৰ মুখত নিজৰ গাঁৱৰ নামঘৰৰ প্ৰশংসা শুনি মেমেৰা অতিশয় উৎফুল্ল হৈ উঠিল। পৰম উৎসাহেৰে সৈতে সি ক'বলৈ ধৰিলে, 'কৈৱৰ্ত গাঁৱৰ নামঘৰ হ'লে কি হব দেউতা, এনেকুৱা মাহাত্ম্য থকা নামঘৰ গোটেই জিলাখনতে দ্বিতীয় এটা নাই। আমি নিজ চকুৰেই দেখা কথা দেউতা, আমাৰ গাঁৱৰে মহেন্দ্ৰৰ পুতেক বেজীয়াই আঘোণাৰ বাঁৰী ঘৈনীয়েকজনীৰ জীয়েকজনীক নষ্ট কৰিও বিয়া কৰিবলৈ অমান্তি হোৱাত তাই নামঘৰত শৰাই এখন দি বেজীয়াৰ বৰ-বেমাৰ হওক বুলি শাও দিলে। পাছত দেখিলেই নহয় দেউতা, বেজীয়াই এবাৰ পলহ মাৰিবলৈ যাওঁতে ভৰিত পানীৰ জলৰ বাঁহ খোচ খাইছিল; সেই খোচ খোৱাৰ

চেন্সু লৈয়ে ভৰিখন আৰু সুশুকাল। বৰ-বেমাৰ হোৱাৰদৰে এতিয়া ভৰিখন এফালৰ পৰা ছিগি যাব ধৰিছে। বৰ মাহাত্ম্য থকা নামঘৰ দেউতা। সেই কাৰণেহে কৈছোঁ দেউতা—কণবাপুক ঈশ্বৰে সজ-পথলৈ ঘূৰাই আনক বুলি মানস কৰি দেউতাই আমাৰ গাঁৱৰ নামঘৰত শৰাই এখন আগ বঢ়াওক। আপুনি চাই থাকিব—'

মেমেৰাৰ কথাৰ নিছিগা ধাৰৰ মাজতে বাধা দি শিৱনাথে মাত লগালে, 'মেমেৰা, শুন, মই তোকে সাক্ষী কৰি মানস কৰিছোঁ, যিদিনাই ঈশ্বৰে মোৰ এই কুলাংগাৰ পুত্ৰক মাৰি নিব, সেই দিনাই মই তইঁতৰ গাঁৱৰ নামঘৰত এখন শৰাই দিম আৰু গোটেই গাঁওখনকে এটা ভোজ দিম।'

মেমেৰাই নিজৰ কাণকেই বিশ্বাস কৰিব নোৱাৰি শিৱনাথৰ মুখলৈ হতবাক হৈ চাই ৰ'ল।

॥ ৩ ॥

পিৰালাৰ চকীখনতে শিৱনাথ জুপুকা মাৰি বহি আছিল। তেওঁৰ গা-মন দুয়োটাই অতিশয় দুৰ্বল। লক্ষ্মীনাথে ভাবীৰামক ডেগাৰ মাৰি মহ'ঘুলিৰ পৰা পলাবৰ দিন ধৰি মাকে কান্দি-কাটি ভাত-পানী এৰি বিছনাৰ আশ্ৰয় লৈছে। ঘৰখনত খোৱা-বোৱাৰ একো ঠিক নোহোৱা হৈছে। গভীৰ অৱসাদত শিৱনাথৰ গা-মন এনেভাবে ভাগি পৰিছে যে তেওঁ এই কেইদিন মনে-প্ৰাণে কেৱল মৃত্যুৰ কামনাই কৰিছে। তেওঁ মৰিলে ঘৰখনৰ কি কি অৱস্থা হ'ব সেইবোৰ কথাকে কল্পনা কৰি থাকোঁতে হঠাৎ নামঘৰত ডবাৰ কোব পৰিল। চিৰকালৰ সজ অনুসৰি শিৱনাথে নিতান্ত যান্ত্ৰিকভাবে হাতযোৰ কৰি ভগবানৰ নাম স্মৰণ কৰিলে। কিন্তু পাছ মুহূৰ্ততে তেওঁ অনুভৱ কৰিলে যে তেওঁৰ

সেই প্ৰাৰ্থনাত বিশ্বাসৰ অকণো জোৰ নাই, তেওঁ যেন লাহে লাহে ভগবানৰ ওপৰত বিশ্বাস হেৰুৱাই পেলাবলৈ আৰম্ভ কৰিছে।

ঠিক এনে সময়তে শিৱনাথে পদূলিত কোনোবাই নঙলা খোলাৰ শব্দ শুনিবলৈ পালে। কোনোবা মানুহ এজন তেওঁৰ ঘৰৰ ফালেই সোমাই আহিছে: মানুহজন কোন, শিৱনাথে আন্ধাৰত মনিব নোৱাৰিলে। কিন্তু তেওঁৰ মনটো ভাল লাগিল। নিজৰ মনৰ আন্ধাৰত পৰুৱাই পোৱা মানুহৰ দৰে ঘুট্‌মুটিয়াই থকাতেই কাৰোবাৰ লগত দু-আষাৰ সুখ-দুখৰ কথা পাতিলেই তেওঁৰ নিশ্চয় বেছি ভাল লাগিব। মানুহজনে চোতাল আহি পাই মাত লগালে, 'দেউতাকণ, ঘৰত আছানে?'

শিৱনাথক এতিয়াও সৰু কালৰ 'দেউতাকণ' নামেৰে মতা মানুহ গাঁওখনত এতিয়া কেৱল এজনেই আছে। তেওঁ হ'ল দেবেৰা বুঢ়া। দুমাহ-তিনি মাহৰ মূৰে মূৰে তেওঁ হঠাৎ এদিন শিৱনাথৰ ওচৰলৈ আহি মনৰ হেঁপাহ পলুৱাই কথা পাতি যায়। দেবেৰা বুঢ়াৰ মাত শুনি শিৱনাথৰ মনটো বৰ ভাল লাগিল। অতিশয় আগ্ৰহেৰে তেওঁ মাত লগালে, 'দেবেৰাকাই নেকি? আহাঁ, আহাঁ, আজি বহুত দিন মই তোমাৰ মুখখনেই দেখা নাই।'

'মুখখন চাব খুজিছা যদি চাকি এটা আনিবলৈ কোৱাঁ'—বুঢ়াই ৰসিকতা কৰি ক'লে, 'ন'হলে এই ঘিট্‌মিটীয়া আন্ধাৰত তুমি মোৰ মুখখন কেনেকৈ দেখিবা।'

দেবেৰা বুঢ়াই শিৱনাথৰ ওচৰতে চকী এখনত বহি লৈ কিছু সময় ফোপাবলৈ ধৰিলে। উশাহটো ভালকৈ ল'ব পৰা হ'লত তেওঁ মাত লগালে, 'বৰ দুৰ্বল হৈ পৰিছো দেউতাকণ। তামোল এখন খাই শেষ নোহোৱা বাটকণ আহোঁতেই ফোপনিয়ে ধৰিছে। আমাক আৰু এতিয়া ঈশ্বৰে জীয়াই ৰাখিব নাপায়। চুঁচৰি-বাগৰি ঘূৰি ফুৰিব পৰা হৈ থাকোঁতেই ঈশ্বৰে আমাক মাৰি নিয়াই ভাল। পাছে তোমাৰ গা-মূৰ ভালনে বোপাই?'

'গা-মূৰৰ কথানো কি ক'বা দেবেৰাকাই, এতিয়া আৰু সেইবোৰ কথা ভাবিবৰ দিন নাই'—নিজে ক'ব নোৱাৰাকৈয়ে শিৱনাথৰ বুকু ভেদি

দীঘল হুমুনিয়াহ এটা ওলাই আহিল—'বাৰু সেইবোৰ কথা এতিয়া বাদ দিয়া। ল'ৰাটোৰ পৰা চিঠি-পত্ৰ পাই আছানে?'

দেবেৰা বুঢ়াৰ 'ল'ৰাটোৰ' কথা এখন দীঘল ইতিহাস। শিৱনাথৰ অতৰ্কিতেহে তেওঁৰ মুখেদি সেই প্ৰশ্নটো হঠাৎ ওলাই পৰিল। সাধাৰণতে সকলো মানুহেই দেবেৰা বুঢ়াৰ আগত তেওঁৰ ল'ৰাটোৰ আলোচনা পৰিহাৰ কৰি চলে। দেবেৰা বুঢ়াৰ তিনিটা ল'ৰা, দুজনী ছোৱালী। তেওঁৰ ডাঙৰটো ল'ৰা সৰুৰেপৰাই পঢ়াশুনাত অতিপাত চোকা আছিল। তাক লৈ দেবেৰা বুঢ়াৰ গৰ্বৰ অন্ত নাছিল। প্ৰবেশিকা পৰীক্ষাত সি বিশ্ববিদ্যালয়ত দশম স্থাত অধিকাৰ কৰি বৃত্তি পালে। জকাই-চুকীয়া ম'হঘুলিত এনে অঘটন ইয়াৰ আগতে আৰু কেতিয়াও হোৱা নাছিল। পুত্ৰ-গৰ্বত দেবেৰা বুঢ়াৰ মাটিত ভৰি নপৰা হ'ল। সবাহে-সৰিথাই হাটে-বজাৰে যাকে যেনেকৈ লগ পাই মানুহ আগচি আগচি দেবেৰা বুঢ়াই কেৱল পুতেকৰ গুণ বখানে। লোকৰ শ্ৰী সহিব নোৱাৰা গাঁৱৰ মানুহে দেবেৰা বুঢ়াৰ পুত্ৰ-গৰ্ব শুনি আনন্দ পোৱা দূৰৰ কথা—হিংসাত মনৰ ভিতৰতে জ্বলি-পুৰি মৰে।

কিন্তু দেবেৰা বুঢ়াৰ নিজৰ আনন্দও বেছি দিন স্থায়ী নহ'ল। নবীনৰ অৰ্থাৎ বুঢ়াৰ পুতেকৰ যেতিয়া কলেজলৈ যোৱাৰ প্ৰশ্ন উঠিল, তেতিয়া বুঢ়াই হিচাপ কৰি দেখিলে যে মাহে মাহে খৰচ দি পুতেকক কলেজত পঢ়োৱা দূৰৰ কথা, কলেজত নাম লগোৱা খৰচটো দিবলৈকো দেবেৰা বুঢ়াৰ সামৰ্থ্য নাই। নবীনে ইফালে বাপেকৰ অসাৰ্মথ্যক ধিক্কাৰ দি কান্দি-কাটি পাগল হ'বলৈ ধৰিলে। নবীনৰ কলেজত পঢ়াৰ আশা মাটি হোৱাৰ সম্ভাৱনা দেখি ওচৰ-চুবুৰীয়া বহুতৰে মুখত হাঁহি ফুটিল।

চৰকাৰৰ প্ৰতিযোগিতা-মূলক বৃত্তি পায়ো যেতিয়া নবীনে উচ্চ-শিক্ষাৰ আশা জলাঞ্জলি দি মনতে আত্ম-হত্যা কৰাৰ সংকল্প কৰি ঘৰতে সোমাই আছে, তেনেতে এদিন হাইস্কুলৰ প্ৰধান শিক্ষকজন দেবেৰা বুঢ়াৰ ওচৰলৈ আহি ক'লে, 'নবীনৰ নিচিনা ল'ৰা এটাই কেৱল ধনৰ অভাৱৰ কাৰণে কলেজত নপঢ়াকৈ থাকিব—সেই কথা হ'বই নোৱাৰে। সি মোৰ স্কুলৰ নাম জিলিকাইছে, তাৰ জহতে আজি মই নতুন যশস্যাব

অধিকাৰী হৈছোঁ। গতিকে তাৰ প্ৰতিও মোৰ এটা কৰ্তব্য আছে। আপুনি এটা কাম কৰক। কিবা উপায়েৰে কলেজত নামটো লগোৱাৰ খৰচখিনি যোগাৰ কৰি তাক গুৱাহাটীলৈ পঠাওক। তাৰ পাছত কিবা এটা ব্যৱস্থা নোহোৱালৈকে প্ৰথম দুই-তিনি মাহ মান তাৰ কলেজৰ খৰচখিনিৰ মৰ্য়ে যোগান ধৰিম। ইতিমধ্যে তাৰ এটা স্থায়ী ব্যৱস্থা কৰিবৰ কাৰণে মই যৎপৰোনাস্তি চেষ্টা কৰি থাকিম।'

প্ৰধান শিক্ষকৰ এই মহানুভৱতাত মনত নতুনকৈ বল পাই দেবেৰা বুঢ়াই তেওঁৰ এপুৰা মাত্ৰ ৰূপিত মাটিৰ দুবিঘা বন্ধকত দি টকা দুশ যোগাৰ কৰিলে, আৰু তাকে দি নবীনক কলেজলৈ পঠালে। ইতি-মধ্যে প্ৰধান শিক্ষকে তেওঁৰ বন্ধু-স্থানীয় এজন চহৰীয়া দানশীল ধনী মানুহক নবীনৰ কলেজীয়া শিক্ষাৰ দায়িত্ব লবলৈ সন্মত কৰালে। দেবেৰা বুঢ়াৰ মৰা মুখত আকৌ নতুনকৈ হাঁহি ফুটিল। আকৌ তেওঁ বাটৰ মানুহ আগচি আগচি পুতেকৰ গুণ-কীৰ্তন কৰিবলৈ আৰম্ভ কৰিলে। তেওঁৰ মুখত এনেকুৱা কথাও ওলাল যে স্বয়ং প্ৰধানমন্ত্ৰী জৱহৰলাল নেহৰুৱে নবীনৰ জ্ঞান-গৰিমা আৰু প্ৰতিভাৰ কথা শুনি বিস্মিত আৰু মুগ্ধ হৈ মাহে মাহে দুশ টকাকৈ বৃত্তি দি আছে। যিহওক, শতুৰুৰ মুখত ছাই দি নবীনে যথাসময়ত কৃতিত্বৰে সৈতে বি. এ. পাছ কৰিলে, আৰু কেইমাহমান গাঁৱৰে স্কুলত শিক্ষকতা কৰি বছৰটো যাওঁতে নৌ যাওঁতেই প্ৰতিযোগিতা-মূলক পৰীক্ষা দি ই. এ. চি-ৰপদ লাভ কৰিলে।

এসাজ খাই এসাজ নোখোৱা দেবেৰা বুঢ়া নানা ৰআনন্দময় সম্ভাৱনাৰ দিবা-স্বপ্নত মছগুল হ'বলৈ ধৰিলে। পুতেকৰ জহত এদিন তেওঁৰ উৰুখা পঁজা গুচি তাৰ ঠাইত পকী ঘৰ উঠিব; মানুহে 'এইটো নবীন হাকিমৰ ঘৰ হয়নে' বুলি সুধি তেওঁৰ ওচৰলৈ সোমাই আহি স-সম্ভ্ৰমে তেওঁক নমস্কাৰ কৰিব; মাজে মাজে তেওঁ চহৰৰ উকীল বা হাকিম বিয়ৈৰ ঘৰলৈ মিতিৰ খাবলৈ গৈ তাত ৰজাৰ নিচিনা আদৰ-যত্ন পাব; এদিন তেওঁৰ ঘৰৰ পদূলিত এখন নতুন চিকৃচিকীয়া মটৰ-গাড়ী ৰ'বহি আৰু তাৰপৰা নামি আহিব ৰাজ-কন্যাৰ নিচিনা তেওঁৰ বোৱাৰী;

তেওঁৰ এই অভাৱনীয় সৌভাগ্য দেখি গাঁৱৰ মানুহ ঈৰ্ষাত জ্বলি-পুৰি মৰিব,—এইবোৰ দিবা-স্বপ্নতে দেবেৰা বুঢ়া এবছৰমান আত্ম-বিস্মৃত হৈ ৰ'ল। অৱশ্যে ইয়াৰ ভিতৰতেযে তেওঁ মাজে-সময়ে একেবাৰেই ৰূঢ় বাস্তৱৰ সন্মুখীন হবলগা নহৈছিল এনে নহয়। বাটে-ঘাটে লগ পাই মানুহে তেওঁক সোধে: 'দদাইদেউ ( বা ককাইদেউ মোমাইদেউ—যেয়ে যেনেকৈ সম্বোধন ধৰে ) হাকিমে টকা-সিকা পঠাইছেনে নাই? আপুনি দেখোন এতিয়াও নতুন চোলা-চুৰিয়া এযোৰকে লোৱা নাই। হাকিমৰ বাপেক হৈ এনেকৈ জলহু হৈ ঘূৰি ফুৰিলে মানুহে বেয়া দেখে নহয়?'

বুঢ়াই তেতিয়া দিবা-স্বপ্নৰ পৰা ৰূঢ় ভাবে সাৰ পাই স্মৰণ কৰে,—হয় তো, আজি প্ৰায় এবছৰেই হ'বৰ হ'লহি, পুতেকে টকা-সিকা পঠোৱা দূৰৰ কথা, আজিলৈকে চিঠি এখনেই লিখা নাই। তেওঁৰ মনটো হঠাতে এটা অজান আশংকাত কঁপি উঠে। কিন্তু বাহিৰত নিৰ্বিকাৰ ভাব দেখুৱাই মানুহক শুনোৱাই কয়, 'এটা কথা নহয় বোপাই, সিনো চাকৰিত সোমোৱা কেই দিন হৈছে? যি কেইটা টকা পাইছে—তাৰে তাৰ ঘৰখন সজাই ল'বলৈকে জোৰা নাই দেখোন। তদুপৰি তাৰ পঢ়াৰ দিনৰে বহুত টকা ধাৰ মাৰিবলৈকো আছে নহয়।'

এইখিনিলৈকে কৈ বুঢ়াই খন্তেক সময় থমকি ৰয়। মনে মনে তেওঁ হয়তো ভাবে—কথাকেইটা বৰ বিশ্বাসযোগ্য নহ'ল হ'বলা। সেই কাৰণে নিতান্ত অতৰ্কিত ভাবেই তেওঁৰ মুখৰপৰা মিছা কথা এষাৰ ওলাই আহে, 'তথাপি সুধিছা যেতিয়া কওঁ শুনা বোপাই। মোলৈ টকা এতিয়াই পঠিয়াব লাগিব নে ধাৰ-ধুৰবোৰ মাৰি কিছু লাহে-ধাৰে পঠালেও হ'ব—নবীনে মোলৈ চিঠি লিখি সুধি পঠাইছিল। মইয়েই লিখি দিছোঁ—এতিয়াই টকা পঠোৱাৰ কোনো দৰকাৰ নাই বুলি। শাকে-উখোৱাই খাওঁতেই গোটেই জীৱনটো গ'ল—এতিয়ানো ঘিউৱে-মৌৱে খাবলৈ লংৰালৰিখন কিহৰ?'

চাওঁতে চাওঁতে এটা বছৰ পাৰ হৈ দ্বিতীয় বছৰো শেষ হ'বৰ হ'লহি। নবীনৰ কোনো খবৰ নাই। ঘৰলৈ অহা দূৰৰ কথা

টকা-সিকা পঠোৱা দূৰৰ কথা, তাৰপৰা চিঠি এটুকুৰা পোৱাৰ সান্ত্বনাও দেবেৰা বুঢ়াৰ কপালত নঘটিল। তেওঁৰ এপুৰা কুপিত মাটিৰ দুবিঘা নবীনৰ কলেজত নাম লগোৱাৰ খৰচ যোগাবৰ কাৰণে বন্ধকত দিওঁতেই গ'ল। বাকী মাত্র দুবিঘা মাটিৰ খেতিৰে তেওঁক কোনোমতেই খাবলৈ নোজোৰে। তেওঁ আশা কৰি আছিল যে নবীনে ডাঙৰ চাকৰিত সোমাইছে যেতিয়া তেওঁৰ আৰু চিন্তা নাই; বন্ধকীৰ মাটি দুবিঘা তো মুকলি কৰি দিবই, লগতে আৰু এপুৰা মান মাটি কিনাৰ ব্যৱস্থাও কৰিব লাগিব। কিন্তু নবীনে চাকৰিত সোমোৱাৰ দুবছৰৰ মূৰতো যেতিয়া টকা-সিকা দূৰৰ কথা—চিঠি এখনো নাহিল, তেতিয়া দেবেৰা বুঢ়াই মনে মনে প্ৰমাদ গণিবলৈ ধৰিলে। লগতে তেওঁৰ সমুখত আন কেইটামান সমস্যায়ো দেখা দিলে। গোটেই জীৱন দুখ-কষ্ট কৰি খোৱা দেবেৰা বুঢ়াই পুতেকে হাকিমৰ পদ পোৱাৰ আনন্দত অলপ ভালকৈ খাবলৈ মন কৰি এদিন মাৰোৱাৰী মহাজনৰ গোলালৈ গৈ ক'লে, 'বাবুজী, আপুনি জানো শুনা নাই মোৰ ডাঙৰ ল'ৰাটোৱে হাকিমৰ চাকৰি পোৱা বুলি? সম্ভৱতে সি মোলৈ মাহে মাহে আঢ়ৈকুৰিকৈ টকা পঠাব। অৱশ্যে আজি-কালিতে নহয়, কেইমাহ মানৰ পাছত, সি ভালকৈ থান-থিত লগাৰ পাছত। মই কিন্তু এই মাহৰপৰা আপোনাৰ দোকানত উঠনা খাম বুলি ভাবিছোঁ। হাকিমে টকা পঠোৱাৰ লগে লগেই আপুনি গোটেইখিনি টকা একেলগে পাই যাব।'

দেবেৰা বুঢ়াৰ পুতেক নবীন ই এ চি হাকিম হোৱাৰ কথা পূৰণমল মহাজনে গম নোপোৱাকৈ থকা নাই। ম'হঘুলিত ই এটা জব্বৰ খবৰ। এই ঠাইৰ আন দুই-চাৰি মানুহে ইয়াৰ আগতেও আন দুই-চাৰি উচ্চ পদ নোপোৱাকৈ থকা নাই; কিন্তু নবীনৰ আগতে ম'হঘুলিৰ আন কোনো মানুহেই দণ্ড-মুণ্ডৰ কৰ্তা ই এ চি হাকিমৰ পদ পোৱা নাছিল। দেবেৰা বুঢ়া দোকানলৈ আহিলে পূৰণমলে সদায় এটা বিড়ী যাচে; কিন্তু সেইদিনা নতুন কেপষ্টান চিগাৰেটৰ পেকেট এটা আৰু পাণ-মচলাৰ বটাখন দেবেৰাৰ ফালে আগ বঢ়াই দি

পূৰণমলে বিনয়-বিগলিত হাঁহি এটা মাৰি ক'লে, 'হেইতো আৰু কব লাগিছেনে ককাই। আপ্‌নাৰ লোৰা হাকিম হৈছে, হেইতোতো গোটেই ম'হঘুলিৰ খোচ্‌নামৰ কথা। আপ্‌নিতো এতিয়া আগৰদৰে চলিব নোৱাৰিব। হাকিম বেটাৰ ইজ্জৎ ৰাখি আপ্‌নি বহুৎ কথা বদ্‌লি কৰিব লাগিব। মই আপনাক কহিছো ককাই, আপ্‌নি এতিয়াৰপৰা এই ফাটা ধুতি আৰু ফাটা শ্বার্ট পিন্ধি নাথাকিব। আজিয়ে আপ্‌নি দুযোৰা নতুন ধুতি লৈ যাওক—।'

দেবেৰা বুঢ়াই পূৰণমল মহাজনৰ দোকানত উঠনা খাবলৈ আৰম্ভ কৰিলে। ল'ৰা-ছোৱালী কেইটাক অলপ ভাল কাপোৰ-কানি দিলে, নিজেও দুডোখৰমান ললে, তদুপৰি কেইবামাহো দোকানৰপৰা চাউল আনি খাব লগা হ'ল। ছমাহমানৰ মূৰত ধাৰৰ পৰিমাণ যেতিয়া ২০০ মান টকা হ'লগৈ, এদিন পূৰণমল মহাজনে অতি ভদ্ৰভাবে দেবেৰাক সুধিলে, 'ককাই, হাকিমে টকা পঠোৱা নাইনেকি?'

সেইদিনা দেবেৰা বুঢ়াৰ উত্তৰত পূৰণমল সম্পূৰ্ণ সন্তুষ্ট হ'ল। তদুপৰি এজন হাকিমৰ কাৰণে দুশ টকাৰ ধাৰনো কি—হাতৰ মলি মাত্ৰ। পূৰণমলৰ চিন্তাৰ কোনো কাৰণ নাই।

এবছৰৰ মূৰত ধাৰৰ পৰিমাণ পাঁচশ টকাৰ ওচৰা-উচৰি হ'লগৈ। গোটেই গাঁৱৰ খবৰ নখ-দৰ্পণত ৰখা পূৰণমলে ইফালে খবৰ পাইছে যে নবীনে বাপেকলৈ টকা পঠিওৱা দূৰৰ কথা, আজিলৈকে চিঠি এখনকে লিখা নাই। ডাকঘৰৰ পিয়নক সুধি ইতিমধ্যেই তেওঁ সেই কথাৰ সত্যাসত্য সাব্যস্ত কৰি লৈছে। দেবেৰা বুঢ়াৰ আশাতীত সৌভাগ্য দেখি ঈৰ্ষাত জ্বলি-পুৰি মৰা গাঁৱৰ কোনো কোনো লোকে সেই সময়তে গাঁৱত এই বুলিও প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰি দিছে যে নবীনে চহৰত কোনোবা অজাতিত বিয়া কৰাই বাপেকৰ লগত সকলো সম্পৰ্ক ছেদ কৰিছে। এইবোৰ কথাও পূৰণমলৰ কাণত পৰিছে।

এবছৰৰ মূৰত ধাৰ যেতিয়া পাঁচশ টকাৰ ওপৰ হৈ গ'ল, তেনে সময়তে দেবেৰা বুঢ়া এদিন দোকানলৈ যাওঁতে পূৰণমলে কেপষ্টান চিগাৰেটৰ পৰিৱৰ্তে বিড়ি এমুঠা তেওঁৰ ফালে দলি মাৰি দি ক'লে,

'দেবেৰাকাই, টকা বহুত হৈ গ'ল নহয়। নিদিয়ে নেকি? আজি এবছৰে হাকিমে টকা পঠোৱা নাই, আৰু কেতিয়া পঠাব?'

বহুত মানুহৰ আগতে পূৰণমলে এনেদৰে কোৱাত দেবেৰা বুঢ়াই লাজ পাই ক'লে, 'বহুত টকা হ'ল বুলিযে কৈছা, কিমান টকানো হ'ল? পাঁচশ টকা? পাঁচশ টকা মোৰ ল'ৰাৰ এমাহৰ দৰ্মহাই নহয়। চিন্তা নকৰিবা, আৰু এমাহ মানৰ ভিতৰতে মই টকা পাম। সি চিঠি লিখিছে।'

আন কিহবাৰ খণ্ডত সেইদিনা পূৰণমলৰ মেজাজটো বোধহয় ৰুক্ষ হৈ আছিল, দেবেৰাৰ ফাকি কথা শুনি তেওঁৰ খং দুগুণে চৰি গ'ল। বিদ্রূপত ওঠ দুখন বেঁকা কৰি তেওঁ ক'লে, 'কেতিয়া চিঠি পাইছা দেবেৰাকাই? তোমাৰ লোৰা হাকিম কাৰ্ণে তোমাৰ চিঠিতো বোধহয় হেলিকপ্টাৰত বিলগ্ কৰি আহে; আমাৰ অৰ্ডিনাৰী মানুহৰ নিচিনা ডাকঘৰতে নাহে। ডাকঘৰৰ মাষ্টৰ বাবু মোক কি কৈছে জানা? তোমাৰ লোৰা হাকিম হোৱাৰ দিন ধৰি যোৱা এক বছৰত একখন চিঠি তেওঁ তোমালৈ লিখা নাই! ইঁচা কথাটো আৰু কিমান দিন লুকাই ৰাখিবা দেবেৰা কাই? মোৰ টকাটো হুনকালে দিবা।'

সঁচা কথাটো সঁচাকৈয়ে বেছিদিন আৰু লুকাই নাথাকিল। দুবছৰলৈকে পুতেকৰপৰা এখনো চিঠি নাপাই আৰু সকলোৰে মুখত সি অজাতিত বিয়া কৰাৰ কথাটো শুনি শুনি এদিন বুঢ়াই অশেষ কষ্ট কৰি টকা দুকুৰিমান যোগাৰ কৰি লৈ পুতেক থকা ঠাইলৈ যাত্ৰা কৰিলে। পুতেকৰ ঘৰ পাই তেওঁ দেখিলে, মানুহে প্ৰচাৰ কৰা কথা সঁচা। পুতেক-বোৱাৰীয়েকে অৱশ্যে তেওঁক ভাল ব্যৱহাৰেই কৰিলে, কিন্তু দেবেৰা বুঢ়াৰ হৃদয় সমূলি ভাগি গ'ল। তেওঁৰ জীৱনৰ সকলো আশা-ভাবসাৰ স্থল আৰু বংশৰ গৌৰৱ যি ৰবপুতেক বিয়াখন কৰিবৰ সময়তো বাপেকৰ কথা এষাৰ জনোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে, সেই পুতেকৰপৰা যে তেওঁৰ আৰু আশা কৰিবলৈ একোটো নাই— সেই কথা তেওঁ মৰ্মে মৰ্মে বুজি পালে। গোটেই ৰাতি চকুৰ পানীৰে

গাঁৰু তিয়াই উজাগৰে থাকি ৰাতিপুৱাই তেওঁ আকৌ নিজৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে।

ই আজি প্ৰায় ছয় বছৰৰ আগৰ ঘটনা। এতিয়া আৰু ম'হঘুলিত এই কথা জানিবলৈ কাৰো বাকী নাই যে দেবেৰা বুঢ়াৰ পুতেক নবীনে হাকিম হৈ বাপেকক সম্পূৰ্ণ ৰূপে পৰিত্যাগ কৰিলে। পুতেক হাকিম, কিন্তু বাপেকে এই সত্তৰ বছৰ বয়সতো মুঢ়ানি মাটিত হাল বাই ভাত মুঠি আৰ্জিব লাগে। ম'হঘুলিত এইবোৰ কথা কালি ওপজা কেঁচুৱা এটায়ো জানে। কিন্তু দেবেৰা বুঢ়াৰ এটা আচৰিত ধাৰণা যে মানুহে এইবোৰ কথা এতিয়াও ভালকৈ নাজানে। তেওঁ আন সকলো দুখ-দুৰ্ভাগ্য সহ্য কৰিব পাৰে, কিন্তু মানুহে তেওঁৰ গৰ্বৰ আৰু আদৰৰ ধন বৰ-পুত্ৰক নিষ্ঠুৰ আৰু নীচাশয় বুলি ভাবক—এই কথাটো তেওঁ সহ্য কৰিব নোৱাৰে। সেই কাৰণে যোৱা ছটা বছৰ ধৰি তেওঁ এটা আচৰিত অভিনয় কৰি আহিছে। কোনোবা মানুহে একো প্ৰশ্ন নকৰিলেও তেওঁ উপযাচি পুতেকৰ প্ৰসংগ উলিয়াই কয়, 'আজি মোৰ মনটো ভাল নাই বুজিছে। যোৱা কালি ল'ৰাটোৰ পৰা চিঠি এখন পালোঁ। তাৰ বোলে গাটো বৰ ভাল নহয়।'

নিজে নাখায়ো বাৰীৰ তামোল কেইটা বেচি বজাৰত মাছ কিনিবলৈ গৈ তেওঁ ওচৰৰ দহজনে শুনাকৈ কয়, 'কালি ল'ৰাটোৰপৰা এখন মনি অৰ্ডাৰ পালোঁ বুজিছে। ভাবিলোঁ, তাৰ জহতে আজি মাছ এসাজকে ভালকৈ খাওঁ।' ইত্যাদি।

বুঢ়াই পিঠি পাছ দিয়াৰ লগে লগে সকলোৱে তেওঁৰ কথাকে পাতি ভেঙুচালি কৰে, কিন্তু তেওঁৰ মুখৰ আগত কোনেও ফাকিটো ধৰা পেলাই নিদিয়ে। বৰং সকলোৱে তেওঁৰ অভিনয়ত সমানে যোগ দিয়ে।

'ল'ৰাটোৰপৰা চিঠি-পত্ৰ পাইছানে?' —প্ৰশ্নটো সুধিয়েই শিৱনাথে দাঁতেৰে জিভা কামুৰি ধৰিলে। সম্পূৰ্ণ অতৰ্কিত ভাবেই তেওঁৰ মুখৰপৰা প্ৰশ্নটো ওলাই গ'ল। এতিয়া দেবেৰা বুঢ়াৰ মুখত ডাল-পাত

জোৰা দিয়া মিছা কথবা কিমান বকলা শুনিব লাগিব তাৰ ঠিক নাই। কিন্তু শিৱনাথক আহত আৰু বিস্মিত কৰি দেবেৰা বুঢ়াই দীঘল হুমুনিয়াহ এটা কাঢ়ি ক'লে, 'সেইবোৰ কথা সুধি আৰু মনত দুখ নিদিবা দেউতাকণ। নিজৰ গাতেই খোচ এটা মাৰি নোচোৱা কিয়? তুমিও কিমান আশা কৰি ৰবাপুক তুলিছিলা; নিশ্চয় আশা কৰিছিলা, গুণী পুত্ৰৰ জহতে বুঢ়াকালত ৰজাৰ নিচিনাকৈ ঠেঙৰ ওপৰত ঠেং তুলি খাব পাৰিবা। পাছে পাৰিছা জানো? পুতেৰে নিজেবা ক'ত অকলে ৰাজ-পাট খাই আছে—তুমি খবৰেই নোপোৱা দেখোন। তাকেহে কওঁ, কুকুৰৰ নেজ দীঘল হ'লে নিজে পাৰি শুব, আনক কিটো কৰি দিব। গাঁওখনত কেৱল কিবা তোমাৰ বা মোৰহে এনে দশা হৈছেনে? ঘৰে ঘৰে চোৱাগৈচোন, যাৰে ঘৰত ভাল ল'ৰা একোটা ওলাল—সকলোৱেই ভাল ভাল চাকৰি একোটা লৈ চহৰত বহিলগৈ। বাপেকহঁতে নিজে নাখায়ো, মাটি-বাৰী বাতি-কাঁহি বন্ধকত দিও ল'ৰা পঢ়া-শুনাই ডাঙৰ মানুহ কৰিলে; কিন্তু এতিয়া বুঢ়া বাপেকহঁতৰ ফালে এবাৰো ঘূৰি চাবলৈ ল'ৰাহঁতৰ সময় নাই। সিহঁতে যি আৰ্জে তাৰে মেম চাহাব ঘৈণীয়েকহঁতক সজাবলৈকে নোজোৰে; বাপেকহঁতক দিয়ে ক'ৰপৰা? মন্থিৰৰ পুতেক ডাৰোগা হৈছে; গেৰেলাৰ পুতেক মেলেৰিয়া ইন্‌স্‌পেক্টৰ; কাঁহিৰামৰ পুতেক কাছাৰীৰ কেৰাণী। কওঁতে অৱশ্যে ক'বলৈ হৈছে—মোৰ ল'ৰা অমুক-তমুক-ভচুক। কিন্তু সিহঁতৰ ঘৰলৈ গৈ চোৱাচোন, এসাজ যদি চৰুৰ তললৈ জুই গৈছে, ইসাজৰ কাৰণে টেকেলি কাটি। গাঁৱৰ ভাল ভাল ল'ৰাবোৰ চাকৰি-বাকৰি লৈ চহৰীয়া হ'ল; দগধা আধা-কেচেলুৱাবোৰে বজাৰতে পাণ-দোকান একোখন দি বা দালালী-বৃত্তিত ধৰি মদপী-জুৱাৰী হৈ খেতি-খোলা এৰিছে। কেৱল আধা মৰা বুঢ়া কেইটাই পেটৰ দায়ত এতিয়াও বুঢ়া গৰু আৰু বুঢ়ি নাঙলৰ পিছে পিছে ঘূৰি মৰিছে। এয়ে হৈছে আমাৰ ম'হঘুলিৰ উন্নতি। কি কৰিবা দেউতাকণ, ইয়াকেই বোলে যুগ-ধৰ্ম। সিদিনা মন্থিৰৰ ঘৰলৈ গৈছিলোঁ। তিনিমাহ হ'ল, বেমাৰত শয্যাশায়ী হৈ পৰি আছে। পুতেক ডাৰোগা কিন্তু ডাক্তৰ আনিবলৈ মন্থিৰৰ

হাতত টকা এটা নাই। মই যোৱা দেখি মন্থিৰে চকুপানী টুকি টুকি ক'বলৈ ধৰিলে :

'চালে নাৰাখে, বাৰে নাৰাখে, নাৰাখে ত্ৰিদশৰ দেও।
গুৰু-ভকতে নাৰাখে মানে ৰাখোতা নাই কেও ॥'

একে সেথাৰিয়ে বহুত পৰ কথা কৈ কৈ দেবেৰা বুঢ়াৰ ভাগৰ লাগিল। কিছু সময় তেওঁ নীৰৱ হৈ ৰ'ল। শিৱনাথৰ মুখতো কথা নাই। দেবেৰা বুঢ়াই তেওঁৰ মনৰ পুৰণি গেলা ঘা এডোখৰ উকটি দিলে, তাৰ যন্ত্ৰণাই কিছু সময়ৰ কাৰণে তেওঁৰ মুখৰ মাত নোহোৱা কৰিলে। ইতিমধ্যে বজাৰত ৰেডিঅ'ৰ গান আৰু মদপীৰ চিঞৰ-বাখৰে তাল-ফাল লগাবলৈ আৰম্ভ কৰিছে। শিৱনাথৰ মনত এয়েই সান্ত্বনা যে আজিও নিশ্চয় সেই মদপীবোৰৰ মাজত লক্ষ্মীনাথ নাই, যি কোনো মুহূৰ্ত্ততে সি ৰুদ্ৰ-মূৰ্তি ধৰি আহি নিৰ্মম বাক্য-বাণেৰে তেওঁক ক্ষত-বিক্ষত কৰাৰ আশংকা নাই।

কিন্তু যি মুহূৰ্ত্ততে তেওঁ কথাষাৰ ভাবিলে মাত্ৰ, সেই মুহূৰ্ত্ততে আলিবাটত লক্ষ্মীনাথৰ বিকট ভয়ংকৰ চীৎকাৰ শুনা গ'ল : 'চাওঁ আজি কোন বাপেকে মোক পুলিচত দিব পাৰে। মই এনেয়েও পাপী, তেনেয়েও পাপী, আজি মই পিতৃ-বধৰ পাপী হ'ম। কোন ক'ত আছ আহ, আজি শিৱনাথ বুঢ়াক মোৰ হাতৰপৰা ৰক্ষা কৰ।'

পদূলিৰ নঙলা এডাল সশব্দে খুলি আলিবাটৰ খাৱৈৰ ফালে দলিয়াই দি সি ঘৰৰ ফালে আগ বাঢ়িল।

শিৱনাথৰ অনুভৱ হ'ল—যেন তেওঁৰ পুতেক নহয়—এটা ভয়ংকৰ জল্লাদহে নিষ্ঠুৰ সংকল্প লৈ তেওঁৰ ফালে আগুৱাই আহিব ধৰিছে। লক্ষ্মীনাথৰৰ চীৎকাৰ শুনাৰ লগে লগেই তেওঁৰ হৃৎ-পিণ্ডৰ স্পন্দন কেইমুহূৰ্ত্তমানৰ কাৰণে বন্ধ হৈ গ'ল। কপালত বিন্দু বিন্দু কেঁচা ঘাম বিৰিঙি উঠা যেন তেওঁ অনুভৱ কৰিলে। আৰু কেই ঘণ্টামানৰ কাৰণে তেওঁৰ ঘৰত যি নাৰকীয় দৃশ্য সংঘটিত হ'ব—সেই কথা কল্পনা কৰি এটা অবৰ্ণনীয় ভয়ত তেওঁৰ সৰ্বশৰীৰ অসাড় হৈ পৰিল। শুকান জিভাখনেৰে ওঠ দুখন চেলেকি তেওঁ কোনোমতে মাতষাৰ উলিয়াই

দেবেৰা বুঢ়াক ক'লে, 'দেবেৰা কাই, তুমি ঘৰলৈ যোৱা। পাগলটোৱে এতিয়া যি কাণ্ড কৰিব, তুমি সহ্য কৰিব নোৱাৰিবা।'

লক্ষ্মীনাথৰ চিঞৰ শুনি ইতিমধ্যে শিৱনাথৰ বৈণীয়েক-জীয়েক সকলো বাহিৰলৈ ওলাই দুৱাৰমুখত জুম বান্ধিলেহি। ওচৰৰ মানুহ কেই ঘৰৰো সকলো মানুহ বাহিৰলৈ ওলাই চোতালত জুম বান্ধিলে।

লক্ষ্মীনাথে চোতালত থিয় হৈ খন্তেক সময় নাটকীয় ভংগীত নীৰৱ হৈ ৰ'ল। মদৰ নিচাত তাৰ শৰীৰ থৰক-বৰক। কোঠালীৰ ভিতৰৰপৰা অহা লেম্পৰ সামান্য পোহৰতে দেখা গ'ল—তাৰ গাৰ কাপোৰ-কানি শতচ্ছিন্ন আৰু মাটি-বোকাৰে লুতুৰি-পুতুৰি। দেখিলেই ক'ব পাৰি যে সি এইমাত্ৰ কাৰবাবাৰ লগত এখন হিংস্ৰ মল্ল-যুদ্ধ কৰি আহিছে। পৰ্দাখন বতাহত কঁপি আছিল, ফলত একোবাৰ লেম্পৰ পোহৰ লক্ষ্মীনাথৰ মুখত পৰিছিল, একোবাৰ আন্ধাৰে তাৰ মুখখন ঢাকি ধৰিছিল। পোহৰ পৰাৰ লগে লগেই দেখা গৈছিল---সাপৰদৰে স্থিৰ নিৰ্মম দৃষ্টিৰে সি শিৱনাথৰ ফালে চাই আছে। সি অনুভৱ কৰিছে যে তাৰ আগমনে সকলোকে ভয়ত বোবা কৰি তুলিছে। সেই দৃশ্যটো সি কিছু সময় নীৰৱে উপভোগ কৰি ৰ'ল। তাৰ পাছত সি হঠাতে এবাৰ হিংস্ৰ নিৰ্মম মাতেৰে গৰ্জি উঠিল, 'দেউতা, তুমি মোৰ পিছত কিয় পুলিচ লগাই দিছিলা ?'

তাৰ এই মিছা অভিযোগ শুনি শিৱনাথ অকণো আচৰিত নহ'ল। সুদীৰ্ঘ অভিজ্ঞতাৰপৰা তেওঁ এই কথা জানে যে সি যেতিয়া শিৱনাথৰ লগত কাজিয়া কৰিবলৈ আহে, সদায় সি এটা মিছা অভিযোগ উত্থাপন কৰি কাজিয়াখন আৰম্ভ কৰে। যিকোনো প্ৰকাৰে শিৱনাথক তৰ্ক-যুদ্ধত প্ৰবৃত্ত কৰোৱাটোৱেই তাৰ প্ৰধান লক্ষ্য, সেইটো কৰিব নোৱাৰালৈকে তাৰ শান্তি নাই। শিৱনাথে সেই কথা ভালকৈ জানে কাৰণেই সহজে তেওঁ পুতেকৰ কোনো কথাৰ উত্তৰ নিদিয়ে।

'নামাতা কিয় এতিয়া'—লক্ষ্মীনাথে হিংস্ৰ মূৰ্তি ধৰি আৰু এখোজ আগ বাঢ়ি আহিল—'তুমি সদায় নামাতি নামাতিয়েই ৰণ জিকিম বুলি ভাবিছা নেকি ? আজি মই গোটেইবোৰ কথাৰ এটা হেস্ত-নেস্ত

কৰিছে এৰিম। শুনা, তুমি তিনিটা ল'ৰাৰ জন্ম দিছিলা। তাৰে দুটাক পঢ়াই-শুনাই ডাঙৰ মানুহ কৰিলা, কেৱল মোক কৰি ৰাখিলা অশিক্ষিত হালোৱা।......'

দেবেৰা বুঢ়াই এইখিনিতে মাত লগালে, 'তই এইবোৰ কি কথা কব অ' কণবাপু? দেউতাৰে ককায়েৰহঁত লগত যেনেকৈ ধন ভাঙিছিল, তোৰ লগতো তেনেকৈ ধন ভাঙিছিল। কিন্তু তই যদি গাধা হৈ বা পঢ়া-শুনাত অমনোযোগী হৈ বেছি ওপৰলৈ উঠাব নোৱাৰিলি, তাৰ কাৰণে বাপেৰৰ দোষটো হ'ল কেনেকৈ? ফুটা কলহত হেজাৰে পানী ঢালি থাকিলেও তাত জানো পানী ৰয়?'

'এই টুটকীয়া পদুলি-শুঙা বুঢ়াটোক ইয়ালৈ কোনে মাতি আনিছে'—লক্ষ্মীনাথে দেবেৰা বুঢ়াৰ ফালে চাই ভেকাহি মাৰি উঠিল, 'লোকৰ ঘৰৰ ভিতৰুৱা কথাত মাত মাতিবলৈ নাহিবা। মই বুঢ়া-ঠেৰা গুৰু-গোসাঁই কাকো নামানো; বেছিকৈ পেক্-পেকাই থাকিলে কথা বেয়া হ'ব কিন্তু।'

'সেইটো আৰু কব লাগিছেনে বোপাই'—দেবেৰা বুঢ়াই লক্ষ্মীনাথৰ ভেকাহিত অকণো ভয় নাখাই ক'লে 'যি ল'ৰাই বাপেকক মাৰিবলৈ হাত ডাঙি আছ, সি আৰু আমাক কি শুদাই এৰিবি? হে হৰি, চাই থাকোঁতেই কি দিন-কাল পৰিল। সেয়া কেইবছৰৰ নো আগৰ কথা, ৰামেশ্বৰে এবাৰ বাপেকৰ লগত কাজিয়া কৰি খঙতে বাপেকৰ ফালে চেঁচা মাৰি খেদি গৈছিল; সেইটো অপৰাধতে গাঁৱৰ সমাজে তাক এঘৰীয়া কৰি থলে। পাছত দণ্ড ভৰি নামঘৰত শৰাই এখন দিয়াৰ পাছতহে সি ৰাইজৰ ক্ষমা পাইছিল। আজি-কালি ল'ৰাই কথাই কথাই বাপেক-মাকক মাৰিবলৈ খেদি আহে; দুই-এটাই মদৰ জালতে বাপেকহঁতক মাৰিছেও; তথাপি জানো আজিৰ সমাজে সেইটোক কিবা এটা কথা বুলি ধৰিছে? এনেকুৱাই হৈছে আজিৰ দিন-কাল। ব্ৰহ্মপুত্ৰৰ বানপানীয়েও বালিবে সজা মথাউৰি এনেকৈ নখহায়—যেনেকৈ এতিয়া নতুন যুগৰ উন্নতিৰ ঢলে সমাজৰ ভেটা-বান্ধনি খহাব ধৰিছে। পিছে বোপাই, মদৰ নিচাত কিংবা ডেকা তেজৰ নিচাত

ইমান বেছিকৈ ওভট-গোৰেৰ নানাচিবি; বুঢ়া লোকৰ কথা মনত ৰাখিবি—

অ'ত কৰিবা হৰক্-তৰক্ ত'ত কৰিবা কি ?
দাঁড়েকৰ বাতৰি তিলেকে যোগাব, যতনা ভুঞ্জাব নি ।'

লক্ষ্মীনাথে ইমান পৰে অসীম ধৈৰ্য্যেৰে দেবেৰা বুঢ়াৰ কথা শুনি আছিল। তেওঁৰ কথা শেষ হ'ল কি নহ'ল, সি বাঘৰ নিচিনাকৈ এনে এটা গোজৰণি মাৰি উঠিল যে উপস্থিত সকলো মানুহেই ভয়ত উচপ খাই উঠিল।

'চুপ থাক ঐ বুঢ়া'—সি চিঞৰি উঠিল—'মোৰ আগত এইবোৰ লেক্‌চাৰ দিব নালাগে, তোৰ বৰটো পুতেৰৰ আগত দেগৈ। তোৰ এনেকুৱা কুচুটীয়া স্বভাৱৰ কাৰণেই পুতেৰে তোক পৰিত্যাগ কৰিছে, তথাপি তোৰ লাজ নাই।······দেউতা, শুনা—তোমাৰ লগত মোক চুপটি মাৰি থাকিবলৈ সময় নাই। আজি মই মোৰ সম্পত্তিৰ ভাগখিনি নিবলৈ আহিছোঁ। সেইখিনি দি মোক সোনকালে বিদায় দিয়া। মাটি-বাৰীৰ ভাগ পাছত হ'ব; আজি মোক টকা-সিকা আ-অলংকাৰ সকলো সম্পত্তিৰ সমান ভাগ লাগিব।'

দেবেৰা বুঢ়া বয়সত শিৱনাথতকৈয়ো পাঁচ বছৰ মান ডাঙৰ; তেনে-হেন এজন বুঢ়া মানুহক লক্ষ্মীনাথে তই-হঁয় কৈ গালি পৰা শুনি ৰম্ভাৰ গাটো খঙত জ্বলি আছিল। এতিয়া ছল পাই তাই মাত লগালে—'সম্পত্তিৰ ভাগ বুলি যোৱা পাঁচ-ছয় বছৰে তই দেখোন এপদ-দুপদকৈ বস্তু কঢ়িয়ায়েই আছ; সেইবোৰ বস্তুৰ কি গতি কৰিছ আমি একো নজনাকৈ আছোঁ বুলি ভাবিছনেকি ? চব দেখোন মদ আৰু জুৱাত উৰুৱাইছ। এতিয়া সম্পত্তিৰ ভাগ বুলি ঘৰখনত লাম-লাকটু যি এডোখৰ বাকী আছে সকলো লৈ যা—আৰু দুদিনতে মদত সকলো উৰুৱাই দি পাছত লোকৰ ঘৰে ঘৰে কুকুৰবদৰে চুৱা চেলেকি ঘূৰি ফুৰগৈ। নিলাজ নিধকটো ক'ৰবাৰ, কণা-গোসাঁয়ে এইটোক মাৰিও নিব নাজানিলে।'

'কি ক'লি তই কাণী ভূতুনী'—লক্ষ্মীনাথে বজ্ৰ-দৃষ্টিৰে ৰম্ভাৰ ফালে চাই চিঞৰি উঠিল, 'কণা গোসাঁয়ে কাক মাৰি নিব লাগিছিল ? মোক

নে তোক? ঘৰখনৰ গল-গ্ৰহ হৈ তই জীয়াই আছ, এতিয়া মোক তেনে কথা ক'বলৈ তোৰ লাজ নালাগে? তোৰ ভাগ্য ভাল আছিল যে কনক ঠিকাদাৰৰ নিচিনা এটা মানুহে তোক উপযাচি বিয়া কৰাবলৈ ওলাইছিল। মোৰ বাই বুলিয়েই সি তোক বিয়া কৰাবলৈ আগ বাঢ়িছিল। কিন্তু বাপেৰৰ মতিচ্ছন্ন হ'ল, তেওঁ তোক কনকলৈ বিয়া নিদিলে। তেওঁ বোধহয় নকুলকে তোলৈ ঘৰ-জোঁৱাই চপাম বুলি মনে মনে ভাবি আছে......'

'কি কলি তই পাষণ্ড?'—শিৱনাথ হঠাৎ চকীখনৰপৰা জাঁপ মাৰি থিয় হ'ল, 'বহুত দিন মই তোৰ বহুত অসহনীয় কথা সহ্য কৰি আহিছোঁ; কিন্তু আজি আৰু তই সকলো সহ্যৰ সীমা পাৰ হৈ গ'লি। শুন, আজিৰপৰা মই তোক ত্যাজ্য-পুত্ৰ কৰিলোঁ। আজিৰপৰা তই মোৰ ঘৰত ভৰি নিদিবি। তই এতিয়াই মোৰ চকুৰ আগৰপৰা দূৰ হ—' শিৱনাথে লক্ষ্মীনাথৰ ফালে চোঁচা মাৰি গ'ল।

চকুৰ আগতে ঘটনাই এনে ৰূপ ল'ব বুলি কোনেও ভবা নাছিল। দেবেৰা বুঢ়াই থৰক্-বৰকৈ উঠি শিৱনাথক আগচি ধৰি ক'লে, 'দেউতাকণ, মই তোমাক গোসাঁইৰ শপত দিছোঁ, তুমি অলপ ধৈৰ্য্য ধৰা। ই পাষণ্ডই নিজৰ জ্ঞানত এষাৰো কথা কোৱা নাই, মদৰ জালত সি কি কথা কৈছে সি নিজেই ক'ব নোৱাৰে।...ঐ কণবাপু, ঐ মহাপাপী, তই এতিয়াই এইখন ঘৰৰপৰা ওলাই যা। তোৰ মুখত এনে কথা ওলোৱাৰ পাছত এইখন ঘৰত থাকিবলৈ বা দেউতাকণক দেউতা বুলি মাতিবলৈ তোৰ অকণো অধিকাৰ নাই।'

'নিশ্চয় মই ওলাই যাম, ওলাই যাম বুলিয়েই মই আজি হিচাপ-নিকাচ কৰিবলৈ আহিছোঁ'—লক্ষ্মীনাথে ফেপেৰি পাতি উত্তৰ দিলে, 'কিন্তু তাৰ আগতে মোৰ সম্পত্তিৰ ভাগ পৰিষ্কাৰ হ'ব লাগিব। এতিয়াই মোৰ সম্পত্তিৰ ভাগ উলিয়াই দিয়া। নহ'লে আজি মই ঘৰত জুই জ্বলাই দিম।'

'তোক মই ত্যাজ্য-পুত্ৰ কৰিছোঁ, তোৰ আকৌ সম্পত্তিৰ ভাগ কিহৰ?'—শিৱনাথে দেবেৰা বুঢ়াক ঠেলা মাৰি পুত্ৰেকৰ ফালে আগবাঢ়ি

গৈ তাৰ গালতে চৰ এটা মাৰি দিলে, আৰু 'তই ওলাই যা, এতিয়াই ওলাই যা'—বুলি তাক ঠেলিবলৈ ধৰিলে। লক্ষ্মীনাথেও 'মই সম্পত্তিৰ ভাগ নিনিয়াকৈ কেতিয়াও শুদা হাতে ওলাই নাযাওঁ' বুলি চিঞৰ-বাখৰ কৰি আৰু মুখত যিহকে আহে তিহকে বকি বকি দেউতাকৰ লগত দবৰা-দবৰি কৰিবলৈ ধৰিলে। বাপেক-পুতেকে সমানে যুঁজ লগা এনে দৃশ্য দেখি শিৱনাথৰ ঘৈণীয়েক-জীয়েক সকলোৱে কপাল ভুকুৱাই ভুকুৱাই ৰাউচি জুৰি কান্দিবলৈ ধৰিলে। ইমান পৰে ইঘৰ-সিঘৰৰ চোতালত জুম বান্ধি ৰং চাই থকা মানুহবোৰেও এই দৃশ্য দেখি আৰু বৈ থাকিব নোৱাৰিলে। দুটামান ডেকা ল'ৰাই আগবাঢ়ি আহি বাপেক-পুতেকৰ যুঁজখন এৰুৱাবলৈ চেষ্টা কৰিলে। দবৰা-দবৰিৰ সোঁ-মাজতে কাৰোবাৰ ঠেলা লাগি 'উস্ মৰিলোঁ ঔ' বুলি শিৱনাথ মাটিত পৰি গ'ল। শিৱনাথৰ ঘৈণীয়েক-জীয়েকহঁতে ভাবিলে যে লক্ষ্মীনাথেহে বাপেকক মাৰি মাটিত বগৰাই দিলে। শিৱনাথ ধৰাশায়ী হোৱা এনে এটা মৰ্মন্তুদ দৃশ্য সিহঁতে আগতে দেখা দূৰৰ কথা—কোনো-দিনে কল্পনাও কৰিবপৰা নাছিল। এই দৃশ্যই সিহঁতৰ চকুৰ আগত এটা ভয়ংকৰ প্ৰতীকি অৰ্থ লৈ দেখা দিলে; সিহঁতৰ অনুভৱ হ'ল যে আজি সিহঁতৰ অস্তিত্বৰ ঘাই লাই-খুটা ডালেই দুৰ্ভাগ্যৰ বজ্ৰাঘাতত চুৰ্ চুৰ্ হৈ ভাগি থাকিল, সমাজত সিহঁতৰ চিৰকাল উচ্চ হৈ থকা শিৰ আজি ধূলিত লুণ্ঠিত হৈ পৰিল। ইয়াৰ পাছত এই ঘৰখনৰ ৰূপ কেতিয়াও আগৰ নিচিনা হৈ নাথাকিব। চৰমতম হতাশাত ভাগি পৰা মানুহৰ দৰে সিহঁতে মাটিত বাগৰি বাগৰি হিয়া ভুকুৱাই কান্দিবলৈ ধৰিলে।

দুটামান ডেকাল'ৰাই শিৱনাথক মাটিৰপৰা তুলি আনি চকীত বহুৱাই দিলে। আন দুটামানে লক্ষ্মীনাথক টানি-আঁজুৰি পদূলিৰ ফালে লৈ গ'ল। যাওঁতেও সি চিঞৰি চিঞৰি কৈ গ'ল, 'তহঁতে মোৰ পৰা নিস্তাৰ পালোঁ বুলি নাভাবিবি। কালিলৈ ৰাতিপুৱা মই আকৌ আহিম।'

শিৱনাথৰ ঘৈণীয়েক-জীয়েকহঁতৰ কান্দোন যেতিয়া বন্ধ হ'ল—তেতিয়া সিহঁতৰ ঘৰখনলৈ নামি আহিল মৰিশালীৰ ভয়ংকৰ নীৰৱতা।

## ॥ ৪ ॥

শিৱনাথৰ ঘৰখন সঁচাকৈয়ে মৰিশালীৰ নিচিনাই হৈ পৰিছিল। বহুতো আশা, বহুতো স্বপ্নৰ মৰিশালী। ডাঙৰটো পুতেক গৌৰীনাথে দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে 'নীচ-কুলীয়া' ছোৱালী বিয়া কৰাই ঘৰৰ লগত সকলো সম্পৰ্ক ত্যাগ কৰিলে। আজি পাঁচ বছৰ ঘৰৰ লগত তাৰ কোনো যোগাযোগ নাই। ডাঙৰজনী ছোৱালী ৰত্নাই দুৰ্ভাগ্যৰ অভিশাপ মূৰতে লৈ ঘৰতে আবিয়ৈ হৈ থাকিল। তাইক বিয়া দিব পৰাৰ আশা শিৱনাথে সমূলি ত্যাগ কৰিছে। এতিয়া আটাইতকৈ ডাঙৰ সন্ত্ৰাসৰ কাৰণ হৈ পৰিছে সৰুটো পুতেক লক্ষ্মীনাথ। দুৰাৰোগ্য কেন্সাৰ ৰোগৰদৰে সি ঘৰখন খুলি খুলি খাব ধৰিছে। শিৱনাথৰ জীৱনৰ প্ৰধান অবলম্বন বা সঞ্জীৱনী-শক্তি আছিল তেওঁৰ সামাজিক মান-মৰ্য্যাদা। চাওঁতে চাওঁতে সিও জহি-খহি ধূলিত মিহলি হৈ যোৱাৰ উপক্ৰম কৰিছে। জীৱনৰ গধূলি-প্ৰান্তত উপনীত হৈ শিৱনাথে অতি কৰুণ ভাৱে উপলব্ধি কৰিলে যে তেওঁ আজি সম্পূৰ্ণ ৰিক্ত, সৰ্বস্বান্ত; তেওঁৰ জমাৰ ঘৰত এটা বিৰাট শূন্য।

চাৰিওফালৰ নিৰন্ধ্ৰ অন্ধকাৰৰ মাজত এতিয়াও অৱশ্যে এটা ক্ষীণ পোহৰৰ বিন্দু টিমিক-টামাককৈ জ্বলি আছিল। সেইটো হ'ল শিৱনাথৰ মাজুটো পুতেক কালিনাথ। সি এতিয়া বিশ্ববিদ্যালয়ত এম. এ পঢ়ি আছে। কিন্তু বাৰে বাৰে ভাগ্যৰ হাতত মাৰ খাই খাই শিৱনাথৰ মনত এনেকুৱা ভয় সোমাই গৈছিল যে কালিনাথৰ ওপৰত ভাৰসা ৰাখিবলৈকো তেওঁৰ সাহস নোহোৱা হৈ গৈছিল। এতিয়াও সি পঢ়িয়েই আছে; পঢ়া সাং কৰি ওলোৱাৰ পাছত সি বা কি মূৰ্তি ধৰে সেই কথা কোনে জানে? তদুপৰি শিৱনাথৰ তিনিটা ল'ৰাৰ ভিতৰত কালিনাথৰ প্ৰকৃতিটোকে তেওঁ আজিলৈকে ভালকৈ ধৰিব পৰা নাই। সৰুৰেপৰাই সি আছিল নিবোকা প্ৰকৃতিৰ ল'ৰা; মানুহৰ লগত সি

ৰৰকৈ কথা-বাৰ্তা নাপাতে বা হলি-গলি নকৰে ; পৰাপক্ষত সকলোৰে সংগ পৰিহাৰ কৰি সি আপোন মনে অকলশৰীয়া হৈ থাকে। সদায় এটা বিষন্নতাৰ ছাঁই তাৰ মুখখন আৱৰি থাকে। পঢ়া-শুনাতো সি বিশেষ ভাল নাছিল। কোনোমতে ইশ্ৰেণীৰপৰা সিশ্ৰেণীলৈ প্ৰমোশ্যন পাই যোৱাটোৱেই আছিল তাৰ ছাত্ৰ-জীৱনৰ একমাত্ৰ কৃতিত্ব। অৱশ্যে তাৰ এটা প্ৰশংসনীয় গুণ আছিল এইটোৱেই যে তাৰ নিজৰ ফালৰ পৰা চেষ্টাৰ কোনো ত্ৰুটি নাছিল ; প্ৰতিভাৰ অভাৱ সি পূৰাই লবলৈ চেষ্টা কৰিছিল পৰিশ্ৰম আৰু অধ্যবসায়ৰ দ্বাৰাই। কিন্তু তথাপি সি শিৱনাথৰ মনত কোনোদিনেই কোনো আশাৰ সঞ্চাৰ কৰিবপৰা নাছিল। প্ৰতিভাৰ দীপ্তিৰে উজ্জ্বল গৌৰীনাথ বা স্বাস্থ্যোজ্জ্বল আৰু বাক-পটু লক্ষ্মীনাথৰ তুলনাত সি আছিল নিতান্তই নিষ্প্ৰভ আৰু নগণ্য। তদুপৰি তাৰ নীৰৱ, বিষন্ন আৰু নিৰ্জনতাপ্ৰিয় স্বভাৱ দেখি দেখি তাৰ মানসিক সুস্থতা সম্পৰ্কেই শিৱনাথৰ মনত বহুদিন সন্দেহৰ উদয় হৈছিল। এতিয়াওযে সেই সন্দেহ তেওঁৰ মনৰপৰা সম্পূৰ্ণ দূৰীভূত হৈছে সেইটো নহয় ; তথাপি গৌৰীনাথ আৰু লক্ষ্মীনাথৰ পৰা তেওঁ মনত যি দাৰুণ আঘাত পালে, তাৰ তুলনাত নিৰ্জীৱ আৰু বিষন্ন প্ৰকৃতিৰ কালিনাথেই অধিক সান্ত্বনাৰ উৎস বুলি তেওঁ আজিকালি ভাবিবলৈ আৰম্ভ কৰিছে। এতিয়া সি এম এ-টো পাছ কৰি এঠাইত থিতাপি লাগিব পাৰিলেই শিৱনাথে অকুল সমুদ্ৰত পাৰ বিচাৰি পাব, কাৰণ তাৰ ভৱিষ্যতৰ লগত ৰত্নাৰো ভৱিষ্যত জড়িত হৈ আছে। মাক-বাপেকৰ অবৰ্তমানত তাইক এটা আশ্ৰয় বা অৱলম্বন লাগিব। এই ক্ষেত্ৰত কালিনাথেই শিৱনাথৰ সৰ্ব শেষ ভাৰসা। অৱশ্যে ইয়াৰ পাছতো শিৱনাথৰ এটা কাম বাকী থাকিব, সেইটো হ'ল সাৱিত্ৰীৰ বিয়া। দুৰ্ভাগ্যৰ উপৰ্যুপৰি আঘাতে শিৱনাথৰ মনৰ বল সমূলি নোহোৱা কৰিছে যদিও সাবিত্ৰীৰ বিয়া সম্পৰ্কে তেওঁ এতিয়াও সম্পূৰ্ণ নিৰাশ হোৱা নাই। দেখাই-শুনাই তাই অতি চকুতলগা ছোৱালী হৈ উঠিছে। এনেজনী ছোৱালীৰো যদি উপযুক্ত পাত্ৰত সুকলমে বিয়া হৈ নাযায়, তেন্তে বুজিব লাগিব যে শিৱনাথৰ

জীৱনটো এটা অন্তহীন অভিশাপৰ বাহিৰে আন একো নহয়; এই অভিশাপৰ পৰা তেওঁৰ পো-পোৱালিৰো নিস্তাৰ নাই।

মনত বল বা সান্ত্বনা পাবলৈ আজি-কালি শিৱনাথে প্রায়েই কালিনাথৰ কথা ভাবে। তাৰ নীৰৱ বিষণ্ণ মুখখন এটা নতুন অৰ্থ লৈ তেওঁৰ চকুৰ আগত প্রতিভাত হৈ উঠে। খুব সম্ভৱ ঘৰখনত এটাৰ পাছত এটাকৈ লাগি থকা দুৰ্ভাগ্য আৰু বিপৰ্যয়বোৰেই তাৰ অনুভূতিশীল মনত এনে আঘাত দিলে যে চিৰকালৰ কাৰণে তাৰ মনৰ প্রফুল্লতা নোহোৱা হৈ গ'ল। হয়তো মাক-দেউতাকৰ প্রতি নীৰৱ সহানুভূতিয়েই তাৰ বিষণ্ণতাৰ প্রধান কাৰণ। সৰুতে গৌৰীনাথৰ প্রতি তেওঁ বেছি পক্ষপাতিত্ব দেখুৱাইছিল, তাৰ তুলনাত কালিনাথক তেওঁ প্রায় অনাদৰেই কৰিছিল। সেইবোৰ কথা মনত পৰি তেওঁৰ মনটো বেদনা আৰু মমতাত আৰ্দ্র হৈ পৰিল। এতিয়া কালিনাথেই তেওঁৰ শেষ আশা। তেওঁ ঠিক কৰিলে যে এইবাৰ কালিনাথ বন্ধত ঘৰলৈ আহিলে তেওঁ তাক খুব মৰম কৰিব, ইমান-দিনে তাক দেখুৱাই অহা প্রচ্ছন্ন অনাদৰৰ ক্ষতি-পূৰণ কৰিবলৈ চেষ্টা কৰিব।

লক্ষ্মীনাথৰ লগত শিৱনাথৰ ডাঙৰ কাজিয়াখন হোৱাৰ প্রায় এমাহ মানৰ পাছত হঠাৎ এদিন কালিনাথ ঘৰ ওলালহি। তেতিয়া মাঘ মাহ, বিশ্ববিদ্যালয়ৰ গৰমৰ বন্ধ হবলৈ কেইবামাহো বাকী আছে। হঠাৎ কালিনাথ ঘৰলৈ অহা দেখি শিৱনাথ অতি অতি আচৰিত হ'ল। সি মুখ-হাত ধুই চাহ-জলপান খোৱাৰ পাছত শিৱনাথে তাক সুধিলে, 'তহঁতৰ কলেজ বন্ধ হ'ল নেকি?'

'নাই হোৱা'—কালিনাথে সংক্ষেপে উত্তৰ দিলে।

'তেন্তে তই ঘৰলৈ কিয় আহিলি?'—শিৱনাথে উদ্বিগ্ন হৈ সুধিলে।

'আহিবলৈ মন গ'ল।'

শিৱনাথ কিছু সময় চিন্তিত ভাবে নীৰৱ হৈ ৰ'ল। তাৰ পাছত সহজ স্বাভাৱিক মাতেৰে তেওঁ আকৌ সুধিলে, 'আকৌ যাবি কেতিয়া?'

'ঘূৰি যাম বুলি অহা নাই। একেবাৰেই গুচি আহিছোঁ।' কথাষাৰ কৈয়েই দেউতাকক আৰু কোনো প্ৰশ্ন সুধিবলৈ অবকাশ নিদি কালিনাথ পদূলিৰ ফালে ওলাই গুচি গ'ল।

এটা আকস্মিক আঘাতত থৰ লাগি বোৱাৰ দৰে শিৱনাথ বহুত সময় থৰ লাগি ৰ'ল। এইটো আকৌ কি নতুন ঘটনা হ'ল? যি কালিনাথৰ ওপৰত তেওঁৰ শেষ আশা আছিল, সিও এতিয়া তেওঁৰ আশাৰ মূৰত বাগী-কুঠাৰ মাৰিহে এৰিব নেকি? তেওঁ মূৰটো ঘূৰাই যোৱা যেন অনুভৱ কৰিলে। তেওঁৰ বৰ আশা আছিল যে কালিনাথে এম এ পাছ কৰি ওলোৱাৰ পাছত তাক ওচৰৰ চহৰৰ কলেজখনতে অধ্যাপক কৰি সুমুৱাই দিব। কলেজৰ অধ্যক্ষজন তেওঁৰ দূৰ-সম্পৰ্কীয় আত্মীয় হয়। শান্ত-শিষ্ট কালিনাথো একমাত্ৰ শিক্ষক কামৰ কাৰণেহে উপযুক্ত হ'লহেঁতেন। কিন্তু সি আধা-খনীয়াকৈ পঢ়া এৰি থৈ আহি এতিয়া যদি হালৰো নহয় জালৰো নহয়, তেন্তে তাক লৈ তেওঁ কি কৰিব? শিৱনাথৰ বুকু ভেদি এটা দীঘল হুমুনিয়াহ বাহিৰ হৈ আহিল। তেওঁ ইমানদিনে যি ভয় কৰি আছিল নিশ্চয় সেইটোৱেই হ'ল। এয়া নিশ্চয় কালিনাথৰ পাগল হোৱাৰ পূৰ্ব-লক্ষণ। মানুহ পাগল নহ'লেনো কথা নাই বাৰ্তা নাই এনেকৈ পঢ়া এৰি থৈ গুচি আহেনে? শিৱনাথে শূন্য দৃষ্টিৰে সমুখলৈ চাই পঠিয়ালে। চাৰিওফালে নিৰন্ধ্ৰ অন্ধকাৰ। বহুদূৰৰ দিগন্তত ইমান-দিনে পোহৰৰ যি এটা ক্ষীণ বিন্দু টিমিক-টামাককৈ জ্বলি আছিল, সিও যেন ধুমুহাৰ বা লাগি হঠাৎ নুমাই গ'ল। তেওঁ চকু দুটা মুদি দিলে, আৰু লগে লগে দুটোপাল গৰম চকুলো তেওঁৰ দুই গালেদি বাগৰি গ'ল।

বহুত সময়ৰ মূৰত তেওঁ ৰত্নাক মাতিলে। ৰত্না আহি ওচৰত থিয় হোৱাত তেওঁ সুধিলে, 'ভায়েৰে কিয় পঢ়া এৰি গুচি আহিলে—তইঁতক কিবা কৈছে নেকি অ' আই?'

ৰত্না বৰ বিপদত পৰিল। কালিনাথে হঠাৎ এনেকৈ কিয় ঘৰলৈ গুচি আহিল সেই কথা ঘৰখনৰ ভিতৰত কেৱল তায়েই জানে।

লক্ষ্মীনাথৰ লগত কাজিয়া কৰি দেউতাক মাটিত পৰি যাবৰ দিনা তাই মনত ইমান বেছি আঘাত পালে যে কৰিবলৈ আন একো উপায় নাপাই তাই পাছদিনা ঘৰৰ আন কাকো নোকোৱাকৈ কালিনাথলৈ এখন দীঘল চিঠি লিখিলে। চিঠিখনত তাই কেৱল নিজৰ ঘৰখনৰ কথাই নহয়, গোটেই ম'হঘুলি ঠাইখনেই দিনে দিনে কেনেকৈ ধ্বংসৰ পথলৈ আগ বাঢ়িছে—সেইবোৰ কথাও সবিস্তাৰে লিখিলে। তাই আৰু লিখিলে যে লক্ষ্মীনাথে ঘৰখনৰ ওপৰত দিনে দিনে যেনেকুৱা অত্যাচাৰ কৰিবলৈ আৰম্ভ কৰিছে, সেই অত্যাচাৰ আৰু কিছুদিন চলিবলৈ হ'লে সিহঁতৰ মাক-বাপেক আৰু বেছিদিন বোধহয় জীয়াই নাথাকিব। তেওঁলোকে এতিয়াই ভাত-পানী খাবলৈ প্ৰায় এৰাৰ নিচিনাই হৈছে। তেওঁলোকৰ যন্ত্ৰণাকাতৰ মুখ দুখন দেখিলেই ক'ব পাৰি যে জীৱনৰ সকলো আশা-ভাৰসা হেৰুৱাই পেলাই তেওঁলোকে এতিয়া কেৱল মৃত্যুৰ কাৰণেহে ব্যাকুল ভাবে অপেক্ষা কৰি আছে। এনে অৱস্থাত তেওঁলোকৰ মনত বল যোগাবলৈ কালিনাথে কিবা এটা কৰা উচিত। নিজৰ মনৰ আবেগ সংবৰণ কৰিব নোৱাৰি বন্তাই কলমৰ আগত যিহকে আহে তাকে লিখি গ'ল আৰু ফলত তাইৰ চিঠিখনত সিহঁতৰ ঘৰখনৰ তথা ম'হঘুলিৰ এটা ভয়ংকৰ চিত্ৰ ফুটি উঠিল। অৱশ্যে তাই চিঠিখন লিখিবৰ সময়ত সপোনতো ভবা নাছিল যে সেইখন পায়েই কালিনাথে পঢ়া-শুনা ত্যাগ কৰি একেবাৰে ঘৰলৈ গুচি আহিবলৈ সংকল্প ল'ব। কালিনাথ ঘৰ আহি পোৱাৰ লগে লগে বন্তাই নিৰ্জনতাৰ এটা সুৰুঙা পাই ফুচ্ ফুচাই ভায়েকক সুধিলে, 'এই অসময়ত তই ঘৰলৈ কিয় আহিলি?'

'কিয়? তয়েই দেখোন মাতি পঠাইছিলি।'

'মই? মাতি পঠাইছিলো?'—বন্তাই আচৰিত হৈ প্ৰশ্ন কৰিলে, 'মই তোক ঘৰৰ কথাবোৰ কেৱল জনাইছিলোঁ। দেউতাৰ অৱস্থা দেখি মনত শোকে এনেকৈ খুন্দা মাৰি ধৰিছিল যে কথাবোৰ কাৰোবাক ক'ব নোৱাৰালৈকে মনত শান্তি নাছিল। কিন্তু সেইবুলি তোক

পঢ়া-শুনা এৰি থৈ ঘৰলৈ গুচি আহিবলৈতো মই ভুলতো কোৱা নাছিলোঁ।'

'ঠিক আছে। তই কোৱা নাছিলি। মই নিজেই আহিলোঁ।'

'পিছে ঘৰত তই এতিয়া কি কৰিবি? পঢ়া-শুনা এৰি ঘৰত বহি বহি খাই থাকিলে দেউতাক সুখ দিয়া চাবি তেওঁৰ মনৰ দুখ দুগুণে বঢ়োৱাহে হ'ব।'

'তোক কোনে কৈছে মই ঘৰত বহি বহি খাই থাকিম বুলি। মই কি কৰো তই চাই থাকচোন। কাইলৈ ৰাতিপুৱাৰ পৰাই মই মোৰ কাম আৰম্ভ কৰিম। যিবোৰ মানুহে চোৰাং মদৰ পোহাৰ মেলি ম'হঘুলিক নৰক-কুণ্ডত পৰিণত কৰিছে আৰু উঠি অহা ল'ৰাবোৰক অধঃপাতে নিয়াইছে—সেই মানুহবোৰক মই এইবাৰ ভালকৈয়ে এটা শিক্ষা দিম। ম'হঘুলিৰ কান্ধত যি ভূত লম্ভিছে—সেই ভূতক মই ইয়াৰপৰা বাহিৰ কৰিহে এৰিম।'

কালিনাথৰ কথা শুনি ৰন্তাৰ মনটো আনন্দত নাচি উঠিল। চাৰিওফালে হতাশা আৰু বিষাদৰ অন্ধকাৰে ঘেৰি ধৰা সিহঁতৰ অভিশপ্ত ঘৰখনত কেতিয়াবা কিবা এটা ঘটাৰ আশা ৰন্তাই মনৰপৰা সমূলি বিসৰ্জন দিছিল। তাইৰ মনত এটা ধাৰণা হৈ গৈছিল যে চৰম সৰ্বনাশৰ কাৰণে নীৰৱে আৰু অসহায় ভাবে অপেক্ষা কৰি থকাই সিহঁতৰ একমাত্ৰ বিধি-লিপি; তাৰ কোনো পৰিৱৰ্তন হোৱাৰ কোনো আশা নাই। কিন্তু কালিনাথৰ কঠিন কণ্ঠস্বৰে সিহঁতৰ চিৰ-অন্ধকাৰ ঘৰখনলৈ যেন এচেৰেঙা আশাৰ পোহৰ কঢ়িয়াই আনিলে, ৰন্তাই তাইৰ মৰা-দেহত নতুনকৈ জীৱন পোৱাৰ চাঞ্চল্য অনুভৱ কৰিলে। আবেগ-বিহ্বল দৃষ্টিৰে তাই ভায়েকৰ মুখলৈ চাই পঠিয়ালে। ইতিমধ্যে অন্ধকাৰ গাঢ় হৈ আহিছিল, কালিনাথৰ মুখখন তাই দেখা নাপালে। কিন্তু আন্ধাৰতেই তাই অনুভৱ কৰিলে যে কালিনাথৰ মুখখন যেন এটা ভীষণ প্ৰতিজ্ঞাত বজ্ৰৰদৰে কঠিন হৈ উঠিছে। তাই ভায়েকৰ কান্ধত হাত এখন থৈ কিছু সময় নীৰৱে থিয় হৈ ৰ'ল, আবেগত তাইৰ চকু দুটা সজল হৈ পৰিল।

কালিনাথ ওলাই যাব খোজা দেখি ৰভাই তাক আকৌ এটা প্ৰশ্ন কৰিলে, 'তোৰ পঢ়া শেষ হ'বলৈ আৰু মাত্ৰ এটা বছৰ আছিল। পঢ়া শেষ কৰিওতো তই এই কামত লাগিব পাৰিলিহেঁতেন?'

কালিনাথ দুৱাৰ-মুখত থমকি ৰৈ গ'ল। বোধহয় খঙেৰে কিবা এষাৰ কথা তাৰ মুখৰপৰা ওলাই আহিব খুজিছিল, কিন্তু তৎক্ষণাৎ খংটো দমন কৰি সি শান্ত মাতেৰে ক'লে, 'পঢ়া-শুনা কৰি একো লাভ নাই, বুজিছ। যদি চাকৰিৰ কাৰণে পঢ়াটোকে বিচাৰ, তেন্তে পঢ়াৰ একো অৰ্থ নাই, কাৰণ হাজাৰ হাজাৰ ল'ৰাই বি এ-এম এ পাছ কৰি চাকৰি নাপাই হা-হুতাশ কৰি দিন কটাইছে। যদি ভাব যে জ্ঞান-অৰ্জনৰ কাৰণে এম এ পঢ়িব লাগে, তেন্তে তাতকৈ ডাঙৰ ভুল ধাৰণা আন একো নাই। আমাৰ বিশ্ববিদ্যালয়ত আন সকলো থাকিলেও জ্ঞান-চৰ্চাৰ কোনো পৰিৱেশ নাই। তই জান, মই পঢ়াত ভাল ছাত্ৰ নহওঁ, অৰ্থাৎ পৰীক্ষাত মই ভাল নম্বৰ নাপাওঁ। কিন্তু কিছুমান কথা জানিবলৈ বা বুজিবলৈ মোৰ আগ্ৰহ নোহোৱা নহয়। কিন্তু আমাৰ বিশ্ববিদ্যালয়ত ছাত্ৰক জনোৱা বা বুজোৱা দূৰৰ কথা—নিজে জানিব-লৈকো বেছিভাগ শিক্ষকৰে কোনো আগ্ৰহ নাই। অৱশ্যে তাৰ কাৰণে ছাত্ৰসকলো দায়ী হ'ব পাৰে, কাৰণ ছাত্ৰৰ তাগিদা নহ'লে শিক্ষকসকলেও হয়তো বেছি পৰিশ্ৰম কৰিবলৈ উৎসাহ বোধ নকৰে। আমাৰ দেশত বেছিভাগ ছাত্ৰই বিশ্ব-বিদ্যালয়লৈ জ্ঞান-অৰ্জনৰ হেঁপাহত নাযায়, যায় কেৱল বাপেকহঁতৰ টকাৰ ওপৰত দুটামান বছৰ ফুৰ্তি বা মজা লুটিবলৈ। বাৰু, সেইবোৰ লোকৰ কথা বাদ দে এতিয়া। মুঠতে মোৰ একো ভাল নালাগিল। মই সদায়েই ভাবি আছিলোঁ যে এম এ পাছ কৰিলেও মই বাহিৰত ক'তো চাকৰি কৰিবলৈ নাযাওঁ; ঘৰতেই থাকি খেতি-পথাৰ চলাম, পাৰিলে গাঁৱৰ স্কুলখনতে মাষ্টৰ কাম এটা যোগাৰ কৰি ল'ম, আৰু বুঢ়া বয়সত দেউতাক অলপ সংগ দিম। সেইবোৰ কৰিবলৈ এম এ পাছ কৰিবৰ কোনো দৰকাৰ নকৰে। কিন্তু মই বহুদিন দ্বিধা-গ্ৰস্ত হৈ আছিলোঁ। তোৰ চিঠিখনে

মোক বৰ ডাঙৰ সহায় কৰিলে বাইদেউ। গাঁৱত মোৰ কি কাম আছে সেইটো এতিয়া মই বুজি পালোঁ।'

দেউতাকৰ প্ৰশ্ন শুনি ৰম্ভা অলপ সময় চিন্তিত হৈ থমকি ৰ'ল। গোটেইবোৰ কথা দেউতাকক খুলি কোৱা উচিত হ'ব নে নহয় তাই মনে মনে কিছু সময় চিন্তা কৰিলে। অৱশেষত কিছু কথা গোপন কৰিবলৈকে ঠিক কৰি তাই ক'লে, 'তুমি মাজু-বাপুৰ কাৰণে একো চিন্তা নকৰিবা দেউতা। সি যি কৰিছে—ঘৰখনৰ সকলোৰে মঙ্গলৰ কথা চিন্তা কৰিয়েই কৰিছে। ককাইদেউ ঘৰৰপৰা তেনেকৈয়ে ওলাই গ'ল; সৰু-বাপুৰ মতি-গতিতো তুমি দেখিছাই। এতিয়া বুঢ়া বয়সত তোমাক জানো এটা সাৰথি নালাগে? মাজু-বাপুৱে এম এ পাছ কৰি যদি কিবা এটা চাকৰি লৈ ঘৰ এৰি বাহিৰলৈ গুচি যায়, তেতিয়ানো তোমাৰ কি সুখটো হ'ব? আজি-কালিৰ চাকৰিৰ দৰ্মহাৰে সি নিজেইবা কি সুখত থাই থাকিব? সি আচলতে তোমাৰ কথা চিন্তা কৰিয়েই পঢ়া এৰি থৈ গুচি আহিছে। হয়তো সি ভাবিছে, সি ঘৰখনত তোমাৰ লগে লগে থাকিলে তুমি মনত কিছু বল পাবা। আজি-কালিৰ দিনত কোন ল'ৰাইনো মাক-বাপেকৰ কথা ইমানকৈ ভাবে? ডাঙৰটো পুতেৰতে তাৰ প্ৰমাণটো নাপালা জানো? গাঁৱৰে নবীন ককাইদেৱেনো ইমান পঢ়া-শুনা কৰি ডাঙৰ মানুহ হৈ বাপেকৰ কি উপকাৰটো কৰিলে? পুতেক হাকিম হ'ল,—তেওঁ নিজে এই বুঢ়া বয়সতো মূঢ়ানি মাটিত হাল বাইহে ভাত খাইছে। মাজুবাপুৱে যে তোমাৰ কথা ইমানকৈ ভাবিছে—সেইটোকে আমাৰ পৰম ভাগ্য বুলি ভাবিবা।'

শিৱনাথে আৰু কিবা প্ৰশ্ন সুধিবলৈ পোৱাৰ আগতেই ৰম্ভা ভিতৰলৈ সোমাই গ'ল।

শিৱনাথ স্তব্ধ হৈ বহি ৰ'ল। কিছু সময়ৰ কাৰণে তেওঁৰ মনত ভাল বা বেয়া একো প্ৰতিক্ৰিয়াৰেই সৃষ্টি নহ'ল। কেৱল তেওঁ এইটো কথাকে খাটাংকৈ জানিলে যে, কালিনাথে গুৱাহাটীলৈ আৰু ঘূৰি যাবলৈ বুলি ঘৰলৈ অহা নাই, সি পঢ়া-শুনা চিৰকাললৈ এৰি থৈ গুচি আহিছে।

ৰম্ভাৰ কথাবোৰ এটা এটাকৈ তেওঁ পুনৰ মনত পেলাবলৈ ধৰিলে। লাহে লাহে তেওঁৰ মনত এটা মিশ্ৰ প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। আৰু মাত্ৰ এটা বছৰ অপেক্ষা নকৰি কালিনাথেযে এম এ পৰীক্ষাটো নিদিয়াকৈ ঘৰলৈ গুচি আহিল—সেই কথতে তেওঁ মনত যথেষ্ট দুখ পালে; এম এ টো পাছ কৰি কালিনাথে ঘৰৰ ওচৰৰে চহৰখনৰ কলেজত অধ্যাপক হিচাপে এটা শান্ত আৰু সন্মানিত জীৱন যাপন কৰক, এয়েই আছিল তেওঁৰ জীৱনৰ শেষ ডাঙৰ আশা। দিনে দিনে ম'হঘুলিয়ে যি নৰক-কুণ্ডৰ ৰূপ ল'বলৈ ধৰিছে আৰু তাৰ লগে লগে তেওঁৰ ঘৰখনৰ মান-মৰ্য্যাদাও যিভাবে ক্ষয়-প্ৰাপ্ত হ'বলৈ ধৰিছে—তেনে অৱস্থাত তেওঁৰ মনটোৱে কেতিয়াও নিবিচাৰে যে এই নৰক-কুণ্ডতেই কালিনাথে গোটেই জীৱন অতিৱাহিত কৰক। কিন্তু আশা-ভংগৰ এই যন্ত্ৰণাৰ মাজতো তেওঁ এটা গোপন তৃপ্তি আৰু সান্ত্বনাৰ কাৰণো বিচাৰি পালে।

কালিনাথেযে নিজৰ ভৱিষ্যত জলাঞ্জলি দি পঢ়া-শুনা এৰি থৈ ঘৰলৈ গুচি আহিছে, ( ৰম্ভাই কোৱা কথা যদি সঁচা হয় ) তাৰ একমাত্ৰ কাৰণ হ'ল—সি দেউতাকক বুঢ়াকালত কিছু সংগ দিব খোজে, সিহঁতৰ উঁৱলি জহি-খহি যাব ধৰা ঘৰখন সি ঠেকা-ঠুকলি দি ৰক্ষা কৰিব খোজে। তাৰ এই আত্ম-ত্যাগৰ মাজত দেউতাকৰ প্ৰতি যি মমতা ফুটি উঠিছে, সিয়েই শিৱনাথক অভিভূত কৰি তুলিলে। গৌৰীনাথ আৰু লক্ষ্মীনাথৰ চৰম নিষ্ঠুৰতাই তেওঁৰ জীৱন মৰুভূমিত পৰিণত কৰিছিল; তৃষ্ণাৰ্ত মৰু-পথিকৰ দৰে তেওঁৰ ক্লান্ত হৃদয়ে এক বিন্দু স্নেহ-বাৰিৰ কাৰণে মনে মনে হাঁহাকাৰ কৰি মৰিছিল। এতিয়া কালিনাথে হঠাৎ যেন সেই মৰুভূমিৰ বুকুলৈ নমাই আনিলে অযাচিত অকৃপণ বৃষ্টিধাৰা; লগে লগে শিৱনাথৰ দুই চকুৰেদিও নামি আহিল আনন্দ আৰু কৃতজ্ঞতাৰ অশ্ৰু প্লাৱন।

'হে প্ৰভো, হে কৰুণাময় ভগবান, তুমি যেন মোৰ ল'ৰাটোৰ ভৱিষ্যত মঙ্গলময় কৰাঁ'—বহুতদিনৰ মূৰত তেওঁ অতি আন্তৰিক ভাবে ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰিলে।

॥ ৫ ॥

কালিনাথ ঘৰ আহি পাবৰ দিনা মাজৰাতি হঠাৎ কাৰোবাৰ চিঞৰ-বাখৰ শুনি সি খক্‌মক্‌কৈ সাৰ পাই গ'ল। সাৰ পোৱাৰ লগে লগেই তাৰ কাণত পৰিল ভায়েক লক্ষ্মীনাথৰ বিকট চীৎকাৰ। গাঁৰুৰ তলৰ পৰা টৰ্চ লাইটটো উলিয়াই টেবুত থকা হাত-ঘড়ীটো চাই সি দেখিলে—ৰাতি দুটা বাজি কুৰি মিনিট গৈছে। সি কাণ পাতি লক্ষ্মীনাথৰ কথাবোৰ শুনিবলৈ ধৰিলে। দুইটামান কথা শুনাৰ পাছতেই সি গাৰ সমস্ত জোৰেৰে দুইখন কাণ আঙুলিৰে বন্ধ কৰি ধৰিলে। কোনোবা মানুহেযে নিজৰ মাক-বাপেক বাই-ভনীয়ে শুনাকৈ এনে অশ্লীল গালি-গালাজ কৰিব পাৰে, সেই কথা ইয়াৰ আগতে সি কল্পনাই কৰিব পৰা নাছিল। তাৰ ধাৰণা হ'ল—কেৱল মদ খাই মাতাল হৈয়েই লক্ষ্মীনাথে এনে আচৰণ কৰা নাই, সি নিশ্চয় কিবা এটা গভীৰ মানসিক অসুখত ভুগিছে। তাৰ মনত নিশ্চয় বহুদিন ধৰি পুঞ্জীভূত হৈছে হীনমন্যতাৰ গ্লানি, বহুজনৰ প্ৰতি গোপন ঈৰ্ষাৰ দাব-দাহ, কু-সংগৰ পৰা আহৰণ কৰা অশালীন আৰু অমাৰ্জিত ভাষা। কাণ দুখন আঙুলিৰে বন্ধ কৰি থৈয়েই সি ভাবিলে—সি বাৰু এদিন লক্ষ্মীনাথৰ অশ্লীল চিঞৰ-বাখৰ শুনিয়েই অতিষ্ঠ হৈ কাণ বন্ধ কৰি উট চৰাইৰ দৰে বালিত মুখ লুকুৱাবলৈ চেষ্টা কৰিছে; কিন্তু তাৰ মাক-দেউতাক বায়েক-ভনীয়েকহঁতৰ পক্ষে এইদৰে দিনৰ পাছত দিন আঙুলিৰে কাণ বন্ধ কৰি থকা সম্ভৱনে? তেওঁলোকে নিশ্চয় এনেদৰে লক্ষ্মীনাথৰ অশ্লীল-অশ্ৰাব্য গালি-গলাজ শুনি শুনি ৰাতিৰ পিছত ৰাতি বিনিদ্ৰ ৰজনী যাপন কৰে আৰু নিৰুপায় যন্ত্ৰণাত নিজৰ মূৰ আফালি মৰে। কাণৰপৰা আঙুলি গুচাই আকৌ লক্ষ্মীনাথৰ চিঞৰ-বাখৰবোৰ শুনিবলৈ ধৰিলে। লক্ষ্মীনাথে চোতালত চিঞৰ-বাখৰ কৰি কৰি কাৰো পৰা একো সঁহাৰি নাপাই দুৱাৰ-মুখলৈ আহি গাৰ জোৰেৰে দুৱাৰখন গুৰিয়াবলৈ ধৰিলে। তাৰ প্ৰচণ্ড পদাঘাতত গোটেই ঘৰটোৱেই কঁপি উঠিল। কালিনাথে বহুত

সময় মনৰ ভিতৰতে কিবাকিবি চিন্তা কৰি অৱশেষত নিঃশব্দে দুৱাৰখন খুলি আহিবলৈ ওলাই আহিল। পিৰাজীত থিয় হৈ সি যিমান সম্ভৱ, কোমল মাতেৰে মাতিলে—'কণবাপু!'

লক্ষ্মীনাথে বোধহয় বহুতদিন কাবো মুখত ইমান কোমল মাত শুনা নাছিল। সি থতমত খাই বৈ গ'ল। তাৰ পাছত ককায়েকক চিনিব পাৰি আকৌ কৰ্কশ মাতেৰে চিঞৰি উঠিল, 'অ' তই—। মোক মাৰিবলৈ আহিছনেকি? আহচোন চাওঁ, মোৰ গাত এবাৰ হাত দি চা।'

কালিনাথ আৰু এখোজ আগবাঢ়ি গ'ল।

'তোক মাৰিম কিয়'—সি মাতটো আগতকৈয়ো কোমল কৰি ক'লে, 'ঘৰলৈ আহি মই তোক লগেই পোৱা নাই। অলপ কথা-বাৰ্তা পাতোঁ আহ।'

'চুপতি নকৰিবি মোৰ লগত'—মাতাল-সুলভ অহেতুক হিংস্ৰতাৰে সি আকৌ চিঞৰি উঠিল, 'এইখন ঘৰৰ কাৰো লগত কোনো কথা পাতিবৰ মোৰ দৰকাৰ নাই। তহঁত সকলোৱেই মোৰ শত্ৰু। মই তহঁতক এটা এটাকৈ শেষ কৰিহে এৰিম।'—সি দুৱাৰখনত প্ৰচণ্ড জোৰেৰে আকৌ এটা গোৰ মাৰিলে।

কালিনাথৰ টিকিচকৈ মূৰৰ ওপৰলৈকে খং উঠি গ'ল। বলিয়া কুকুৰক মৰমৰ মাতেৰে বশ্ কৰিবলৈ চেষ্টা কৰা বৃথা, টাঙোনৰ বাহিৰে তাৰ বিৰুদ্ধে আন একো অস্ত্ৰ নাই। ভায়েকৰ মুখত এটা প্ৰচণ্ড ঘোচা মাৰি দিবলৈ তাৰ মন গ'ল। কিন্তু পিছ মুহূৰ্ত্ততে সি ভাবিলে—লক্ষ্মীনাথ বলিয়া হ'লেও সি কুকুৰ নহয়, মানুহ। মানুহৰ ওপৰত বিশ্বাস হেৰুৱাটো পাপ। সি ইমান সোনকালে ধৈৰ্য্য-চ্যুত হলে নচলিব। শান্ত মাতেৰে সি আকৌ ক'লে, 'এই মাজ-ৰাতিখন তই নিজেও নোশোৱ, আনকো শুবলৈ নিদিবিনেকি? তই দিনে দিনে এনেকুৱা অত্যাচাৰ কৰিবলৈ হ'লে দেউতা আৰু কিমানদিন বাচি থাকিব? তই পিতৃ-হত্যাৰ পাপৰ ভাগী হ'ব খোজনেকি? এই মাজ-ৰাতিখন তখন তই কি বিচাৰি ঘৰলৈ আহিছ ক। ময়েই তোৰ কথা শুনো।'

জোনাকৰ পোহৰত কালিনাথে দেখিলে, লক্ষ্মীনাথৰ চকুৰ দৃষ্টিতে সাপৰদৰে এঠা কঠিন শীতলতা আৰু ধূৰ্তামি ফুটি উঠিল। হঠাৎ যেন তাৰ মদৰ নিচা টুটি গ'ল, স্বাভাৱিক মাতেৰে সি ক'লে, 'মোক টকা দহটা দে, মই এতিয়াই গুচি যাম। তইঁতে সুখেৰে শুব পাৰিবি।'

'টকা দহটাৰে তই কি কৰিবি?'—কালিনাথে সুধিলে।

'মদ খাম। জুৱা খেলিম। যি খুচি তাকে কৰিম।'

'তাৰ পাছত আকৌ কাইলৈ ৰাতি এনেকৈ মাতাল হৈ টকা খুজিবলৈ আহিবি?'

'নিশ্চয় আহিম। এশবাৰ আহিম। এইখন ঘৰৰ ধন-সম্পত্তিত মোৰ ভাগ নাইনেকি? মই জহৰানেকি?'

'ঘৰৰ সম্পত্তিত নিশ্চয় তোৰ ভাগ আছে। কিন্তু সেই বুলি মদ খাই জুৱা খেলি ধন-সম্পত্তি উৰুৱাবলৈ কোন মাক-বাপেকে দিব পাৰে? তই এটা কাম কৰ কণবাপু। তই কিবা এটা ব্যৱসায়-বাণিজ্য বা খেতি-বাতিত ধৰ। তোক সজ-পথলৈ অহা দেখিলে তোৰ ভাগৰ সম্পত্তি আৰু মাটি-বাৰীখিনিতো তোক দিমেই, মোৰ ভাগৰখিনিও তোৰ নামত লিখি দিম।'

'এই ককাইদেউ, শুন, মই এই মাজ-ৰাতি তোৰ মুখত ধৰ্ম-কথা শুনিবলৈ অহা নাই। মোৰ ভাগৰ সম্পত্তিখিনি মোক দি দে, তাৰে মোৰ যি খুচি তাকে কৰিম। তইঁতৰ তাত মাত মাতিবলৈ একো অধিকাৰ নাই। এতিয়া যদি মই যাব লাগে, তেন্তে টকা দহটা মোক দি দে। নহ'লে মই আজি ঘৰত জুই লগাই দিম।'

'তই এনেকৈ মোক ভয় খুৱাবলৈ চেষ্টা নকৰিবি কণবাপু'—কালিনাথে এইবাৰ কঠোৰ মাতেৰে ক'লে, 'দেশখন এতিয়াও এনে অৰাজক হোৱা নাই যে এটা মাতালে মাজ-ৰাতি কাৰোবাৰ ঘৰলৈ আহি ঘৰত জুই লগাওঁ বুলিয়েই লগাব পাৰিব। তই যদি এতিয়াই ইয়াৰপৰা গুচি নাযাৱ, মই কিন্তু পুলিচ মাতিবলৈ বাধ্য হ'ম।'

কালিনাথক চকু খুৱাই দি লক্ষ্মীনাথে হঠাৎ অট্টহাস্য কৰি উঠিল। 'পুলিচ মাতিবি?' মাতত সীমা-হীন বিদ্ৰূপ ঢালি দি লক্ষ্মীনাথে

ক'লে, 'যাচোন যা, কোনটো বাপেৰে মোক ধৰিবলৈ আহে এবাৰ নিজে পৰীক্ষা কৰি চা। থানাৰ দাৰোগাই নিজে মোক মদ খাবলৈ টকা দিয়ে, জান? তাৰ নিজৰো মদৰ দৰকাৰ হ'লেও সি. মোৰ হতুৱাইহে আনে। তই যদি ভাবিছ যে তই মোৰ লগত সমানে-সমানে যুঁজ কৰিবি বা পুলিচ লগাই মোক ঠাণ্ডা কৰিবি, তেন্তে সেই আশা এই মুহূৰ্ততে ত্যাগ কৰ। তহঁতে পঢ়া-শুনা কৰি ডাঙৰ মানুহ হৈছ। গুৱাহাটী-ডিব্ৰুগড়ত তহঁতে ডাঙৰ মানুহ হ'ব পাৰ, ম'হঘুলিৰ ৰজা কিন্তু মই, বুজিছ? ম'হ-ঘুলিৰ পুলিচ মোৰ হাতৰ মুঠিত, গুণ্ডা মোৰ হাতৰ মুঠিত, আটাইবোৰ গৱৰ্ণমেণ্ট অফিছাৰ মোৰ হাতৰ মুঠিত।······টকা দিবিনে নিদিয় ক।'

লক্ষ্মীনাথক কিবা এটা উত্তৰ দিয়াৰ আগতে কালিনাথে বহুত কথা ভাবিব লগা হ'ল। দেখাদেখিকৈয়ে ই এটা ভীতি-প্ৰদৰ্শনৰ দ্বাৰা টকা আদায়ৰ চেষ্টা। এবাৰ সি এই ভীতি প্ৰদৰ্শনৰ ওচৰত নতি স্বীকাৰ কৰিলেই তাৰ আৰু কোনোদিন অন্ত নহ'ব, সদায় লক্ষ্মীনাথে এনেকৈ ভাবুকি দেখুৱাই টকা আদায় কৰিবলৈ আহিব। কিন্তু এতিয়া যদি সি টকা দহটা দি ভায়েকক বিদায় নকৰে, তেন্তে সঁচাকৈয়ে হয়তো সি এনেকুৱা এটা পৰিস্থিতিৰ সৃষ্টি কৰিব যে ৰাতিটোৰ বাকী-খিনি সময়ৰ কাৰণে ঘৰখনৰ কাৰো শোৱা সম্ভৱ ন'হব। আনৰ কথা যি হওক নহওক, তাৰ নিজৰে কিছু টোপনিৰ খুব প্ৰয়োজন হৈছে। পথ-শ্ৰমৰ ক্লান্তি আৰু মানসিক দুশ্চিন্তাৰ সি নিজে বৰ অবশ হৈ পৰিছে। তদুপৰি বহুতো কথা ঠাণ্ডা মগজেৰে চিন্তা কৰি চাবলৈ তাৰ কিছু জিৰণিৰো খুব প্ৰয়োজন হৈ পৰিছে। এতিয়া সময় কিনাৰ বাহিৰে তাৰ আন কোনো গত্যন্তৰ নাই। সি ভিতৰলৈ সোমাই গ'ল, আৰু টকা দহটা হাতত লৈ ওলাই আহি ভায়েকৰ গালৈ দলি মাৰি দি ক'লে, 'লৈ যা এই দহটা টকা। মদ খাই পাগল হৈ কাৰ চৰ-ভুকু খাই মৰ মৰগৈ। কিন্তু সাৱধান, আজিৰপৰা কিন্তু এনেকৈ মাতাল হৈ আহি ঘৰত যদি অশান্তি কৰ বা টকা বিচাৰ, তেতিয়া কিন্তু কথা বেয়া হ'ব। কাজিয়া কৰা বা মানুহ মৰাৰ শক্তি কেৱল তোৰেই আছে বুলি নাভাবিবি।'

কালিনাথে কথা কেইটা তেনেকৈ ক'লে হয়, কিন্তু সি নিজেই অনুভৱ কৰিলে যে তাৰ কথাত অকণো বিশ্বাসৰ জোৰ ফুটি উঠা নাই।

লক্ষ্মীনাথে মাটিৰপৰা নোটখন বুটলি লৈ কলে 'কাইলৈৰ কথা কাইলৈ হ'ব, আজিয়েই তাৰ কাৰণে চিন্তা কৰি মৰিছ কিয়? তই যা এতিয়া; সুখে-ভাগৰে আহিছ, শুই থাকগৈ।'

কালিনাথে ঘড়ীটো চাই দেখিলে, তিনি বাজি গৈছে। সি বিছনাত পৰিল, কিন্তু টোপনি অহাৰ কোনো আশা নেদেখিলে। এটা কথা ভাবি সি খুব আচৰিত হ'ল। লক্ষ্মীনাথে ইমান সময় ধৰি ইমান চিঞৰ-বাখৰ কৰিলে, ঘৰ প্ৰায় ভাগোঁ ভাগোঁ হোৱাকৈ দুৱাৰত গুৰিয়ালে, সি নিজেও ভায়েকৰ লগত ইমান তৰ্ক-বিতৰ্ক কৰিলে—কিন্তু এই সকলোবোৰ ঘটনাৰ প্ৰতি ঘৰখনৰ গোটেইবোৰ মানুহ সম্পূৰ্ণ নীৰৱ আৰু নিৰ্বিকাৰ হৈ ৰ'ল। আনকি অস্বস্তিত কোনেও বিছনাত বাগৰ সলোৱাৰ শব্দ এটা পৰ্যন্ত শুনা নগ'ল। প্ৰত্যেকেই যেন এটা ভয়ংকৰ শত্ৰুৰ প্ৰাণ-ঘাতী আক্ৰমণৰ নিৰুপায় প্ৰতীক্ষাত মৰা-ভাও জুৰি পৰি থাকিল। কালিনাথে বুজিলৈ, ঘৰখনৰ গোটেইবোৰ মানুহ হতাশাৰ চৰম প্ৰান্তত আহি উপনীত হৈছে, মাটিত মুখ গুজি পৰি নীৰৱে আঘাত সহ্য কৰাৰ বাহিৰে আন একো গত্যন্তৰ নাই বুলি সিহঁতে ধৰি লৈছে। এই বিশাল পৃথিবীত কিমান বিচিত্ৰ সমস্যা আছে, কিন্তু তাৰে ভিতৰত এটা মদপীৰ অন্ত-হীন অত্যাচাৰে এঘৰ মানুহৰ জীৱন কেনেকৈ বিষময় কৰি তুলিছে—সেই কথা জানো কোনোবাই সমস্যা বুলি ধৰিব? অথচ সিহঁতৰ কাৰণে এনে এটা জীৱন্ত সমস্যা যে, কিবা এটা উপায়েৰে তাৰ সমাধান কৰিব নোৱাৰিলে জীৱন সিহঁতৰ কাৰণে হৈ উঠিব এটা অন্তহীন বিষ-ভাণ্ড। কালিনাথে আজি ভায়েকৰ যি মূৰ্তি দেখিলে আৰু ইতিমধ্যেই বায়েকৰ চিঠিত সি তাৰ চৰিত্ৰৰ যি বৰ্ণনা পঢ়িলে—তাৰপৰা তাৰ বিশ্বাস নহয় যে কেৱল মৰমৰ বুজনি বা নৈতিক প্ৰভাৱৰ দ্বাৰা লক্ষ্মীনাথক সৎ পথলৈ অনাটো সম্ভৱ হয়। খ্ৰিষ্টিয়ান দাৰ্শনিক সকলে যি evil-ৰ কথা কয়—সি যেন সেই evil-ৰ মূৰ্ত প্ৰতীক। কালিনাথে যি সংকল্প লৈ পঢ়া-শুনা এৰি থৈ

ঘৰলৈ গুচি আহিছিল সেই সংকল্প কাৰ্য্যকৰী কৰাযে কিমান কঠিন হ'ব—সেই কথা উপলব্ধি কৰি তাৰ বুকুখন সামান্য কঁপি উঠিল।……

ভয় আৰু দুশ্চিন্তাৰ বিষাক্ত দংশনৰ পৰা কিছু সময়ৰ কাৰণে মগজটোক নিষ্কৃতি দিবৰ মনেৰে সি দীঘলকৈ উশাহ এটা লৈ টোপনি যাবলৈ চেষ্টা কৰিলে। কিন্তু অলপ সময়ৰ পাছতে সি বুজিলে যে সেই চেষ্টা নিৰৰ্থক। একো নাভাবিবলৈ চেষ্টা কৰি সি নিশ্চল হৈ পৰি ৰ'ল। অলপ সময়ৰ পাছতে ঘুনুচাহঁতৰ ঘৰত কুকুৰাই ডাক দি উঠিল, ওচৰৰে আন কোনোবা এঘৰত ঢেকীৰ ধদম্-দম্ শব্দই ৰাতি শেষ হোৱাৰ জাননী দিলে, কালিনাথৰ দেউতাকে খৰমৰ কটপ-কটপ, শব্দ কৰি দুৱাৰ খুলি বাহিৰলৈ ওলাই আহিল। ম'হঘুলিৰ গাঁৱত এটা নতুন দিনৰ আৰম্ভ হ'ল।

কালিনাথে তাৰ অনিদ্ৰা-ক্লান্ত চকু দুটা জোৰকৈ মুদি ধৰিলে—যেন এই নতুৰ ৰাতিপুৱাটোৱে তালৈ যি কঠোৰ কৰ্তব্যৰ আহ্বান লৈ আহিছে, সেই আহ্বানৰ সম্মুখীন হ'বলৈ দেহ-মনত যথেষ্ট শক্তি নাই…… …

॥ ৬ ॥

কালিনাথহঁতৰ ঘৰৰপৰা প্ৰায় দুমাইল দূৰৰ চমুৱা গাঁৱৰ দিবাকৰ নামেৰে এটা ল'ৰা সৰুতে কালিনাথৰ স্কুলত পঢ়িছিল। শ্ৰেণীৰ সকলো ল'ৰাৰ ভিতৰত কেৱল দিবাকৰৰ লগতেই কালিনাথৰ কিছু বন্ধুত্ব হৈছিল, কাৰণ সিও আছিল কালিনাথৰ নিচিনাই এটা নিজু আৰু নিমাখিত প্ৰকৃতিৰ ল'ৰা। পঢ়া-শুনাতো সি বেছ চোকা আছিল, সদায় তাৰ স্থান আছিল শ্ৰেণীৰ প্ৰথম পাঁচটা ল'ৰাৰ ভিতৰত। কিন্তু তাৰ ঘৰৰ অৱস্থা ইমান বেছি বেয়া আছিল যে মজলীয়া স্কুলৰ পঞ্চম মান

শ্ৰেণীলৈ প্ৰমোশ্যন পাওঁতেই সি স্কুল এৰিব লগা হ'ল। সি স্কুল এৰাৰ দৃশ্যটো ইমান হৃদয়-বিদাৰক আছিল যে আজিলৈকে কালিনাথে সেই কথা পাহৰিব পৰা নাই। সি স্কুললৈ আহোঁতে প্ৰায়েই দেৰি হয়, আৰু শিক্ষকৰ প্ৰশ্নৰ উত্তৰত তাৰ সদায় একেটা কৈফিয়ৎ : পথাৰত হাল বাই থাকোঁতে তাৰ দেৰি হৈ গ'ল। তাৰ কৈফিয়ৎ বিশ্বাস নকৰি শিক্ষকৰ উপায় নাছিল, কাৰণ তাৰ শতচ্ছিন্ন চোলা-চুৰিয়াযোৰ সদায় বোকা-মাটিৰে লেটিপেটি হৈ থাকিছিল। তাৰ মুখখন দেখিলেও বুজা যায় যে প্ৰায়েই সি একো নোখোৱাকৈয়ে স্কুললৈ আহে। এনে অৱস্থাতো সি পঢ়া-শুনাত যথেষ্ট প্ৰতিভাৰ পৰিচয় দিছিল। শিক্ষকে কোনোদিন তাক খং নকৰিছিল।

সেইদিনাও সি বোকা-পানীৰে লুতুৰি-পুতুৰি হৈ শ্ৰেণীত হেফাই-ফোপাই হাজিৰ হ'লহি, আৰু অপৰাধীৰ দৰে সংকুচিত মুখভংগী কৰি শিক্ষকৰ কথাত মন দিবলৈ চেষ্টা কৰিলে। অলপ পাছতে শ্ৰেণীত এটা নাটকীয় দৃশ্যৰ অৱতাৰণা হ'ল।

হঠাৎ শ্ৰেণীৰ দুৱাৰমুখত থিয় হ'লহি কিচ্‌কিচীয়া ক'লা এজন আধা-বয়সীয়া মানুহ; তেওঁৰ পিন্ধনত কোনোমতে লজ্জা নিবাৰণ কৰিব পৰাকৈ এখন ময়লা ফটা গামোছা, মূৰৰ পৰা ভৰিলৈকে ভাদ-মহীয়া ৰোৱতী পথাৰৰ বোকা, হাতত এডাল হাল বোৱা এছাৰি। দেখিলেই ক'ব পাৰি যে তেওঁ এইমাত্ৰ পথাৰত হাল মেলি বাহিৰে বাহিৰে স্কুললৈ আহিছে। শ্ৰেণীৰ ল'ৰাবোৰৰ বিস্মিত দৃষ্টি অনুসৰণ কৰি শিক্ষকে পাঠ দিয়া বন্ধ কৰি দুৱাৰমুখলৈ ঘূৰি চালে, আৰু মানুহজনক দেখি তেৰোঁ প্ৰথম কেইমুহূৰ্তমান বিস্ময়ত হতবাক হৈ ৰ'ল। শ্ৰেণীত এনে দৃশ্য ইয়াৰ আগতে তেওঁ কেতিয়াও দেখা নাছিল। যিহওক, বিস্ময়ৰ প্ৰথম খুন্দাটো চম্ভালি লৈ তেওঁ মানুহজনক সুধিলে, 'তোমাক কি লাগে ইয়াত?'

মানুহজনে শিক্ষকৰ ফালে চাই হাতযোৰ কৰি ক'লে, 'বাবু, আমি অগিয়ান মূৰুখ মানুহ, কিবা দায়-দোষ লগাইছোঁ যদি ক্ষমা কৰিব। মই দিবাকৰক স্কুল এৰুৱাই নিবলৈ আহিছোঁ।'

মানুহজনে কথাষাৰ কোৱাৰ লগে লগে শ্ৰেণীৰ সকলো ল'ৰাৰ চকু দিবাকৰৰ ফালে গ'ল, আৰু দিবাকৰে লাজ আৰু ভয়ত ডেস্কত মুখ গুজি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

শিক্ষকে আচৰিত হৈ মানুহজনক সুধিলে, 'দিবাকৰক স্কুল এৰুৱাই নিবলৈ আহিছা? কিয়?'

'সেইবোৰ বহুত কথা বাবু'—মানুহজন এখোজমান আগ বাঢ়ি আহিল, 'মই বহুত দিনৰ পৰা তাক মানা কৰি আছোঁ, তই স্কুললৈ আহিব নালাগে, সি মোৰ কথা নুশুনি পলাই পলাই স্কুললৈ গুচি আহে। আজিও মই তাক পথাৰত হালখন বাবলৈ লগাই দি বাঁহ এটা কাটিবলৈ গৈছিলোঁ; ঘূৰি আহি দেখোঁ, সি মই পিঠি পিছ দিয়াৰ লগে লগেই হাল মেলি স্কুললৈ গুচি আহিছে। মই অকলশৰীয়া মানুহ বাবু, সি যদি খেতি-পথাৰৰ কামত মোক অলপমান সহায় নকৰি স্কুলত বাবু-গিৰি কৰিবলৈ আহে, তেন্তে মই ঘৰখন কেনেকৈ চলাওঁ? নিজৰ নামটো চহী কৰিবলৈ আৰু পট্টাখন পঢ়িব পৰা হ'বলৈ ময়েই তাক স্কুলত দিছিলোঁ। এতিয়া সেইটো হ'ল; তাৰ আৰু স্কুল পঢ়িবৰ একো দৰকাৰ নাই। উদৰ সাত পুৰুষ গ'ল কেঁচা মাছ খাই, এতিয়া সি স্কুলত পঢ়ি বাবু হৈ মোক উদ্ধাৰ নকৰিলেও হ'ব।···দিবাকৰ, উঠি আহ সোনকালে, মই পথাৰত জেওৰা দিয়াৰ কাম আধা কৰা কৰি এৰি থৈ আহিছোঁ।'

শিক্ষকে ইমান পৰে বিস্ময়ত হতবাক্ হৈ মানুহজনৰ কথাবোৰ শুনি আছিল, তেওঁ দিবাকৰক মতা শুনি শিক্ষকে লৰালৰিকৈ মাত লগালে, 'ৰ'বা, ৰ'বা তুমি তেনেকৈ মোৰ শ্ৰেণীৰপৰা জোৰ কৰি ল'ৰাটো লৈ যাব নোৱাৰা; শুনা, তোমাৰ ল'ৰা পঢ়া-শুনাত অতি চোকা; তাৰ কিতাপ-পত্ৰৰ খৰচ লাগিলে ময়েই দিম, তথাপি তুমি তাক পঢ়িবলৈ দিয়া। সি বেছি নহ'লেও এম ভি টো পাছ কৰিব পাৰিলেও প্ৰাইমাৰী স্কুলৰ পণ্ডিতৰ কাম এটা পাব, তেতিয়া সি তোমাক বেছি সহায় কৰিব পাৰিব।'

'ধান পকে মানে ইফালেযে টুনীৰ মৰণ'—কথাষাৰ কৈয়েই মানুহজনে দিবাকৰৰ ফালে আগ বাঢ়িল, আৰু তাক হাত এখনত ধৰি টানিবলৈ

ধৰিলে। দিবাকৰে হাও-মাওকৈ কান্দি উঠিল। শিক্ষকে বহাৰপৰা উঠি আহি দিবাকৰৰ বাপেকক বাধা দিবলৈ চেষ্টা কৰিলে, কিন্তু মানুহজনৰ চকুৰ দৃষ্টি আৰু সমস্ত ভাব-ভংগীত এনে এটা বন্য হিংস্রতা আৰু কাঠিন্য ফুটি উঠিছিল যে শিক্ষকেও মুখেৰে বাধা দিয়াৰ বাহিৰে আন বেছি একো কৰিবলৈ সাহস নকৰিলে। মানুহজনে দিবাকৰক জোৰকৈ টানি টানি ঘৰলৈ লৈ গ'ল, আৰু তাৰ ৰাউচি জুৰি টনা কান্দোনৰ শব্দবোৰ বহুত পৰলৈকে শ্ৰেণীৰ বাকীবোৰ ল'ৰাৰ বুকুত প্ৰতিধ্বনিত হৈ থাকিল।

ইয়াৰ পাছত শিক্ষকেও একো পঢ়াব নোৱাৰি শিলৰ মূৰ্তিৰদৰে বহি ৰ'ল। মাজতে কালিনাথহঁতৰ কেৱল সন্দেহ হৈছিল যে তেওঁৰ বোধহয় চকু ফাটি পানী বাহিৰ হৈ আহিছিল, কাৰণ চকুত কুটা সোমোৱাৰ ভাও জুৰি তেওঁ চুৰিয়াৰ আগেৰে বাৰে বাৰে চকু দুটা মোহাৰি আছিল, আৰু তেওঁৰ চকু দুটা টিকটিকীয়া ৰঙা হৈ পৰিছিল।

বাৰ-তেৰ বছৰৰ আগৰ কথা হ'লেও এই ঘটনাই কালিনাথৰ মনত এনে দকৈ দাগ বহুৱাই গৈছিল যে মাত্ৰ যোৱাকালি ঘটি যোৱা ঘটনাৰ দৰে গোটেইটো দৃশ্য হুবহু এতিয়াও তাৰ মনত আছে। দিবাকৰে স্কুল এৰি যোৱাৰ পাছতো বহুত দিনলৈকে কালিনাথে তাক বাটে-পথে লগ পাই আছিল; কালিনাথক দেখা মাত্ৰেই দিবাকৰৰ চকু-মুখ এনে করুণ আৰু সজল হৈ উঠিছিল যে সি বেছি কথা-বাৰ্তা পাতিব নোৱাৰিছিল। কালিনাথ কলেজত পঢ়িবলৈ গুচি যোৱাৰ পাছৰ পৰা সি আৰু দিবাকৰক লগ পোৱা নাই।

ৰাতিপুৱা বহুত দেৰিলৈকে বিছনাত শুই শুই তাৰ নিজৰ কৰ্তব্যৰ কথা ভাবি থাকোঁতে কালিনাথৰ হঠাৎ এবাৰ দিবাকৰৰ কথা মনত পৰিল। সি আচলতে এনে এজন মানুহৰ কথা ভাবি আছিল—যিজনে তাক তাৰ কামত কিছু সহায় কৰিব পাৰে। ম'হঘুলিত কোনবোৰ মানুহে চোৰাং মদ তৈয়াৰ কৰে, কোনবোৰ মানুহে চোৰাং মদৰ ব্যৱসায় কৰে এই ব্যৱসায়ৰ ৰীতি-নীতি কি—এইবোৰ কথা প্ৰথমতে জানি লোৱাটো প্ৰয়োজনীয় বুলি সি অনুভৱ কৰিছিল। তদুপৰি মহ'ঘুলিত সি যি

ধৰণৰ কাম আৰম্ভ কৰিব খোজে—সেই কামৰ কাৰণেও চাৰিওফালৰ গাওঁ-ভূঁইবোৰ এবাৰ ঘূৰি-পকি চাই লোৱা প্ৰয়োজন। তাৰ কাৰণে তাক এটা বিশ্বাসী সংগী আৰু সহায়কাৰী লাগে। গাঁৱৰ ল'ৰা হৈয়ো কালিনাথে গাঁৱৰ কথা প্ৰায় একোকেই নাজানে, কাৰণ শিৱনাথে নিজৰ বংশ-মৰ্য্যাদাৰ ভেমত নিজৰ ল'ৰা-ছোৱালীবোৰক গাঁৱৰ মানুহৰ লগত বৰকৈ মিলা-মিছা কৰিবলৈ নিদিছিল। এনে এটা লগৰীয়াৰ কথা চিন্তা কৰি থাকোঁতেই হঠাৎ দিবাকৰৰ কথা কালিনাথৰ মনত পৰিল।

স্কুলত একেলগে পঢ়াৰ দিনৰ পৰাই কালিনাথৰ মনত অনুভৱ হৈছিল —সি যেন সৰলতা আৰু পবিত্ৰতাৰ এটা মূৰ্ত প্ৰতীক। দাৰিদ্ৰ্যই অকালতে তাৰ জীৱন নষ্ট কৰি নিদিয়া হ'লে সি নিশ্চয় সমাজত বহুতো ডাঙৰ ডাঙৰ কাম কৰিব পাৰিলেহেঁতেন। কালিনাথে ভাবিলে— এতিয়াও নিশ্চয় সময় আছে, দিবাকৰৰ চৰিত্ৰত যিখিনি মহত্ব আছে সেইখিনি এতিয়াও সমাজৰ মঙ্গলৰ কামত লগাব পৰাৰ সম্ভাৱনা আছে। দিবাকৰৰ কথা মনত পৰাৰ লগে লগে কালিনাথে নিজৰ নিঃসংগতাৰ যন্ত্ৰণা কিছু উপশম হোৱা যেন অনুভৱ কৰিলে।

পুৱা আঠটামান বজাত সি বিছনাৰপৰা উঠি গা-পা ধুই চাহ-জলপান খালে। তাৰ পাছত সি মাকক ক'লে, 'আই, মই আজি এঠাইলৈ যাম। ঘূৰি আহোঁতে মোৰ দেৰি হ'ব পাৰে। বেছি দেৰি হোৱা দেখিলে ধৰি ল'বা—মই একেবাৰে গধূলিহে ঘৰলৈ ঘূৰিম।'

কালিনাথৰ কথাত মাক অতি আচৰিত হ'ল। সি সাধাৰণতে ক'লৈকো ফুৰিবলৈ নাযায়। তেনেহেন ল'ৰা এটাই আজি গোটেই দিনটোৰ কাৰণে বাহিৰলৈ ওলাইছে—। তেওঁ আচৰিত হৈ সুধিলে, 'তোকতো ক'লৈকো কেতিয়াও যোৱা দেখা নাই। আজি ক'লৈ যাবলৈ ওলাইছ ? দুপৰীয়া ভাত ক'ত খাবি ?'

'এতিয়াৰপৰা তুমি মোক সদায় ঘূৰি ফুৰাই দেখিবা'—দুৰ্বোধ্য হাঁহি এটা মাৰি কালিনাথে উত্তৰ দিলে, আৰু মাকৰ বাকীবোৰ প্ৰশ্নৰ একো উত্তৰ নিদি সি ওলাই গ'ল।

॥ ৭ ॥

জীৱনত এবাৰ মাত্ৰ কালিনাথ দিবাকৰৰ ঘৰলৈ আহিছিল। গতিকে মানুহক সুধি সুধিহে সি দিবাকৰৰ ঘৰটো উলিয়াব লগা হ'ল। দিবাকৰৰ ঘৰ বুলি মানুহে তাক যিটো ঘৰ দেখুৱাই দিলে—সেইটো দেখিয়েই সি স্তম্ভিত হৈ পদূলিতে কিছু সময় ৰৈ গ'ল।

বাৰ বছৰৰ আগতে দিবাকৰহঁতৰ যি তিনিটা খেৰী জুপুৰি-ঘৰ আছিল, এতিয়া তাৰ কিবা উন্নতি হোৱা দূৰৰ কথা, সেই কেইটা ঘৰেই জহি-খহি উঁৱলি যাব ধৰিছে। কেইবাটাও বাঁহৰ ঠেকা দি কোনোমতে ঘৰকেইটা থিয় কৰাই ৰখা হৈছে। কালিনাথে পদূলিৰ পৰাই দেখিলে—এটা মানুহে চোতালত মাহ মাৰি আছে। তাৰ মূৰত এখন গামোছা, মুখত কেইবাদিনৰ খুখুকুৰা দাড়ি, পিন্ধনত এখন শতচ্ছিন্ন ময়লা চুৰিয়া। কালিনাথ পদূলিত বেছ কিছু সময় ৰৈ থকা সত্বেও দিবাকৰৰ সেই ফালে চকু নপৰিল, কাৰণ পৃথিৱীৰ কোনো ফালে চাবলৈ তাৰ সময় নাই। কালিনাথে চোতালৰ ফালে আগ বাঢ়ি গৈ মাত লগালে—'দিবাকৰ!'

দিবাকৰে মাহৰ দ'মত পূৰ্ণ-হতীয়া কোব এটা সোধাবলৈ গৈ আদ-বাটতে থমকি ৰৈ গ'ল। কিছু সময় সি কালিনাথৰ মুখলৈ ভেবা লাগি চাই থাকিল। তাৰ পাছত হাতৰ বাঁহডাল পেলাই দি সি দুখোজমান আগবাঢ়ি আহি মাত লগালে, 'আপুনি······মোক বিচাৰিছে? মই কিন্তু আপোনাক চিনি পোৱা নাই।'

'মোক চিনি পোৱা নাই?—কালিনাথে আচৰিত হৈ ক'লে, 'মই কালিনাথ।'

একেলগে বহুতো ভাবৰ জুমুৰিত দিবাকৰ যেন কিছু সময় স্তব্ধ হৈ ৰ'ল, তাৰ পাছত আবেগত বিকৃত মাতেৰে সি প্ৰায় চিঞৰি উঠিল, 'কালিনাথ—!' আনন্দৰ আতিশয্যত সি সেই মুহূৰ্ততে কালিনাথক প্ৰায় সাবটি ধৰিবই খুজিছিল, কিন্তু পাছ মুহূৰ্ততে তাৰ খেয়াল হ'ল

যে কালিনাথ অতি শুভ্ৰ, সুন্দৰ আৰু নিৰ্মল, আৰু আনহাতে সি নিজে বোকাত লেটি লৈ ফুৰা এটা গাহৰিৰদৰে লেতেৰা আৰু কদাকাৰ।

অপ্ৰস্তুত ভাবে হাত দুখন জোকাৰি সি ক'বলৈ ধৰিলে, 'কালিনাথ, তুমি, তুমি মোৰ ঘৰত····· এয়া বাৰু সপোন নে দিঠক কালিনাথ, আহঁা আহঁা ভিতৰলৈ আহঁা, মোৰ কিন্তু এতিয়াও সঁচাকৈয়ে সপোন দেখি থকা যেনহে লাগিছে।'

কালিনাথে নীৰৱে দিবাকৰৰ অনুসৰণ কৰিলে। দিবাকৰৰ ঘৰৰ কদৰ্য দাৰিদ্ৰ্যৰ মাজত কেৱল নতুন মাহৰ গোন্ধটোৱেই কালিনাথৰ মনত কিছু আনন্দ দিলে। সেই গোন্ধটো ভালকৈ পাবলৈ সি এটা দীঘল উশাহ ললে। পিৰালীত উঠি দুৱাৰমুখ পাৰ হৈয়েই কালিনাথে যিটো ঘৰত ভৰি দিলে তাৰ চুকত একুৰা জুইশাল, বেৰত আওজাই থোৱা কেইখনমান কাঠৰ পীৰা, আৰু এচুকলৈ এখন কান্ধ-ভগা চকী।

দিবাকৰৰ ভাও-ভংগী দেখি কালিনাথৰ অনুভৱ হ'ল—সি যেন কালিনাথৰ চকুৰে নিজৰ দাৰিদ্ৰ্য নিৰীক্ষণ কৰি লাজত অতি সংকুচিত হৈ পৰিছে। মুৰৰ গামোছাখন খুলি সি চকীখন দহবাৰ মান মচি কালিনাথক ক'লে 'বহা ভাই এইখনতে। তোমাক বহুৱাবৰ জোখাৰে উপযুক্ত আসন এই দুৰ্ভগীয়াৰ ঘৰত নাই।'

'মই তোমাৰ ঘৰত 'উপযুক্ত আসন' বিচাৰি অহা নাই, তোমাকহে বিচাৰি আহিছোঁ'—এই বুলি কৈ কালিনাথে পীৰা এখন পাৰি লৈ জুইশালৰ ওচৰতে বহি খৰি এডালেৰে জুইকুৰা খুচৰি দি ক'লে, 'আজি যেনেকুৱা বতৰ পৰিছে, বুকুত জুই সাবটি বহি থাকিবলৈহে ভাল হৈছে।'

দিবাকৰেও পীৰা এখন পাৰি কালিনাথৰ ওচৰতে বহি লৈ কিছু সময় নীৰৱে কালিনাথৰ মুখলৈ চাই ৰ'ল। কালিনাথে দেখিলে—কিবা এটা আবেগত দিবাকৰৰ চকু দুটা বাষ্পাকুল হৈ উঠিছে। বহুত সময় দুয়োৰে মুখত মাত-বোল নাই। অৱশেষত নীৰৱতা ভংগ কৰি দিবাকৰে মাত লগালে, 'হঠাৎ কি মন কৰি এই দুখীয়াৰ ঘৰলৈ আহিলা

কালিনাথ? বি-এ, এম-এ কি কি পাছ কৰিলা? হাকিম-মুনচুপ কি চাকৰিত সোমালা এতিয়া?'

'তুমি দেখোন একেলগতে এজাউৰি প্ৰশ্ন কৰি পেলালা'—কালিনাথে হাঁহি মাৰি ক'লে, 'তোমাৰ ওচৰলৈ কি মন কৰি আহিলোঁ সেইবোৰ বৰ দীঘলীয়া কথা। ক'বলৈ সময় লাগিব। বাকী দুটা প্ৰশ্নৰ উত্তৰ আগতে দিওঁ শুনা। বি-এ পাছ্ কৰিলোঁ, এম-এ আধালৈকে পঢ়ি বাদ দিলোঁ। হাকিম-মুনচুপৰ কাম নিবিচাৰিলোঁ। ঘৰতে থাকি খেতি কৰিম বুলি ভাবিছোঁ।'

কালিনাথৰ শেষৰ কথাটো শুনি দিবাকৰে আচৰিত হৈ চিঞৰ মাৰি কিবা এটা ক'ব খুজিছিল, কালিনাথে তাক একো ক'বলৈ সুবিধা নিদি নিজেই লৰালৰিকৈ ক'লে, 'এতিয়া তোমাৰ খবৰ কোৱাঁ। তোমাৰ পিতাৰক দেখোন দেখা নাই, তেওঁ ক'লৈ গ'ল?'

'মোৰ কথানো কি বা ভাই?'—দিবাকৰে দীঘল হুমুনিয়াহ এটা পেলাই উত্তৰ দিলে, 'আজি দুবছৰ হ'ল, পিতা ঢুকাল। পিতাৰ গোটে জীৱন যেনেকৈ দুখ কৰোঁতেই গ'ল, মৰিবৰ সময়তো তেওঁ তেনেকৈ অতি দুখ পাই মৰিল। বহুত দিন ধৰি পিতাৰ পেটৰ বেমাৰ হৈছিল; বেমাৰনো আৰু কি, খাবলৈ নাপাই নাপাই পিত মৰি হোৱা বেমাৰ। শেহলৈ কোনোমতেহে তেওঁৰ জঁকাটোৰ ভিতৰত জীৱটো সোমাই আছিল। তেনে অৱস্থাতো তিলমাত্ৰ সময় তেওঁ কাম কৰিবলৈ এৰা নাছিল। মোৰ হাক-বচনলৈ তেওঁ সমূলি কাণ নিদিছিল। এদিন সেই অৱস্থাৰেই তেওঁ পথাৰৰপৰা আহু ধানৰ ডাঙৰি আনিবলৈ গ'ল। বলে নোৱৰা ডাঙৰি এভাৰ বান্ধি লৈ আহি আছিল, এনেতে বৰষুণত পিছল হৈ থকা বোকা আলতীয়া মাটিৰ পথৰুৱা ৰাস্তাত কেনেবাকৈ পিছল খাই পৰি গ'ল। সেই যি পৰিল, তেওঁ আৰু উঠিব নোৱাৰিলে, আনকি মুখৰপৰা চিঞৰ এটাও নোলাল। কিমান সময় তেওঁ তেনেকৈ আধা-মৰা হৈ পৰি আছিল একমাত্ৰ ভগবানহে জানে। এনেতে পথাৰলৈ ডাঙৰি আনিবলৈ যোৱা গাঁৱৰে মানুহ এজনে তেওঁক তেনে অৱস্থাত দেখি চিঞৰ-বাখৰ কৰি মানুহ

চপালে, আৰু সকলোৱে ধৰা-ধৰি কৰি তেওঁক ঘৰলৈ আনিলে। জ্ঞান পাই পিতাই যন্ত্ৰণাত চিঞৰিবলৈ ধৰিলে। কি সেই চিঞৰ নিজে নুশুনিলে তুমি কল্পনা কৰিব নোৱাৰিবা ভাই। যিহওক, ধাৰ-ঋণ কৰি টকা অলপ গোটাই ডাক্তৰ আনিলোঁ; ডাক্তৰে চাই ক'লে—ৰাজ-হাড় ভাগিছে, তেওঁ একো কৰিব নোৱাৰে, মেডিকেল কলেজলৈ নিব লাগিব। তাতো বোলে কমেও ছমাহমান পৰি থাকিব লাগিব। মোৰ অৱস্থাটো কল্পনা কৰি চোৱা কালিনাথ। তুমি বোধহয় জানাই, মই পিতাৰ একমাত্ৰ মতা ল'ৰা—যিটো কাৰণত তেওঁ মোক স্কুল এৰুৱাই আনিব লগা হ'ল। তেতিয়া আহু ধান চপোৱাৰ বতৰ। যি ডুভৰামান খেতি কৰিছিলোঁ তাৰে হয়তো খুব বেছি ছমাহ ভাত খাবলৈ হ'ব। কিন্তু মই যদি পিতাৰ লগতে লাগি থাকোঁ, তেন্তে খেতি চপাব কোনে? খেতি নচপালে বছৰটোলৈ খাম কি? খেতি চপোৱাৰ কথা বাৰু বাদেই দিলোঁ, কিন্তু মেডিকেল কলেজলৈ পিতাক নিবলৈ ইমানবোৰ টকা পাওঁ ক'ৰপৰা? মুঠতে পিতাৰ ডাক্তৰী চিকিৎসাৰ আশা বাদ দি গাঁৱলীয়া বেজ লগালোঁ। কোনোবাই হাড় জোৰা লগোৱা লতা বান্ধি দিলে, কোনোবাই মুঠিয়ে মুঠিয়ে বিহলঙনীৰে বিষ জাৰিলে, কোনোবাই কামাখ্যালৈ সোণৰ ফুল আগ বঢ়াবলৈ বিধান দিলে, কিন্তু একোতেই একো নহ'ল। সাত দিন সাত ৰাতি বিষত দেদাউৰি কাঢ়ি কাঢ়ি অৱশেষত পিতাই মৰি শান্তি পালে।'

পিতাকৰ যন্ত্ৰণাৰ সমস্ত অভিজ্ঞতাখিনি দিবাকৰে যেনে নতুনকৈ পুনৰ অনুভৱ কৰিছে, এনে এটা ভংগীত সি কিছু সময়ৰ নীৰৱ হৈ ৰ'ল। তাৰ পাছত করুণ হাঁহি এটা মাৰি সি ক'লে, 'আমাৰ দুখৰ কথা শুনিবলৈহে তুমি অহা যেন হ'ল। সেইবোৰ কথা বাৰু বাদ দিয়া। মই কি মানুহ দেখিছানে? তোমাক চাহ এটোপা যাচিবলৈকে এতেপৰে মোৰ খবৰ হোৱা নাই। আইজনী যে ক'লৈ গ'ল? অ' সৌৱা—আহিছে ৰ'বা।'

চোতালত থিয় হৈ দিবাকৰৰ মাকে ক'লে, 'চোতালত মাহবোৰ এনেকৈ এৰি থৈ ময়নাটোনো ক'লৈ গ'ল বাৰু? এতিয়া বৰষুণ আহিলে আটকীয়া মাহ-মুঠি গেলি-পচি ভস্ম হ'ব।'

দিবাকৰে ঘৰৰ ভিতৰৰপৰাই মাত লগালে, 'তুমি বাৰু মাহৰ কাৰণে চিন্তা কৰিব নালাগে। বৰষুণ অহাৰ আগতেই মই তাৰ এটা ব্যৱস্থা কৰিম। তুমি বেগতে ভিতৰলৈ আহাঁচোন, কোন আহিছে চোৱাহি।'

দিবাকৰৰ মাক ঘৰৰ ভিতৰলৈ সোমাই আহিল। তেওঁৰ এহাতত কেইটামান বেঙেনা, আনখন হাতত এমুঠি বুঢ়া লাইশাক। ঘৰৰ ভিতৰত থিয় হৈ অচিনাকি মানুহ দেখি তেওঁ কালিনাথৰ মুখলৈ আচৰিত হৈ চাই ৰ'ল।

দিবাকৰে ক'লে, 'আই, তই তেনেকৈ চাই থাকিলে কি হ'ব? পুৰা এযুগ চাই থাকিলেও তই এওঁক চিনি নাপাবি। আমাৰ কোনোবা জন্মৰ পুণ্যৰ ফলতহে এনে এজন মানুহ আমাৰ ঘৰলৈ আহিছে। এওঁ হ'ল কালিনাথ, ম'হঘুলিৰ শিৱনাথ ফুকন ডাঙৰীয়াৰ পুতেক।'

দিবাকৰে আৰু বাক্যটো শেষ কৰিবলৈ নাপালে, মাকে য'ৰে বস্তু ত'তে দলিয়াই দি থিতাতে মাটিত বহি পৰিল, আৰু হাত যোৰ কৰি কালিনাথৰ ফালে চাই মূৰ দোঁৱাই ক'লে, 'হে হৰি, হে ভগৱন্ত, আজিনো কি অঘটন ঘটিল আমাৰ ঘৰত! ফুকন দেউতাৰ ল'ৰা আমাৰ ঘৰত? অ' ময়না, তোৰনো এনেহে জ্ঞান হ'ব লাগেনে? বোপাদেউতাক তই ডুখৰি পীৰাত বহিবলৈ দিছ? ইস্ ইস্, যাচোন যা, ভিতৰৰপৰা মেৰ-ধৰাখন লৈ আহগৈ।'

কালিনাথৰ কোনো প্ৰতিবাদ নুশুনি দিবাকৰৰ মাকে তাক মেৰ-ধৰাত বহুৱাইহে এৰিলে। তাৰ পাছত তেওঁ আকৌ ক'বলৈ ধৰিলে, 'বোপাদেউতা, আপোনাসকলৰ ঘৰখন হ'ল জগত-জননী পতিত-পাৱনী। এই ম'হঘুলি মৌজাত এনে ঘৰৰ মানুহ নাই—যি এদিন নহয় এদিন আপোনাসকলৰ ঘৰৰ ভাত খোৱা নাই। আপোনাসকল সৰু ল'ৰা, পুৰণি দিনৰ কথা নাজানে। আপোনাসকলৰ মূৰৰ-দেউতাৰ দিনত মোৰ পিতাৰ পিতা আছিল আপোনাসকলৰ ঘৰত ম'হগুৱাল। ক'বলৈ গ'লে আমি আপোনাসকলৰ সাতাম-পুৰুষীয়া গোলাম।... হেৰ ময়না, বোপা-দেউতাক এতিয়া কিহেৰে সোধ-পোছ কৰ? মোৰ হ'লে তামোল এখন যাচিবলৈকো ভয় লাগিছে।'

নিজৰ বাল্যবন্ধুৰ সাক্ষাততে বুঢ়ীৰ মুখত এনেবোৰ কথা শুনি ইমান পৰে কালিনাথে বৰ অস্বস্তি অনুভৱ কৰি আছিল, এতিয়া এটা সুযোগ পাই সি প্ৰায় চিঞৰি উঠিল, 'আপুনি এইবোৰ কি কথা কৈছে আই? মই কেৱল তামোল এখন খাবলৈকে আহিছোঁনে? আজি মই ইয়াত ভাতো খাম। গধূলি পৰলৈকে মই আপোনালোকৰ ঘৰত থাকিম। দিবাকৰৰৰ লগত মোৰ বহুত কথা আছে।'

কালিনাথৰ কথা শুনি দিবাকৰ আৰু মাক দুয়োৰে চকুত বিজুলী-চমকৰ দৰে এটা বিস্ময়ৰ ভাব ফুটি উঠিল। দুয়ো পৰস্পৰৰ লগত দৃষ্টি বিনিময় কৰি ইজনে সিজনৰ প্ৰতিক্ৰিয়া বুজিবলৈ যত্ন কৰিলে। খন্তেকপৰ স্তব্ধ হৈ থাকি দিবাকৰৰ মাকে মাত লগালে, 'আজি বোপা-দেউতাই কি লীলা-খেলা দেখুৱাব খুজিছে আমি একো বুজিবই পৰা নাই। এই দুখীয়াৰ ঘৰত জাবৰে-জোঠৰে খোৱা ভাত জানো আপোনাৰ মুখত সোমাব?···অ' ময়না, মুখলৈ হাঁ কৰি চাই কি বহি আছ? উঠচোন উঠ, হাঁহ এজনীকে ধৰি মাৰ।'

দিবাকৰে কিবা এষাৰ ক'বলৈ নৌ পাওঁতেই কালিনাথে প্ৰতিবাদ কৰি উঠিল, 'হাঁহ-পাৰ মাৰিবলৈ হ'লে কিন্তু মই ভাত নাখাওঁ। মই আলহীৰদৰে অহা নাই, ঘৰৰ মানুহৰদৰে আহিছোঁ। আপোনাসকলে যেনেকৈ খালেহেঁতেন, ময়ো ঠিক তেনেকৈ খাম। তদুপৰি এটা কথা বিশ্বাস কৰক, মাংসত মোৰ বিশেষ ৰুচি নাই।'

কালিনাথহঁতৰ এইবোৰ কথন-মথন চলি থাকোঁতেই এজনী প্ৰায় কুৰি বছৰীয়া ছোৱালী সোমাই আহি ভিতৰত থিয় হ'লহি। তাই নদীত গা ধুই কাপোৰ নসলোৱাকৈ তিতা তিয়নীৰেই ঘৰলৈ আহিছিল, তিতা কাপোৰবোৰ গাত লিপিট খাই লাগি ধৰি তাইৰ গাৰ উজ্জ্বল কলপতীয়া বৰণ আৰু সুঠাম অংগ-শোভা স্পষ্ট হৈ ওলাই পৰিছিল। আঁঠুৰপৰা অলপ তলৰ পৰাই তাইৰ মিহি আৰু মঙহাল কলাফুল দুটাও অনাবৃত হৈ ওলাই আছিল। তাইৰ হাতত পিঞাজৰ পাত আৰু বনৰীয়া জিলমিল শাকৰ এটা টোপোলা। তাই বোধহয় ভাবি আছিল যে গাঁৱৰে কোনোবা মানুহে মাঘ-মহীয়া ডাৱৰীয়া বতৰত জুইৰ

উম লৈ লৈ মাকহঁতৰ লগত কথা পাতি আছে, সেই কাৰণে তাই কালিনাথৰ ফালে বিশেষ মন নকৰাকৈয়ে মাকৰ ওচৰত থিয় হৈ শাকৰ টোপোলাটো মাটিত পেলাই দি ক'লে, 'আজিনো কি আচৰিত কথা হ'ল অ' ককাইদেউ, চোতালৰ মাহখিনি দেখোন আধামৰা কৰি এৰি থৈ তই জুই-শুৰিত মেল মাৰি বহি আছ ?'

মাকে হাঁহি এটা মাৰি ক'লে, 'অ' বহাগী, আজি আমাৰ ঘৰলৈ কোন মানুহ আহিছে তই মন কৰিছনে নাই ? তই বোধহয় গাঁৱৰে কোনোবা নদাই-ভদাই বুলি ভাবি আছ, নহয় ?'

মাকৰ কথা শুনি বহাগীয়ে কালিনাথৰ মুখলৈ ভালকৈ চাই পঠিয়ালে, আৰু পাছ মুহূৰ্ততে তিতা তিয়নীৰে নিজৰ শৰীৰটোৰ বিষয়ে সচেতন হৈ ভীষণ লাজত এটা অদ্ভুত শব্দ কৰি তাই একেজাঁপে ভিতৰলৈ সোমাই গ'ল। তাইৰ অপ্ৰস্তুত ভাব-ভংগী দেখি মাক-পুতেক দুয়ো খলখলাই হাঁহি উঠিল।

কালিনাথে নিজেও অপ্ৰস্তুত হৈ খৰি এডালেৰে জুইকুৰাকে খুচৰিবলৈ ধৰিলে।

দিবাকৰৰ মাকে ক'লে, 'বোপাদেউতা, সেইজনী মোৰেই ছোৱালী, বহাগী। তাইৰ ওপৰত মৰি-হাজি আৰু দুজনী ছোৱালী আছিল, দুজনীকে বিয়া দি কোনোমতে পাৰ কৰিলোঁ। এতিয়া এইজনীৰ কিবা প্ৰকাৰে গং এটা লগাব পাৰিলেই মই সুখেৰে মৰিব পাৰোঁ।'

বহাগীক দেখিবৰেপৰা কালিনাথৰ মনত যি এটা বিমুগ্ধ বিস্ময়ৰ ভাব সৃষ্টি হৈছিল, এইবাৰ সি এটা প্ৰকাশৰ বাট বিচাৰি পালে। সংসাৰ-অভিজ্ঞ প্ৰবীণ মানুহৰদৰে সি ক'লে, 'এনেকুৱা কেঁচা-সোণ যেন ছোৱালী এজনীৰ কাৰণে আপোনাৰ কিহৰ চিন্তা আই ? তাইৰ কাৰণে কত মানুহে নিজেই আহি আপোনাৰ ভৰিত ধৰিবহি।'

'সেইবোৰ কথা মিছা বোপাই'—দিবাকৰৰ মাকে হঠাতে মুখখন গম্ভীৰ কৰি ক'লে, 'দুখীয়াৰ ঘৰত কেঁচা-সোণ থাকিলেও সি পিতলৰ মূল্যত বিকা যায়। তাইৰ ডাঙৰ বায়েকজনী— ফুলেশ্বৰী—তাই

এইতকৈ দহগুণ বেছি ধুনীয়া আৰু কাজী আছিল। কিন্তু তথাপি এতিয়া তাই চকুৰ পানী-নাকৰ পানী মচি মচি ভাত খাব লগা হৈছে।'

'কিয় ?'—কালিনাথে আচৰিত হৈ সুধিলে।

দিবাকৰৰ মাকৰ চকু দুটা হঠাৎ সজল হৈ পৰিল। আঁচলৰ আগটোৰে চকু দুটা মোহাৰি মোহাৰি তেওঁ ক'লে, 'তাইৰ কথা মনত পৰিলেই মোৰ বুকুত শোকে খুন্দা মাৰি ধৰে বোপাই। দুখীয়া মানুহৰ ছোৱালী ৰূপৱতী হ'লেওনো কোন ৰাজপুত্ৰই বিয়া কৰিবলৈ আহিব ? আমাৰে নিচিনা এসাজ খাই এসাজ নোখোৱা টোকোনা ল'ৰা এটালৈকে তাইক বিয়া দিছিলোঁ। আমাৰ ল'ৰা-ছোৱালীয়ে লঘোণে থাকিবলৈ ভয় নকৰে, জনম-কালৰে পৰা নাখাই নাখাই সিহঁতৰ সেইটো সজ হৈ গৈছে। কিন্তু তাই বোৱাৰী হৈ ঘৰখনত সোমায়েই এনে এজনী কেঁচাই-খাতী ৰাক্ষসী শাহুৰ হাতত পৰিলগৈ—সেইবোৰ কথা আৰু কিমান ক'বা বোপাই, আজি তোমাক নতুন মানুহ পাইহে দুআষাৰ কৈ বুকুৰ ভাৰ পাতলাইছোঁ—সেই শাহুৱেকজনীয়ে নমৰালৈকে তাইক নাকনি-কাননি কৰি মাৰিলে। তাই মোৰ ছোৱালীজনীক যি অত্যাচাৰখন কৰিলে—সাত শতুৰুকো কোনেও তেনেকুৱা অত্যাচাৰ নকৰে। যোৱা বছৰ যেনিবা সেই পাপিনীজনী পোক লাগি মৰিল। শাহুৱেকে বাৰু অত্যাচাৰ কৰক, নিজৰ মানুহটোৰ পৰাই যদি তাই এষাৰ কোমল মাত পালেহেঁতেন তেতিয়াহ'লেও এবেগেতলৈ ৰক্ষা আছিল। কিন্তু মোৰ ছোৱালীৰ পোৰা কপাল—শাহুয়েক যদি বাৰেৰে, গিৰিয়েক তেৰেৰে। উঠোঁতে-বহোঁতে মোৰ ছোৱালীজনীক ফলা খৰিৰে গৰু কোবোৱা নিদিলে সেই জহনীত যোৱাটোৰ পেটলৈ ভাত নাযায়।'

মাকৰ কথাবোৰ ভিতৰৰপৰা শুনি শুনি বহাগী বোধহয় লাজত আধামৰা হৈছিল, তাই ভিতৰৰপৰা মাত লগালে, 'অ' আই, এইফালে আহচোন।'

'মই কিয় ভিতৰলৈ যাব লাগে, তয়েই ওলাই আহচোন, ককায়েকৰ লগত চিনাকি কৰি দিওঁ। অঁ—কি কৈছিলো বোপাই ? গিৰিয়েকৰ মাৰ খাওঁতে খাওঁতে মোৰ ছোৱালীজনীৰ কেঁচা-হালধিৰ ৰং যেন গাটো

তেনেকৈ ক'লা পৰিল, গাঁঠিয়ে গাঁঠিয়ে তাইৰ গাত বিষ। তাতে আকৌ ভূতৰ ওপৰত দানহৰ দৰে বছৰটো নৌ ঘূৰোঁতেই একোটাকৈ কেঁচুৱা ওপজি গাহৰি পালৰ দৰে এপাল হৈছে। ঘৰখনত সহায় বুলিবলৈ কোনো নাই, অশৌচৰ পৰা উঠি শৰীলৰ কেঁচা ঘা শুকাবলৈ নৌ পাওঁতেই পথাৰলৈ নগ'লেই নহয়।...এইবোৰেই হ'ল আমাৰ দুখীয়াৰ ঘৰৰ ৰূপৱতী-গুণৱতী ছোৱালীৰ কপাল; কিমান ক'ম কিমান শুনিবা?'

দিবাকৰৰ মাকৰ কলিজা ভেদ কৰি এটা দীঘল হুমুনিয়াহ বাহিৰ হৈ আহিল।

মাকৰ কথাৰ বিৰাম পৰিবলৈকে দিবাকৰে ইমানপৰে বাট চাই আছিল। সুৰুঙা এটা পায়েই সি মাত লগালে, 'আই, তই কথা এটা মন কৰিছনে? কালিনাথ আহি পোৱা এঘণ্টাতকৈ কিজানি ওপৰ হ'ল, ইমানপৰে তেওঁক এটোপা চাহকে তই যাচিব পৰা নাই। উঠ উঠ, সোনকালে চাহ এটোপা দে, ময়ো আধা-মৰা মাহখিনি গোহালিৰ আগত সুমুৱাই থৈ আহোঁগৈ।'

দিবাকৰ উঠি থিয় হ'ল।

'এহ্ বোপাই, তই জানো কথাটো বুজি পোৱা নাই; মই গাটোকে ধোৱা নাই, চাহ কেনেকৈ কৰোঁ? সেই কাৰণেহে বহাগী আহিবলৈ বাট চাই আছিলোঁ। অ' বহাগী, বহাগী, ওলাই আহ, বোপাদেউতাক ইয়াতে চাহ এবাতি কৰি দে,'—কালিনাথৰ মুখলৈ চাই দিবাকৰৰ মাকে কৈফিয়ৎ দিয়াৰ নিচিনাকৈ ক'লে, 'আমাৰ জীয়ৰী ছোৱালী আকৌ পাকঘৰত সোমাব নোৱাৰে নহয় বোপাই। ওলাই আহ বহাগী, এওঁ বোপাদেউতা তোৰ আপোন ককায়েৰৰ নিচিনা, তেওঁৰ আগত তোৰ ইমান লাজটো কিহৰ। মই যাওঁ, গাটো ধুই পাকঘৰত সোমাওঁগৈ। অ'—তই এটা কথা শুনিছনে নাই? আজি বোপা দেউতাই আমাৰ ঘৰত ভাত খাব।'

দিবাকৰে আধা-মৰা মাহখিনিৰ দিহা এটা কৰিবলৈ চোতাললৈ ওলাই গ'ল। মাকে মাটিতে পৰি থকা শাকখিনি চপাই-কোছাই ভিতৰলৈ

সোমাই গ'ল। বহাগীৰ আন কোনো আৰু উপায় নাথাকিল, তাই নিজৰ লাজ পুৰি খাই কালিনাথৰ সমুখলৈ ওলাই আহিবলৈ বাধ্য হ'ল।

সমস্যাটো কেৱলযে বহাগীৰেই হৈছিল এনে নহয়, গোটেই পৰিস্থিতিটো কালিনাথৰ কাৰণে হৈ পৰিছিল আৰু বেছি অস্বস্তিকৰ। নিজৰ বায়েক-ভনীয়েকৰ বাহিৰে আন কোনো অনাত্মীয়া ছোৱালীৰ লগত জীৱনত আজিলৈকে সি কথা এষাৰ পাতি পোৱা নাই ; ছোৱালী দূৰৰ কথা, পুৰুষ মানুহৰ লগতো তাৰ মিলা-মিছা নিতান্তই সীমাবদ্ধ। আজি হঠাতে দিবাকৰৰ মাক-পুতেক দুয়ো এজনী অচিনাকি গাভৰু ছোৱালীৰ লগত তাক অকলশৰীয়াকৈ এৰি থৈ গুচি যোৱাত সি অঠাই সাগৰত পৰা যেন অনুভৱ কৰিলে। বহাগী ওলাই আহিলে সি নিবোকা চামোনটো হৈ বহি থাকিব নে ইটো-সিটো কথা পাতিবলৈ চেষ্টা কৰিব —তাকে ভাবি ভাবি তাৰ কপালত কেঁচা ঘাম বিৰিঙি উঠিল।

বহাগী হঠাৎ ভিতৰৰপৰা ওলাই আহিল। কালিনাথে তাইৰ ভৰিৰ শব্দ শুনি মূৰ তুলি চাই দেখিলে—লাজত ছোৱালীজনী ৰঙা-চঙা পৰি জাৰৰ দিনতো প্ৰায় ঘামি উঠিছে আৰু তাইৰ গোটেই শৰীৰটো আড়ষ্ট হৈ পৰিছে। কিন্তু আত্ম-বিলোপ-কামী সেই লাজ আৰু আড়ষ্টতাৰ মাজেদিয়েই সেই গাঁৱলীয়া সৰল ছোৱালীজনীৰ এনে এটা নম্র স্নিগ্ধ ব্যক্তিত্ব ফুটি উঠিল,—তাইৰ আঁচলৰ বা লাগি কঁপি উঠা বতাহখিনি গাত লগাত কালিনাথে অনুভৱ কৰিলে—যেন বহুদূৰৰ নির্মল স্রোতস্বিনী নদীৰ বুকু চুই আৰু সুৰভিত অৰণ্যৰ স্নিগ্ধতা কঢ়িয়াই অনা বতাহ এজাকহে তাৰ গাত লাগিল। সি মনৰ মাজত এক গভীৰ আনন্দ অনুভৱ কৰিলে—যি ধৰণৰ আনন্দৰ আস্বাদ ইয়াৰ আগতে সি জীৱনত কেতিয়াও পোৱা নাছিল।

বহাগীয়ে কালিনাথলৈ পিঠি দি জুইৰ ওচৰত বহি পৰিল, আৰু সুমাৰ ধৰা জুইকুৰাত ফু' এটা মাৰি মাত লগালে, 'আমাৰ চাহ জানো খাব পাৰিব ককাইদেউ? আপোনালোক সদায় চেনিৰে চাহ খাই, থকা মানুহ, লেটেৰা গুৰেৰে কেনেকৈ চাহ খাব?'

বহাগীৰ লগত কথা-বাৰ্তা কেনেকৈ আৰম্ভ হ'ব, সেইটোৱেই আছিল কালিনাথৰ প্ৰধান সমস্যা। কিন্তু বহাগীয়ে ইমান সহজে সমস্যাটোৰ সমাধান কৰি দিলে যে কালিনাথ মনে মনে তাইৰ প্ৰতি খুব কৃতজ্ঞ হৈ উঠিল। সি লৰালৰিকৈ উত্তৰ দিলে, 'মই গুৰ খাবলৈকো খুব ভাল পাওঁ। বহুতদিন গুৰ খাই পোৱা নাই, আজি খাই নিশ্চয় খুব ভাল লাগিব।'

কথা ক'বলৈ আৰু একো বিষয় বিচাৰি নাপাই দুয়ো কিছু সময় নীৰৱ হৈ ৰ'ল। বহাগীয়ে যিহেতু কালিনাথৰ ফালে পিঠি দি বহিছিল, সেই কাৰণে সি অসংকোচ দৃষ্টিৰে তাইৰ পিঠিখনলৈকে এবাৰ চালে। তিতা তিয়নীৰে তাইক প্ৰথম বাৰ দেখিবৰ সময়ত তাইৰ গাৰ ৰংটো কালিনাথৰ চকুত ইমান অপৰূপ যেন লাগিছিল যে আকৌ এবাৰ সেই ৰংটো চোৱাৰ লোভ সি সামৰিব নোৱাৰিলে। তাইৰ গাৰ ৰংটো সঁচাকৈয়ে সুন্দৰ—দ্বিতীয়বাৰ দেখি সি মনে মনে ভাবিলে—ঠিক যেন নতুনকৈ ওলোৱা বাঁহ-পাতৰ ৰং, দেখিলে চকু জুৰ পৰি যায়। নিৰ্লোভ মুগ্ধ দৃষ্টিৰে সি কিছুসময় বহাগীৰ মেখেলা আৰু ব্লাউজৰ মাজৰ উদং গাটোলৈ চাই ৰ'ল, আৰু বহাগীয়ে এইবোৰ কাণ্ড-কাৰখানাৰ গম নাপাই নিশ্চিন্ত মনেৰে চাহৰ পানীৰ তলত জুই দিবলৈ ধৰিলে।

কালিনাথৰ তন্ময়তা ভাঙি দি হঠাৎ এটা মানুহ ভিতৰলৈ সোমাই আহিল। 'দিবাকৰ ঘৰত আছনে?'—এই বুলি কথাষাৰ কৈ শেষ কৰোঁতে নৌ কৰোঁতেই কালিনাথৰ ওপৰত মানুহজনৰ চকু পৰিল, আৰু কালিনাথৰ অনুভৱ হ'ল যে মুহূৰ্ততে যেন মানুহজনৰ মুখত এটা ভাবান্তৰ ফুটি উঠিল। এটা নিষিদ্ধ কাম কৰি থকা অৱস্থাত হাতে হাতে ধৰা পৰি যোৱা মানুহৰদৰে কালিনাথৰো মুখৰ বৰণ কিছু সলনি হ'ল। সি মানুহজনৰ পৰা চকু ঘূৰাই নিলে। বহাগীয়ে মূৰ দাঙি মানুহজনক দেখি ক'লে, 'অ' দদাইদেউ দেখোন, ককাইদেউ চোতালতে আছিল দেখোন। কোনোবা একালে গ'লনেকি?'

মানুহজনে ক'লে, 'বাৰু ককায়েৰ নহ'লেও হ'ব। আছে যদি পাণ এখন দোচোন। আলহী এজন আহিছে, তামোল এখন দিবলৈ ঘৰত পাণ এখনকে নাই।'

'তুমি অলপ ৰ'বা, মই চাওঁগৈ'—বহাগী ভিতৰলৈ সোমাই গ'ল।

মানুহজনে প্ৰচ্ছন্ন সন্দেহৰ দৃষ্টিৰে কালিনাথৰ মুখলৈ চাই সুধিলে, 'আপুনিনো ক'ৰ মানুহ? আগে-পিছে ক'তো কেতিয়াও দেখা মনত পৰা নাই দেখোন।'

কালিনাথে নম্ৰভাবে উত্তৰ দিলে, 'ম'হঘুলি গাঁৱৰ শিৱনাথ ফুকনক চিনি পায়নে? মই তেখেতৰে মাজু পুতেক। মোৰ নাম কালিনাথ। সৰুতে দিবাকৰৰ লগত একেলগে স্কুলত পঢ়িছিলোঁ। মোৰ বৰ বন্ধু আছিল। বহুত দিনৰ মূৰত তেওঁকে চাবলৈ আহিলোঁ।'

শিৱনাথৰ নাম শুনি মানুহজনৰ মুখৰ ভাব সম্পূৰ্ণ সলনি হৈ পৰিল। 'ফুকন দেউতাৰ পুতেক আপুনি?—সমীহৰ ভাবেৰে মানুহজনে ক'লে, 'আপোনালোক নতুন চামৰ উঠিঅহা ডেকা; কেতিয়াও দেখাই নাই, চিনি পাম কেনেকৈ? একো দায়-দোষ নধৰিব আকৌ।'

বহাগীয়ে ভিতৰৰপৰা পাণ ডুখন আনি মানুহজনক দিলে। তেওঁ কালিনাথৰ পৰা বিদায় লৈ ওলাই গ'ল। কালিনাথৰ মনত বহুত পৰলৈকে এনে এটা ভাব লাগি থাকিল যে মানুহজনে যেন তাৰ বিষয়ে এটা সন্দেহজনক ধাৰণা লৈ গ'ল।

বহাগীয়ে কালিনাথৰ আগত সৰু বান-বাটি এটাত চাহ এবাটি দি ক'লে, 'আপোনাক চাহ যাচিবলৈ মোৰ লাজহে লাগিছে, এয়া আপোনালোকৰ নিচিনা মানুহৰ যোগ্য চাহ নহয়। তথাপি দুখীয়াৰ ঘৰলৈ আহিছে যেতিয়া মুখত লওক অকণমান।'

ইতিমধ্যে বহাগীৰ আগত কালিনাথৰ লাজ বহুত ভাগিছে, সি চাহৰ ঢোক এটা মাৰি বহাগীক সুধিলে, 'তুমি স্কুলত পঢ়িছিলানে নাই?'

'পঢ়িছিলোঁ, এম ভি পাছ কৰা আজি তিনিবছৰমান হ'ল।' বহাগীয়ে উত্তৰ দিলে।

'আজি-কালি ল'ৰাৰ হাইস্কুলত ছোৱালীয়েও পঢ়া হৈছে। তুমি নপঢ়িলা কিয়?' —কালিনাথে কথা-বাৰ্তা পাতি বহাগীক আৰু অলপ সময় ওচৰত ৰাখিবৰ মনেৰে আকৌ প্ৰশ্ন কৰিলে।

'ইস্ ভাল কথাটো কৈছে—' কালিনাথৰ মুখলৈ চাই কথা ক'বলৈ লাজ কৰি সোঁ-বাহুটোৰ তলতে মুখখন লুকুৱাই বহাগীয়ে ক'লে, 'ঘৰত নাই কণটো, বৰ-সবাহলৈ মনটো। ঘৰৰ লগত কিমান যুঁজ-বাগৰ কৰি কোনোমতে এম ভি টোকে পাছ কৰিলোঁ। হাইস্কুলত পঢ়িবলৈ ফিজ দিব কোনে?'

কথা ক'বলৈ কালিনাথে তৎক্ষণাৎ আৰু কোনো বিষয় বিচাৰি নাপালে। বহাগীয়ে তেতিয়াও সোঁ-বাউসীৰ তলত মুখখন লুকুৱাই হাতখন মেলি আছিল, তাইৰ হাতৰ আঙুলিকেইটালৈ কালিনাথৰ চকু গ'ল। কেৱল কিতাপৰ বৰ্ণনাৰ মাজদিয়েই তিৰোতাৰ ৰূপৰ লগত তাৰ পৰিচয়, সি কিতাপত তিৰোতাৰ পাঁজি-সেৰীয়া লাহী আঙুলিৰ বৰ্ণনা পঢ়িছে। কিন্তু সি দেখিলে যে বহাগীৰ আঙুলিকেইটা চুটি, মোটা আৰু কৰ্কশ। দিনে-ৰাতিয়ে কাম কৰি তৎ নোপোৱা শ্ৰম-জীৱিনী তিৰোতাৰ পৰিচয় তাইৰ হাতৰ খহটা আৰু শকত আঙুলি-কেইটাত সুস্পষ্ট। কিন্তু কালিনাথৰ আবেগ-বিহ্বল দৃষ্টিৰ সমুখত বহাগীৰ খহটা আৰু মোটা হাতখনেও এটা নতুন সৌন্দৰ্য লৈ দেখা দিলে। সেই হাতৰ অধিকাৰিণী ছোৱালীজনী যেন কেতিয়াও কাৰো কান্ধত গধুৰ বোজা হ'ব নোৱাৰে, বৰং তাই নিজেই বহুজনৰ পৰম নিৰ্ভৰ আৰু আশ্ৰয়-স্থল।

ইয়াৰ পাছত বহাগীক কি কথা সুধিব সেই কথা কালিনাথে ভাবি থাকোঁতেই ভিতৰৰপৰা মাকে মাত লগালে, 'অ' বহাগী, তোৰ চাহ দিয়া হ'ল যদি ভিতৰলৈ এবাৰ আহিবিচোন।'

বহাগীয়ে যেন ৰক্ষা পালে। তাই জাঁপ মাৰি উঠাৰদৰে কৰি ভিতৰলৈ সোমাই গ'ল। যাবৰ সময়ত তাইৰ গাৰ আঁচলে কঁপাই যোৱা বতাহ অলপ কালিনাথৰ মুখত লাগিল।

কালিনাথ অকলে বহি ৰ'ল। অলপ সময়ৰ পাছত দিবাকৰ সোমাই আহিল। সি ক'লে, 'কালিনাথ, তুমি অলপ বহা দেই। মই দৌৰ মাৰি নৈত জোবোৰা এটা মাৰি আহোঁ।'

অকলে অকলে বহি বহি কিছু সময়ৰ মূৰত কালিনাথে আৱিষ্কাৰ কৰিলে যে সি ইমান পৰে বহাগীৰ কথাই ভাবি আছে। অৱশ্যে আন

কথা নহয়, বহাগীৰ ভৱিষ্যতৰ কথা। কিছুসময়ৰ আগতে মাকে বহাগীৰ বায়েকৰ কথা কৈছিল। বহাগীতকৈয়ো ধুনীয়া আৰু কাজী সেই ছোৱালীজনীয়ে বছৰৰ পাছত বছৰ একোটাকৈ সন্তানৰ জন্ম দি, অশৌচীয়া গাৰেই পথাৰত কাম কৰি আৰু দিনে-ৰাতিয়ে গিৰিয়েকৰ মাৰ খাই খাই অকালতে বুঢ়ী হৈ এতিয়া মৃত্যুৰ ক্ষণ গণিছে। বহাগীৰ ভৱিষ্যতনো তাতকৈ কি বেলেগ হ'ব? গাঁৱলীয়া ছোৱালীৰ ৰূপ-যৌৱন চিজ্‌ন্ ফ্লাৱাৰৰ দৰেই খন্তেকীয়া; চকুৰে চাই থাকোঁতেই সংসাৰৰ নিঠুৰ বতাহে সিহঁতক গোবৰ-বোকাত সিঁচৰতি কৰি দিব আৰু অন্ত-হীন দুখ-কষ্টৰ নিঠুৰ খচকনিত সেই ৰূপ-যৌৱন বোকাত মিহলি হৈ যাব। অলপ আগতে ৰূপ-যৌৱনৰ একুৰা জ্বলা জুইৰদৰে তাৰ ওচৰত বহি থকা ছোৱালীজনীৰ আৰু কেইবছৰমানৰ পাছতে কি অৱস্থা হ'ব—সেই কথা কল্পনা কৰি কালিনাথে মনৰ মাজত এক করুণ বিষণ্ণতা অনুভৱ কৰিলে।

কালিনাথে সেইবোৰ কথা ভাবি থাকোঁতেই দিবাকৰ গা ধুই ঘৰলৈ ঘূৰিল। পীৰা এখন টান মাৰি কালিনাথৰ ওচৰতে বহি লৈ সি ক'লে, 'বাৰ বছৰৰ মূৰত তুমি মোক লগ পাবলৈ আহিলা, কিন্তু ভালকৈ বহি তোমাৰ লগত কথা এষাৰ পাতিবলৈকে মই সময় উলিয়াব পৰা নাই। কোৱাচোন ভাই কি কথানো ক'ম বুলি আহিলা। সেই ৰাতিপুৱাৰ পৰা তোমাৰ কথা শুনিবলৈ মোৰ মনটো পিট্‌পিটাই আছে।'

কালিনাথে এফালৰ পৰা সিহঁতৰ ঘৰখনৰ সমস্যাৰ কথা বিবৰি কৈ অৱশেষত ক'লে, 'চোৱা দিবাকৰ, এইটোযে কেৱল মোৰেই ঘৰৰ সমস্যা এনে নহয়; আজি ম'হঘুলিৰ ঘৰে ঘৰে এই সমস্যাই মানুহৰ জীৱনত বিপৰ্যয়ৰ সৃষ্টি কৰিছে। খেতি-পথাৰ উচ্ছন্ন গৈছে, মানুহৰ ঘৰ গুচি বাঁহ-তলত পৰিণত হৈছে। চোৰাং মদৰ ব্যৱসায় বন্ধ কৰিবলৈ দেশত এখন আইন আছে, হাজাৰ-হাজাৰ কৰ্মচাৰী আছে। মই শুনিছোঁ, আমাৰ ম'হঘুলিতেই বোলে আবকাৰী বিভাগৰ এজন ইন্সপেক্টৰকে ধৰি বাৰজন কৰ্মচাৰী আছে। কিন্তু সিহঁতে বোলে মদৰ চোৰাং-বেপাৰীক ধৰা দূৰৰ কথা, সিহঁতৰ আশ্ৰয়তেই মদৰ বেছিভাগ ব্যৱসায়

চলে। মই মোৰ ঘৰখনক চৰম সৰ্বনাশৰপৰা ৰক্ষা কৰিবলৈ হ'লে আৰু দেউতাক বুঢ়া বয়সত অলপ শান্তি দিবলৈ হ'লে লক্ষ্মীনাথক মদ খোৱা এৰুৱাবই লাগিব। কিন্তু মই হিচাপ কৰি দেখিছোঁ, গোটেই ম'হঘুলিৰ পৰাই চোৰাং মদৰ ব্যৱসায় উচ্ছেদ কৰিব নোৱাৰিলে কেৱল মোৰ ভাই লক্ষ্মীনাথক মদ খোৱাৰ পৰা বিৰত ৰাখিবলৈ মোৰ সাধ্য নাই। সেই কাৰণে ম'হঘুলিত চোৰাং মদৰ ব্যৱসায় বন্ধ কৰিবলৈ এবাৰ চেষ্টা কৰি চাব খুজিছোঁ। কোনোবাই হয়তো ক'ব, আমাৰ সমাজত নানা সমস্যা আছে, সেই গোটেইবোৰ সমস্যাৰ বিৰুদ্ধে সামূহিক ভাবে যুদ্ধ নকৰি কেৱল চোৰাং মদৰ বিৰুদ্ধে যুদ্ধ কৰি একো লাভ নাই। কথাটো নিশ্চয় সঁচা। কিন্তু মই ভাবো যে সমাজৰ এটা সমস্যাৰ লগত আনটো সমস্যা এনে ভাবে জড়িত যে কাণ-টানিলেই মূৰ অহাৰদৰে এটা সমস্যাৰ ভিত্তিত ধৰি বল দিলেই বাকীবোৰ সমস্যাও নিজে নিজেই আমাৰ দৃষ্টি-গোচৰ হ'ব। তদুপৰি আমাৰ দেশত কাৰ দোষতনো ভাল ভাল আইনবোৰো কাৰ্যকৰী নহয়, সেইটো জানিবৰ কাৰণেও মই এই চোৰাং মদৰ ব্যৱসায়টো এটা টেষ্ট কেচ—মানে, মানে, এটা নমুনা হিচাপে লৈছোঁ। তোমাৰ ওচৰলৈ মোৰ অহাৰ উদ্দেশ্য হ'ল—এই কামত তুমি মোক অলপ সহায় কৰিব লাগে। তোমাৰ বাহিৰে মোৰ আৰু আন কোনো বিশ্বাসী বন্ধু নাই।'

কালিনাথৰ গোটেই কথাবোৰ পৰম মনোযোগেৰে শুনি দিবাকৰে মাত লগালে, 'কালিনাথ, এনে এটা মহৎ কাম কেৱল তোমাৰ পক্ষেই শোভা পায়। তাহানি স্কুলত একেলগে পঢ়োঁতেই মই বুজি পাইছিলোঁ, তুমি শ্ৰেণীৰ আনবোৰ ল'ৰাৰ নিচিনা নোহোৱা, তুমি অলপ বেলেগ ধৰণৰ ল'ৰা। চোৰাং মদেযে আমাৰ এই ঠাইখনৰ কি সৰ্বনাশ কৰিছে সেই কথা আমি নিজে চকুৰ আগতেই দেখি আছোঁ। কিন্তু আমি অগিয়ান হালোৱা-চহোৱা মানুহ, আমি এইবোৰ ডাঙৰ ডাঙৰ কথাত লাগিবলৈ গ'লে ম'হৰ শিঙত ককিলা দাঁৰ মাৰিবলৈ যোৱাৰ নিচিনাহে হ'ব। সেই কাৰণে আমি এইবোৰ দেখি-শুনিও হাল ছাৰি বহি আছো। কিন্তু এইটো কথা আমি থিৰাংকৈ জানো যে অৱস্থা এইদৰে আৰু

কিছু দিন চলিবলৈ হ'লে দেশ সমূলি ৰসাতলে যাব। দেশত আইন-কানুন সমূলি নোহোৱা হ'ল। এতিয়া—ৰজা নাইকিয়া দেশত, ধৰি কিলায় বাটত—অৱস্থা হৈছে এনেকুৱা। তুমি জানানে নাজানা ক'ব নোৱাৰোঁ, আমাৰ গাঁওখনেই হ'ল চোৰাং মদ তৈয়াৰ কৰৰ এটা প্ৰধান ঘাঁটি। ঘৰে ঘৰে দেখিব, কেৱল চোৰাং মদৰ কাৰবাৰ। মানুহকনো কি দোষ দিবা? আগতে ধান মোণ বা সৰিয়হমোণ বেচি মানুহে যি টকা পাইছিল—সেই টকাৰে হয়তো তেল-নিমখ কাপোৰ-কানিকে আদি কৰি এমাহৰ খোৰাকী যোগাৰ কৰিব পাৰিছিল। এতিয়া পাঁচমোণ ধান বা পাঁচমোণ সৰিয়হ বিকিলেহে সেইখিনি বস্তুৰ যোগাৰ হয়। বস্তু-বেহানিৰ চৰা দামে মানুহক জুকলা কৰিছে। সেই কাৰণে মানুহে সাস্তাতে বা সহজ উপায়েৰে অতিৰিক্ত ধন ঘটাৰ পথ বিচাৰিবলৈ বাধ্য হৈছে। এটেকেলি গুৰৰ দাম ধৰি লোৱা তিনি টকা; কিন্তু সেই এটেকেলি গুৰৰ পৰা পাঁচ বটল মদ কৰি উলিয়ালে তাৰ দাম পায় দহ টকা। বেছি পৰিশ্ৰমো নাই। অভাৱৰ কাৰণেই বেছিভাগ মানুহে এই চোৰাং মদৰ ব্যৱসায় হাত দিছে। এটা উদাহৰণ দিওঁ শুনা।

'আমাৰ গাঁৱতে এজনী বিধবা আছে। ভৰ বয়সতে তাইৰ গিৰিয়েকটো মৰিল। তিনিটা ল'ৰা-ছোৱালীৰে সৈতে মানুহজনী একেবাৰে অকলশৰীয়া। গিৰিয়েকটো জীয়াই থাকোঁতে নিজৰ মাটি এপুৰাৰ লগতে আধি-চুকানিলৈ আনৰো মাটি ছুবিঘামান লৈ দুখে-কষ্টে কোনোমতে ঘৰখন পুহি আছিল। কিন্তু গিৰিয়েকটো মৰাৰ পাছত আমা-দিমা ল'ৰা-ছোৱালীকেইটাৰে সৈতে মানুহজনীয়ে এতিয়া কৰে কি? নিজৰ মাটি পুৰা আনক আধিলৈ দিলেও তাৰে তাইৰ তিনিমাহৰ ভাতৰেই যোগাৰ নহয়। তাইৰ ভাগ্য ভাল—এনে সময়তে ওলাল মদৰ খেলা। আগৰ ম'হঘুলি গাওঁ গুচি এতিয়া চহৰ হ'ল, বাহিৰৰপৰা অহা বাবু-ভুঞা আৰু বেপাৰী-সমাৰীৰে ঠাইখন ভৰি পৰিল। সকলোকে মদ খাবলৈ লাগে। দেখাক দেখি আমাৰ নতুন বাবুসকলেও মদত ধৰিলে। সোণালী ছেগ বুজি আমাৰ

এই বিধবা গৰাকীয়েও মদৰ বেপাৰ আৰম্ভ কৰিলে। এতিয়া তাই সুন্দৰকৈ খাই আছে। খাই আছে হয়, পাছে ইফালে কি ঘটনা ঘটিছে সেইটোকো শুনি থোৱা। গাভৰু বিধবা তিৰোতাৰ ঘৰত মাজ ৰাতিলৈকে কিচিম্ কিচিম্ মদপী মানুহৰ আহ-যাহ। আগৰ দিনত গাঁৱত যেতিয়া নীতি-নিয়মৰ টান বান্ধনি আছিল, তেতিয়া গাভৰু বিধবা তিৰোতাৰ ঘৰত মাজ-ৰাতি পৰপুৰুষ আহ্-যাহ্ কৰাৰ গম পোৱা মাত্ৰকতে ৰাইজে তাইক এঘৰীয়া কৰিলেহেঁতেন। কিন্তু এতিয়া কোনে কাক ধৰে? প্ৰত্যেকৰ নিজৰ গাতেই লেঠা। এই বিধবা তিৰোতাজনীৰ ঘৰত চোৰাং মদৰ বেপাৰ হোৱাৰ খবৰ পাই এদিন ৰাতি এটা আবকাৰী পিয়ন তাইৰ ঘৰলৈ আহিল। উদ্দেশ্য নিশ্চয় চোৰাং মদ ধৰা নহয়, কেবল ধৰিম বুলি ভাবুকি দেখুৱাই তাইৰ পৰা কিবা এটা আদায় কৰা। কিন্তু ৰাতি এটা ডেকা মানুহে শ'ল-ঠেকত পৰা এজনী ৰূপহী, বিধবা আৰু অকলশৰীয়া তিৰোতাৰ পৰা প্ৰথমেই কি বস্তু দাবী কৰিব পাৰে, তুমি নিজেই কল্পনা কৰি লোৱা।

'আবকাৰী পিয়নটো আহিল ৰাতি ন মান বজাত। তাইৰ ঘৰতে সেই সময়ত গাঁৱৰে কেইটামান ডেকাই মদ খাই আছিল। আবকাৰী পিয়নক চিনি পাই সিহঁতে ছিটিকি ফৰিং ভগাদি ভাগিল। ভাগিল হয়, কিন্তু ৰাতি বিধবা তিৰোতাৰ ঘৰত চোৰাং মদ ধৰিবলৈ অহা আবকাৰী পিয়নৰ কাণ্ড-কাৰখানা চাওঁ বুলি সিহঁতে বাৰীৰ চুকতে জুপ লৈ পলাই থাকিল। আবকাৰী পিয়নে মদৰ খোলাত তিৰোতা-জনীক হাতে হাতে ধৰা পেলাই তাইক ভাবুকি দি ক'লে, 'তোমাৰ আৰু ৰক্ষা নাই। হাতে হাতে ধৰা পৰিছা। তুমি এতিয়াই মোৰ লগত থানালৈ যাব লাগিব'।

'আইনৰ মেৰ-পেচ চিনি নোপোৱা অশিক্ষিতা গাঁৱলীয়া তিৰোতা-জনীয়ে স্বাভাৱিকতেই খুব ভয় খালে; তাইৰ মনত দৃঢ় ধাৰণা হ'ল যে হাতে হাতে ধৰা পৰিছে যেতিয়া তাইৰ ছমাহ-এবছৰ জেল হ'বই। তাইৰ ল'ৰা-ছোৱালী কেইটাৰ তেতিয়া কি গতি হ'ব? আনটো কোঠাত বিছনাত শুই থকা ল'ৰা-ছোৱালী কেইটালৈ তাই দুৱাৰৰ

ফাকেদি চাই পঠালে, তাৰ পাছত তাই আবকাৰী পিয়নটোৰ চকুত চকু ৰাখি বহুত পৰ চাই ৰ'ল। ইফালে বাৰীৰ চুকত পলাই থকা ডেকা-কেইটাই ইতিমধ্যেই ঘৰৰ চুকত জুপ লৈছেহি। সিহঁতে দেখিলে—আবকাৰী পিয়নটোৱে কিছু সময় তিৰোতাজনীৰ চকুৰ চিঞাৰ বুজিবলৈ যত্ন কৰিলে। তাৰ পাছত পিয়নটো বা তিৰোতাজনীয়ে কোনেও মুখেৰে এষাৰো বাক্য-বিনিময় কৰাৰ প্ৰয়োজন নহ'ল। হালেই ঠাইতে মহা-পাপত লিপ্ত হ'ল। সেইদিনাৰ পৰা আবকাৰী পিয়নটোৱে যেতিয়াই মন যায় তেতিয়াই তিৰোতাজনীৰ ওচৰলৈ আহে, আৰু তায়ো নিৰ্ভয়ৰ মনেৰে ব্যৱসায় চলাই আছে। গাঁৱৰ সকলো মানুহেই আবকাৰী পিয়নটোৰ লগত তিৰোতাজনীৰ এই সম্পৰ্কৰ কথা জানে। আগৰ নিচিনা দিন হোৱা হ'লে গাঁৱৰ ৰাইজে তিৰোতা-জনীৰ মূৰৰ চুলি খুৰাই তাইক পৰাচিত কৰিলেহেঁতেন। কিন্তু চাওঁতে চাওঁতে দিন-কাল ইমান সলনি হ'ল যে গাঁৱৰ মানুহে আজি এনে এটা ঘটনাকো কথাৰ কথা বুলিয়েই নধৰা হ'ল। সেই কাৰণেহে কৈছো কালিনাথ, চোৰাং মদৰ প্ৰচলনে কেৱলযে মানুহৰ আৰ্থিক অৱস্থাহে বেয়া কৰিছে এনে নহয়, ই মানুহৰ স্বভাৱ-চৰিত্ৰও নষ্ট কৰি কঠোৰ নীতি-নিয়মৰ বান্ধনিত থকা একালৰ শুদ্ধ-চিতীয়া গাঁওবোৰ পাপৰ লীলা-ভূমিত পৰিণত কৰিছে।'

কালিনাথে ক'লে, 'তুমি দেখোন এইবোৰ কথা মোতকৈ বহুত বেছি জানা। সেই কাৰণেহে কৈছোঁ, তুমি মোক অলপ সহায় কৰা, দুয়ো লগ লাগি পাৰিলে এই পাপ দূৰ কৰিবলৈ চেষ্টা কৰোঁ।'

দিবাকৰে ক'লে, 'তুমিনো কি কৰিব খুজিছা মোক অলপ বুজাই কোৱাচোন। আমি হলোঁ মাৰ মাহৰ দেখি তিলে বেট মেলা মানুহ, এইবোৰ কথাৰ আও-ভাও কি বুজি পাওঁ? তাতে তুমি দেখিছাই, মই অকলশৰীয়া মানুহ, খেতি-পথাৰৰ কামৰপৰা মূৰ দাঙিবলৈ তিল-মাত্ৰ সময় নাপাওঁ। তোমাৰ লগত সমাজৰ কামত ঘূৰি ফুৰিবলৈ ক'ত সময় পাম?'

কালিনাথে কিবা এষাৰ কথা ক'বলৈ মুখ মেলিছিল, এনেতে ৰহাগীয়ে হাতত কাঁহৰ লোটা এটা আৰু নতুন গামোছা এখন লৈ ওলাই

আহি ক'লে, 'ককাইদেউ, মুখ-হাত ধোৱক। ভাত খাবৰ সময় হৈছে।'

মুখ-হাত ধুই কালিনাথে দিবাকৰৰ পিছে পিছে বৰ-ঘৰলৈ গ'ল। সি তাৰ কাৰণে নিৰ্দিষ্ট কৰি থোৱা পীৰাখনত বহাৰ লগে লগে দিবাকৰৰ মাক পাকঘৰৰ পৰা ওলাই আহিল। বৰঘৰৰ ভিতৰখন দিন-দুপৰীয়াতে গধূলিৰ নিচিনা অন্ধকাৰ। কালিনাথে ভাবিছিল যে দিবাকৰৰ মাকে ভাত লৈ আহিছে। কিন্তু তেওঁ আহি ওচৰ পালত কালিনাথে দেখে, ভাতৰ পৰিবৰ্তে তেওঁৰ হাতত এখন বটা ; বটাৰ ওপৰত এখন নতুন গামোছা, এযোৰ তামোল-পাণ, তাৰ ওপৰত এখন সৰু কলপাত। বটাখন কালিনাথৰ আগত থৈ দিবাকৰৰ মাকে এটা নমস্কাৰ কৰি ক'লে, 'আজি আমাৰ কি মহা-ভাগ্য, আমাৰ সাতাম-পুৰুষৰ গৰাকী ফুকন দেউতাৰ ল'ৰাক ভাত এসাজ খুৱাব পাৰিলোঁ।'

দিবাকৰৰ মাকৰ কাণ্ড-কাৰখানা দেখি কালিনাথে অলপ কঠোৰ মাতেৰে ক'লে, 'আই, আপোনাৰ এইবোৰ কি কাণ্ড? মই আপোনাৰ ঘৰত নিজৰ ল'ৰাৰ নিচিনাকৈ খুজি ভাত খাবলৈ আহিছোঁ, আপুনি দেখোন মোক ক'ৰবাৰ কোনোবা অচিনাকি মানুহৰ নিচিনা ব্যৱহাৰ কৰিছে।'

বুঢ়ীয়ে কালিনাথৰ কথা কাণতেই নুতুলিলে, ভাত আনিবলৈ তেওঁ ভিতৰলৈ সোমাই গ'ল। এইবাৰ তেওঁ ওলাই আহিল বান-কাঁহী এখনত ভাত লৈ, তেওঁৰ পিছে পিছে বহাগী। তাইৰ হাততো আন এখন কাঁহীৰ ওপৰত তিনিটা বাটি। বহাগীয়ে বাটি কেইটা তাৰ আগত থোৱাৰ লগে লগে কালিনাথে মাংসৰ আঞ্জাৰ গোন্ধ পালে। সি ক'লে, 'মাংসৰ আঞ্জা যেন পাইছোঁ। মই দেখোন বাৰে বাৰে কৈছিলো হাঁহ-পাৰ একো নামাৰিবলৈ।'

দিবাকৰৰ মাকে অলপ দূৰত বহি লৈ ক'লে, 'আপুনি ক'লেই আৰু হ'বনে? আপোনাৰ সাত-পুৰুষে আমাৰ চোতালতহে নালাগে পদূলিতো কোনোদিন ভৰি দি পোৱা নাছিল। আপোনাৰ মুৰৰ দেউতাকে কেতিয়াবা হাতীত উঠি কোনোবা একালে যাবলৈ বুলি বাস্তাইদি গ'লে

ৰাজ্যৰ মানুহে ঘৰৰ বাহিৰ ওলাই তেখেতক চাইছিল। তেনেহেন মানুহৰ ঘৰৰ ল'ৰা আজি আপুনি আমাৰ ভগা-ঘৰত বহি ভাত খাবলৈ আহিছে। মই তথাপিতো কৈছিলোঁ, বোপা-দেউতাই মঙহ খাবলৈ ভাল নাপাওঁ বুলি কৈছে যেতিয়া সেইবোৰ একো কৰিব নালাগে। কিন্তু বহাগীয়ে মোৰ কথা নামানিলে। তাই হাঁহ কেইজনীমান পুহিছে। সেইবোৰকে বেচি-কিনি তাই ঘৰত পিন্ধা মেখেলা-চাদৰ ববলৈ সূতা কিনে। তাই জোৰকৈ তাৰে এজনী হাঁহ মাৰিলে। খাওক বোপাদেউতা, পাতত বহি বৈ আছ কিয়? আমি ৰান্ধিব নজনা গাঁৱলীয়া মানুহ, খাৰে-উখোৱাই যি দিছোঁ যি পাৰে এমুঠি খাওক।'

কালিনাথে আঞ্জাৰ বাটি তিনিটা পৰীক্ষা কৰি দেখিলে—এটা বাটিত হাঁহৰ মাংসৰ আঞ্জা, এটা বাটিত মাটি মাহৰ খাৰ, আৰু তৃতীয়টো বাটিত জিলমিলৰ শাক ভজা। ভাতৰ কাষতে পোৰা বেঙেনাৰ পিটিকা। এখন এখনকৈ আঞ্জা মুখত দি কিন্তু কালিনাথৰ ভাত খোৱাৰ প্ৰবৃত্তি নোহোৱা হৈ গ'ল। আঞ্জাত মচলাৰ সঁচেই নাই, তেলো বোধহয় নাম-মাত্ৰ দিয়া হৈছে। আনকি হাঁহৰ মাংসৰ আঞ্জাখনো পানীত প্ৰায় উখোৱাই দিয়াৰ নিচিনাই হৈছে। পিছল আৰু ধেলধেলীয়া বগা হৈ থকা মাংসৰ আঞ্জাখন মুখত দি তাৰ প্ৰায় বমি আহিবৰ উপক্ৰম হ'ল। কিন্তু পাছ মুহূৰ্ততে তাৰ মনত পৰিল যে দিবাকৰহঁতৰ ঘৰত আজিৰ নিচিনা ৰাজকীয় ভোজৰ আয়োজন আৰু কোনোদিনেই বোধহয় হোৱা নাছিল ; সিহঁতৰ ঘৰৰ আটাইতকৈ সম্মানিত অতিথিৰ কাৰণে দিবাকৰৰ মাকে তেওঁৰ ৰন্ধন-পটুতাৰ সমস্ত পৰাকাষ্ঠা দেখুৱাবলৈ নিশ্চয় সৰ্ব-শক্তি প্ৰয়োগ কৰিছে। এনে অৱস্থাত সি যদি ঘিণ কৰি ভাত-আঞ্জাবোৰ নোখোৱাকৈ থাকে, তেন্তে মানুহ-ঘৰে মনত নিশ্চয় ডাঙৰ আঘাত পাব। সি মুখখন যিমান পাৰে অবিকৃত ৰাখি ভাত-আঞ্জাবোৰ চোবোৱাৰ পৰিৱৰ্তে গিলিবলৈ যত্ন কৰিলে। ওচৰতে বহি থকা দিবাকৰৰ মাকে মাজতে এবাৰ সুধিলে, 'ভাত-আঞ্জাবোৰবা কেনে হৈছে ?'

কালিনাথে অম্লান-বদনেৰে উত্তৰ দিলে, 'খুব ভাল হৈছে আই, খুব ভাল হৈছে।'

ভাত খাই খাই অতীতৰ দুই-এটা অভিজ্ঞতাৰ কথা কালিনাথৰ মনত পৰিল। সি যেতিয়া চহৰত থাকি হাইস্কুলত পঢ়িছিল, তেতিয়া ম'হঘুলি আৰু মহকুমা-চহৰৰ মাজত বাছ চলাচল কৰিব পৰা ৰাস্তা হোৱা নাছিল। স্কুল বন্ধ হ'লে প্ৰায় ত্ৰিছ মাইল বাট সিহঁত কেইবাজন ল'ৰাই খোজ কাঢ়ি ঘৰলৈ অহা-যোৱা কৰে। এবাৰ তেনেকৈ গৰমৰ বন্ধত খোজ কাঢ়ি ঘৰলৈ আহোঁতে বাটত বাৰিষাৰ নদী পাৰ হোৱাত অসুবিধা হ'ল, আৰু সিহঁতে ৰাতিটোৰ কাৰণে এঘৰ মানুহত আলহী হব লগা হ'ল। কালিনাথক শিৱনাথ ফুকনৰ পুতেক বুলি জানি মানুহঘৰেও বৰ আদৰ-আপ্যায়ন কৰিলে। ৰাতি সিহঁতে ভাত খাবলৈ বুলি ভিতৰলৈ গৈ দেখিলে—কেৰাচিন তেলৰ অভাৱত মিঠা-তেলৰ মাটিৰ চাকি এটা জ্বলাই থোৱা হৈছে, আৰু সেই চাকিয়ে মজিয়াৰ সোঁ-মাজৰ এহাত মান ঠায়ো ভালকৈ পোহৰ কৰিব পৰা নাই। সিহঁতৰ ভাতৰ কাঁহী অন্ধকাৰত সম্পূৰ্ণ অদৃশ্য। যিহওক, ভাত খাবলৈ বহি কালিনাথে দেখিলে—এখন ডাঙৰ কাঁহীত এক পাহাৰ ভাত আৰু কাষতে এটা আঞ্জাৰ বাটি। এখনেই মাত্ৰ আঞ্জা, দ্বিতীয় কোনো উপকৰণ নাই। মাত্ৰ এখন আঞ্জাৰে ভাত খাবলৈ দিয়া দেখি কালিনাথ অলপ আচৰিত হ'ল, কাৰণ তাৰ দেউতাকৰ এনেকুৱাই নাম-মাহাত্ম্য যে কালিনাথে দেউতাকৰ পৰিচয় দিয়াৰ লগে লগে সেই গোটেই অঞ্চলটোৰ সকলো মানুহৰ ঘৰতে সি ৰাজকীয় অভ্যৰ্থনা পায়। অৱশেষত সি এইটোকে সিদ্ধান্ত কৰিলে যে অতিশয় আদিম জীৱন-যাত্ৰাত অভ্যস্ত সেই হাবি-তলীয়া গাঁৱৰ নিৰক্ষৰ দৰিদ্ৰ মানুহবোৰে সন্মানিত অতিথিৰ কাৰণেও এখনতকৈ বেছি আঞ্জাৰ কথা চিন্তাই কৰিব নোৱাৰে। যিহওক, ভাত খাবলৈ আৰম্ভ কৰি সি আঞ্জাৰ বাটিত হাত দিলে। কিন্তু বাটিত হাত দিয়েই সি আচৰিত হৈ আৱিষ্কাৰ কৰিলে যে আঞ্জাৰ নামত বাটিত এবাটি লুথুৰি পিঠাহে দিয়া হৈছে। মোটা আহু চাউলৰ জৰজৰীয়া শুকান

ভাতবোৰ সেই লুথুৰি পিঠাৰে সৈতে সি এতিয়া কেনেকৈ খায়— সেইটোৱেই কালিনাথৰ ডাঙৰ সমস্যা হৈ পৰিল। সি ইফালে-সিফালে বাকী মানুহবোৰলৈ চালে। সি দুটামান ভাত আঙুলিৰে লিৰিকি-বিদাৰি থাকে মানে বাকীবোৰ মানুহে ভাতৰ পাহাৰ প্ৰায় আধা খহাই ইতিমধ্যে শেষেই কৰিছে। সি তাতোকৈ বেছি আচৰিত হ'ল—যেতিয়া সি দেখিলে যে কোনো কোনো মানুহৰ কাঁহীৰ কাষত মাংসৰ হাড় জমা হৈছে আৰু সিহঁতৰ মুখৰ পৰা হাড় চোবোৱাৰ শব্দ বাহিৰ হৈছে। সি বাটিৰ লুথুৰি পিঠাবোৰ আকৌ এবাৰ ঘুকটি চালে। হয়, তাৰ বাটিতো লুথুৰি পিঠাৰ মাজত আত্ম-গোপন কৰি আছে কেইটুকুৰামান হাঁহ নে কুকুৰাৰ মাংস। এই অভিনৱ ব্যঞ্জনৰ বন্ধন-প্ৰণালীটো কল্পনা কৰিবলৈ সি চেষ্টা কৰিলে। চৰুত অকণমান তেল দি তাত মাংসখিনি, অলপ পাছত এবাটি পিঠাগুড়ি বা সান্দহ-গুড়ি, আৰু তাৰো অলপ পাছত নিশ্চয় এচৰু পানী ঢালি দিয়া হৈছিল; শিৱনাথ ফুকনৰ পুতেক কালিনাথৰ নিচিনা মহা-সম্মানিত অতিথিৰ কাৰণে ইয়াতকৈ উৎকৃষ্ট আঞ্জাৰ কথা হয়তো ঘৰৰ ঘৈণী গৰাকীৰ কল্পনাই ঢুকি নাপায়। পেটৰ অসুখৰ ভাও জুৰি সেইদিনা কালিনাথে দুটানে এটা ভাত মুখত দিয়েই খালি পেটেৰে উঠি আহিব লগা হৈছিল।

আজি দিবাকৰৰ ঘৰত অৱশ্যে অৱস্থাটো সিমান বেছি শোচনীয় নহয়। তথাপি পানীত সিজোৱা আধা-সিজা হাঁহৰ মাংস জোৰকৈ পেটলৈ ঠেলোঁতে তাৰ কপালত কেঁচা ঘাম বিৰিঙি উঠিল।

প্ৰায় বেলি পৰিবৰ সময়ত কালিনাথে দিবাকৰহঁতৰ ঘৰৰপৰা বিদায় লৈ নিজৰ ঘৰলৈ ঘূৰিল। আহিবৰ আগ মুহূৰ্তত বহাগীয়ে সৰু টেপোলা এটা তাৰ হাতত দি ক'লে, 'ককাইদেউ, এই টোপোলাটো জেপতে সুমুৱাই লওকচোন।'

কালিনাথে টোপোলাটো দেখিয়েই বুজিলে—ভাত খাবৰ সময়ত তাক মাননী হিচাপে দিয়া গামোছাখন যাবৰ সময়তো তাক দিবলৈ

বহাগীয়ে পাহৰা নাই। জীৱনত এনে মান-সংকাৰ আৰু আদৰ-অভ্যৰ্থনা ইয়াৰ আগতে সি কেতিয়াও পোৱা নাছিল।

দৃষ্টিৰ নীৰৱ ভাষাৰে সি বহাগীৰ প্ৰতি অন্তৰৰ গভীৰ কৃতজ্ঞতা জ্ঞাপন কৰিলে। কালিনাথক গাঁৱৰ মূৰলৈকে আগবঢ়াই দিবলৈ দিবাকৰো তাৰ লগত ওলাল। গাঁৱৰ মাজৰ ঠেক বাটেদি সিহঁত দুয়ো আগ বাঢ়িল। গাঁৱৰ জীয়ৰী-বোৱাৰীবোৰ তেতিয়া চোতাল সাৰি ধূলি-জাবৰবোৰ পদূলি-মুখলৈকে উলিয়াই আনিছিল, গৰুবোৰ গোহালিলৈ ঘূৰিবলৈ আৰম্ভ কৰিছিল, গাঁৱৰ বতাহ ধূলিৰ গোন্ধেৰে গধুৰ হৈ পৰিছিল। কিছু দূৰৰ পৰা নদী পাৰ হব ধৰা ম'হবোৰৰ ডিঙিৰ টিলিঙাৰ শব্দ শুনা গৈছিল। দুই-এঘৰৰ পদূলিত মাহৰ জাবৰ-পোৰা ছাইবোৰৰ পৰা এটা মমুৰ গন্ধ ভাহি আহিছিল। কিছুদূৰ আগ বাঢ়ি গৈ সিহঁতে দেখিলে—কেইজনীমান বোৱাৰী তিৰোতা আৰু জীয়ৰী ছোৱালী চাপৰিত সৰিয়হ তুলি ঘৰলৈ ঘূৰিছে। সিহঁতৰ মূৰৰ চুলিত হঠাৎ কেনেবাকৈ লাগি ধৰা দুই-এপাহ সৰিয়হৰ ফুল, সিহঁতৰ যৌৱন-পুষ্ট শৰীৰত নদী আৰু অৰণ্যৰ গোন্ধ, সিহঁতৰ সৰল শান্ত মুখত গধূলিৰ মদিৰতা। গাঁৱৰ এইবোৰ পৰিচিত আৰু মধুৰ শব্দ-গন্ধ-দৃশ্যৰ মাজেৰে স্বপ্নাৱিষ্টৰ দৰে আগ বাঢ়ি গৈ থাকোঁতে কালিনাথে স্বপ্নৰ জগতৰ পৰা ৰূঢ় ভাৱে সাৰ পাই হঠাৎ দেখিলে—চুঙা-পেণ্ট আৰু বুশ্‌ চাৰ্ট পিন্ধা তিনিটামান ডেকামানুহ চাইকেলেৰে গাঁৱৰ ফালে আহিব ধৰিছে ; সিহঁতৰ চকুত অশ্লীল দৃষ্টি আৰু মুখত নানা লাগ-বান্ধ নোহোৱা প্ৰগলভ কথা-বাৰ্তা। কালিনাথহঁতৰ গাৰ কাষেদি চাইকেলেৰে পাৰ হৈ যাওঁতে তাৰে এটাই কালিনাথৰ কাণত পৰাকৈ কৈ গ'ল—'ঐ কলীয়া, শিৱনাথৰ পুতেকক দেখিলিনে নাই? সিও বাপেকে ছোৱালী আৰু মদ বিচাৰি চমুৱা গাঁৱত ঘূৰি ফুৰিছেহি। সি বোধহয় দিবাকৰৰ মোক-খা মোক-খা কৈ থকা ভনীয়েকজনীক ইতিমধ্যে হাত কৰিলেই।'

কালিনাথ হঠাৎ থমকি ৰৈ গ'ল। মানুহকেইটালৈ ঘূৰি চাই সি দেখিলে—ইতিমধ্যেই সিহঁত বহুত দূৰ পালেগৈ। কালিনাথৰ মুখৰ ভাব দেখিয়েই বুজা গ'ল—মানুহকেইটাক ওচৰতে পোৱা হ'লে আজিয়ে

সি এটা ৰক্তাৰক্তি কাণ্ড কৰিলেহেঁতেন সেই বিষয়ে কোনো সন্দেহ নাই। কিছুপৰৰ মূৰত সি খং সামৰি দিবাকৰক সুধিলে, 'সেই মানুহকেইটা কোন দিবাকৰ ?'

'সেই কেইটাই ম'হঘুলিৰ আটাইতকৈ ডাঙৰ মদ-বেপাৰী আৰু গুণ্ডা'—দিবাকৰে উত্তৰ দিলে, 'গধূলিৰ লগে লগেই সিহঁতে মদ নিবলৈ আমাৰ গাঁৱলৈ আহে। ইয়াৰপৰা ভাৰে ভাৰে মদৰ বটল নি সিহঁতে ম'হঘুলিৰ বজাৰৰ মদৰ দোকানীবোৰক যোগান দিয়েগৈ। আবকাৰী পিয়নে ধৰিব খুজিলে আন একো কৰিবই নালাগে, গধূলিৰ অলপ পাছতে এইখিনিতে জোপ দি থাকিলেই হ'ল।'

কালিনাথে আকৌ খোজ কাঢ়িবলৈ আৰম্ভ কৰি ক'লে, 'এইবাৰ সিহঁতে মদ ধৰেনে নধৰে মই চাই ল'ম। তুমি মাত্র মোক অলপ সহায় কৰিবা।'

গাঁৱৰ মূৰ পাই দিবাকৰে ক'লে, 'কালিনাথ, তোমাক মই এইখিনিতে বিদায় দিওঁ। মোৰ গৰু বান্ধিবৰ সময় হৈছে। মই তোমাক কথা দিলোঁ, তোমাক যেতিয়াই যেনেকৈ সহায় কৰিব লাগে মই নিশ্চয় কৰিম। আমাৰ জীৱনবোৰ গৰু-পশুৰ নিচিনাকৈয়ে শেষ হয়; এতিয়া তোমাৰ লগত পৰি যদি মানুহৰ কাৰণে দুই-এটা মানুহৰ নিচিনা কাম কৰিব পাৰোঁ, তেতিয়াহলে সঁচাকৈয়ে ধন্য মানিম।'

॥ ৮ ॥

এবাৰ সাপে খালে লেজুলৈকো ভয় কৰা মানুহৰদৰে কালিনাথক লৈয়ো শিৱনাথৰ দুৰ্ভাৱনাৰ অন্ত নাছিল। তেওঁৰ মনত এটা বদ্ধমূল বিশ্বাস যে কু-সংগ আৰু পৰিবেশে অতি দৃঢ়-চেতা মানুহৰ ওপৰতো অলপ নহয় অলপ অনিষ্টকাৰী প্ৰভাৱ নেপেলোৱাকৈ নাথাকে। যদিও

তেওঁ বক্তাৰ মুখত শুনিছে যে তেওঁলোকৰ ভাগি-উৰলি পৰিব ধৰা ঘৰখনৰ দায়িত্ব কান্ধ পাতি ল'বলৈকে কালিনাথে পঢ়া-শুনা এৰি থৈ ঘৰলৈ গুচি আহিছে, তথাপি তেওঁৰ দুশ্চিন্তাৰ অন্ত হোৱা নাছিল। পথাৰত বিহ-মেটেকা সোমালে সি যেনেকৈ আন কোনো ঘাঁহ-বন বা শস্যৰ কাৰণে ঠাই নাৰাখি গোটেই পথাৰ ছাটি ধৰে, ছেওঁৰ চকুত ম'হঘুলিৰ পৰিবেশো হৈ পৰিছিল ঠিক তেনেকুৱা। আনক ভাল কৰিবলৈ আহি কালিনাথ নিজেইযে এদিন এই সৰ্বনাশী ধ্বংসৰ আৱৰ্তত সোমাই নপৰিব, সেই বিষয়ে তেওঁ সম্পূৰ্ণ নিশ্চিন্ত হ'বপৰা নাছিল। কালিনাথ ঘৰলৈ অহা আজি প্ৰায় এমাহ হ'ল। এই এমাহ দিন ধৰি তাৰ গতি-বিধি আৰু আচৰণে তেওঁৰ মনৰ সন্দেহ আৰু সংশয় বঢ়াইহে তুলিছে। দুপৰীয়া ভাত-পানী খায়েই সি ঘৰৰপৰা ওলাই যায়, আৰু প্ৰায়েই বহুত ৰাতিহে সি ঘৰলৈ ঘূৰি আহে। মাক বা বায়েকে কোনো প্ৰশ্ন কৰিও তাৰ মুখৰ পৰা একো কথা উলিয়াব নোৱাৰে। সি ঘৰলৈ ঘূৰি নহা পৰ্যন্ত তেওঁ বহুত ৰাতিলৈকে বাহিৰৰ পিৰালীত বহি থাকে। সি যেতিয়া ঘূৰি আহে, তাৰ মুখত মদৰ গোন্ধ বা খোজ-কাটলত মদপীৰ অস্থিৰতা ধৰা পেলাবলৈ তেওঁৰ নিজৰ নাক-চকু-কাণ সজাগ কৰি ৰাখে। অৱশ্যে এতিয়ালৈকে সিযে মদত ধৰা নাই সেই বিষয়ে তেওঁ নিশ্চিত। তথাপি দিনৰ দিনটো সি ক'ত ঘূৰি ফুৰে, —এইবোৰ কথা ভাবি তেওঁৰ মনটো ভয়ত কঁপি থাকে। পানীত ডুবি মৰিব খোজা মানুহে খেৰ-কুটা যি পায় তাকে আশ্ৰয় কৰাৰদৰে এতিয়া কালিনাথেই তেওঁৰ শেষ আশা, শেষ আশ্ৰয়স্থল ; সিও তেওঁক প্ৰতাৰণা কৰিবলৈ হ'লে সংসাৰত ধৰণী ধৰিবলৈ তেওঁৰ আৰু একো থল নাথাকিব।

এদিন তেওঁ দুপৰীয়া ভাত-পানী খাই উঠি পিৰালীতে কিতাপ এখন পঢ়ি বহি আছে, এনেতে পদূলি-মুখৰ পৰা কোনোবাই চিঞৰ লগালে, 'দেউতা, কি কৰিছেনো ?'

শিৱনাথে মূৰ তুলি চাই দেখে, কৈৱৰ্ত গাঁৱৰ মেমেৰা। তেওঁ কিবা এষাৰ কবলৈ নৌ পাওঁতেই মেমেৰা তেওঁৰ ঘৰলৈ সোমাই আহিল।

সি আজি বহুত দিনৰ পৰা শালি খেতি কৰিবৰ কাৰণে তেওঁক মাটি কেইবিঘামান খুজি আছে। কিন্তু সি নতুন আধি আইন অনুসৰি ধানৰ পাঁচ ভাগৰ এভাগহে তেওঁক দিব খোজে, সেই কাৰণে তেওঁ তাক মাটি দিবলৈ সন্মত হোৱা নাই। শিৱনাথে ভাবিলে যে সি মাটিৰ কাৰণে আকৌ খাটনি ধৰিবলৈহে তেওঁৰ ওচৰলৈ আহিছে। তাক কি উত্তৰ দিব মনে মনে সেইটো ঠিক কৰি শিৱনাথে মেমেৰাক সুধিলে, 'এই দুপৰীয়াখননো ক'লৈ ওলাই আহিলি?'

মেমেৰাই বেঞ্চখন মূৰৰ গামোছা খুলি মচি লৈ বহি ক'লে, 'পাণ কেইপাতমান বিচাৰি বজাৰলৈ আহিলোঁ দেউতা। আলিবাটৰপৰা আপোনাক দেখি ভাবিলোঁ, বহুত দিন দেউতাক মাত এষাৰ দিয়া হোৱা নাই, সেই কাৰণেহে সোমালোঁ। কথা বুলিবলৈ আন একো নাই। পিছে দেউতা, সোমালোঁ যেতিয়া থোৰতে কথা এষাৰ কৈ যাওঁ। এটা হাতীয়ে হাজাৰটা শিয়ালক ভৰিৰে গছকি তুলা-ধূনা কৰিব পাৰে। কিন্তু তেনেকুৱা এটা শিয়ালেই গজ-হস্তী এটাক ছলেৰে পিতনিত পেলাই মাৰি তাৰ মাংসৰে জানো ভোজ খোৱা নাছিল?'

'তয়ো দেখোন বৰ সাঁথৰ কৰি কথা কবলৈ শিকিলি অ' মেমেৰা'— শিৱনাথে মনৰ তলীত উদয় হোৱা ভয় গোপন কৰি ক'লে, 'কি ক'ব খুজিছ চিধাকৈ নকৱ কিয়?'

'আমাৰ নিচিনা মূৰুখ মানুহেনো আপোনাৰ আগত কি সাঁথৰ কৰি কথা ক'ম দেউতা, আপুনি যি বুজিব লাগে নিশ্চয় বুজিছেই। মই আপোনাসকলৰ মাজু-বাপুৰ কথা ক'ব খুজিছোঁ। আপোনাৰ এই ল'ৰা ফুকনৰ বংশৰ একেবাৰে লায়েকৰ ল'ৰা হৈ উঠিছে দেউতা। তেওঁ আহি ঘৰত খলি পুতি বহিবৰ আজি এমাহহে হৈছে, কিন্তু এই এমাহতে তেওঁ যি সিংহৰ পোৱালিৰ চিনাকি দিছে, মহ'ঘুলিৰ ৰাইজে দেখি একেবাৰে তৰধ মানিছে। পিছে ক'লোঁ নহয় দেউতা, হাতীৰ চিঞৰ শুনি যি শিয়ালে মূৰতে ফৰিং ছিটিকাদি ছিটিকি ভাগে, তেনেকুৱা কেৱল এটা শিয়ালেই আকৌ তেনেকুৱা হাতীক ছল কৰি পিতনিত পেলাই মাৰিব পাৰে।'

মেমেৰাৰ কথা শুনি শিৱনাথৰ বুকুখন চিৰিংকৈ গ'ল। তেওঁ অধৈৰ্য্য হৈ অলপ খঙেৰে ক'লে, 'মেমেৰা, তই পাতনি এৰি আচল কথালৈ আহচোন।'

'তেনেহ'লে আচল কথালৈকে আহোঁ দেউতা'—মেমেৰাই হাতৰ গামোছাখন মূৰত পাগুৰি মাৰি লৈ ক'লে, 'দেউতা, তামোল এখন পামনেকি? কালি ৰাতিৰেপৰা তামোল এখন খাবলৈ পোৱা নাই, মুখখন কিবা কেটেপা-কেটেপা লাগিছে। মানুহজনীৰ পৰা ঘৰত পাণ অকণ ৰাখিব নোৱাৰি। ৰাতি পৰে পৰে সাৰ পাই প্ৰতি তাইক তামোল এখন খাবলৈ লাগে।'

মেমেৰাক আচল কথালৈ আনিবলৈ আৰু কিমান সাধ্য-সাধনা কৰিব লাগিব তাকে মনে মনে চিন্তা কৰি শিৱনাথে চিঞৰ মাৰিলে, 'নকুল, অ' নকুল, হেৰ কোন ক'ত আছে, মেমেৰাক তামোল এখন দি যা।......বাৰু কচোন ক, তোৰ কথাবোৰ কৈ যা, তামোল আহিব দে, তই চিন্তা নকৰিবি।'

'দেউতা, আগৰ কথাবোৰকে তেন্তে আগতে কৈ লওঁ। বজাৰত ৰেডিঅ'ৰ গান-বাজনা শুনি মই সদায় গধূলি তাতে বহি থাকোঁগৈ। এইবেৰি লীলা-খেলা নৌ ওলাওঁতে আমাৰ গাঁৱৰ নামঘৰত সদায় গধূলি হয় নাম-প্ৰসংগ, নহয় ভাৱনাৰ আখৰা হৈছিল। কিন্তু ম'হঘুলিখন চহৰ হ'বৰ পৰা গধূলি বজাৰ-অঞ্চলটো সদায় ৰেডিঅ'ৰ গান-বাজনাৰে এনেকৈ গমগমাই থাকে যে নামঘৰত থাকিবলৈ কাৰো মনেই নাযায়। আমাৰ গাঁৱত গায়ন-বায়ন বা ভাওনাৰ খেলা একেবাৰে উঠিয়েই যাব যেন পাইছো দেউতা, বায়নৰ ওচৰত গায়ন-বায়ন শিকিবলৈ নতুনকৈ এটাও ডেকাল'ৰা নোলোৱাই হ'ল। গধূলি হোৱাৰ লগে লগেই গোটেইমখাই বজাৰত জুম বান্ধেগৈ। তাৰে আকৌ এজাক মদতো ধৰিছে নহয়। তাকেহে কৈছোঁ, ঘৰত নাই ছাল-বাকলি, মদ খাই তিনি টেকেলি। কৈৱৰ্ত গাঁৱৰ মানুহৰ ভাত খাবলৈকে সংগতি নাই, এনে অৱস্থাত ডেকা ল'ৰাকেইটাই আটকৰ মাছটো-পুঠিটো বেচি যি দুপইছা পায় তাৰে আকৌ মদ-পানীটোপা

খালেহে সিহঁতৰ গাটোহঁত জুৰ পৰে। সিদিনা নদীৰামৰ পুতেকটোৱে দেখাক দেখি পহিলাবাৰৰ কাৰণে মদ মুখত দি তেজ বমি কৰি যি কাণ্ড কৰিলে—সেইবোৰ কথা বাৰু এতিয়া নকওঁ দেউতা। ডেকাবোৰৰ গাতো বেছি দোষ নিদিওঁ। গধূলিৰ সময়খিনি কটাবলৈ আগতে গাঁৱত ভাওনা-সবাহ এটা নহয় এটা পৰ্ব সদায় লাগিয়েই আছিল। এতিয়া সেইবোৰৰ ভিকাচন ভাগিল। গধূলিৰ সময়খিনি কটাবলৈ এতিয়া সিহঁতে সদায় বজাৰত জুম বান্ধেগৈ। তাত সিহঁতে সদায় দেখে মদৰ খেলা, জুৱাৰ আড্ডা। জুইৰ কাষত ঘিঁউ থাকিলে সি গলিবই।'

শিৱনাথৰ ধৈৰ্য্যৰ বান্ধ স্খলকি পৰিবৰ উপক্ৰম হ'ল, তথাপি তেওঁ শান্ত মাতেৰে ক'লে, 'কালি গধূলি তই বজাৰত কি দেখিলি সেই কথাটো ক।'

'হয় হয় দেউতা, আচল কথাটো মই পাহৰিছিলোঁৱেই'—ইতিমধ্যে তামোল আহিছিল, তামোলখন মুখত ভৰাই পাগ তুলি মেমেৰাই আকৌ ক'বলৈ ধৰিলে, 'সদায় বহাৰদৰে কালিও বজাৰত বহিলোঁগৈ। আপুনি জানেই নহয় হব'লা দেউতা, শিৱসাগৰৰ পৰাযে টংকেশ্বৰ নামৰ দৰ্জী ল'ৰাটো ইয়াত আহি বহিছে, ৰাতি ৰাতি সদায় তাৰ দোকানত মদ আৰু জুৱাৰ আড্ডা বহে। কালিও বহিছিল। থানাত তেতিয়া আঠ বজাৰ ঘণ্টা পৰিছে। হঠাৎ দেখোন টংকেশ্বৰৰ দোকানত হুলস্থুল এখন লাগিল। ফূৰ্তি চাবলৈ আমিও তাত জুম বান্ধিলোঁগৈ। কথাটো হৈছিল কি, সিহঁতে বোলে মদ খাইছেহে খাইছে, তথাপি মদৰ নিচাই নধৰে। কোনোবা এটাই ক'লে—ফজলে মদ-পানী মিহলাই বিক্ৰী কৰিছে। ফজলেও সিহঁতৰ লগতে জুৱা খেলি আছিল। তাৰ লগত বহুত তৰ্ক-বাদ হ'ল, তৰ্কৰ মাজতে কাৰোবাৰ মুখত বেয়া কথা ওলাল, আমি চকুৰে চাই থাকোঁতেই হঠাৎ দেখোন মুখৰ তৰ্ক গুচি মাৰ-পিট কুৰুক্ষেত্ৰ যুদ্ধ আৰম্ভ হৈ গ'ল। কোনোবা এটাই মদৰ বটলেৰেই ফজলৰ মূৰত মাৰ মাৰি দিলে। সেই দৃশ্য মই আপোনাক কেনেকৈ বৰ্ণাম দেউতা, একেবাৰে তেজৰ নৈ বৈ গ'ল। জুম বান্ধি চাই থকা মানুহবোৰেও কাজিয়া এৰুৱাবলৈ সাহস কৰা নাই, কাৰণ ফজলক মৰা

কলীয়া নাম ডেকাটোৱে হাতত খুব যেন চোকা মদৰ ভগা বটল এটা লৈ দুঃশাসনৰ তেজ পিবলৈ ওলোৱা ভীমৰ মূৰ্তি ধৰিছে।'

মেমেৰাই এইখিনিতে এটা নাটকীয় বিৰতি দিলে। মেমেৰাৰ এই নাটকৰ মাজত কালিনাথৰ ভূমিকা কি হ'ব পাৰে সেই কথা ভাবি শিৱনাথ অতি আচৰিত হ'ল। তেওঁ ব্যগ্ৰ হৈ সুধিলে, 'তাৰ পাছত ?'

শিৱনাথৰ নিচিনা মানুহকযে তাৰ কথা শুনিবৰ প্ৰতি ইমান আগ্ৰহান্বিত কৰি তুলিব পাৰিছে সেই আনন্দত মেমেৰাই কৈ গ'ল, 'তাৰ পাছত দেউতা, হঠাতে মাটি ফুটি ওলোৱাদি ক'ৰপৰা সেই হুলস্থুলৰ মাজত ওলালহি আপোনালোকৰ মাজু-বাপু; তেওঁ কিছুসময় তভক মাৰি সেই কুৰুক্ষেত্ৰৰ ভাওনা চাই ৰ'ল। আচলতে কুৰুক্ষেত্ৰ নহয় দেউতা, মইহে ভুল কৰিছোঁ। আচলতে সেয়া আছিল মুষল-পৰ্ব, প্ৰভাস-তীৰ্থত যাদৱসকলে মদ খাই য'ত নিজৰ ভিতৰতে মৰামৰি কটা-কটি কৰি মৰিছিল। যি হওক, মাজুবাপুৱে গোটেই ঘটনাটো খন্তেকপৰ অতি খঙৰ দৃষ্টিৰে চাই ৰ'ল। মাজতে তেওঁ কেৱল এষাৰ বাক্য উচ্চাৰণ কৰিলে—'দেশখন একেবাৰে অৰাজক হ'লনেকি ? থানাৰ সমুখতে এনেকুৱা গুণ্ডামী কেনেকৈ চলি থাকিব পাৰে ?'—সেই বুলি কৈয়েই তেওঁ দেখোন ভোঁ ভোঁকৈ থানাৰ ফালে খোজ ল'লে। আনি দুজন-মানেও বং চাওঁ বুলি তেওঁৰ পিছে পিছে খোজ ল'লোঁ। তেওঁ গৈ ডাৰোগাৰ ঘৰৰ দুৱাৰমুখত থিয় দিলেগৈ। তেওঁৰ পিছতে আমিও।

'ডাৰোগাৰ ঘৰত আমি যি কাণ্ড দেখিলোঁ দেউতা, দেখি আমাৰ চকু সেই পিনেই থৰ লাগিল। ডাৰোগায়ো তেওঁৰ ঘৰত বন্ধু-বান্ধবৰ লগত মদৰ আদ্দা পাতিছে। তেওঁৰ বাহিৰেও সেই আদ্দাত আছিল কংগ্ৰেছ প্ৰেচিডেণ্ট ৰেব মহাজন, ভি ডি পি চেক্ৰেটাৰী কুশ চুতীয়া, হাইস্কুলৰ মাষ্টৰ নন্দ শইকীয়া, ডাক্তৰ বাবু, আৰু বাম-উকীল দেবেন গগৈ। দুৱাৰ-মুখত মাজু-বাপুক দেখি ডাৰোগাই চকু ঘোপা কৰি সুধিলে—'কোন তুমি, কি লাগে তোমাক ?' মাজু-বাপুৱে মুখ মেলাৰ আগতে সমজুৱা আটাইকেইজনৰ মুখ কেইখন এবাৰ চকু ফুৰাই চাই ল'লে। ডাৰোগাই মাজু-বাপুক চিনি পোৱা নাছিল, কিন্তু বাকী

কেজনে চিনি পাই লাজত মুখবোৰ সেমেনা-সেমেনি কৰিবলৈ ধৰিলে। মাজু-বাপুৱে খুব ঠাট্টাৰ সুৰেৰে ক'লে—'অ' এতিয়াহে বুজিছোঁ। কংগ্ৰেছ প্ৰেচিডেন্ট, ভি ডি পি চেক্ৰেটাৰী সকলোৱে মিলি ডাৰোগা-বাবুৰ ঘৰত মদ-নিবাৰণী মিটিং পাতিছে। সেই কাৰণেহে ম'হঘুলিত চাৰিওফালে শান্তি বিৰাজ কৰিছে।

'ডাৰোগাই খণ্ডত জ্বলি-পকি ক'লে, 'এই, কোন তুমি, ডাৰোগাৰ আগত এনেকৈ মুখ ভেঙুচালি কৰিবলৈ আহিছা? বুট জোতাৰ গোৰত মুখ ভাঙি গুড়ি কৰি দিম, চিনি পোৱা নাই'?

'ৰেব মহাজনে ডাৰোগাৰ পিঠিত চিকুটি চিকুটি তেওঁক ঠাণ্ডা কৰিবলৈ চেষ্টা কৰিলেহে, কিন্তু মদৰ জালত বেহুঁচ হৈ থকা ডাৰোগাই সেই ইংগিত নুবুজিলে। কালিনাথক খং কৰোঁতে তেওঁৰ যিখিনি মদৰ জাল নষ্ট হৈছিল সেইখিনি পূৰাই ল'বলৈ তেওঁ আৰু এগিলাচ মদ ঢালি লৈ পেটলৈ পঠিয়ালে।

'মাজু-বাপুৱে শান্ত ভাৱে ক'লে, 'দাৰোগা বাবু, আপোনাৰ থানাৰ সন্মুখতে এজাক গুণ্ডাই মদ খাই মাতাল হৈ ৰক্তাৰক্তি কাণ্ড কৰিছে। এটাৰ জখম ইমান বেছি হৈছে যে সি বোধহয় মৰিবই। এনে ঘটনা কেৱল আজিয়েই নহয়, প্ৰায় প্ৰত্যেক দিনেই হৈ থাকে। আপোনাৰ চকুৰ আগতে, আপোনাৰ থানাৰপৰা কুৰি হাত দূৰতে এনে ঘটনা কেনেকৈ হৈ থাকিব পাৰে? ৰ'ব, ৰ'ব, মোৰ আৰু এটা প্ৰশ্ন আছে। মই জনাততো চোলাই মদ তৈয়াৰ কৰা আৰু বিক্ৰী কৰা দুয়োটাই আইনতঃ নিষিদ্ধ। তেনেস্থলত আপুনি নিজে আইনৰ ৰক্ষক হৈ আপোনাৰ ঘৰত মদৰ আড্ডা পাতিবলৈ এই মদ ক'ৰপৰা পাইছে'?

'ডাৰোগাই মুখ ভেঙুচাই ক'লে, 'বাঃ বাঃ, তুমি আঙুলি জোকাৰি জোকাৰি ডাৰোগা-বাবুৰ কৈফিয়ৎ তলব কৰিবলৈ আহিছা। তোমাৰ স্পৰ্দ্ধাতো কম নহয়! এতিয়াই তুমি ইয়াৰপৰা বাহিৰ হোৱা। নহ'লে তোমাক মই থানাৰ লক্-আপত ভৰাই থম'।

'ডাৰোগাৰ কথা শুনি মাজু-বাপু কিছুসময় তভক মাৰি ৰ'ল। আমি তেওঁৰ মুখলৈ চাই দেখিলোঁ, খণ্ডত তেওঁৰ মুখখন জুই যেন ৰঙা হৈছে।

আজি ডাৰোগাৰ ঘৰতে কিবা এখন মাৰ-পিট লাগেছে নেকি বুলি আমি ভয়তে বেঙে-মূটা গৰুৱে কঁপাদি কঁপিবলৈ ধৰিলোঁ। পিছে হঠাৎ দেখোন মাজুবাপুৰ মুখৰ বৰণ সলনি হ'ল। তেওঁ খুব ধীৰ শান্ত ভাবে বেৰ মহাজন আৰু নন্দ শইকীয়াহঁতৰ মুখলৈ চাই ক'লে, 'আপোনালোক কিন্তু সাক্ষী থাকিল। পিছত আসৈ মাতিলে নহ'ব। সংসাৰৰ যতমানে দগধা বদমাইচ অফিচাৰকেইটা ম'হঘুলিলৈ আহিয়েই সিহঁতে নিজকে ইয়াত ৰজা বুলি ভাবে। সিহঁতে ভাবে যে ইয়াত মানুহ কোনো নাই। ঠাইখন যদি কোনোবাই বেয়া কৰিছে, তেন্তে এই বদমাইচ অফিচাৰ কেইটাই কৰিছে। মই কিন্তু এই দাৰোগাৰ বিৰুদ্ধে ওপৰলৈ লিখিম। আপোনালোক সাক্ষী থাকিব লাগিব।··· ··আৰু শুনা মেমেৰা কাই, ভোগমন কাই, তোমালোকো সাক্ষী থাকিব লাগিব'।

'কথাকেইটা কৈয়েই মাজু-বাপু ফোঁ ফোঁকৈ ওলাই গ'ল। আমিও তেওঁৰ পিছ ধৰিলোঁ। মই গৈ থানাৰ গেট পাইছোঁ মাত্ৰ, এনেতে চিপাহী এটাই দৌৰি আহি মোক ক'লে, 'হেৰা, হেৰা, ডাৰোগা বাবুৱে তোমাক এইমাত্ৰ মাতিছে'। মোৰ মূৰেদি জীউটো উৰি যোৱা যেন পালোঁ। ৰজাই ৰজাই যুঁজ লাগিলে, মাজতে এতিয়া মইহে মৰিলোঁ নেকি? যিহওক, মৰণত শৰণ দি ডাৰোগা বাবুৰ ওচৰ পালোঁগৈ। গৈ দেখো, মাজু-বাপুৰ গালি খাই ইতিমধ্যেই তেওঁৰ মদৰ নিচা টুটিছে। জীৱনত এনেকুৱা গালি তেওঁ বোধহয় আৰু কেতিয়াও খোৱা নাছিল। মোক দেখি ডাৰোগাই ক'লে—'কি অ' মেমেৰা, তয়ো আজি-কালি দেশ-কৰ্মী হৈছনেকি অ'? শুন, যি ক'ম ভালকৈ শুন, নহ'লে কথা বেয়া হ'ব। ই বৰ-মানুহৰ বেটাই মোৰ ঘৰতে মোক কিমানখিনি গালি পাৰি থৈ গ'ল তই নিজ কাণেৰেই শুনিলি নহয়। বেছিকৈ বাঢ়িবলৈ নৌ পাওঁতেই ইমানতে তাক ঠাণ্ডা নকৰিলে সি কিন্তু ম'হঘুলিত জুই জ্বলাব। তাৰ প্ৰতাপত ডেকা ল'ৰাবোৰে ক'তো সুখেৰে বহি তাছ-পাশা এখেলাও খেলিব নোৱাৰিব। তই আজি কিন্তু নিজ চকুৰেই দেখিলি—সি মদ খাই মাতাল হৈ আহি থানাত গণ্ডগোল কৰিছেহি। দৰকাৰ হ'লে ভৱিষ্যতলৈ তই তাৰ বিপক্ষে সাক্ষী দিব লাগিব'।

'ডাৰোগাৰ কথা শুনি মই কাণত ঠিলা দি কিবা এষাৰ ক'ব খোজতেই তেওঁ মোক ধমক দি উঠিল, 'তোৰ আৰু ক'বলৈ কি আছে ? তই নিজ চকুৰেই দেখিলি—সি মদ খাই মাতাল হৈ থানাত গণ্ডগোল কৰি গৈছে। প্ৰথম দিন বুলি মই তাক সাবধান কৰি এৰি দিলোঁ। কিন্তু ইয়াৰ পাছত মই যিদিনা মদৰ বটলেৰে সৈতে তাক হাতে-লুটে ধৰা পেলাম, সেইদিনা কিন্তু তাক শুদাই নেৰিম। তই তেতিয়া সাক্ষী থাকিব লাগিব। নহ'লে লগতে তোকো সাঙুৰিম। তই আজিৰ-পৰা বামুণৰ লগত লিটিকাইটোৰদৰে তাৰ পিছে পিছে ঘূৰি ফুৰিবি। সি বৰ সাংঘাটিক মানুহ বুজিছ, সি এটা কমিউনিষ্ট। তাৰ লগ লোৱাটো আইনৰ চকুত বৰ দোষনীয় কথা। মই বহুত দিনৰ পৰাই ৰিপৰ্ট পাই আছিলোঁ।—শিৱনাথ ফুকনৰ দুই নম্বৰ পুতেকটোৱে আধা-কেচেলুৱাকৈ কলেজ এৰি থৈ আহি এতিয়া ম'হঘুলিত কমিউনিষ্টৰ কামত লাগিছে। লগতে সি ৰাতি ৰাতি মদ-ভাঙৰো কাৰবাৰ কৰে। নামে-মানুহে মিলাই মানুহটোকহে মই চিনি পোৱা নাছিলোঁ। কিন্তু আজি ভালকৈ চিনি পালোঁ। মেমেৰা, তই এটা কথা জাননে নাজান যে ই বৰ-মানুহৰ বেটাই ৰাতি ৰাতি ঘৰত নাথাকি চমুৱা গাঁৱৰ কোনোবা এঘৰ মানুহত পৰি থাকেগৈ ? চমুৱা গাঁৱৰ কোনঘৰ মানুহে চোলাই মদৰ কাৰবাৰ নকৰে ? তদুপৰি ই যিঘৰ মানুহত খলি পুতিছে, সেই ঘৰত বোলে বেশ্যা-প্ৰকৃতিৰ বৰ ধুনীয়া ছোৱালী এজনীও আছে। কিহে শইকীয়া, আপুনিয়েই জানো কোৱা নাছিল যে এইজনী ছোৱালীয়েই এবাৰ এল পি স্কুলৰ মাষ্টৰণী কাম বিচাৰি ৰহমান নে কি সেই স্কুল এচ. আই জনৰ লগত দিন-দুপৰতে ডাক-বঙলাত ব্যভিচাৰখন কৰিছিল ? মেমেৰা, তয়েই বাৰু মোক কচোন, তোৰ এই বৰ-মানুহৰ বেটাৰ যদি মদ বা ছোৱালী কিবা এটাৰ প্ৰতি লাল-চাই নাই, তেন্তে সি ভাল মানুহৰ ঘৰৰ ল'ৰাটো হৈ চমুৱা গাঁৱৰ সেই ছাল-বাকলি নোহোৱা মানুহৰ এঘৰত মাজ-ৰাতিলৈকে কিয় আড্ডা মাৰিব লাগে ? সি আজি মোক যি অপমান কৰিলে মেমেৰা, মই তাৰ প্ৰতিশোধ ল'মেই ল'ম। চমুৱা গাঁৱৰ পৰা ৰাতি ঘূৰি আহোঁতে মই

তাক এদিন মদৰ বটলেৰে সৈতেই ধৰা পেলাম, আৰু থানালৈ ধৰি আনি লক-আপত ভৰাই বুট জোতাৰ গোৰত তাৰ বৰ-মুখ ভাঙি দিম' ।......'

মেমেৰাই একে উশাহতে দীঘল গল্পটো কৈ শেষ কৰি উশাহ সলাবলৈ অলপ সময় ল'লে। সি আশা কৰিছিল যে এই সুযোগতে শিৱনাথে তাক কিবা এটা প্ৰশ্ন কৰিব। কিন্তু তেওঁ নীৰৱ হৈ ৰ'ল। বিস্ময়ে তেওঁক হতবাক কৰি তুলিলে। মনৰ মাজত নতুনকৈ জাগি উঠা নানা ভয় আৰু আশংকাই ভিতৰে ভিতৰে তেওঁক অসাড় কৰি তুলিলে।

তেওঁ একো নোকোৱা দেখি মেমেৰাই নিজেই আকৌ ক'বলৈ আৰম্ভ কৰিলে : 'মদৰ নিচাত ডাৰোগা বাবুৱে আৰু যিমানবোৰ কথা ক'লে, সেই গোটেইবোৰ কথা আপোনাৰ আগত ক'বলৈ মোৰ সত নাযায়। মুঠতে মই এইটো কথাকে বুজিলোঁ যে ডাৰোগা বাবু, নন্দ শইকীয়া, ৰেব মহাজন—এই গোটেইবোৰ মানুহে মাজু-বাপুৰ বিৰুদ্ধে এটা ডাঙৰ আক্ৰোশ লৈছে আৰু তেওঁৰ বিৰুদ্ধে কিবা এটা ষড়যন্ত্ৰ কৰিছে। মহ'ঘুলিৰ মদপী গুণ্ডাজাকৰ মতি-গতিও মাজু-বাপুৰ প্ৰতি বৰ প্ৰসন্ন নহয়। সেই কাৰণেহে মই পোনেই আহিয়েই দেউতাক কৈছিলোঁ— শিয়ালে হাতীক বলেৰে নোৱাৰিলেও ছলেৰে বধিবলৈ চেষ্টা কৰিব পাৰে। আপুনি মাজুবাপুৰ প্ৰতি অলপ নজৰ ৰাখিব। ......মই উঠোঁহে এতিয়া দেউতা, কথা পাতি থাকোঁতেই বেলি ভাটি দিলে। আজি বজাৰত পাণ পাওঁগৈ নে নাপাওঁ বৰ ঠিক নাই। অ' দেউতা, কথাৰ কোবত আচল কথাষাৰকেই পাহৰি গৈছিলোঁ। এইবাৰ কিন্তু মোক মাটি এপুৰামান দিবই লাগিব, মই আপোনাৰ ওপৰতে সৰ্ব-ভাৰসা কৰি আছোঁ।'

মেমেৰাৰ শেষৰ কথাবোৰ ভালকৈ শিৱনাথৰ কাণতেই নোসোমাল, তেওঁৰ মনৰ ভিতৰত নানা ভয় আৰু দুশ্চিন্তাই জট পকাবলৈ ধৰিলে। কালিনাথৰ উদ্দেশ্যে যে সৎ আৰু সি ভাল কামতেই ধৰিছে, সেই বিষয়ে বোধহয় কোনো সন্দেহ নাই। তেওঁ নিজেও ডেকা বয়সতো বহুতো মহৎ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল, বহুতো ভাল ভাল কথা চিন্তা

কৰিছিল। কিন্তু তেওঁ কোনো কামত নিজে হাঁতে-কামে লাগি পোৱা নাই, স্বপ্ন দেখোঁতেই আৰু চিন্তা কৰোঁতেই তেওঁৰ জীৱনটো শেষ হ'ল। কিন্তু পুতেকে কেৱল স্বপ্ন দেখিয়েই ক্ষান্ত থকা নাই, সি কাম কৰিবলৈকো চেষ্টা কৰিছে। ই এটা নিশ্চয় আশাৰ কথা, তেওঁ মনে মনে ভাবিলে, কাৰণ যি পৰিৱেশ আৰু যি সমাজ-ব্যৱস্থাত তেওঁৰ নিচিনা এজন মানুহে গোটেই জীৱন পৰৰ শ্ৰমৰ ওপৰত বহি বহি খাব পাৰিছিল, কেৱল স্বপ্ন দেখিয়েই সময় কটাব পাৰিছিল, সেই সমাজ-ব্যৱস্থা দ্ৰুত গতিৰে ভাগি যাব ধৰিছে। যি নতুন সমাজ আৰু নতুন মুল্য-বোধ চকুৰ আগতে গঢ় লৈ উঠিব খুজিছে, তাত কেৱল বহি বহি জীৱন কটোৱাৰ বিৰল সুবিধা কালিনাথহঁতৰ ভাগ্যত নিশ্চয় কেতিয়াও নঘটিব। নিজৰ কামৰ দ্বাৰা সিহঁতে নিজকে নতুন সমাজৰ উপযোগী কৰি গঢ়ি তুলিব লাগিব। কিন্তু—কিন্তু—নানা অজ্ঞানা আশংকাত শিৱনাথৰ বুকুখন কঁপি উঠিল—কালিনাথৰ চাৰিওফালে যি ষড়যন্ত্ৰৰ জাল বিস্তৃত হ'ব ধৰিছে, সেই জাল ফালি সি ওলাই আহিব পাৰিবনে? সি কেতিয়াও কোনো ভুল নকৰিবনে? চমুৱা গাঁৱৰ কোন সেই ছোৱালী—যাৰ লগত কালিনাথৰ নাম এনেকৈ জড়িত হৈ পৰিছে? তাৰ কিমানখিনি কেৱল নিন্দুকৰ কুৎসা-ৰটনা আৰু কিমানখিনি সঁচা? চমুৱা গাঁৱৰ প্ৰায়বোৰ মানুহেইতো এসময়ৰ তেওঁলোকৰ ঘৰৰ লগুৱা-লিকৃচৌৰ বংশধৰ। অৱশেষত ভাগ্যই কি তেওঁৰ ওপৰত চৰম প্ৰতিশোধ ল'ব, আৰু তেওঁৰ জীৱন-কালতেই ফুকন-বংশৰ মান-মৰ্যাদাৰ উচ্চ সৌধটো ধূলিত মিহলি হৈ যাব? হে ভগবান, সেই চৰম পতন দেখিবলৈ তেওঁ যেন আৰু জীয়াই নাথাকে, তাৰ বহু আগতেই যেন মৰণ আহি তেওঁক উদ্ধাৰ কৰে।

তেতিয়া মাত্ৰ আবেলি হৈছিল, কিন্তু শিৱনাথৰ চকুৰ আগত আঁউসীৰ ৰাতিৰ গহীন অন্ধকাৰ ঘনীভূত হৈ আহিল।

। ২ ।

সেইদিনাও ঘৰলৈ ঘূৰোঁতে কালিনাথৰ বহুত ৰাতি হ'ল। ভাত-পানী খাই উঠি তাৰ কাৰণে অপেক্ষা কৰি শিৱনাথ বাহিৰতে বহি আছিল। গধূলি পৰত মদ খাই মাতাল হৈ লক্ষ্মীনাথ আহিছিল, বহুত পৰ তৰ্জন-গৰ্জন কৰি দেউতাকৰ পৰা এষাৰো মাত নাপাই সি মাকৰ বাকচ ভাঙি নতুন এৰী কাপোৰ এখন লৈ গুচি গ'ল। শিৱনাথকে ধৰি ঘৰত সকলো মানুহ ইমান ক্লান্ত আৰু হতাশাগ্ৰস্ত হৈ পৰিছিল যে তাক বাধা দিবলৈ কাৰো শক্তি নহ'ল। অসীম ক্লান্তি আৰু যন্ত্ৰণাত শিৱনাথ প্ৰায় ভাগি পৰিছিল, কোনোমতে বিছনাত পৰিব পাৰিলেই যেন তেওঁ ৰক্ষা পৰে। কিন্তু আজি তেওঁ কালিনাথক লগ পাবই লাগিব, নিজৰ কলিজাৰ ধপধপনি শব্দ আৰু কাতৰ কেঁকনি শুনি শুনি তেওঁ পিৰালীতে বহি ৰ'ল।

কালিনাথ আহি চোতালত থিয় হোৱাৰ লগে লগে শিৱনাথে মাত লগালে: 'মাজু-বাপু!'

কালিনাথে আন্ধাৰত দেউতাকক দেখা নাছিল, হঠাতে তেওঁৰ মাতটো শুনি সি উচপ খাই উঠিল। তদুপৰি এক অস্বাভাৱিক ক্লান্তি আৰু বিষণ্ণতাত তেওঁৰ মাতটো এনেভাবে বিকৃত হৈ ওলাইছিল যে কিবা এক দুৰ্ঘটনা বা বিপদৰ আশংকা কৰি কালিনাথৰো বুকুখন কঁপি উঠিল। সি থিয় হৈ থকা ঠাইৰপৰাই মাত লগালে, 'কি হ'ল দেউতা? তুমি এতিয়াও শোৱা নাই কিয়?'

'মই তোৰ কাৰণেই বাট চাই আছোঁ'—শিৱনাথে ক্লান্তভাবে ক'লে, 'এইফালে আহ। তোৰ লগত মোৰ অলপ কথা আছে।'

কালিনাথ এইবাৰ আৰু বেছি আচৰিত হ'ল। যাক কয় কথা পতা, তেনে ধৰণৰ কথা দেউতাকে সিহঁতৰ লগত কেতিয়াও পাতি পোৱা নাই। সিহঁতৰ বাপেক-পুতেকৰ কথা-বাৰ্তা সাধাৰণতে মাক বা বায়েকৰ মাধ্যমেদিয়েই হয়। সন্ত্ৰস্ত হৈ সি পিৰালীলৈ উঠি আহি বেৰৰ কাষৰ বেঞ্চখনতে বহিল।

শিৱনাথ কিছুসময় নীৰৱ হৈ ৰ'ল। কথাবোৰ ক'ত কেনেকৈ আৰম্ভ কৰিব তাকেই তেওঁ ঠিক কৰিব পৰা নাই। তাৰ পাছত হঠাৎ যেন তেওঁ ঠিক কৰিলে যে অনাৱশ্যক ভূমিকা জুৰিবৰ কোনো দৰকাৰ নাই, আচল কথাটো আৰম্ভ কৰাই ভাল। তেওঁ পুতেকক সুধিলে, 'তই সদায় ইমান ৰাতিলৈকে ক'ত ঘূৰি ফুৰ?'

এই কথাটো সুধিবলৈ দেউতাকে আজি এমাহ কিয় অপেক্ষা কৰিব লগা হ'ল সেই কথা ভাবি কালিনাথ মনে মনে কিছু আচৰিত হ'ল। বাহিৰত সহজ ভাৱ দেখুৱাই সি ক'লে, 'দেউতা, মই ম'হঘুলিত চোৰাং মদৰ কাৰবাৰ বন্ধ কৰিবলৈ চেষ্টা কৰিছোঁ। কণবাপু মদপী হৈ আমাৰ ঘৰৰ সৰ্বনাশ কৰিছে। কিন্তু তাক বঢ়াই-বুজাই মদ এৰুৱাব পৰাৰ আশা সমূলি নাই। কেৱল আমাৰ ঘৰতে নহয়, ম'হঘুলিৰ বহুত মানুহৰ ঘৰত মদপীৰ অত্যাচাৰে হাঁহাকাৰ সৃষ্টি কৰিছে। মই বহুত ভাবি-চিন্তি দেখিছোঁ, গোটেই অঞ্চলটোতে চোৰাং মদৰ ব্যৱসায় বন্ধ কৰিব নোৱাৰিলে মদপীৰ উৎপাত বন্ধ কৰিবৰ আন একো উপায় নাই।'

'সেইটো বাৰু বুজিলোঁ'—শিৱনাথে ক'লে, 'তই এটা ভাল কামতেই হাত দিছ। কিন্তু মদ বন্ধ কৰিবৰ কাৰণে তই ৰাতি ৰাতি ঘূৰি ফুৰি কি কৰি ফুৰিছ? আজিয়েই বাৰু ইমান ৰাতিলৈকে তই ক'ত আছিলি? কি কৰি আছিলি?'

'তেতিয়াহ'লে তোমাক মই বহুত কথা ক'ব লাগিব'—কালিনাথে এটা দীঘলীয়া আলোচনাৰ কাৰণে নিজকে সাজু কৰিলে, 'এই কাম মই অকলে কৰিব নোৱাৰোঁ। তাৰ কাৰণে মোক এটা বিশ্বাসী লগ লাগে। চমুৱা গাঁৱত মোৰ এজন বন্ধু আছে। সৰুতে আমি স্কুলত একেলগে পঢ়িছিলোঁ। সি বৰ ভাল স্বভাৱ-চৰিত্ৰৰ ল'ৰা আছিল, পঢ়া-শুনাতো খুব চোকা আছিল। কিন্তু ঘৰৰ দুখীয়া অৱস্থাৰ কাৰণে সি পঞ্চম মান শ্ৰেণীতেই স্কুল এৰিব লগা হ'ল। সমাজৰ কাম কৰিবৰ কাৰণে মই এতিয়া তাকেই মোৰ লগৰীয়া কৰি বাছি লৈছোঁ। তাৰ আকৌ দিনত সময় নাই, খেতি-পথাৰৰ কামৰপৰা সি মুৰ দাঙিবলৈকে

সময় নাপায়। সেই কাৰণে ৰাতি ৰাতি মই তাৰ ওচৰলৈ যাব লগা হয়। দেউতা, তুমিতো জনাই যে চোৰাং মদৰ ব্যৱসায় ধৰা পেলাবৰ কাৰণে ম'হঘুলিত এটা ডাঙৰ আবকাৰী ষ্টাফ আছে। কিন্তু সিহঁতে মদ ধৰা পেলোৱা দূৰৰ কথা, ঘাইকৈ সিহঁতৰ সহায়তেই ইয়াত চোৰাং মদৰ ব্যৱসায় চলি আছে। মই আগতে এইবোৰ কথাৰ আও-ভাও একেবাৰে নাজানিছিলোঁ, এইবোৰ জানিবৰ কাৰণেই মই দিবাকৰক লগত লৈ কিছু গাঁও-হাট ফুৰিব লগা হৈছে। সৰুৰেপৰা চহৰত থাকি স্কুলত পঢ়াৰ ফলত গাঁৱৰ লগত মোৰ সমূলি সম্পৰ্ক নোহোৱা হ'ল। যিথিনি সময় ঘৰত থাকোঁ, তেতিয়াও তুমি গাঁৱৰ কাৰো লগত আমাক মিলা-মিছা কৰিবলৈ নিদিয়া। এতিয়া গাঁৱতেই গোটেই জীৱন থাকিম বুলি আৰু কিছু কাম কৰিম বুলি আহি মই দেখিছোঁ—গাঁৱৰ সমাজ-খনৰ বিষয়ে কিছু কথা নাজানিলে কোনো কামেই আৰম্ভ কৰা সম্ভৱ নহয়। মোৰযে ঘৰলৈ আহোঁতে ৰাতি সদায় পলম হয়—তাৰ একমাত্ৰ কাৰণ, মই দিবাকৰৰ লগত গাঁৱে গাঁৱে ঘূৰি ফুৰোঁ। ইতিমধ্যেই ম'হঘুলিৰ প্ৰায়বোৰ গাঁও মই ফুৰি শেষ কৰিছোঁ।'

কালিনাথৰ কথাবোৰ শুনি শুনি শিৱনাথৰ অনুভৱ হ'ল—তেওঁৰ চকুত এতিয়াও কান্দি ভাত খোৱা কেঁচুৱা হৈ থকা মাজু-বাপুটো ইতিমধ্যেই এটা ডেকা মানুহ হৈ উঠিছে। হঠাতে নিজৰ ল'ৰাটোকে তেওঁৰ মনত এজন অচিনাকি ভদ্ৰলোক যেন লাগি গ'ল। পুতেক যেন ইতিমধ্যেই তেওঁৰ আশ্ৰয় আৰু কৰ্তৃত্বৰ বাহিৰলৈ গুচি গৈছে—কালিনাথৰ লগত এনে এটা দূৰত্ব জীৱনত প্ৰথম বাৰৰ কাৰণে তেওঁ অনুভৱ কৰিলে। নিজৰ কৰ্তৃত্ব পুনৰ প্ৰতিষ্ঠা কৰিবৰ মনেৰে তেওঁ প্ৰচ্ছন্ন ব্যংগৰ সুৰেৰে সুধিলে, 'গাঁৱে গাঁৱেযে ঘূৰি ফুৰিছ সেই কথা বাৰু বুজিলোঁ, কিন্তু চোৰাং মদ বন্ধ কৰাৰ কাম কিমান আগ বাঢ়িছে? তই তোৰ বন্ধুক লগত লৈ ৰাতি ৰাতি গাঁৱে গাঁৱে ঘূৰি ফুৰিলেই মদপী-বোৰে তহঁতৰ ভয়তে মদ খাবলৈ এৰি দিবনেকি? আজি গধূলিয়েই দেখোন কণবাপুৱে মদ খাই মাতাল হৈ আহি ঘৰত এখন লংকা-কাণ্ড কৰি থৈ গ'ল।'

কালিনাথৰ স্পৰ্শ-কাতৰ মনটোৱে দেউতাকৰ মুখৰ ব্যংগখিনি তৎক্ষণাৎ অনুভৱ কৰিলে। সি এইটোও বুজিলে যে দেউতাকে তাৰ কথাবোৰ খুব গহীন ভাবে লব পৰা নাই। ভাৰতীয় পিতৃ-মাতৃয়েহে নিজৰ সন্তানক সহজে স্বাধীনতা দিব নোখোজে, সিইঁতক সোনকালে ডাঙৰ হ'বলৈ দিব নোখোজে, যিমান দিনলৈকে পাৰে তেওঁলোকে সন্তানক নিয়ন্ত্ৰণৰ অধীন ৰাখিব খোজে—দেউতাকৰ কথাৰ মাজত সি নতুনকৈ তাৰ এটা প্ৰমাণ পালে। অৱদমিত অভিমানত সি কিছু সময় নীৰৱ হৈ ৰ'ল। তাৰ পাছত শান্ত নিকচ্ছ্বাস মাতেৰে সি পুনৰ ক'বলৈ ধৰিলে, 'দেউতা, তোমাক মই এটা কথা খুলি কওঁ। চোৰাং মদৰ অবাধ প্ৰচলনেই ম'হঘুলিৰ একমাত্ৰ সমস্যা নহয়। এই কথাও সঁচা নহয় যে চোৰাং মদৰ ব্যৱসায় বন্ধ হ'লেই ম'হঘুলি একে ৰাতিতে স্বৰ্গ-ৰাজ্যৰ পৰিণত হ'ব। কিন্তু সমাজৰ এটা সমস্যাৰ লগত আনটো সমস্যা এনে ভাবে জড়িত যে এটাৰ সমস্যাৰ পম খেদি গ'লেই বাকী বহুতো সমস্যাৰ স্বৰূপটো আপোনা-আপুনি ওলাই পৰে। ধৰি লোৱা কিবা এটা আঘাত লাগি এজন মানুহৰ এডোখৰ ঘা হৈছে। বহুতো দৰব-জাতি দিয়া সত্বেও ঘা ডোখৰ মুগুকায়হে মুগুকায়। ডাক্তৰে তেওঁৰ চিকিৎসা কৰিবলৈ গৈ তেওঁৰ গোটেই শৰীৰটোকে পৰীক্ষা কৰিব লগা হ'ল। তেতিয়া ডাক্তৰে দেখিলে যে মানুহজনৰ বহুমূত্ৰ ৰোগ আছে, হাই ব্লাড প্ৰেছাৰ আছে, পেটত আলচাৰ আছে—ইত্যাদি। তেতিয়া তেওঁ ঘাৰ চিকিৎসা এৰি প্ৰথমে বহুমূত্ৰৰ চিকিৎসা কৰিব লগা হ'ল। সমাজৰ ক্ষেত্ৰতো সেই একেই কথা। আমাৰ গাঁৱে-ভূঁঞেতো আগতে কেতিয়াও চোৰাং মদৰ প্ৰচলন নাছিল। এতিয়া কিয় হৈছে? আগতে কোনোবাই মদ খাই গাঁৱৰ নামঘৰৰ চোতালত ভৰি দিলেও গাঁৱৰ সমাজে এঘৰীয়া কৰিছিল; আজি-কালি চোতাল দূৰৰ কথা, মদ খাই মাতাল হৈ কোনোবাই গাঁৱৰ বছেৰেকীয়া ভাওনাত শ্ৰীকৃষ্ণৰ ভাও ল'লেও বা মণিকূটত সোমালেও গাঁৱৰ মানুহে সেইটোক এতিয়া এটা কথা বুলিয়েই নধৰে; কিয় নধৰে? আগতে ল'ৰা-ছোৱালীয়ে মাক-বাপেকক ভয় কৰিছিল আৰু মান কৰি

চলিছিল ; এতিয়া কিয় নকৰে ? আগতে চৰকাৰী কৰ্মচাৰীয়ে ওপৰ-ৱালাক বাঘৰদৰে ভয় কৰিছিল আৰু সেই ভয়তে নিজৰ কৰ্তব্যখিনি পালন কৰিছিল ; আজি-কালি কিয় নকৰে ?......এনেকুৱা হাজাৰটা প্ৰশ্ন আছে—যিবোৰৰ উত্তৰ আগতে জানি ল'ব নোৱাৰিলে এফালৰ পৰা পচি আহিব ধৰা সমাজখনৰ চিকিৎসাৰ কাম আৰম্ভই কৰিব নোৱাৰি।

'মই অৱশ্যে কব নোখোজোঁ যে মই চিকিৎসা কৰি সমাজক সকলো ৰোগৰ পৰা মুক্ত কৰিব পাৰিম বা সমাজৰ সকলো সমস্যাৰ সমাধান কৰিব পাৰিম। ম'হঘুলিয়েই গোটেই অসম বা গোটেই ভাৰত হয়। সমগ্ৰ দেশ যেতিয়া ৰোগ-গ্ৰস্ত, তেতিয়া তাৰ এটা অংশ নীৰোগ হৈ থকা সম্ভৱ নহয়। কিন্তু চৰুৰ এটা ভাত পিটিকি চালেই যেনেকৈ গোটেই চৰু ভাত সিজিছেনে নাই জানিব পাৰি, ঠিক তেনেকৈ মহ'ঘুলিৰ এটা সামান্য সমস্যা অৰ্থাৎ চোৰাং মদৰ প্ৰচলনৰ সমস্যাক মই এটা টেষ্ট কেচ হিচাপে ল'ব খুজিছোঁ। সচ্চহতে মই কেৱল এটা কথা জানিব খুজিছোঁ ঃ চোৰাং-মদৰ ব্যৱসায়ৰ বিৰুদ্ধে চৰকাৰৰ এখন আইন আছে ; সেই আইন কাৰ্য্যকৰী কৰিবলৈ ম'হঘুলিত কেইবাজনো চৰকাৰী কৰ্মচাৰী আছে ; তথাপি ইয়াত সেই আইন কাৰ্য্যকৰী হোৱা নাই কিয় ? মই ভাবোঁ যে এই প্ৰশ্নৰ উত্তৰ বাহিৰ কৰিব পাৰিলেই মই এটা জটিল পাপ-চক্ৰৰ অস্তিত্ব উদ্ঘাটন কৰিব পাৰিম। গৰুৰ খোজৰ পানীত সমগ্ৰ আকাশৰ ছাঁ দেখাৰ দৰে মই আমাৰ এই অকণমান ম'হঘুলিখনতে গোটেই দেশৰ প্ৰতিবিম্ব চাবলৈ চেষ্টা কৰিছোঁ।'

কালিনাথে গোটেই জীৱনতে একেলগে ইমানখিনি কথা বোধহয় কৈ পোৱা নাছিল। দেউতাকৰ আগততো ইমানবোৰ কথা কোৱাৰ কোনো প্ৰশ্নই নুঠে। কথাখিনি কৈ শেষ কৰাৰ পাছত তাৰ মনত হঠাৎ অনুভৱ হ'ল যে গোটেই ঘটনাটোৱেই যেন বৰ নাটকীয় হৈ পৰিছে। এটা সলজ্জ অস্বস্তি অনুভৱ কৰি সি হঠাৎ নীৰৱ হৈ পৰিল।

কালিনাথৰ মাকে বাহিৰলৈ আহি মাত লগালে, 'আপোনালোক বাপেৰ-পুতেক হালৰ হৈছে কি ? এনেকুৱা ফেৰফেৰীয়া জাৰত এই

মাজু-ৰাতিলৈকে বাহিৰত বহি বহি কথা পাতিবৰ কি দৰকাৰ পৰিছে? ইফালে ভাতো ঠাণ্ডা হৈ শিল-গুটি যেন টান হ'ল। ইমান যদি কথাই আছে, তেন্তে জুই-শুৰিত বহি বহি কথা পাতিব নোৱাৰে নেকি?'

কালিনাথে থিয় হৈ ভিতৰলৈ যাব খুজিছিল, তেনেতে শিৱনাথে মাত লগালে,—'তই অলপ সময় ৰ।' তাৰ পিছত ঘৈণীয়েকৰ উদ্দেশ্যে তেওঁ ক'লে, 'তুমি ভিতৰলৈ ব'লাচোন। আমি গৈছোঁ।'

শিৱনাথৰ ঘৈণীয়েকে মুখৰ ভিতৰতে ভোৰভোৰাই ভিতৰলৈ সোমাই গ'ল। শিৱনাথে পুতেকক কৌতূহলত উদগ্ৰ কৰি ৰাখি কিছু সময় নীৰৱ হৈ ৰ'ল। কি আশ্চৰ্য্য—তেওঁ মনে মনে ভাবিবলৈ ধৰিলে—তেওঁ তিনিটা পুতেক তুলিছিল, কিন্তু বাপেক হৈয়ো তেওঁ তিনিওটা পুতেকৰ মাজত ভিন্ন-মুখী কি বিচিত্ৰ সম্ভাৱনা লুকাই আছিল সেই কথা কোনোদিন কল্পনা কৰিব পৰা নাছিল। অৱশ্যে এটা কথাত তিনিওটা পুতেকৰ মাজত এটা সাধাৰণ মিল আছে—তেওঁ যেন হঠাত আৱিষ্কাৰ কৰিলে—তেওঁৰ তিনিওটা পুতেকেই বিদ্ৰোহী হৈ উঠিছে। গৌৰীনাথে দেউতাকৰ বিৰুদ্ধে আৰু লগতে প্ৰচলিত সামাজিক প্ৰথাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি অসবৰ্ণ বিবাহ কৰি ঘৰৰপৰা ওলাই গ'ল। সৰুটো পুতেক লক্ষ্মীনাথেতো জীৱনৰ বিৰুদ্ধেই বিদ্ৰোহ কৰি আত্ম-নাশৰ পথ বাছি লৈছে। এতিয়া মাজু পুতেকেও বিদ্ৰোহ কৰিব খোজে; অৱশ্যে তাৰ বিদ্ৰোহ সমাজৰ দুৰ্নীতি আৰু অন্যায়ৰ বিৰুদ্ধে। কিন্তু এদিনযে সি শিৱনাথৰ বিৰুদ্ধেও বিদ্ৰোহ নকৰিব, এতিয়া আৰু তাৰ কি নিশ্চয়তা আছে? দুপৰীয়া মেমেৰাই কৈ যোৱা কথাবোৰ তেওঁ আকৌ এবাৰ মনত পেলালে। বহুত পৰৰ মূৰত নীৰৱতা ভংগ কৰি তেওঁ মাত লগালে, 'মাজুবাপু, শুন, তই যি কাম কৰিব খুজিছ সেইবোৰ নিশ্চয় ভাল কাম। ম'হঘুলিত চোৰাং মদ বন্ধ কৰিব পাৰিলে দেশৰ কিবা উপকাৰ হওক-নহওক, মোৰ নিজৰ অন্ততঃ এটা ডাঙৰ উপকাৰ হ'ব। দিনে-ৰাতিয়ে এটা মদপী কুলাংগাৰ পুত্ৰৰ অত্যাচাৰৰ পৰা মই ৰক্ষা পৰিম। কিন্তু আনক বোকাৰপৰা উদ্ধাৰ কৰিবলৈ গৈ

তই নিজে যদি বোকাত লেটি লব লগা অৱস্থাত হয়, তেতিয়াহে কিন্তু কথা বৰ বেয়া হ'ব। তই চমুৱা গাঁৱৰ যিটো বন্ধুৰ ঘৰলৈ সদায় গৈ থাক, তাৰ বোলে এজনী ভনীয়েক আছে। মই মোৰ খুব বিশ্বাসী মানুহৰ মুখত শুনিছোঁ, ছোৱালীজনীৰ স্বভাৱ-চৰিত্ৰ ভাল নহয়। মই তোৰ দেউতাৰ হৈয়ো অৱস্থাৰ পাকত পৰি নক'বলগীয়া কথা ক'ব লগীয়া হৈছে। সেই ছোৱালীজনীয়ে বোলে এবাৰ এল পি স্কুলৰ মাষ্টৰণী কাম এটা বিচাৰি স্কুলৰ চাব-ইন্সপেক্টৰ এজনৰ লগত ব্যভিচাৰ কৰিছিল। মই তোক একো সন্দেহ নকৰোঁ; তোৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে। কিন্তু যিবোৰ মানুহে সমাজক ভাল কৰিবলৈ কাম কৰে, তেওঁলোক কেৱল নিজে ভাল হ'লেই নহয়, সমাজেও তেওঁলোকক সন্দেহ কৰিবলৈ কোনো কাৰণ ঘটিব নালাগে। তেনে মানুহে নিন্দুকক কোনো সুবিধা দিব নালাগে। তই সমাজৰ বহুতো শক্তিশালী মানুহৰ বিৰুদ্ধে যুঁজ কৰিবলৈ ওলাইছ। সেই মানুহবোৰে তোৰ চৰিত্ৰ-হনন কৰিবলৈ সদায় চেষ্টা কৰিব। ইতিমধ্যেই সেই মানুহবোৰে সেই ছোৱালীজনীৰ লগত তোৰ নাম জড়িত কৰি নানা বেয়া কথা প্ৰচাৰ কৰিছে। মনত ৰাখিবি, তয়েই এতিয়া মোৰ শেষ আশা। তোৰ যদি কিবা এটা বেয়া ঘটনা ঘটিবলৈ হয়, তেন্তে মই মৰিও শান্তি নাপাম। সমাজৰ কাম কৰিব খুজিছ কৰ, কিন্তু মোৰ কথা যদি শুনিব খোজ, আৰু এই বুঢ়া বয়সত মোক অলপ শান্তি দিব খোজ, তেন্তে তই আজিৰপৰা আৰু সেই মানুহ ঘৰলৈ নাযাবি, তোৰ বন্ধুক যেতিয়াই লগ পাবৰ দৰকাৰ হয়, নকুলক পঠাই মতাই আনিবি।'

কালিনাথক এটাও কথা ক'বলৈ সুযোগ নিদি শিৱনাথে ক্লান্ত খোজেৰে খৰমৰ মন্থৰ শব্দ কৰি কৰি ভিতৰলৈ সোমাই গ'ল। কালিনাথ বজ্ৰাহত মানুহৰদৰে একেঠাইতে স্তব্ধ হৈ বহি ৰ'ল।

বহুত ৰাতিলৈকে কালিনাথৰ টোপনি নাহিল। সি স্পষ্ট অনুভৱ কৰিলে যে তাৰ জীৱনত—খুব সম্ভৱ প্ৰথম বাৰৰ কাৰণে এটা অতি ডাঙৰ সংকটৰ মুহূৰ্ত আহিছে। দেউতাকে তাক দিবাকৰহঁতৰ ঘৰলৈ যাবলৈ নিষেধ কৰিছিল। কথাটো শুনাত অতি সামান্য। কিন্তু কথাটো তাৰ কাৰণে এই কাৰণেই সামান্য নহয় যে তাৰ সমুখত আজি দুটা কৰ্তব্যৰ মাজত যি কোনো এটা বাছি লোৱাৰ কঠিন সমস্যা আহি দেখা দিছে। সি বিনা-বাক্য-ব্যয়ে দেউতাকৰ নিৰ্দেশ পালন কৰি দিবাকৰহঁতৰ ঘৰলৈ যোৱাটো বন্ধ কৰিব, নে নিজৰ বিবেকৰ নিৰ্দেশ আৰু লগতে নিজৰ অভিৰুচিকো মানি চলি দেউতাকৰ অবাধ্য হ'ব? তাৰ কাৰণে দুয়োটা পথেই অতি কঠিন। সি যদি দেউতাকৰ নিষেধ অমান্য কৰে, তেওঁযে বুঢ়া বয়সত এটা ডাঙৰ মনোকষ্টই পাব এনে নহয়, আঘাতৰ পাছত আঘাতে ক্ষত-বিক্ষত কৰি তোলা তেওঁৰ জীৱনটো এই চৰম নিষ্ঠুৰ আঘাতত হয়তো একেবাৰে ভাগিয়েই পৰিব। তেওঁতো বাৰে বাৰে তাৰ কাণত শুনায়েই আছে যে সিয়েই তেওঁৰ জীৱনৰ শেষ আশা, শেষ অৱলম্বন; এতিয়া যদি এই শেষ আশায়ো তেওঁক ছলনা কৰে, তেন্তে তেওঁ জীৱনত আৰু কি লৈ জীয়াই থাকিব?

কালিনাথে এই কথাও ভালকৈ জানে যে সি যদি তেওঁৰ অবাধ্য হৈ দিবাকৰহঁতৰ ঘৰলৈ গৈয়েই থাকে, তেন্তে তেওঁ তাক নিশ্চয় ক্ষমা নকৰিব। তেওঁ জীৱনত কাৰো লগত আপোচ কৰা মানুহ নহয়। গৌৰীনাথৰ ক্ষেত্ৰতে তেওঁ সেই কথাৰ প্ৰমাণ দি থৈছে। তেওঁৰ তিনিটা পুতেকৰ ভিতৰত গৌৰীনাথেই আছিল আটাইতকৈ প্ৰতিভাবান, আটাইতকৈ চৰিত্ৰবান, তেওঁৰ জীৱনৰ সকলো উচ্চাকাংক্ষা আৰু সাৰ্থকতাৰ প্ৰতীক। কিন্তু যেই এবাৰ মাত্ৰ গৌৰীনাথ তেওঁৰ অবাধ্য হ'ল, চকুৰ পচাৰ এটা নেপেলোৱাকৈ তেওঁ চিৰকালৰ কাৰণে তাক বিসৰ্জন দিলে। কালিনাথে এই কথাও

জানে—গৌৰীনাথে তাৰ বিয়াৰ কেইবাবছৰ পিছলৈকে দেউতাকলৈ বহুতো চিঠি-পত্ৰ দি আছিল। খুব সম্ভৱ, সেইবোৰ চিঠিত সি দেউতাকৰপৰা ক্ষমা বিচাৰিছিল, ঘৈণীয়েকক লৈ ঘৰলৈ আহিবলৈ অনুমতি বিচাৰিছিল। কিন্তু দেউতাকে তাৰ কোনো এখন চিঠি খুলিয়েই নাচালে! লেফাফাৰ ওপৰত গৌৰীনাথৰ হাতৰ আখৰ চিনি পায়েই তেওঁ সেইবোৰ চিঠি কোনেও বিচাৰি নোপোৱাকৈ দলিয়াই পেলালে। ফুলতকৈয়ো কোমল হৃদয়ৰ মানুহজন প্ৰয়োজন হ'লে বজ্ৰতকৈয়ো কিমান বেছি কঠোৰ হ'ব পাৰে—সেই কথা কালিনাথে ভালকৈ জানে। গতিকে এতিয়া যদি সিও দেউতাকৰ অবাধ্য হয়, তেন্তে তাৰ পৰিণাম কি হ'ব পাৰে সেই বিষয়ে কালিনাথৰ মনত কোনো সন্দেহ নাই।

তেন্তে দেউতাকৰ ইমান এটা ডাঙৰ সৰ্বনাশ কৰিও সি দিবাকৰ-হঁতৰ ঘৰলৈ গৈ থাকিবনে?

বহুত পৰ ভাষা-হীন ভাবনাৰ মাজত তন্ময় হৈ থকাৰ পাছত হঠাতে টোপনিৰ পৰা সাৰ পোৱাৰদৰে কৰি কালিনাথে আৱিষ্কাৰ কৰিলে যে তাৰ মনটোৱে দেউতাকৰ অবাধ্য হ'বলৈকে প্ৰস্তুত হৈছে। আৰু তাৰ কাৰণ হ'ল বহাগী!

ঠিক এই মুহূৰ্তৰ আগলৈকে সি এবাৰো স্পষ্ট ভাষাৰে ভবা নাছিল যে সি বহাগীৰ প্ৰেমত পৰিছে। সঁচা কথা ক'বলৈ গ'লে সি ইয়াৰ আগতে কেতিয়াও সচেতন ভাবে বহাগীৰ কথা ভবাই নাছিল। হয়তো আৰু বহুত দিনলৈকে সেই কথা ভাবিবলৈ সি সাহস গোটাব নোৱাৰিলেহেঁতেন। এবাৰ চিগাৰেট খাবলৈ আৰম্ভ কৰা মানুহে নিকোটিনৰ গোপন বিষ-ক্ৰিয়াৰ বশৱৰ্তী হৈ চিগাৰেট খায়েই থাকে, কিন্তু চিগাৰেটযে কেনেকৈ তেওঁৰ জীৱনৰ অবিচ্ছেদ্য অংগ হৈ পৰিছে সেই কথা তেওঁ আৱিষ্কাৰ কৰে জোৰকৈ চিগাৰেট এৰিবলৈ চেষ্টা কৰা মুহূৰ্ততহে। কালিনাথৰ ক্ষেত্ৰতো ঠিক সিয়েই হ'ল। ইমান দিনে সি ভাবি আছিল যে বহাগীক তাৰ কেৱল ভাল লাগে—যেনেকৈ ভাল লাগে অন্যমনস্ক ভাবে বাটেদি গৈ থাকোঁতে

হঠাৎ বতাহত উটি অহা বন-ফুলৰ গোন্ধ নাকত লাগিলে,—নিৰুদ্দেশ ভাবনাত মগ্ন হৈ থকাৰ মাজত বনবীয়া চৰাইৰ করুণ মিঠা মাত শুনি সাৰ পাই উঠিলে,—গধূলিৰ আকাশলৈ শূন্য দৃষ্টিৰে চাই থাকোঁতে হঠাৎ অকলশৰীয়া শুক-তৰাটো চকুত পৰিলে,—বা কোনো গাভৰুৰ চকিত গোপন দৃষ্টিত হৃদয়ৰ ৰহস্যময় অন্ধকাৰ মুহূৰ্তৰ কাৰণে আলোকিত আৰু আলোড়িত হৈ উঠা দেখিলে। কিন্তু সেইবোৰ অজস্ৰ মুহূৰ্তৰ গোপন বিষ-ক্রিয়াই যে ইতিমধ্যেই তাৰ সমস্ত ৰক্ত-ধাৰা বিষাক্ত কৰি তাক এটা মাৰাত্মক নিচাৰ চিৰকলীয়া দাস কৰি পেলাইছে, সেই কথা ইয়াৰ আগলৈকে সি কল্পনাই কৰিব পৰা নাছিল। কিন্তু যেই মাত্র এনে এটা সম্ভাৱনা তাৰ মনৰ মাজত স্পষ্ট হৈ উঠিল যে বহাগীৰ ওচৰলৈ যোৱাটো সি চিৰকালৰ কাৰণে বন্ধ কৰিব লগাও হ'ব পাৰে, সেই মুহূৰ্ততে সি উপলব্ধি কৰিলে যে বহাগীৰ ওচৰলৈ নোযোৱাকৈ থকাটো তাৰ পক্ষে অসম্ভৱ। নিচা এৰিবলৈ চেষ্টা কৰাৰ মুহূৰ্ততহে সি সেই নিচাৰ সৰ্বগ্ৰাসী প্ৰভাৱ ভালকৈ অনুভৱ কৰিলে।

কেৱল সেয়েই নহয়,—আৰু আন এটা ৰূপতো সি তাৰ হৃদয়ত প্ৰেমৰ উজ্জ্বল আৰু যন্ত্ৰণাময় আত্ম-প্ৰকাশ দেখিবলৈ পালে। বহুত পৰ ধৰি সি অনুভৱ কৰি আছিল যে এটা বিষাক্ত পোকে দংশন কৰাৰ নিচিনাকৈ তাৰ মনৰ কোনোবা এখিনিত এটা যন্ত্ৰণা আৰম্ভ হ'বলৈ ধৰিছে। লাহে লাহে সেই যন্ত্ৰণা বেছি হৈ এতিয়া প্ৰায় অসহ্য হৈ উঠিছে। সি তাৰ যন্ত্ৰণাৰ উৎসখিনি পৰীক্ষা কৰি চালে।……হঠাৎ তাৰ মনত পৰিল, আবেলি তাক দেউতাকে কৈছিল যে বহাগী এজনী দুশ্চৰিত্ৰা ছোৱালী, এল পি স্কুলৰ শিক্ষয়িত্ৰী কাম বিচাৰি তাই কোনোবা এজন স্কুল ছাব ইন্সপেক্টৰৰ ওচৰত দেহ-দান কৰিছিল। মিছা কথা! এটা প্ৰচণ্ড প্ৰতিবাদত তাৰ সৰ্বশৰীৰ কঁপি উঠিল। হৃৎপিণ্ডৰ মাজেদি সৰকি যোৱা এডাল শেলৰদৰে সেই কথাষাৰে তাক মৰণ-যন্ত্ৰণাত কাতৰ কৰি তুলিলে। মিছা কথা! মিছা কথা! বহাগীয়ে এনে কাম কেতিয়াও কৰিব নোৱাৰে!

…কিন্তু কথাষাৰ যদি সঁচাও হয়, তাৰ লগত কালিনাথৰ জীৱনৰ

সম্পৰ্ক কি? পৃথিৱীৰ কত তিৰোতায়েইতো জীৱিকাৰ কাৰণে শক্তিমানৰ ওচৰতে দেহ-দান কৰে! দেশত আজি তিৰোতাৰ মাজতো শিক্ষাৰ ব্যাপক প্ৰসাৰ হ'ব ধৰিছে, সমাজে এই কথা ভাবি আত্মপ্ৰসাদ লাভ কৰিছে যে শিক্ষাৰ জৰীয়তে বহুতো তিৰোতাৰ অৰ্থ নৈতিক মুক্তিও সম্ভৱ হৈছে। কিন্তু দুখীয়া পৰিয়ালৰ কিমাত শিক্ষিতা তিৰোতাই কি কঠিন মূল্যৰ বিনিময়ত যে এই অৰ্থ নৈতিক মুক্তি কিনিব লগা হৈছে— তাৰ হিচাপ কিমানে ৰাখিছে? বহাগীয়ে শিক্ষয়িত্ৰীৰ কাম বিচাৰি কোনোবা কামুক চৰকাৰী বিষায়ক দেহ-দান কৰিছে, তাৰ লগত কালিনাথৰ কি সম্পৰ্ক আছে?......এল পি স্কুলৰ শিক্ষয়িত্ৰীৰ কাম বিচাৰি বহাগী স্কুলৰ ছাব ইন্সপেক্টৰজনৰ ওচৰলৈ গৈছিল। মাটি-হীন খেতিয়ক কেৱল দিবাকৰৰ উপাৰ্জনেৰে ঘৰখনৰ ছমাহৰ ভাতো ভালকৈ যোগাৰ নহয়। পঁজা-ঘৰকেইটাৰ মূধচ ফুটি আকাশ দেখা হৈছে, ঘৰ মেৰামতি কৰিবলৈ দিবাকৰৰ সময় নাই সামৰ্থ্যও নাই। এহাল গৰু কিনিব লাগে, তাৰ কাৰণে টকা লাগে। দুবিঘা খেতিৰ মাটি দিবাকৰৰ বাপেকৰ দিনৰপৰাই মৌজাদৰৰ ওচৰত বন্ধকত আছে, সেইখিনি মোকলাবলৈ টকা লাগে। দিবাকৰৰ বিয়াখন পাতিব লাগে, তাৰ কাৰণেও টকা লাগে। বহাগীয়ে ম'হঘুলিৰ মজলীয়া স্কুলৰপৰা ছাত্ৰবৃত্তি পাছ কৰি ঘৰতে বহি আছে। সেই স্কুলতে শিক্ষয়িত্ৰীৰ কাম এটা খালী হ'ল,—বহাগীয়ে ভাবিলে, এবাৰ ভাগ্য-পৰীক্ষা কৰি চোৱাত বাধা কি?

ছাব ইন্সপেক্টৰে এবাৰ স্কুল পৰিদৰ্শন কৰিবলৈ ম'হঘুলিলৈ অহাৰ খবৰ পাই তাই দৰ্খাস্ত এখন লৈ তেওঁক দেখা কৰিবলৈ গ'ল। দৰ্খাস্তখন হাতত লৈ ছাব ইন্সপেক্টৰে অভিজ্ঞ দৃষ্টিৰে এবাৰ বহাগীৰ মুখলৈ চালে, এবাৰ তাইৰ শৰীৰটোলৈ চালে—অনাঘ্ৰাত নব-প্ৰস্ফুটিত ফুলৰ নিচিনা তাইৰ সুন্দৰ সুকুমাৰ শৰীৰ, য'ত অপৰিমেয় আনন্দ আৰু মাদকতাৰ প্ৰতিশ্ৰুতি পুঞ্জীভূত। আনহাতে তাইৰ সৰল চাৱনিত দাৰিদ্ৰ্যৰ নাগ-পাশত বন্দিনী দীন-দুখিনী অসহায়-কাতৰতা। এই অসহায়া ভীৰু হৰিণীক কেনেকৈ জালত সোমাব লাগে সেই কৌশল

অভিজ্ঞ ছাব ইন্সপেক্টৰে ভালকৈ জানে। গোটেই জীৱন তেওঁ এই খেলত হাত পকাইছে। তেওঁ এটা সময় দিলে, সেই সময়ত বহাগীয়ে আহি তেওঁক ডাক-বঙলাত দেখা কৰিব লাগে। মাছে ৰৰশীৰ টোপ গিলিলে। নিৰ্দিষ্ট সময়ত বহাগী ডাক-বঙলালৈ গ'ল। তাই এটা চাকৰি পাব, অহোৰাত্ৰ অমানুষিক পৰিশ্ৰম কৰিও দুবেলা দুমুঠি ভাতৰ যোগাৰ কৰিব নোৱাৰা অকলশৰীয়া ককায়েকটোক তাই অলপমান সহায় কৰিব পাৰিব, সেই চাকৰিৰ কাৰণে তাই কেৱল ডাক-বঙলা কিয়, পৃথিৱীৰ সিমূৰলৈকো যাবলৈ প্ৰস্তুত আছে। অৱশ্যেই তাই জনা নাছিল যে তাইৰ বাপেকৰ বয়সীয়া আধা-বুঢ়া ছাব ইন্সপেক্টৰজনে তাইক পৃথিৱীৰ সীমা পাৰ হৈ নৰকলৈ নিমন্ত্ৰণ কৰিছিল ( নে তাই জানিছিল, আৰু জানিও সেই নিমন্ত্ৰণ গ্ৰহণ কৰিছিল ? প্ৰশ্নটো চিন্তা কৰি কালিনাথে নিজৰ হৃৎপিণ্ডৰ মাজেদি আৰু এডাল শেল সৰকি যোৱা যেন অনুভৱ কৰিলে )।

...নিৰ্জন ডাক-বঙলা। চকীদাৰটোকো কিবা এটা অজুহাতত ছাব ইন্সপেক্টৰে ক'ৰবালৈ পঠাই দিছে। বহাগীলৈ অপেক্ষা কৰি তেওঁ ইটোৰ পিছত সিটো চিগাৰেট হুপি বহি আছে, এটা উত্তেজনাপূৰ্ণ প্ৰত্যাশাত তেওঁৰ সমস্ত দেহ-মন স্পন্দিত হৈ উঠিছে।

...এনেতে বহাগী আহিল। বহাগীৰ মনটো অকণ অকণকৈ সেই চৰম মুহূৰ্তৰ কাৰণে প্ৰস্তুত কৰিবৰ কাৰণে ছাব ইন্সপেক্টৰে প্ৰথমে মাতত মৌ ঢালি তাইৰ ঘৰ-সংসাৰৰ বিষয়ে নানা প্ৰশ্ন সুধিলে, আৰু তাৰ মাজে মাজে তাইৰ প্ৰতি অৰ্থ-পূৰ্ণ দৃষ্টি নিক্ষেপ কৰিবলৈ ধৰিলে। প্ৰায় আধা ঘণ্টামান কথা-বাৰ্তা হোৱাৰ পাছত বহাগীয়ে এইটোকে বুজিলে যে তাই বিচৰা চাকৰিটোৰ কাৰণে তাইৰ বাহিৰেও আৰু পঞ্চাছজনমান প্ৰাৰ্থী আছে, আৰু সিহঁতে চাকৰিটো পাবৰ কাৰণে যি কোনো মূল্য দিবলৈ প্ৰস্তুত। কি সেই মূল্য ? নগদ টকা ? এৰী চাদৰ ? মুগা কাপোৰৰ থান ? বহাগীয়ে মনে মনে এটা হিচাপ কৰিবলৈ ধৰিলে। তিৰোতাৰ সহজাত প্ৰকৃতিৰে তাই ছাব ইন্সপেক্টৰৰ অৰ্থ-পূৰ্ণ দৃষ্টিবোৰৰো অৰ্থ উদ্ধাৰ কৰিবলৈ চেষ্টা কৰিলে। তাই সেই

মূল্য দিবলৈকো প্ৰস্তুতনে ?···কথাৰ মাজতে ছাব ইন্সপেক্টৰ এবাৰ ভিতৰলৈ সোমাই গ'ল। চৰম আক্ৰমণৰ কাৰণে নিজকে প্ৰস্তুত কৰিবলৈ তেওঁক কিছু সময় লাগে। ভিতৰৰপৰা ওলাই আহি তেওঁ বহাগী বহি থকা চকীখনৰ পিছফালে থিয় হ'ল, আৰু অতি সহজ ভাবে তাইৰ কান্ধ দুখনত হাত দুখন থৈ কামনা-জড়িত মাতেৰে ক'লে: 'চাকৰিটো মই তোমাকেই দিম বহাগী, তুমি ভয় নকৰিবা'। ভয়ত বহাগীৰ বুকুখনে ধান বানিবলৈ ধৰিলে, কিন্তু তাই কাঠ এডোখৰৰ দৰে নিশ্চল হৈ বহি ৰ'ল। যিবোৰ ছোৱালীয়ে চাকৰি পায়, সিহঁত সকলোৱেই এনেকৈয়ে পায়নেকি ? বহাগীৰপৰা কোনো বাধা নাপাই ছাব ইন্সপেক্টৰৰ হাত দুখন আৰু আগ বাঢ়িল, আৰু অলপ পিছতে তেওঁৰ লোভী, দুঃসাহসী হাতৰ খামোচত বহাগীৰ বুকুখন দুটা সৰু ভীৰু চৰাইৰ দৰে ধৰফৰাবলৈ ধৰিলে।···ছাব ইন্সপেক্টৰে বুজিলে—ইয়াৰ পাছত আৰু পশ্চাদপসৰণৰ কোনো প্ৰয়োজন নাই। তেওঁ বহাগীক দাং-কোলা কৰি তুলি লৈ তেওঁৰ শোৱা-কোঠালৈ সোমাই গ'ল······

চকুৰ আগতে এখন নাটকৰ জীৱন্ত অভিনয় দেখাৰদৰে কালিনাথে কল্পনাতেই গোটেই দৃশ্যটো দেখিবলৈ পালে, আৰু মাঘ মাহৰ জাৰৰ ৰাতিটো কিবা এটা প্ৰচণ্ড উত্তেজনাত তাৰ সমস্ত শৰীৰ ঘৰ্মাক্ত হৈ উঠিল। এনে তীব্ৰ যন্ত্ৰণা ইয়াৰ আগতে জীৱনত সি কেতিয়াও অনুভৱ কৰি পোৱা নাছিল। এফালৰপৰা যেন তাৰ গোটেই দেহত জুই জ্বলিবলৈ আৰম্ভ কৰিছে, আৰু অলপ পাছতে সি জীয়াই পুৰি শেষ হৈ যাব। অসহায় ভাবে সেই সীমাহীন যন্ত্ৰণা সহ্য কৰি সি কিছু সময় নিশ্চল হৈ পৰি ৰ'ল। জ্বৰ ঘামি জোল বৈ যোৱাৰ পাছত গাটো শীতল হোৱাৰদৰে সি কিছু সময়ৰ পিছত এটা ভীষণ শীতলতা অনুভৱ কৰিবলৈ ধৰিলে। সি তেতিয়া নিজকে নিজে কলে: মই নিশ্চয় বহাগীৰ প্ৰেমত পৰিছোঁ। নহ'লে মই প্ৰচণ্ড ঈৰ্ষাৰ এনে তীব্ৰ দাব-দাহ কেতিয়াও অনুভৱ নকৰিলোঁহেঁতেন······

তেতিয়ামানে তাৰ চেতনাৰ পৰা দেউতাকৰ অস্তিত্ব সমূলি নোহোৱা হৈ গৈছিল; তাৰ একমাত্ৰ চিন্তা হৈছিল—যিমানপাৰে সোনকালে

বহাগীৰ ওচৰলৈ গৈ এই কথাবোৰৰ সত্যাসত্য সি নিৰূপণ কৰিব লাগিব; সি জানিব লাগিব—বহাগীৰ জীৱনত তাৰ স্থান ক'ত।

॥ ১১ ॥

পাছদিনা আবেলি কালিনাথ এনে এটা সময়ত বহাগীহঁতৰ ঘৰলৈ গ'ল—যি সময়ত দিবাকৰ ঘৰত থকাৰ কোনো সম্ভাৱনা নাই। তাৰ ভাগ্য ভাল যে সেই সময়ত বহাগীৰ মাকো ঘৰত নাছিল। বহাগীয়ে ঘৰৰ পশ্চিমফালৰ বৰাৰ টেঙাজোপাৰ তলত তাঁত বৈ আছিল। কালিনাথক দেখি তাই লৰালৰিকৈ তাঁতৰ পাটৰ পৰা উঠি আহিল, আৰু কালিনাথক বহিবলৈ দি ক'লে: 'আজি আপোনাৰ আহিবৰ কথা আছিলনেকি? ককাইদেউৱে দেখোন মোক একো নোকোৱাকৈ চাপৰিলৈ গ'ল।' কথাষাৰ কৈয়েই হঠাৎ এবাৰ কালিনাথৰ মুখলৈ তাইৰ চকু গ'ল, আৰু আচৰিত হৈ তাই সুধিলে: 'আপোনাৰ কিবা অসুখ হৈছেনেকি ককাইদেউ? আপোনাক দেখোন দেখিলে জ্বৰৰ পাটীৰপৰা উঠি অহা মানুহ যেন লাগে।'

কালিনাথে বহাগীৰ কথাৰ একো উত্তৰ নিদি কিছু সময় স্থিৰ দৃষ্টিৰে তাইৰ মুখলৈ চাই ৰ'ল। সি তেতিয়াও মনে মনে ভীষণ উত্তেজিত হৈ আছিল। নিজৰ আচৰণৰ অস্বাভাৱিকতাখিনি উপলব্ধি কৰিবৰ জোখাৰে তাৰ মনত শক্তি নাছিল। বহাগীৰ মুখলৈ চাই চাই সি ভাবিলে: এইখন মুখত সঁচাকৈয়ে সেই লম্পট ছাব ইন্সপেক্টৰজনৰ চুমাৰ স্পৰ্শ লাগিছিলনে? তাৰ দৃষ্টি লাহে লাহে তললৈ নামি আহি বহাগীৰ গোটেই দেহৰ ওপৰেদি বাগৰি গ'ল। সি মনে মনে ভাবিলে: জীৱনৰ পৰম ৰহস্যেৰে আবৃত তাইৰ এই সুন্দৰ শৰীৰ সঁচাকৈয়ে সেই কামাৰ্ত মানুহজনৰ দৃষ্টিৰ সমুখত উন্মুক্ত হৈ ধৰা দিছিলনে? তাৰ

মনৰ মাজৰ অৱদমিত উত্তেজনাখিনি হঠাতে শাসনৰ বান্ধ চিঙি হিংস্ৰ হৈ উঠিল। আগ-পিছ নুগুণি সি হঠাতে বহাগীক প্ৰশ্ন কৰিলে: 'বহাগী, তুমি মাষ্টৰণীৰ চাকৰি বিচাৰি এদিন এজন ছাব ইন্সপেক্টৰৰ ওচৰলৈ গৈছিলা?'

এনে এটা আকস্মিক প্ৰশ্নৰ কাৰণে বহাগী অকণো প্ৰস্তুত নাছিল। প্ৰথমতে তাইৰ মুখত এটা হত-চকিত বিমূঢ় ভাব ফুটি উঠিল, তাৰ পাছত তাইৰ মুখত এটা গোপন ভয়ৰ ছাঁ পৰিল। কালিনাথৰ প্ৰশ্নটোৰ লগে লগে একো উত্তৰ দিব নোৱাৰি তাই খুব ধীৰে ধীৰে ঠাইতে বহি পৰিল, আৰু স্থিৰ দৃষ্টিৰে কালিনাথৰ মুখলৈ চাই তাই ভয়ে ভয়ে সুধিলে, 'আপুনি মোক এই কথাষাৰ কিয় সুধিছে ককাইদেউ? কিবা ঘটনা ঘটিছেনেকি?'

বহাগীৰ সন্ত্ৰস্ত মুখ-ভংগীয়ে কালিনাথক আৰু বেছি উত্তেজিত কৰি তুলিলে। তাইৰ অপৰাধ সম্পৰ্কে সি প্ৰায় নিশ্চিত হৈ উঠিল। পুনৰ সি কঠোৰ ভাবে সুধিলে, 'তুমি গৈছিলা নে নাই—সেই কথা নোকোৱা কিয়?'

'গৈছিলোঁ'—বহাগীয়ে ভয়-কম্পিত মাতেৰে ক'লে, 'কিন্তু চাকৰিটোতো নাপালোঁ। কিন্তু আপুনি মোক ইমান খং কৰি সুধিছে কিয়? কোনোবাই মোৰ বিষয়ে আপোনাক কিবা কৈছিলনেকি?'

'কোনোবাই কিয় ক'ব লাগে?'—বহাগীৰপৰা জবাব-দিহি ল'বলৈ যেন জন্ম-গত অধিকাৰ আছে এনে এটা সুৰত কালিনাথে আকৌ ক'লে, 'গোটেই ম'হঘুলিয়ে কৈছে যে তুমি ডাক-বঙলাত কোনো মানুহ-দুনুহ নোহোৱাৰ সুযোগ লৈ এদিন ছাব ইন্সপেক্টৰজনৰ ওচৰলৈ গৈছিলা, আৰু তুমি—তুমি—'

বহাগীয়ে হঠাতে দুই বাহুৰ মাজত মূৰ গুজি উচুপি উচুপি কান্দিবলৈ ধৰিলে। কান্দোনত তাইৰ গোটেই দেহটো ফুলি ফুলি কঁপি উঠিল। কালিনাথৰ মনত কোনো সন্দেহ নাথাকিল যে তাইৰ বিষয়ে সি যি কথা শুনিছে—সেই সকলবোৰ সঁচা। তাৰ মনৰ তলীত এটা গোপন আশা আছিল যে বহাগীয়ে সকলো কথা অস্বীকাৰ কৰিব,

আৰু সি তাইক বিশ্বাস কৰিব। কিন্তু তাৰ শেষ আশাকণো এতিয়া চুৰমাৰ হৈ গ'ল। নতুনকৈ জ্বলি উঠা ঈৰ্ষাৰ জুইয়ে তাক আকৌ দগ্ধ কৰিবলৈ ধৰিলে। সৰ্বস্ব হেৰুৱাই ৰিক্ত হোৱা মানুহৰদৰে সি উদাস শূন্য দৃষ্টিৰে বহাগীলৈ চাই থাকিবলৈ ধৰিলে।

বহুত পৰৰ মূৰত কান্দোন বন্ধ কৰি বহাগীয়ে মূৰ তুলি চালে। তাইৰ চকু দুটা পকা জলকীয়াৰদৰে টিক্‌টিকীয়া ৰঙা হৈ পৰিছে, চকুৰ পানীৰে তিতি থকা গাল দুখনত মূৰৰ চুলি দুডালমান আঠা লগাৰ দৰে লাগি ধৰিছে। তাই প্ৰায় অস্ফুট আৰ্তনাদ কৰাৰদৰে কৰি ক'লে, 'বিশ্বাস কৰক ককাইদেউ, মই আই আৰু ককাইদেউৰ নামত শপত খাই কৈছোঁ, সেই পাষণ্ডটোৱে মোক একো কৰিব পৰা নাই, সি মোৰ গাত হাত দিয়াৰ লগে লগেই মই দৌৰি ওলাই আহিছিলোঁ।...কিন্তু মানুহে মোৰ কথা কি বুলি উলিয়াইছে ককাইদেউ? আপুনি এই কথা কেনেকৈ জানিলে?'

কালিনাথে বহাগীৰ প্ৰশ্নৰ কোনো উত্তৰ নিদি এটা নতুন কৌতূহলেৰে তাইৰ মুখলৈ চাই ৰ'ল। কিছু পৰৰ মূৰত তাৰ বুকুৰ গভীৰৰ পৰা এটা পৰম স্বস্তিৰ নিশ্বাস ওলাই আহিল। বহাগীয়ে আন সকলো কৰিব পাৰিলেও মিছা কথা কেতিয়াও কব নোৱাৰে, সেই বিষয়ে তাৰ মনত কোনো সন্দেহ নাই। মূৰৰ ওপৰৰপৰা এটা পাষাণ-ভাৰ নামি যোৱাৰদৰে এটা আৰামৰ ভংগী কৰি সি সহজ হৈ বহিল। কাতৰ-কৰুণ দৃষ্টিৰে তাৰ মুখলৈ চাই থকা বহাগীৰ অশ্ৰু-সজল মুখখন নিজৰ বুকুত সুমুৱাই লৈ তাইৰ চকু-পানীখিনি মচি দিবলৈ তাৰ মন গ'ল, কিন্তু সি সেই লোভ সংবৰণ কৰিলে। সি কেৱল বহাগীক সুধিলে, 'আচলতে ঘটনাটো কি হৈছিল মোক কোৱাচোন বহাগী।'

বহাগীয়ে আকৌ এবাৰ উচুপি উচুপি কান্দি উঠিল। তাৰ পাছত কান্দোন সামৰি তাই ক'লে, 'সেইবোৰ কথা মোৰ মুখত ওলাবই নোখোজে ককাইদেউ। আনকি ক'ম ক'ম বুলি আজিলৈকে আইকো মই সেই কথা ক'ব পৰা নাই। তথাপি মই আপোনাক কওঁ......

'তেওঁৰ কথামতেই মই এদিন দৰ্খাস্ত এখন লৈ ডাক-বঙলাত তেওঁক দেখা কৰিবলৈ গ'লোঁ। মোৰ বোপাইৰ বয়সীয়া মানুহজনৰ মনত মোৰ প্ৰতিযে কিবা পাপ-ভাব থাকিব পাৰে, মই সেইকথা কল্পনাই কৰিব পৰা নাছিলো। দিন-তুপৰত সকলোৰে দেখা-শুনাকৈ মই তেওঁৰ ওচৰলৈ গৈছিলোঁ। মোক বহিবলৈ দি তেওঁ প্ৰথমে ইটো-সিটো কথা সুধিবলৈ ধৰিলে। অৱশ্যে তেওঁৰ চকুৰ চাৱনিটো মোৰ বৰ ভাল লগা নাছিল, কিন্তু তেওঁযে সিমানখিনিলৈকে আগ বাঢ়িব—মই সেই কথা কল্পনাই কৰিব পৰা নাছিলোঁ। কথাৰ মাজতে তেওঁ হঠাতে এবাৰ মোক ক'লে —'মই বাৰু চাকৰিটো তোমাক দিম, কিন্তু বিনিময়ত তুমি মোক কি দিবা? জানাইতো, আজিৰ সংসাৰত কিবা মূল্য নিদিয়াকৈ একো বস্তুকেই পোৱা নাযায়'। মই ক'লোঁ—'চাৰ, আমি অতি তুখীয়া মানুহ, তুবেলা তুমুঠি কোনোমতে খাই থকাটোৱেই আমাৰ কাৰণে ডাঙৰ সমস্যা, আপোনাক দিবলৈ আমাৰ আছে কি'? মোৰ কথাৰ উত্তৰত তেওঁ মুখেৰে একো নকৈ এনে এটা নিলাজ চাৱনিৰে মোৰ চকুলৈ চাবলৈ ধৰিলে যে তেওঁৰ আৰু কথা কোৱাৰ একো প্ৰয়োজন নহ'ল, মই তেওঁৰ পাপী মনটোৰ কথা তৎক্ষণাৎ বুজি গ'লোঁ। তেওঁৰ চকুৰ সমুখৰ পৰা দৌৰ মাৰি পলাবলৈ মোৰ মন গ'ল, কিন্তু মোৰ গাটো তেতিয়া শিল হৈ গৈছিল, মই অকণো লৰ-চৰ কৰিব নোৱাৰিলোঁ। বাঘ-মোৰে পোৱা মানুহৰদৰে মই জঠৰ হৈ বহি থাকিলোঁ। মোৰ অৱস্থা দেখি তেওঁৰ সাহস বাঢ়ি গ'ল। হঠাৎ দেখোন তেওঁ বহাৰপৰা থিয় হৈ মোক চকীখনতে হেঁচা মাৰি ধৰি মোক বে-ইজ্জতী কৰিবলৈ চেষ্টা কৰিলে। মোৰ গাত তেওঁৰ হাতখন লগাৰ লগে লগেই টোপনিতে কোনোবাই গাত জুই লগাই দিয়াৰদৰে মই চিঞৰ মাৰি সাৰ পাই উঠিলোঁ, আৰু তেওঁক গাৰ জোৰেৰে ঠেলা এটা মাৰি আঁতৰাই দি মই বাহিৰলৈ দৌৰি ওলাই আহিলোঁ......'

বহাগীয়ে আকৌ নীৰৱে কান্দিবলৈ ধৰিলে।

তাইৰ কান্দোন শেষ হ'বলৈ দি কালিনাথ নীৰৱে বহি ৰ'ল। বহুত পৰৰ মূৰত বহাগীৰ কান্দোন শেষ হ'ল। তাই আঁচলৰ আগেৰে

মুখখন মোহাৰি কালিনাথৰপৰা কিবা এষাৰ কথা শুনিবৰ আশাৰে তাৰ মুখলৈ চাই ৰ'ল। কালিনাথেও তাইৰ মুখলৈ পূৰ্ণ দৃষ্টিৰে চাই পঠালে। ইতিমধ্যে কিমান সময় পাৰ হৈ গৈছিল সিইঁতে ক'বই নোৱাৰিছিল। ঠিক সেই মুহূৰ্ততে মাৰ যাব ধৰা বেলিৰ এচেৰেঙা সোণালী পোহৰ বেৰৰ জলঙাইদি সোমাই আহি বহাগীৰ মুখত পৰিলহি। সেই সোণালী পোহৰত তাইৰ অশ্রু-সজল মেঘমেদুৰ মুখখনে এনে এটা অপাৰ্থিৱ ৰূপ ধাৰণ কৰিলে যে কিবা এটা অনিৰ্বচনীয় আবেগত কালিনাথৰ অস্তিত্বৰ মৰ্ম-মূল পৰ্য্যন্ত কঁপি উঠিল। অন্তৰৰ গভীৰৰপৰা কোনোবাই যেন তাক ফুচফুচাই কৈ উঠিল : 'এয়েই সময়, কালিনাথ, এয়েই সময়। এনে এটা মুহূৰ্ত জীৱনত দ্বিতীয় বাৰৰ কাৰণে আৰু কোনোদিন নাহিবও পাৰে'।—সি মৰণত শৰণ দি হঠাতে কৈ উঠিল, 'বহাগী, মই তোমাক ভালপাওঁ, মই তোমাক বিয়া কৰিব খোজোঁ।'

ঠিক সেই মুহূৰ্তত বেলি মাৰ গৈছিল, বহাগীৰ মুখৰপৰা সোণালী পোহৰ চেৰেঙা নোহোৱা হৈ গৈছিল। কিন্তু তথাপি, মুহূৰ্তৰ এটা বিন্দুতম ভগ্নাংশৰ কাৰণে কালিনাথে দেখিবলৈ পালে—বহাগীৰ মুখত যেন হঠাৎ এক অপাৰ বিস্ময় ফুটি উঠিল, আৰু পাছ মুহূৰ্ততে সেই বিস্ময়ৰ উত্তুংগ শৃংগ জলমলাই উঠিল এক নতুন প্ৰভাতৰ স্বৰ্ণ-স্পৰ্শত, এক নতুন আনন্দ-চেতনাৰ উজ্জ্বল উন্মেষত।

বহাগীক ঠিক সেই অৱস্থাতে এৰি থৈ কালিনাথ সাউৎকৰে বাহিৰলৈ ওলাই গ'ল।

॥ ১২ ॥

সাঁজ ভগাৰ লগে লগে কালিনাথ ঘৰ আহি পালেহি। বহাগীহঁতৰ ঘৰৰ পৰা ওলাই দীঘল এছোৱা বাট কেনেকৈ পাৰ হৈ আহিল প্ৰথমে

সি ক'বই নোৱাৰিলে। প্ৰথম প্ৰেম নিবেদন কৰিব পৰাৰ বিপুল আবেগত তাঁৰ হৃদয় খলক লাগি আছিল। কিন্তু তাৰ প্ৰথম স্বপ্ন-ভংগ হ'ল—যেতিয়া তাৰ গাৰ কাষেদি জোৰেৰে চাইকেল চলাই যোৱা ডেকা ছুটামানে চিঞৰি তাক জোকাই গ'ল—'ঐ কলীয়া, সাধু-মহাত্মাই দিবাকৰৰ ভনীয়েকৰ লগত পীৰিতি কৰি ঘূৰি আহিল, দেখিলিনে নাই ?'

আজি সি কি সাংঘাতিক কাণ্ড কৰি পেলালে, তেতিয়াহে সেই কথা তাৰ মনলৈ আহিল। মুহূৰ্ত্ততে এটা সৰ্বগ্ৰাসী ভয়ে তাৰ দেহ-মন আচ্ছন্ন কৰি পেলালে। দেউতাকে তাক দিবাকৰৰ ঘৰলৈ যাবলৈ পৰ্যন্ত মানা কৰি দিছিল, কিন্তু সি বহাগীক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দি আহিলে। সি ভালকৈয়ে জানে, দেউতাকে এই বিয়াত মৰিলেও সন্মতি নিদিব। তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে গৈ সি তাইক বিয়া কৰিবলৈ হ'লে দেউতাকে নিশ্চয় তাক পৰিত্যাগ কৰিব, সিও এই নিঃসংগ ভগ্ন-প্ৰায় মানুহজনক শেষ বয়সত এটা মৰণান্তিক চৰম আঘাত দিব লাগিব। আনহাতে, বহাগীক বিয়া নকৰোৱা পৰ্য্যন্ত সিহঁতৰ গোপন সম্পৰ্কক কেন্দ্ৰ কৰি নানা কুৎসা-ৰটনাৰে ম'হঘুলিৰ চৌদিশ এনেভাৱে মুখৰিত হৈ থাকিব যে তেনে অৱস্থাত সমাজৰ কোনো এটা কামেই কৰাটো তাৰ পক্ষে সম্ভৱ নহ'ব। সি চকুৰ সমুখত চাৰিওফালে অন্ধকাৰ দেখিলে।

এনে অৱস্থাতে ঘৰৰ পদূলিত ভৰি দিয়েই কালিনাথে শুনিবলৈ পালে—লক্ষ্মীনাথে মদ খাই মাতাল হৈ আহি ঘৰৰ চোতালত সেই চিৰন্তন নাটকৰ পুনৰাভিনয় কৰিছে। গোটেই গাঁওখনে শুনি পোৱাকৈ চিঞৰি চিঞৰি সি নানা অকথ্য ভাষাৰে দেউতাকক গালি পাৰিছে, আৰু ঘৰৰ ভিতৰত ভনীয়েক কেইজনীয়ে কন্দা-কটা লগাইছে। হঠাতে কালিনাথৰ মূৰটো গৰম হৈ গ'ল। বহুদিন ধৰি সি অশেষ ধৈৰ্য্যেৰে লক্ষ্মীনাথৰ হৃদয় পৰিৱৰ্তন কৰিবলৈ চেষ্টা কৰিছে। তাৰ খঙৰ উত্তৰ দিছে মৰমৰ কোমল কথাৰে, তাৰ মাৰ-পিটৰ ভাবুকিৰ উত্তৰ দিছে পিঠিত হাত-বুলনিৰে। সি ভায়েকক ইমানখিনি পৰ্য্যন্ত প্ৰতিশ্ৰুতি দিছে যে সি যদি মাতলামী আৰু গুণ্ডামী এৰি সৎ পথলৈ আহে, তেন্তে

কালিনাথে ঘৰৰ সকলো মাটি-বাৰী আৰু সম্পত্তি তাৰ নামত লিখি দিব। কিন্তু একোৱে একো ফল ধৰা নাই। সকলো ক্ষেত্ৰতে অসৎ আৰু অশুভ-শক্তিক প্ৰেম আৰু মঙ্গল-প্ৰচেষ্টাৰে জয় কৰিব পাৰি নে নোৱাৰি—সেই বিষয়েই এতিয়া তাৰ মনত সন্দেহ জাগিবলৈ আৰম্ভ কৰিছে। গান্ধীজীয়ে সদায় মানুহৰ হৃদয়-পৰিবৰ্তনৰ ওপৰত জোৰ দিছিল; কিন্তু তেওঁ তেওঁৰ বিৰাট ব্যক্তিত্ব আৰু দেৱ-তুল্য চৰিত্ৰৰ প্ৰভাৱেৰেও তেওঁৰ মদপী আৰু দুশ্চৰিত্ৰ পুতেকৰ হৃদয় পৰিৱৰ্তন কৰিব পাৰিছিলনে? অসতৰ অস্তিত্ব জীৱনৰ এটা দুৰ্জেয় আৰু দুজ্ঞেয় ৰহস্য, আৰু তাক সতলৈ ৰূপান্তৰিত কৰাৰ সকলো চেষ্টাই বোধহয় নিষ্ফল হ'বলৈ বাধ্য। খুব বেছি,—মানুহে তাক ধ্বংস কৰি দিবলৈ চেষ্টা কৰিব পাৰে।......

বহাগীৰ সমস্যাই ইতিমধ্যেই কালিনাথৰ মন ভাৰাক্ৰান্ত কৰি ৰাখিছিল, তেনে অৱস্থাতে পদূলিৰ পৰাই লক্ষ্মীনাথৰ পাশৱিক চিঞৰ শুনিবলৈ পাই তাৰ মূৰলৈ তেজ উঠি গ'ল। হঠাৎ সি খুব স্পষ্টভাৱে অনুভৱ কৰিলে যে এই মদপী আৰু দুশ্চৰিত্ৰ লক্ষ্মীনাথটোৱেইতো তাৰ আৰু ঘৰখনৰ সকলো অশান্তিৰ মূল; সি জীৱনত স্বাভাৱিক পথত চলা হ'লে কালিনাথে দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে গৈয়ো বহাগীক বিয়া কৰিব পাৰিলেহেঁতেন, কাৰণ তেতিয়া দেউতাকৰ নিঃসংগতা আৰু মনোকষ্ট ইমান বেছি সহানুভূতিৰ যোগ্য নহ'লহেঁতেন। এটা হিংস্ৰ উত্তেজনাত অন্ধ হৈ সি গোহালিৰ সমুখতে মাটিত পৰি থকা ফলা বাঁহ এডাল তুলি ল'লে, আৰু কোনেও একো তৰ্কিবলৈ নৌ পাওঁতেই সি পিছফালৰ পৰা গৈ লক্ষ্মীনাথৰ পিঠিতে এটা প্ৰচণ্ড মাৰ শোধাই দিলে।

এটা যন্ত্ৰণাৰ চীৎকাৰ কৰি লক্ষ্মীনাথ মাটিত পৰি গ'ল। সেই অৱস্থাতে কালিনাথে আগ-পিচ নুগুণি তাক আৰু দুটামান মাৰ লগাই দিলে। তেতিয়াহে ওচৰৰ মানুহঘৰৰ চোতালত থিয় হৈ তামাছা চাই থকা মানুহকেইটাৰ গালৈ হুঁচ আহিল, আৰু সিহঁতে দৌৰ মাৰি আহি কালিনাথক বাধা দিলে। মাকেও ভিতৰৰপৰা দৌৰ মাৰি ওলাই

আহি লক্ষ্মীনাথৰ ওচৰতে বহি লৈ হুৰাও-বাৱে কান্দিবলৈ ধৰিলে। শিৱনাথে কিন্তু মুখেৰে একো এটা শব্দ নকৰাকৈ একে ঠাইতে শিলৰ মূৰ্তিৰদৰে বহি থাকিল। লক্ষ্মীনাথে বোধহয় অতিপাত মদ খাই অতি দুৰ্বল হৈ আছিল, এনে আকস্মিক ভাবে মাৰ খাই সি মুহূৰ্ততে অচেতন হৈ পৰিল। মানুহবোৰে উস্-আস্ কৰি লক্ষ্মীনাথক দাঙি লৈ ওচৰৰ মানুহঘৰলৈ লৈ গ'ল, আৰু মূৰত পানী-তুনি দি তাৰ চেতনা আনিবলৈ চেষ্টা কৰিলে।

আন্ধাৰ চোতালখনত কালিনাথ কিছু সময় শিলৰ মূৰ্তিৰদৰে থিয় হৈ ৰ'ল। পিৰালীত দেউতাক আৰু চোতালত সি—দুয়োজনকে অকলশৰে এৰি থৈ বাকী আন সকলো মানুহ লক্ষ্মীনাথৰ ওচৰত জুম বান্ধিলেগৈ। কিছু সময়ৰ মূৰত কালিনাথে মনতে কিবা এটা ভাবি পুনৰ পদূলি-মুখৰ ফালে খোজ আগ বঢ়াইছিল, এনেতে দেউতাকে বজ্ৰ গম্ভীৰ মাতেৰে মাত লগালে ঃ 'মাজুবাপু—'

শিৱনাথৰ মাতত এনে এটা অস্বাভাৱিক কঠোৰতা ফুটি উঠিছিল যে ভয়ত কালিনাথৰ বুকুখন কঁপি উঠিল। সি মুখেৰে একো নকৈ থমকি ৰ'ল।

'এইফালে আহ'—দেউতাকে তাক হুকুম দিলে।

সি নীৰৱে আহি দেউতাকৰপৰা কিছু দূৰত থিয় হ'ল।

'তই আজি ক'লৈ গৈছিলি?'—শিৱনাথে তাক কঠোৰভাবে সুধিলে।

মিছা কথা ক'বলৈ কালিনাথে কেতিয়াও শিকা নাই। পৰিণাম ভয়াবহ হ'ব বুলি জানিও সি মুহূৰ্তৰ কাৰণে দ্বিধা নকৰি উত্তৰ দিলে, 'দিবাকৰহঁতৰ ঘৰলৈ।'

'মই মাত্ৰ যোৱা কালি দিবাকৰহঁতৰ ঘৰলৈ যাবলৈ তোক মানা কৰিছিলোঁ।'

কালিনাথে একো নকৈ নীৰৱ হৈ ৰ'ল।

'মই তিনিটা ল'ৰাৰ জন্ম দিছিলোঁ'—শিৱনাথে শুকান নিৰাবেগ মাতেৰে কৈ যাবলৈ ধৰিলে, 'তাৰে দুটা ল'ৰাক মই কেতিয়াবাই মৰা

বুলি বাদ দিলোঁ। বাকী আছিলি কেৱল তই। ভাবিছিলোঁ, মৰিবৰ মুহূৰ্তত তোৰ হাতৰে পানী এচলু খাই মই মৰিব পাৰিম। কিন্তু আজি সেই আশাও শেষ হ'ল। আজিৰপৰা তয়ো মোৰ কোনো নহৱ।'

শিৱনাথৰ প্ৰত্যেকটো শব্দই একো একোটা গুলীৰদৰে আহি কালিনাথক বিদ্ধ কৰিলে। তাৰ অনুভৱ হ'ল—প্ৰত্যেকটো ক্ষত-স্থানৰ পৰা যেন ফোৱাৰাৰ দৰে তেজ বাহিৰ হ'ব ধৰিছে, আৰু পাছতে শৰীৰৰ সকলো তেজ ওলাই গৈ শেষ হৈ সি মৰি থাকিব। দেউতাকে আৰু কিবা কয়নেকি শুনিবৰ কাৰণে উৎকৰ্ণ হৈ সি জঠৰ হৈ থিয় হৈ ৰ'ল। কিন্তু দেউতাক হঠাতে ভীষণ নীৰৱ হৈ পৰিল। জীৱনৰ সৰ্ব-শেষ কথাটোও যেন তেওঁৰ কোৱা শেষ হৈ গ'ল। কালিনাথে একে ঠাইতে আৰু কিছু সময় অপেক্ষা কৰি তাৰ পাছত নিজৰ গাটোকে মৰা শৰ দৰে চোঁচোৰাই চোঁচোৰাই পদূলি-মুখৰ ফালে আগ বাঢ়িল।

কালিনাথে নৈৰ পাৰলৈ গৈ বহুত সময় তাত অকলে বহি থাকিল। নিজৰ সমস্যাৰ কথাবোৰ বহুত পৰ ভাবি ভাবিও সি ভাবনাৰ কোনো পাৰ বিচাৰি নাপালে। দেউতাকক যদি সি সুখী কৰিবলৈ যায়, তেন্তে সি নিজে জীৱনত বোধহয় কেতিয়াও সম্পূৰ্ণ সুখী হ'ব নোৱাৰিব। বহাগীৰ স্মৃতিয়ে তাৰ গোটেই জীৱনটো এক করুণ বিষণ্ণতাৰে আচ্ছন্ন কৰি ৰাখিব। কিন্তু আনহাতে দেউতাকক অসুখী কৰিও জানো সি নিজে সুখী হ'ব পাৰিব? এক স্থায়ী অপৰাধ-বোধে বিষাক্ত এটা কীটৰদৰে চিৰকাল তাক দংশন কৰি থাকিব।···মানুহ হোৱাৰ কি যন্ত্ৰণা—অপৰিসীম ক্লান্তিত সি মনে মনে ভাবিলে—জীৱনৰ সহজ-সৰল পথকো মানুহে আপোন হৃদয়ৰপৰা উদ্ভূত নানা আবেগৰ জটিল জটা-জালেৰে আকীৰ্ণ কৰি তোলে, আৰু তাৰ পাছত নিজেই তাত বাট হেৰুৱাই মৰে; আপোন হৃদয়ৰপৰাই মানুহে নানা আবেগ আৰু আদৰ্শৰ নিৰ্মম বিগ্ৰহ তৈয়াৰ কৰে, আৰু পাছত নিজকে সেই বিগ্ৰহৰ আগত বলি দিয়ে।

॥ ১৩ ॥

পাছদিনা বহুত দেৰিকৈ টোপনিৰপৰা সাৰ পাই কালিনাথৰ প্ৰথম মনত পৰিল যে আগ দিনা ৰাতি তাৰ ভাত খোৱা নহ'ল। নৈৰ পাৰৰ পৰা ঘূৰি আহোঁতে তাৰ বৰ বেছি ৰাতি হোৱা নাছিল, কিন্তু তেতিয়াই আহি সি দেখিলে যে ঘৰত সকলো মানুহ শুই পৰিছে। যিদিনাই ৰাতি তাৰ ঘৰলৈ ঘূৰা দেৰি হয়, সেই দিন তাৰ ভাগৰ ভাত তাৰ শোৱা-কোঠাৰ টেবুলত সজাই থোৱা থাকে। কিন্তু যোৱা নিশা সজাই থোৱা ভাতৰ কাঁহীয়ে তালৈ অপেক্ষা কৰি থকা নাছিল। সি বুজিলে যে সেইদিনা সিহঁতৰ ঘৰত চৰুৰ তললৈ জুই যোৱা নাছিল। অশান্তিৰ তুঁহ-জুইত গোটেই মানুহঘৰ তিলে তিলে দগ্ধ হ'বলৈ ধৰিছে।

কালিনাথে বিছনাৰপৰা উঠি বাহিৰলৈ গৈ মুখ-হাত ধুই আকৌ বিছনাত পৰিলহি। গোটেই ঘৰখন গ্ৰাস কৰি ধৰা দুখ, হতাশা আৰু অশান্তিৰ পৰিবেশত সি জীয়াই থকাৰ সকলো উৎসাহ হেৰুৱাই পেলাইছিল। বিছনাত পৰি পৰি সি আকাশ-পাতাল ভাবি থাকোঁতে হঠাৎ সাবিত্ৰী সোমাই আহি তাক ক'লে, 'ককাইদেউ, তোৰ চাহ-জলপান ইয়ালৈকে আনিমনেকি?'

কালিনাথে তাইক সুধিলে, 'দেউতাই চাহ-জলপান খালেনে নাই?'

'নাই খোৱা।'

'কিয়?'

'দেউতাই বোলে আমৰণ অনশন আৰম্ভ কৰিছে'—তাই সহজভাবে ক'লে।

'মোলৈকো চাহ-জলপান আনিব নালাগে'—কথাষাৰ কৈয়েই সি বাগৰ সলাই বিছনাৰ ফালে মুখ কৰিলে।

চাওঁতে চাওঁতে দুপৰীয়া হ'ল। কালিনাথ তেতিয়াও বিছনাত। গোটেই ঘৰখন মানুহ-মৰা ঘৰৰদৰে নিমাত-নিতাল। সাবিত্ৰীয়ে আকৌ

সোমাই আহি ক'লে, 'ককাইদেউ, তই গা-পা নোধোৱনেকি? ভাত খাবৰ সময় হ'ল।'

'দেউতাই ভাত খাবনে নাখায়?—' কালিনাথে সুধিলে।

'তোক দেখোন ৰাতিপুৱাই ক'লোঁ—দেউতাই আমৰণ অনশন কৰিছে। এইখন ঘৰত জীয়াই থকাতকৈ মৰি যোৱা বহুত গুণে বেছি ভাল।'

'ময়ো ভাত নাখাওঁ—' চকু দুটা মুদি কালিনাথে ক'লে।

ৰাতি কালিনাথক ভাত খাবলৈ মাতিবলৈ কোনোৱেই নাহিল। সি বুজিলে—দেউতাকে ভাত নাখাওঁ বুলি মৰণপণ কৰিছে, গতিকে তৃতীয় সাজৰ কাৰণে সিহঁতৰ গোটেই ঘৰখনৰে নিৰম্বু উপবাস চলিছে। কালিনাথে বুজিলে—সি এতিয়া তাৰ কৰ্তব্য ঠিক কৰিবৰ সময় হ'ল। দেউতাকক চিনি পাবলৈ তাৰ বাকী নাই: কালিলৈকোযে তেওঁ ভাত খাবলৈ ৰাজি হ'ব—তাৰ কোনো আশা নাই। তেওঁৰ লগতে গোটেই ঘৰখনেই অন্ন-জল ত্যাগ কৰি আত্মহত্যা কৰিবলৈ আগ বাঢ়িছে। আজি ৰাতিটোৰ ভিতৰতে সি নিজৰ কৰ্তব্য ঠিক কৰিব লাগিব। কিন্তু কৰ্তব্য ঠিক কৰিবলৈ তাৰ সমুখত দ্বিতীয় কিবা পথ জানো খোলা আছে? দেউতাকে এনেভাবে তাক ফান্দত পেলাইছে যে তেওঁ বিচৰা পথেৰে আগ বঢ়াৰ বাহিৰে তাৰ আৰু আন কোনো পথ নাই। ডিঙিত মোচৰ খাই মৰিব ধৰা চৰায়ে শেষ বাৰৰ কাৰণে ধৰফৰাই প্ৰতিবাদ কৰি উঠাৰদৰে তাৰ মনটোও চৰম আত্ম-সমৰ্পণৰ আগ মুহূৰ্তত হঠাতে দেউতাকৰ বিৰুদ্ধে বিদ্ৰোহী হৈ উঠিল। যদি গোটেই প্ৰশ্নটো ন্যায় আৰু অন্যায়ৰ মাজত যি কোনো এটাক বাছি ল'ব লগাৰ প্ৰশ্ন হয়, তেন্তে তাৰ নিজৰ মনত কোনো সন্দেহ নাই যে সি কৰিব খোজাটোৱেই ন্যায় কাম, আৰু দেউতাকে এটা জঘন্য কৌশল অৱলম্বন কৰি তাক অন্যায় কাম কৰিবলৈ বাধ্য কৰিব খুজিছে। বিয়া-বাৰুৰ ক্ষেত্ৰত দেউতাকে বংশ-মৰ্য্যাদা আৰু ধন-সম্পত্তি আদি যিবোৰ কথাক মূল্য দিব খোজে, তাৰ চকুত সেই সকলোবোৰ কথা সম্পূৰ্ণ মূল্যহীন। সি বহাগীক বিয়া কৰাব খোজাৰ বিৰুদ্ধে দেউতাকৰ প্ৰধান আপত্তি

নিশ্চয় এয়েই যে সিহঁত অতি দুখীয়া মানুহ; আৰু তদুপৰি সিহঁতৰ ঘৰখন এসময়ত শিৱনাথহঁতৰ ঘৰৰ লগুৱা আছিল। আনহাতে কালিনাথহঁতে যিবোৰ নতুন মূল্যবোধক শ্ৰদ্ধা কৰিবলৈ শিকিছে, সেই শিক্ষাক নিষ্ঠাৰে মানি চলিবলৈ হ'লে দেউতাৰ স্বেচ্ছাচাৰিতাৰ বিৰুদ্ধে থিয় হোৱাৰ বাহিৰে তাৰ আন কোনো উপায় নাই। অচল আৰু অ-নৈতিক মৰ্য্যাদা-বোধৰ মৃত দেৱতাৰ বেদীত দেউতাকে এটা এটাকৈ প্ৰত্যেকটো সন্তানৰ সুখ-শান্তি বলি দি আহিছে। গৌৰীনাথে নিজৰ জেদ ৰাখি দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে বিয়া কৰালে, যদিও তাৰ মনত সম্পূৰ্ণ সুখ নাই ; আজি সাত বছৰে সি নিজৰ ঘৰখন আৰু মাকক দেখিবলৈ পোৱা নাই। নিজৰ নকল মৰ্যাদা-বোধৰ কাৰণেই দেউতাকে ৰন্তাৰ হ'ব খোজা বিয়াখনো হ'বলৈ নিদি চিৰকালৰ কাৰণে তাইক এটা নিঃসংগ আৰু অসুখী জীৱন যাপন কৰিবলৈ বাধ্য কৰি তুলিলে। সিও এতিয়া দেউতাকৰ এই অন্যায় দাবী আৰু স্বেচ্ছাচাৰিতাৰ ওচৰত নতি-স্বীকাৰ কৰিবনে? তাকে কৰিলে নিজৰ বিবেক আৰু আদৰ্শৰ বিৰুদ্ধে গৈ অন্যায়ৰ ওচৰত নতি-স্বীকাৰ কৰা নহ'বনে?

কিন্তু কালিনাথৰ দুৰ্ভাগ্য যে ন্যায় আৰু অন্যায়, শুদ্ধ আৰু অশুদ্ধ— কেৱল এই দুটাই তাৰ বিচাৰ্য্য বিষয় নহয়। বোধহয় কোনো মানুহৰ জীৱনতেই নিৰ্বাচনৰ সমস্যা ইমান সৰল আৰু সহজ নহয়। আদৰ্শৰ নামত সি যদি আজি বহাগীক বিয়া কৰাবলৈ জেদ কৰে, তেন্তে তাৰ ফলত দেউতাকক মৃত্যু-দণ্ড দিয়া হ'ব। তাৰ অৰ্থ জানো এয়েই নহ'ব যে নিজৰ সুখৰ কাৰণে সি দেউতাকক এটা মৰণান্তিক আঘাত দিলে? আদৰ্শবাদৰ প্ৰলেপে তাৰ গোপন স্বাৰ্থ-বুদ্ধিক কেতিয়াও সমূলি ঢাকি ৰাখিব নোৱাৰে। তদুপৰি পৰিস্থিতিও নিশ্চয় জীৱনৰ এটা ডাঙৰ নিয়ামক শক্তি। যি পৰিস্থিতিত গৌৰীনাথে আদৰ্শৰ পৰাকাষ্ঠা ৰাখিবলৈ গৈ দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধেও থিয় হৈ অসবৰ্ণ বিবাহ কৰিলে আৰু ত্যজ্য-পুত্ৰ হোৱাৰ দুৰ্ভাগ্য স্বীকাৰ কৰি ললে, কালিনাথৰ ক্ষেত্ৰত সেই পৰিস্থিতি নাই। গৌৰীনাথে জানিছিল যে দেউতাকে তাক ত্যাগ কৰিলেও তেওঁৰ অৱলম্বন হিচাপে থাকিব কালিনাথ আৰু

লক্ষ্মীনাথ। কিন্তু পৰিস্থিতিয়ে আজি এনে ৰূপ লৈছে যে সিও যদি আজি দেউতাকৰ ইচ্ছাৰ বিৰুদ্ধে থিয় হৈ তেওঁৰ দ্বাৰা পৰিত্যক্ত হয়, তেন্তে এই দুৰ্ভাগ্য-তাড়িত মানুহজন শেষ বয়সত হৈ পৰিব সম্পূৰ্ণ সৰ্বহাৰা।...

বিছনাত শুই শুইয়েই কালিনাথে মূৰ জোকাৰিলে। পৃথিবীৰ কোনো সুখৰ বিনিময়তে সি দেউতাকক এইখিনি দুখ দিব নোৱাৰে।

বহাগীৰ মুখখন তাৰ চকুৰ আগত ভাহি উঠিল। বহাগী নিশ্চয় তাৰ প্ৰেমত পৰা নাছিল······তাইৰ কাৰণে সি আছিল আকাশৰ জোন, তাক প্ৰেমিক বা স্বামী হিচাপে পোৱাৰ কথা তাই নিশ্চয় কেতিয়াও কল্পনা কৰিব পৰা নাছিল। কিন্তু যি মুহূৰ্ততে সি তাইক প্ৰেম নিবেদন কৰিলে, সেই মুহূৰ্ততে সি তাইৰ মনত জগাই তুলিলে নতুন লোভ, নতুন আশা, নতুন কল্পনা······'চণ্ডালিকা'ৰ দৰে তাইৰ মনত জাগি উঠিল নতুন আত্ম-প্ৰত্যয়। সেই মুহূৰ্তত, তাই যিভাবে তাৰ প্ৰেমত পৰিল, তাৰ কোনো তুলনা নাই। এক অলৌকিক সূৰ্য্যোদয়ে যেন তাইৰ তুচ্ছ জীৱনৰ সমস্ত অন্ধকাৰ মুহূৰ্ততে দূৰলৈ খেদি দিলে, আৰু তাইক প্লাৱিত কৰি তুলিলে এক অপাৰ্থিৱ নতুন জেউতিৰে। কালিনাথে জানে, কালিৰ সেই মুহূৰ্তটোৰপৰা তাই এখন সম্পূৰ্ণ নতুন জগতত বাস কৰিছে, হৃদয়ৰ গোপন গভীৰত প্ৰতি মুহূৰ্ততে তাই প্ৰেমিকৰ পদধ্বনিলৈ কাণ পাতি আছে, ভৱিষ্যতৰ সোণালী সেপোনত তাই আত্মহাৰা হৈ আছে। আৰু বহুদিন তাই এনেকৈ উৎকৰ্ণ হৈ ৰ'ব, বহুদিন তাইৰ মনত জাগি ৰ'ব এই গোপন উদগ্ৰ লোভ······তাই কোনোদিন আন কি এই কথাও নাজানিব যে সি কিয় তাইক প্ৰেম নিবেদন কৰিছিল, কিয় আৰু কোনোদিন সি তাইৰ ওচৰলৈ ঘূৰি নগ'ল।······এদিন হয়তো তাই তাৰ কথা পাহৰি যাব, কিন্তু সমূলি পাহৰি যাব নিশ্চয় নোৱাৰে। বহুত দিনলৈকে তাইৰ চকুযুৰিয়ে হঠাৎ ক'ৰবাত কেনেবাকৈ তাক দেখেনেকি বুলি বিচাৰি ফুৰিব, তাইৰ তুচ্ছ দীন-হীন সংসাৰ-যাপনৰ

মাজে মাজে হঠাৎ কোনো এটা অলস উদাস মূহুৰ্ত্তত তাইৰ মনত জাগি উঠিব কালিৰ সেই আবেলিটোৰ স্মৃতি···আৰু তাইৰ বুকু ভেদি বাহিৰ হৈ আহিব এটা গোপন দীৰ্ঘ-শ্বাস······

হয়তো এইবোৰ একোৱেই নহ'ব—কালিমাথে নিজকে নিজে ক'লে—এটা মধুৰ সপোনৰদৰেই তাই সময়ত গোটেই ঘটনাটো পাহৰি যাব, আৰু সংসাৰৰ আৱৰ্তত এদিন তাই নিজৰ অতীতটোক সম্পূৰ্ণৰূপে হেৰুৱাই পোলাব। তদুপৰি তাৰ এটা নিজস্ব ধাৰণা আছে যে প্ৰেম আৰু সৌন্দৰ্যক জীৱনৰ এটা অনিৰ্বচনীয় অভিজ্ঞতা ৰূপে গ্ৰহণ কৰিবলৈ উচ্চ স্তৰৰ শিক্ষা-সংস্কৃতিৰ প্ৰয়োজন। বহাগীৰ নিচিনা এজনী ছোৱালীৰপৰা সিমানখিনি আশা কৰাটো অনুচিত। কিন্তু তাৰ নিজৰ জীৱনত বহাগীৰ স্মৃতি হৈ থাকিব এটা যুগমীয়া বিষাদৰ উৎস। জীৱনৰ বাটত গৈ থাকোঁতে হঠাৎ সি একোবাৰ থমকি ৰৈ যাব, আৰু হেমন্তৰ আবেলিৰদৰে বহাগীৰ মুখখন মনত পৰি এক করুণ বিষণ্ণতাত তাৰ মনটো সেমেকি উঠিব। নদীৰ লাৱণ্যই তাক বহাগীৰ কথা মনত পেলাই দিব, ডাৱৰীয়া আকাশৰ তলত বতাহে ঢৌ খেলাই থকা সেউজীয়া ধাননিয়ে তাক বহাগীৰ কথা মনত পেলাই দিব, বাঁহ-গছৰ আগত পলমি ৰোৱা দশমীৰ জোনে তাক বহাগীৰ কথা মনত পেলাই দিব······অপ্ৰাপনীয়ৰ উদ্দেশ্যে উদ্‌গত জীৱনৰ সমস্ত দীৰ্ঘ-শ্বাসৰ লগত জড়িত হৈ থাকিব বহাগীৰ করুণ স্মৃতি।······তাৰ বুকুৰ গভীৰৰপৰা এটা দীৰ্ঘ-শ্বাস বাহিৰ হৈ আহিল, আৰু ধীৰে ধীৰে সি টোপনিৰ কোলাত ঢলি পৰিল।

পাছদিনাও সি খুব দেৰিকৈ সাৰ পালে। শুই উঠিয়েই সি নৈলৈ গ'ল। তাত গা-পা ধুই সি ঘৰলৈ ঘূৰি আহি দেউতাকৰ কোঠালৈ সোমাই গ'ল। বহুদিনীয়া ৰোগীৰদৰে দেউতাক মৃত-প্ৰায় হৈ বিছনাত শুই আছিল। সি বিছনাৰ কাষত থিয় হৈ মাত লগালে—'দেউতা'—

শিৱনাথে কোনো উত্তৰ নিদিলে।

কালিনাথে দেউতাকৰ বিছনাতে বহি তেওঁৰ/ভৰিত হাত এখন থৈ ক'লে, 'দেউতা, মই তোমাক কথা দিছোঁ, মই আজিৰপৰা দিবাকৰহঁতৰ ঘৰলৈ কেতিয়াও নাযাওঁ। তুমি উঠি মুখ-হাত ধুই চাহ জলপান খোৱা। তোমাৰ কাৰণেই গোটেই ঘৰখনে আজি তুদিন অনাহাৰে আছে।'

সি বাহিৰলৈ ওলাই আহিল। শিৱনাথ আৰু বহুত সময় বিছনাত পৰি ৰ'ল। তেওঁৰ তুই চকু ফাটি অজস্ৰ ধাৰাৰে চকু-পানী ওলাই আহি গাঁৰুটো ভিজাই পেলালে। ঘৰখনৰ আন কোনেও সেই কথাৰ গম নাপালে।

॥ ১৪ ॥

কালিনাথে স্মৰণ কৰিলে যে সি বহাগীৰ প্ৰেমত পৰিবলৈ আৰু প্ৰেমৰ নামত দেউতাকৰ বিৰুদ্ধে বিদ্ৰোহ কৰিবলৈ পঢ়া-শুনা আধাখনীয়াকৈ এৰি থৈ ঘৰলৈ গুচি অহা নাছিল; বৰং বুঢ়া বয়সত দেউতাকক কিছু শান্তি দিবলৈহে সি ঘৰলৈ আহিছিল। অথচ যিবোৰ পৰিকল্পনা মনত লৈ সি ঘৰলৈ আহিছিল, সেই পৰিকল্পনা অনুসৰি কোনো কামেই বিশেষ আগ বঢ়া নাই। যোৱা কেইবামাহ ধৰি সি কেৱল গাঁও-ভুঁইবোৰত ঘূৰিছে আৰু গাঁৱৰ সমস্যাবোৰ কিছু বুজি পাইছে। কিন্তু সেই সমস্যাবোৰৰ কোনো সমাধানৰ পথ সি এতিয়ালৈকে দেখা নাই। আনকি ম'হঘুলিত চোৰাং মদৰ প্ৰচলন বন্ধ কৰাৰ নিচিনা যি এটা সৰু কাম সি হাতত লৈছিল, সেই কামতো সি অকণো আগ বাঢ়িব পৰা নাই। বৰং সি যেন চোৰাং মদৰ বেপাৰী আৰু সিহঁতৰ পৃষ্ঠপোষকবোৰৰ জেদ আগতকৈ বঢ়াইহে তুলিছে। বহাগীৰ বিচ্ছেদৰ যন্ত্ৰণা মনৰ গভীৰ তলীত পুতি থৈ সি আকৌ পূৰ্ণ উদ্যমেৰে নিজৰ কামত লাগিবলৈ ঠিক কৰিলে।

নিজৰ কৰ্ম-পন্থা চিন্তা কৰি কৰি সি কেইদিনমান ঘৰতে সোমাই থাকিল। তিনিদিনমানৰ মূৰত এদিন দিবাকৰ সিহঁতৰ ঘৰলৈ আহিল। দিবাকৰে ভাবিছিল যে কালিনাথৰ নিশ্চয় কিবা বেমাৰ-আজাৰ হৈছে, সেই কাৰণেহে সি সিহঁতৰ ঘৰলৈ যাব পৰা নাই। কিন্তু কালিনাথক সম্পূৰ্ণ সুস্থ অৱস্থাত দেখি সি কিছু আচৰিত হ'ল।

'তুমি আজি তিনিদিন ধৰি আমাৰ ঘৰলৈ কিয় যোৱা নাই?'—সি কালিনাথক সুধিলে।

কালিনাথে দিবাকৰৰ প্ৰশ্নৰ লগে লগে একো উত্তৰ নিদি বহুত সময় নীৰৱ হৈ ৰ'ল। তাৰ পাছত সি ক'লে, 'দিবাকৰ, মই তোমালোকৰ ঘৰলৈ আৰু বোধহয় কোনোদিনেই যাব নোৱাৰিম। কিন্তু অনুগ্ৰহ কৰি তুমি মোক তাৰ কাৰণটো নুসুধিবা। তুমি আহিলা—ভালেই হ'ল। মই তোমাক নিজেই মতাই পঠাম বুলি ভাবি আছিলোঁ। আহাঁ, আমি এতিয়া কামৰ কথা পাতোঁ।'

কালিনাথৰ কথা শুনি দিবাকৰ অতি আচৰিত হ'ল। তাৰ মুখত এটা গভীৰ বেদনাৰ চিনো ফুটি উঠিল। কিছু সময় হতভম্ব হৈ থাকি সি ক'লে, 'কি হ'ল কালিনাথ? আমি কিবা অপৰাধ কৰিলোনেকি? আমি লিখা-পঢ়া নজনা গাঁৱলীয়া মূৰ্খ মানুহ, তোমালোকৰ নিচিনা ডাঙৰ মানুহৰ লগত অৱশ্যে মিলিবৰো যোগ্য নহওঁ; কিন্তু······'

অতিশয় অপ্ৰস্তুত হৈ কালিনাথে লৰালৰিকৈ ক'লে, 'কথাবোৰ তেনেকৈ নক'বা দিবাকৰ। তুমি মোক ভুল নুবুজিবা। মই তোমালোকৰ ঘৰলৈ যাব নোৱাৰাৰ লগত তোমালোকৰ কোনো সম্পৰ্ক নাই। কিবা যদি দোষ হৈছে, তেন্তে সেই দোষ ময়েই কৰিছোঁ। সম্প্ৰতি তুমি ইমানকে জানি থোৱা যে সমাজৰ কাম কৰিবলৈ ওলোৱা মানুহে নিজৰ বহুতো ব্যক্তিগত স্বাৰ্থ বিসৰ্জন দিব লগা হয়। এদিন সময় আহিলে মই তোমাক সকলো কথা ভাঙি-পাতি ক'ম। কিন্তু এতিয়া আমি কামৰ কথা পাতোঁ আহাঁ। মই তোমালোকৰ ঘৰলৈ যাব নোৱাৰিলেও তুমি কিন্তু মোৰ ওচৰলৈ সদায় আহি থাকিব লাগিব। ম'হখুলিত যিবোৰ কাম কৰিবলৈ আমি আঁচনি কৰি লৈছিলোঁ, তোমাৰ

লগ নহ'লে মই সেইবোৰ কামত এটা খোজো আগ বাঢ়িব নোৱাৰোঁ।'

মনৰ ভিতৰতে কিবা-কিবি কথা চিন্তা কৰি দিবাকৰ বহুত সময় নীৰৱ হৈ ৰ'ল। তাৰ পাছত এটা গোপন হুমুনিয়াহ পেলাই সি ক'লে, 'মোৰ নিচিনা এটা অশিক্ষিত আৰু ছাল-ছিগা মানুহেনো তোমাক কি সহায় কৰিব পাৰোঁ। তথাপি তুমি যে শোকোতাকে মুকুতা বুলি লৈছা, সেয়েই মোৰ পৰম ভাগ্য। তুমি যি কৰিবলৈ কোৱা মই তাকেই কৰিম। বাৰু, এতিয়া কোৱাচোন, তুমিনো কি কৰোঁ বুলি ভাবিছা?'

দিবাকৰৰ মনটো কামৰ কথালৈ ঢাল খুৱাব পাৰি কালিনাথে মনে মনে এটা বিৰাট স্বস্তি অনুভৱ কৰিলে। সি ভিতৰৰ ফালে চাই চিঞৰ মাৰি ক'লে, 'সাবিত্ৰী, অ' সাবিত্ৰী, আমাক দুকাপ চাহ দি যাবিচোন।'

তাৰ পাছত দিবাকৰৰ ফালে মুখ কৰি সি ক'লে, 'চোৱা দিবাকৰ, ম'হঘুলিত চোৰাং মদ বন্ধ কৰিবলৈ মই দৃঢ়-প্ৰতিজ্ঞ। এই চোৰাং মদে কেৱলযে আমাৰ ঘৰখনৰে চৰম সৰ্বনাশ কৰিছে এনে নহয়, ম'হঘুলিৰ ঘৰে ঘৰে ই কান্দোনৰ ৰোল তুলিছে। অথচ যোৱা কেইবামাহো ধৰি আমি দুয়োজনে অশেষ চেষ্টা কৰিও এই সমস্যাটোৰ গাৰ নোম এডালকে লৰাব পৰা নাই। মদ তৈয়াৰ কৰা মানুহবোৰক আমি বুজাবলৈ গ'লোঁ, সিহঁতে আমাক ভেঙুচালি কৰি খেদি দিলে। জীৱিকা উপাৰ্জনৰ এনে এটা সহজ পথ এৰি দিবলৈ সিহঁত ৰাজী নহয়। চৰকাৰী বিষয়াসকলৰ হাতে-ভৰিয়ে ধৰি চালোঁ, তাতো আমাৰ শিলৰ বেৰত মূৰ খুন্দিওৱাৰ নিচিনা অৱস্থাহে হ'ল। সিহঁতৰ বিৰুদ্ধে চৰকাৰলৈ দৰ্খাস্ত দিলোঁ, সেই দৰ্খাস্তই বোধহয় পেলনীয়া কাকতৰ খৰাহীত ঠাই পালে। মই এতিয়া কি ভাবিছো জানা? সুৰেন মহন্ত নামৰ এই এক্সাইজ ইন্সপেক্টৰজন ম'হঘুলিত আজি পাঁচ বছৰ ধৰি আছে। গোটেই মদ-বেপাৰীবোৰক সিয়েই পুহি ৰাখিছে। চোৰাং মদ ধৰা দূৰৰ কথা, আইনক ফাকি দি কেনেকৈ চোৰাং মদৰ ব্যৱসায় কৰি থাকিব লাগে সেই কথা সিয়েই সিহঁতক শিকাই দিয়ে। সকলো মদ-বেপাৰীৰ পৰা সি ৰেগুলাৰ কমিচন পায়। তাৰ ওপৰৱালা

অফিছাৰ আৰু ম'হঘুলিৰ মাতব্বৰবোৰেও নিশ্চয় সেই ধনৰ ভাগ পায়, সেই কাৰণে কোনেও তাক ইয়াৰপৰা বদলি কৰিব নোখোজে। মই শুনিছোঁ, বিশ্ব হাজৰিকা এম এল এ-কো ইলেকশ্যনৰ সময়ত সি বহুত টকা দি সহায় কৰিছিল। ঘাইকৈ বিশ্ব হাজৰিকাৰ সহায়তেই সি ম'হঘুলিত একে লেথাৰিয়ে পাঁচ বছৰকৈ থাকিব পাৰিছে। এই সুৰেন মহন্ত ম'হঘুলিত থকালৈকে আমি মদ-বেপাৰীবোৰৰ গাৰ নোম এঁডালো লৰাব নোৱাৰোঁ।'

কালিনাথ নীৰৱ হৈ পৰা দেখি দিবাকৰে সুধিলে, 'পিছে তুমিনো এতিয়া কি কৰোঁ বুলি ভাবিছা ?'

'মই ভাবিছোঁ'—কালিনাথে আকৌ ক'বলৈ ধৰিলে, 'সুৰেন মহন্তৰ বিৰুদ্ধে ফমু্ঠি মৰা দৰ্খাস্তৰে একো কাম নহ'ব। তাক ইয়াৰ-পৰা বদলি কৰিব লাগে বুলি এখন ৰাজহুৱা দৰ্খাস্ত লৈ মই নিজেই চিলঙলৈ যাম। মন্ত্ৰীক নিজে লগ ধৰি সকলো কথা বুজাই-মেলি তাৰ বদলিৰ হুকুমটো হাতে হাতে কৰাই আনিবলৈ মই চেষ্টা কৰিম। কিন্তু চিলঙলৈ মই অকলে যোৱাতকৈ মোৰ লগত এটা ৰাজহুৱা সঁজাতী দল গ'লে আৰু বেছি ভাল কথা হয়। সেই কাৰণে আমি প্ৰথমে ম'হঘুলিৰ সকলো মুখিয়াল মানুহক গোট খুৱাই এখন ৰাজহুৱা সভা পাতিম। সেই সভাতে আমি ৰাজহুৱা দৰ্খাস্তত সকলোৰে চহী ল'ম, আৰু এটা সঁজাতী দলো গঠন কৰিম। চিলঙলৈ অহা-যোৱাৰ খৰচৰ কাৰণে কিছু টকাৰো প্ৰয়োজন হ'ব। তাৰ কাৰণে আমি ৰাইজৰপৰা কিছু টকাও সংগ্ৰহ কৰিব লাগিব। মুঠতে যেনেকৈয়ে নহওক, সুৰেন মহন্তক মহ'ঘুলিৰ পৰা আঁতৰ কৰিব নোৱাৰালৈকে ইয়াত চোৰাং মদ বন্ধ কৰিব পৰাৰ কোনো আশা নাই। তুমি কি কোৱা ?'

'এটা কথা তুমি ঠিকেই ধৰিছা'—দিবাকৰে উত্তৰ দিলে, 'সুৰেন মহন্ত ম'হঘুলিত এক্সাইজ ইন্সপেক্টৰ হৈ থকালৈকে আমি ইয়াত মদৰ খোলা কেতিয়াও বন্ধ কৰিব নোৱাৰোঁ। সি নিজেই হ'ল চোৰাং মদ-বেপাৰীবোৰৰ আচল মহাজন, আনহাতে পুলিচ তাৰ হাতৰ মুঠিত, স্থানীয় নেতাসকল তাৰ হাতৰ মুঠিত, গুণ্ডা-বাহিনী তাৰ হাতৰ মুঠিত।

তাৰ বিৰুদ্ধে যুঁজ কৰিবলৈ যোৱা মানে ম'হৰ শিঙত কঁকিলা-দাঁৰ মাৰিবলৈ যোৱাৰ নিচিনাহে হ'ব। কিন্তু মোৰ প্ৰশ্ন হৈছে: তাক আমি ইয়াৰপৰা কিবা বুদ্ধি কৰি খেদিলোঁৱেই যেনিবা, কিন্তু সি গৈ আন ঠাইতো জানো এই একেটা বিষকে বিয়পাই নিদিব? ম'হঘুলিক বিষ-মুক্ত কৰি আন ঠাইত সেই বিষ বিয়পাই দিয়াটো জানো আমাৰ পক্ষে উচিত হ'ব? সেই কাৰণে মই ভাবো যে তাক ইয়াৰপৰা আন ঠাইলৈ বদলি কৰাতকৈ একেবাৰে চাকৰিৰপৰা খেদোৱাৰ ব্যৱস্থা কৰাটোহে বেছি উচিত কাম হ'ব।'

'তুমি অৱশ্যে এইটো বৰ ঠিক কথাই কৈছা'—কালিনাথে ক'লে, 'মই চিলঙত মন্ত্ৰীক লগ ধৰি তাক চাকৰিৰপৰা বৰ্খাস্ত কৰোৱাৰ ব্যৱস্থা কৰিবলৈকে যত্ন কৰিম। কিন্তু সম্ভৱতে সেইটো কৰিব নোৱাৰিলেও তাক ইয়াৰপৰা বদলি কৰাব পাৰিলেও তাৰ বিষ-দাঁত বহুখিনি ভাগিব। নতুন এখন ঠাইত গৈ দল পকাই ল'বলৈ তাৰ নিশ্চয় কিছু সময় লাগিব। কিন্তু তাত তাৰ শিপা গজিবলৈ নৌ পাওঁতেই সেই ঠাইৰ মানুহেও যদি তাক খেদিবলৈ উঠি-পৰি লাগে, তেন্তে ক্ৰমে ক্ৰমে তাৰ বিষ নিশ্চয় বহুখিনি টুটি আহিব।···আমি প্ৰথমে এতিয়া ম'হঘুলিৰ কথাই ভাবোঁ আহাঁ। আমাৰ নিচিনাকৈ প্ৰত্যেকখন ঠাইৰ মানুহেই যদি নিজৰ নিজৰ অঞ্চলৰ মংগলৰ কথা ভাবে, তেন্তে সমাজৰ এই শত্ৰুবোৰে কোনো ঠাইতেই আশ্ৰয় নাপাব।······তুমি তেন্তে কাইলৈ আবেলিকৈ মোৰ ওচৰলৈ আহিবা। এখন ৰাজহুৱা সভা পাতিবৰ কাৰণে আমি কাইলৈকে ম'হঘুলিৰ আটাইকেইজন মুখিয়াল মানুহক লগ ধৰিম।'

কেৱল সমাজ-সেৱা কৰি ফুৰিলেই দিবাকৰৰ সংসাৰ নচলে, পেটৰ ভাত-মুঠিৰ কাৰণেও সি চিন্তা কৰিব লাগে। পিছদিনা আকৌ অহাৰ প্ৰতিশ্ৰুতি দি সি কালিনাথৰ পৰা বিদায় লৈ ঘৰলৈ গ'ল। কালিনাথে একে বহনতে ৰাজহুৱা সভা আহ্বান কৰিবৰ কাৰণে এখন গোহাৰী-পত্ৰ লিখিলে, আৰু কোন কোন মুখিয়াল মানুহৰ ওচৰলৈ যাব সেই কথা চিন্তা কৰিবলৈ ধৰিলে। স্বাভাৱিকতেই যাৰ নাম প্ৰথমে তাৰ মনলৈ আহিল, তেওঁ হ'ল কেশৱ মণ্ডল। আজি-কালি

কেশৱ মণ্ডলৰ অৱশ্যে আগৰ নিচিনা সুনাম আৰু প্ৰতিপত্তি নাই, উঠি অহা ডেকা চাম মানুহৰ চকুত তেওঁ এজন মতলব-বাজ সুবিধাবাদী মানুহ। সমাজৰ যি কোনো নেতৃস্থানীয় আৰু ক্ষমতাযুক্ত পদবোৰ দখল কৰাটোৱেই এতিয়া তেওঁৰ জীৱনৰ একমাত্র ধ্যান-জ্ঞান। সমাজ-সেৱাক তেওঁ এটা লাভ-জনক ব্যৱসায়ত পৰিণত কৰিছে, আৰু এই ব্যৱসায়ত একমাত্র মূলধন হ'ল তেওঁ এসময়ত দেশৰ স্বাধীনতা-আন্দোলনত যোগ দি ফাটেক খোৱাৰ ৰেকৰ্ড। ক্ষমতা দখলৰ কাৰেণ তেওঁ আনকি ৰেব মহাজনৰ নিচিনা সমাজদ্রোহী মানুহৰ লগত হাত মিলাবলৈকো কুণ্ঠা বোধ কৰা নাই। ৰাইজে তেওঁৰ ভণ্ডামী ধৰা পেলাইছে ; উঠি অহা ডেকা চামৰ মানুহবোৰে পিঠিৰ পাছত তেওঁক নানা ভেঙুচালীও কৰে। কিন্তু তথাপি এই কথা অস্বীকাৰ কৰিবৰ উপায় নাই যে ম'হঘুলিৰ সমাজত কেশৱ মণ্ডল এতিয়াও এটা জীৱন্ত শক্তি হৈয়ে আছে। ত্যাগৰ আদৰ্শৰ প্ৰতি এটা সহজাত শ্ৰদ্ধা-বোধ যিবোৰ মানুহৰ মজ্জাগত, সেই মানুহবোৰে এতিয়াও পাহৰি যোৱা নাই যে বৃটিছ চৰকাৰৰ দিনতে মণ্ডলৰ চাকৰি হেন এটা লাভজনক চৰকাৰী পদো ত্যাগ কৰি দেশৰ স্বাধীনতা অৰ্জনৰ কাৰণে তেওঁ এসময়ত কাৰাবৰণ কৰিছিল। তেওঁৰ এসময়ৰ নৈতিক প্ৰভাৱৰ জুইকুৰা এতিয়া নুমাই আহিছে, কিন্তু অৱশিষ্ট থকা দুই-এটা ফিৰিঙতিক কৃতজ্ঞ মানুহ-বোৰে এতিয়াও শ্ৰদ্ধা কৰে। তদুপৰি মানুহে ভক্তিত নহ'লেও ভয়ত তেওঁক ভজিবলৈ আৰু এটা কাৰণ আছে। তেওঁ স্থানীয় কংগ্ৰেছৰ সভাপতি, পঞ্চায়তৰ সভাপতি, শাসক সকলৰ লগত স্থানীয় ৰাইজৰ তেৱেঁই প্ৰধান সংযোগ-সূত্র। ম'হঘুলিৰ কেনো সমজুৱা প্ৰচেষ্টা বা সভা-সমিতি তেওঁক বাদ দি কৰাৰ কথা এতিয়াও কল্পনাই কৰিব নোৱাৰি।

ৰেব মহাজনকো নিশ্চয় সভালৈ মাতিব লাগিব। যদিও সকলোৱে জানে যে ম'হঘুলিৰ সমাজৰ সকলো পাপ, দুৰ্নীতি আৰু অনাচাৰৰ মূৰ্ত প্ৰতীক হ'ল ৰেব মহাজন, তথাপি তেওঁ এজন অতি শক্তিশালী মানুহ। দেখাদেখিকৈ তেওঁক বিপক্ষত ৰাখি শত্ৰুক শক্তিশালী কৰাটো বুদ্ধিমানৰ

কাম নহ'ব। বৰং সন্ধিৰ বাঁহ বুদ্ধিৰেহে কাটিব লাগিব। বিশ্ব হাজৰিকা এম এল এ তেওঁৰ ডাঙৰ বন্ধু। আনহাতে বিশ্ব হাজৰিকা সুৰেন মহন্তৰ প্ৰধান পৃষ্ঠপোষক। এতিয়া যদি সুৰেন মহন্তক বদলি কৰিব লাগে বুলি কৰা দৰ্খাস্তত ৰেব মহাজনৰ চহী ল'ব পৰা যায়, তেন্তে বিশ্ব হাজৰিকা নিশ্চয় কিছু বে-কায়দাত পৰিব।

সভালৈ আৰু মাতিব লাগিব হাইস্কুল হেড মাষ্টৰ বসন্ত বৰাক। ম'হঘুলিৰ আৰু এটা কু-চক্ৰী শনি হ'ল এই বসন্ত বৰা। শিক্ষকতাৰ নামত ৰাজনীতি কৰাই তেওঁৰ প্ৰধান কাম। বহুত কৌশল কৰি তেওঁ ৰেব মহাজনক হাইস্কুলৰ মেনেজিং কমিটিৰ সভাপতি পাতি লৈছে, আৰু দুয়ো মিলি স্কুলখন শোষণ কৰিব ধৰিছে। স্কুলত শিক্ষক নিযুক্ত কৰা, ছাত্ৰ ভৰ্তি কৰা, ঠিকা-ঠুকলি বিতৰণ কৰা—এই সকলো কামেই তেওঁলোক দুয়োজনলৈকে ধন ঘটা আৰু প্ৰভাৱ-প্ৰতিপত্তি বিস্তাৰ কৰাৰ ন ন সুযোগ আনি দি থাকে। এইবোৰ দেখি-শুনি ম'হঘুলিৰ আন এদল মানুহৰ হিংসাত চকু পুৰিব ধৰিছে, আৰু তেওঁলোক দুয়োজনকে সভাপতি-সম্পাদক ভাঙিবলৈ এই মানুহবোৰে উঠি-পৰি চেষ্টা কৰিছে। যোৱা বছৰ বসন্ত বৰাক মেনেজিং কমিটিৰ ছেক্ৰেটাৰী পদৰ পৰা গুচাইছিলেই, কিন্তু তেওঁ এনে এটা কৌশল কৰি ছাত্ৰবোৰৰ দ্বাৰাই হৰতাল কৰাই হুলস্থুল লগাই দিলে যে মন্ত্ৰীয়ে ইন্সপেক্টৰৰ নিৰ্দেশত হস্তক্ষেপ কৰি পুনৰ তেওঁকে ছেক্ৰেটাৰী পাতি দিলে। বসন্ত বৰাৰ শত্ৰুবোৰে বছৰটোত ছবাৰমান তেওঁৰ বিৰুদ্ধে অভিযোগ দিবলৈ চিলঙলৈ যায়, ফলত বসন্ত বৰয়ো আত্ম-ৰক্ষাৰ কাৰণে দহবাৰ মান চিলঙলৈ যাব লগা হয়। এইবোৰ কৰি থাকোঁতেই তেওঁৰ বেছিভাগ সময় যায়, স্কুল চলাবলৈ বা ল'ৰা পঢ়াবলৈ তেওঁৰ হাতত বেছি সময় বাকী নাথাকে। তেওঁক অসৎ মানুহ বুলি জানিও মন্ত্ৰীয়ে তেওঁৰ পক্ষ এৰিব নোৱাৰে, কাৰণ বিশ্ব হাজৰিকা এম এল এ-ৰ নিৰ্বাচন-যুদ্ধৰ সময়ত বসন্ত বৰা এজন প্ৰধান সেনাপতি, আৰু বিশ্ব হাজৰিকাৰ বিৰুদ্ধে যাবলৈ মন্ত্ৰীৰ সাহস নাই। কালিনাথে জানে যে বসন্ত বৰাও সুৰেন মহন্তৰ

এজন ডাঙৰ বন্ধু, পাৰম্পাৰিক স্বাৰ্থৰ বন্ধনে ম'হখুলিৰ সকলো গণ্য-মান্য মানুহকে একেটা পক্ষতে বান্ধি ৰাখিছে।....

কিন্তু তথাপি এই বসন্ত বৰাকো ৰাজহুৱা সভালৈ মাতিব লাগিব। বিষেৰে বিষ কাঢ়িবলৈ চেষ্টা কৰাৰ বাহিৰে সম্প্ৰতি আন উপায় নাই।

সভালৈ মাতিব লগা আৰু মানুহ আছে......ৰামেশ্বৰ, ভোলা, হেমচন্দ্ৰ......কালিনাথে সকলোৰে জানি আহিছে যে এই মানুহবোৰেও এদিন যৌৱন-সুলভ আদৰ্শবাদৰ দ্বাৰা উদ্বুদ্ধ হৈ দেশৰ স্বাধীনতা-সংগ্ৰামত যোগ দিছিল, অন্যায় আৰু শোষণমুক্ত এখন নতুন সমাজৰ স্বপ্ন দেখিছিল। কিন্তু যিসকল লোকৰ উদাত্ত আহ্বানত তেওঁলোকে এদিন ঘৰ এৰি সংগ্ৰামৰ পথলৈ ওলাই আহিছিল, যিসকল লোকক দেৱতাৰদৰে শ্ৰদ্ধা কৰিছিল, স্বাধীন ভাৰতবৰ্ষত সেই সকল লোকৰে লোভী, স্বাৰ্থপৰ, চয়তানী ৰূপ দেখি তেওঁলোক মোহ-ভংগৰ বেদনা আৰু তীব্ৰ ঘৃণাত হতভম্ব হৈ পৰিছে। আজি তেওঁলোকৰ অন্যায়ৰ বিৰুদ্ধে যুঁজ কৰিবলৈ শক্তি নাই, সমাজৰ কথা ভাবিবলৈ সময় নাই, ক্ৰমবৰ্দ্ধমান দাৰিদ্ৰ্যৰ হেঁচাত পিষ্ট হৈ তেওঁলোক জীৱন-যুদ্ধত সম্পূৰ্ণ ভাগৰি পৰিছে।

তথাপি তাৰ ভিতৰতে হেমচন্দ্ৰ বোলাজন হৈছে কমিউনিষ্ট। মানুহটোৰ দুৰৱস্থাৰ সীমা নাই। তেওঁৰ ককায়েক ধনী কংগ্ৰেছী ঠিকাদাৰ হেমচন্দ্ৰ কমিউনিষ্ট হোৱাৰ কাৰণে নিজৰ ব্যৱসায়ৰ ক্ষতি হোৱাৰ ভয়ত তেওঁ হেমচন্দ্ৰক ঘৰৰপৰা বেলেগ কৰি দিলে। পৈতৃক সম্পত্তিৰ ভাগ হিচাপে হেমচন্দ্ৰই যি এপুৰামান মাটি পাইছিল, বানপানীৰ অত্যাচাৰত বহু বছৰ ধৰি তাতো ভাল খেতি নহয়। ৰাজনীতিৰ নিচাত মানুহটো ইমান পাগল যে নিজৰ উৱলি জহি-খহি যাব ধৰা ঘৰটো মেৰামতি কৰি ল'বলৈ তেওঁৰ সময়ো নাই, সামৰ্থ্যও নাই। কালিনাথে মনত পৰাৰ পৰা দেখি আহিছে—মানুহটোৰ গাত এটা মাত্ৰ চোলা, তাত এশটা মান তাপলি। সেই মূৰ্তিৰেই মানুহটোৱে মান্ধাতা-যুগৰ ছাল-বাকলি নোহোৱা ভগা চাইকেল এখনত উঠি টলো টলোকৈ গাঁৱে গাঁৱে ঘূৰি ফুৰে, আৰু য'তেই দুজন মানুহ লগ হোৱা দেখে, ত'তেই নামি শ্ৰেণী-

সংগ্ৰামৰ বিষয়ে বক্তৃতা দিয়ে। ম'হঘুলিৰ মানুহৰ চকুত হেমচন্দ্ৰ এটা ভুচং পন্থ। কিবা দাবী-দিবস উপলক্ষে পাৰ্টিৰ নিৰ্দেশ আহিলেই মাত্ৰ চাৰি-পাঁচটা মান মানুহ কিবা প্ৰকাৰে যোগাৰ কৰিয়েই তেওঁ ৰাস্তাত সমদল বাহিৰ কৰে আৰু টেঁটু ফালি যোৱাকৈ শ্লোগান দিয়েঃ ইন্‌কিলাব্ জিন্দাবাদ্, কংগ্ৰেছ চৰকাৰ মুৰ্দাবাদ্। বাটৰ বাটৰুৱাই দৃশ্যটো দেখি বৈ বৈ হাঁহে, কিন্তু কালিনাথে নাহাঁহে। সি নিজে এতিয়াও কোনো ৰাজনৈতিক দলত যোগ দিয়া নাই, কমিউনিষ্ট হোৱাৰ কথাও এতিয়াও ভবা নাই, কিন্তু ভস্মাচ্ছাদিত অগ্নি-স্ফুলিংগৰদৰে সি হেমচন্দ্ৰৰ চকুত যি চিৰন্তন প্ৰতিবাদ আৰু বিদ্ৰোহৰ জুই-ফিৰিঙতি দেখিছে, সিয়েই তাৰ মনত এটা আবেগৰ স্পন্দন জগাই তোলে। কৃতকাৰ্য্যতাই জীৱনৰ একমাত্ৰ মাপ-কাঠি নহয়, এই গভীৰ বিশ্বাস সি অন্তৰত সযতনে লালন কৰি আহিছে।

······এই কেইজন লোককো সভালৈ নিশ্চয় মাতিব লাগিব— সি মনে মনে ভাবিলে।

॥ ১৫ ॥

পাছদিনা যথাসময়ত দিবাকৰ কালিনাথহঁতৰ ঘৰলৈ আহিল। দুয়ো বন্ধু লগ লাগি কেশৱ মণ্ডলৰ ঘৰলৈ বুলি খোজ ল'লে।

কেশৱ মণ্ডলৰ ঘৰত তেতিয়া আৰু দুজনমান মানুহ বহি আছিল। তেওঁলোকে নিশ্চিয় কিবা গোপনীয় কথা পাতি আছিল, কাৰণ কালিনাথ-হঁতক দেখি তেওঁলোকক স্পষ্টতঃ বিৰক্ত হোৱা যেন দেখা গ'ল। তথাপি কেশৱ মণ্ডলে কালিনাথহঁতক বহিবলৈ দি সিহঁতৰ পৰিচয় সুধিলে। কালিনাথে দেউতাকৰ নাম কৈ নিজৰ পৰিচয় দিয়াত কেশৱ মণ্ডলৰ মুখৰ ভাব-ভংগীৰ সলনি হ'ল। তেওঁ আচৰিত হৈ কিন্তু মৰম-সনা

মাতেৰে কলে, 'তুমি শিৱনাথ ফুকনৰ ল'ৰা? হে হৰি, তুমি যেতিয়া ইমান ডাঙৰটো হ'লা? তুমি জানানে নাজানা ক'ব নোৱাৰো, এই পৃথিৱীত তোমাৰ দেউতাৰতকৈ ডাঙৰ বন্ধু মোৰ আন কোনো নাই। বিয়াল্লিছৰ আন্দোলনত মই যেতিয়া জেললৈ যাওঁ, তেতিয়া মোৰ পলাতক জীৱনৰ শেষ নিশাটো কটাবলৈ মই তোমালোকৰ ঘৰলৈকে গৈছিলোঁ; কাৰণ মই ভাবিছিলোঁ যে তোমাৰ মাৰৰ হাতৰ এমুঠি অন্ন খাই আৰু তোমাৰ দেউতাৰ আশীৰ্বাদ লৈ তীৰ্থলৈ যাত্ৰা কৰিলেহে মোৰ আচল পুণ্য হ'ব। গোটেই ৰাতি উজাগৰে থাকি আমি নানা কথা পাতিছিলোঁ, আৰু ৰাতিপুৱা ব্ৰাহ্ম-মুহূৰ্ত্তত তোমাৰ দেউতাৰে মোক থানাৰ পদূলিলৈকে আগ বঢ়াই থৈ গৈছিল। বোপা, সেই দিনটোৱেই আছিল মোৰ জীৱনৰ আটাইতকৈ পবিত্ৰ দিন।...কিন্তু মই বৰ ডাঙৰ পাপ কৰিছোঁ বোপা, আজি বহুত বছৰ ধৰি মই তোমাৰ দেউতাৰৰ ওচৰলৈ গৈ দেখা এটা দিব পৰা নাই। তেখেতে কেনে আছে এতিয়া? তেখেতৰ গা-মূৰ ভালনে?'

তেওঁৰ প্ৰশ্নৰ উত্তৰত কালিনাথে কি ক'লে সেই কথালৈ কাণ দিব পৰা মানসিক অৱস্থা কেশৱ মণ্ডলৰ নাছিল, কাৰণ কেই মুহূৰ্তমানৰ কাৰণে তেওঁৰ মনটো উৰি গৈছিল দূৰ অতীতৰ বুকুলৈ, তেওঁৰ মুখত ফুটি উঠিছিল কিবা এটা আবেগৰ ব্যাকুলতা। কালিনাথে মুগ্ধ দৃষ্টিৰে কিছু সময় কেশৱ মণ্ডলৰ মুখলৈ চাই ৰ'ল। মানুহজনৰ মুখৰপৰা যেন বাৰ্ধক্য, কুটিলতা আৰু তুচ্ছতাৰ তৰপবোৰ খহি গৈ তেওঁৰ অতীত সত্তাৰ এক নিৰ্মল ৰূপ উন্মোচিত হৈ পৰিছিল, তেওঁৰ মুখত ফুটি উঠিছিল এক ক্ষণ-প্ৰভ মহৎ অভিজ্ঞতাৰ স্মৃতি। কিন্তু কেই মুহূৰ্তমানৰ মূৰতে কেশৱ মণ্ডল বৰ্তমানৰ জগতলৈ ঘূৰি আহিল, আৰু সন্দিগ্ধ কৌতূহলী দৃষ্টিৰে তেওঁ কালিনাথক সুধিলে: 'পিছে বোপা, কি মন কৰিনো এই বুঢ়াৰ ওচৰলৈ আহিলা?'

কালিনাথে যথেষ্ট দীঘলীয়াকৈ তাৰ উদ্দেশ্য ব্যাখ্যা কৰি শুনালে। কেশৱ মণ্ডলে লগে লগে একো নকৈ বহুত সময় নীৰৱ হৈ ৰ'ল। তেওঁৰ মনত পৰিল—যোৱাবাৰৰ নিৰ্বাচনত বিশ্ব হাজৰিকাই যেতিয়া

কেশৱ মণ্ডলক এহেজাৰ টকা সংগ্ৰহ কৰিবলৈ দায়িত্ব দিছিল, তেওঁ তেতিয়া আন বহুতৰ লগতে আবকাৰী ইন্সপেক্টৰ সুৰেন মহন্তৰো শৰণাপন্ন হৈছিল। আৰু মহন্তই একে দিনৰ ভিতৰতে তেওঁক পাঁচশ টকা আনি দিছিল। তেওঁ যেতিয়া কংগ্ৰেছৰ সভাপতি হ'বৰ সময়ত কেইবাটাও ভোট কিনিবলৈ টকাৰ প্ৰয়োজন হৈছিল, তেতিয়াও সুৰেন মহন্তই উপযাচি আহি তেওঁক পাঁচশ টকা দিছিল। এইদৰে টানে-আপদে যেতিয়াই লাগে তেতিয়াই সুৰেন মহন্তই নানা প্ৰকাৰে তেওঁক সহায় কৰি আহিছে। মানুহজনৰ ওচৰলৈ কেশৱ মণ্ডল নিজে যাবই নালাগে, তেওঁ নিজে সপ্তাহত দুই-তিনিবাৰকৈ আহি কেশৱ মণ্ডলৰ খা-খবৰ লয় আৰু যেতিয়াই যিটো লাগে তাৰ যোগান দিয়ে। এনে স্থলত তেওঁ এতিয়া হাতৰ কুঠাৰ ভৰিত মাৰে কেনেকৈ? কোনখন মুখেৰে তেওঁ ৰাজহুৱা সভাত সুৰেন মহন্তৰ বিৰুদ্ধে বক্তৃতা দিয়ে?

কিন্তু আনহাতে শিৱনাথ ফুকনৰ ল'ৰা কালিনাথকেই বা তেওঁ কয় কেনেকৈ যে ম'হঘুলিত চোৰাং মদৰ অবাধ প্ৰচলনৰ বিৰুদ্ধে সিহঁতে আৰম্ভ কৰিব খোজা আন্দোলনত তেওঁ যোগ দিব নোৱাৰে? কালিনাথক তেওঁ আগতে লগ পোৱা নাই যদিও বহুত মানুহৰ মুখত তেওঁ তাৰ কথা শুনিছে। ম'হঘুলিত যি তৰুণ নেতৃত্বৰ সৃষ্টি হ'ব ধৰিছে, কালিনাথ সেই দলৰে অগ্ৰদূত। তাক জোকাই লোৱা মানে নিজৰ কবৰ নিজে খন্দা। তদুপৰি সি আহিয়েই প্ৰথমে দাবী কৰিছে যে এসময়ত অসমত কানি-নিবাৰণৰ কাৰণে কংগ্ৰেছীসকলে যিভাবে আন্দোলন কৰিছিল, এতিয়া বিষৱৎ চোৰাং মদ নিবাৰণৰ কাৰণেও কংগ্ৰেছীসকলে একেধৰণৰ আন্দোলন কৰাৰ সময় আহিছে। দৰিদ্ৰ জনতাৰ দুখ-দুৰ্দশা দূৰ নকৰি সিহঁতক মদৰ নিচাত আত্ম-বিস্মৃত হৈ থাকিবলৈ এৰি দিয়াটো শোষণৰ আন এটা কৌশল মাত্ৰ। কালিনাথৰ এই কথাৰ প্ৰতিবাদ কৰিবলৈ কেশৱ মণ্ডলৰ কোনো নৈতিক অধিকাৰ নাই, যুক্তিৰ জোৰ নাই।

নিজৰ মনৰ লগতে তৰ্ক কৰি কেশৱ মণ্ডল বহুত সময় নীৰৱ হৈ ৰ'ল। তাৰ পাছত তেওঁ ক'লে, 'তুমি শিৱনাথ ফুকনৰ ল'ৰাৰ উপযুক্ত

কামেই কৰিছা বোপা। ঈশ্বৰে তোমাৰ মংগল কৰক। আমিতো বুঢ়া হৈ আহিলোঁ, এতিয়া আমাৰ ভাৰখন তোমালোকেই ল'ব লাগিব। মোৰ দেখি বৰ আনন্দ লাগিছে যে ম'হঘুলিত তোমাৰ নিচিনা আদৰ্শ-বাদী ডেকা উঠি আহিছে। তোমালোকেই ম'হঘুলিৰ ভৱিষ্যত, দেশৰ ভৱিষ্যত '· ····পিছে এটা কথা বোপা, তুমি দেখিছাই নহয়, আজি-কালি মোৰ শৰীৰ বৰ অসুস্থ। ঘৰৰপৰা প্ৰায় নোলাওঁ বুলিয়েই ক'ব লাগে। তথাপি তোমালোকৰ মিটিঙৰ দিনাখন যদি গাটো অলপ ভাল পাওঁ, তেন্তে মই নিশ্চয় যাবলৈ চেষ্টা কৰিম। এনে এটা মহৎ কাৰ্যত যোগ নিদিয়াটো মোৰ পক্ষে ডাঙৰ পাপ হ'ব। কিন্তু বোপা, দেহে নটনাৰ ফলত কেনেবাকৈ যদি যাব নোৱাৰোঁ, তোমালোকে যেন অসন্তোষ নকৰা। মোৰ অন্তৰখন তোমালোকৰ লগতেই থাকিব।'

কেশৱ মণ্ডলে কথা কেইষাৰ এনে মৌ বৰষাকৈ ক'লে যে, তেওঁৰ আন্তৰিকতাত সন্দেহ কৰিবলৈ কালিনাথে কোন কাৰণ বিচাৰি নাপালে। সি জেপৰপৰা গোহাৰী-পত্ৰখন উলিয়াই ক'লে, 'মিটিঙৰ দিনাখন আপোনাৰ গাটো নিশ্চয় ভাল হ'ব। আপুনি নোহোৱাকৈ এনে এটা ডাঙৰ কাম আৰম্ভ কৰাৰ কথা আমি ভাবিবই নোৱাৰোঁ। মিটিঙৰ দিনাখন আমি নিজে আহি আপোনাক লৈ যামহি। আজিলৈ এই কাগজখনত চহী এটাকে দিয়ক। গোহাৰী-পত্ৰখনত আপোনাৰ চহী এটা পালেই আমাৰ আৰু ভয় নাই, তেতিয়া আমি ৰণখন আধা জিকা বুলিয়েই ধৰি ল'ম।'

গোহাৰী-পত্ৰখন পঢ়ি ভিতৰে ভিতৰে কেশৱ মণ্ডলৰ বুকু কঁপিবলৈ ধৰিলে। তেওঁৰ ভাব হ'ল যে তাত চহী কৰা মানে নিজৰ মৃত্যু-দণ্ডত নিজে চহী কৰা। দুবছৰ মানৰ আগতে ম'হঘুলিত সুৰেন মহন্তৰ কাৰ্য্য-কালৰ তিনি বছৰ পূৰ হোৱাত চৰকাৰে তেওঁক ইয়াৰপৰা বদলি কৰিছিল। কিন্তু সুৰেন মহন্তক ম'হঘুলিত ৰাখিব লাগে বুলি সেইবাৰ তেওঁ নিজে মন্ত্ৰীলৈ চিঠি লিখিছিল। এতিয়া যদি মন্ত্ৰীয়ে এই গোহাৰী-পত্ৰখন দেখে, তেন্তে তেওঁ কি ভাবিব? ···কিন্তু গোহাৰী-পত্ৰখন হাতত লৈ কৰ্তব্যা-কৰ্তব্য চিন্তা কৰাৰ সময় এইটো নহয়, কালিনাথে হাত এখন আগ বঢ়াই

হৈয়েই আছে। সময়ৰ কথা সময়ত যি হয় হ'ব—এই ভাবি তেওঁ কঁপা কঁপা হাতেৰে গোহাৰী-পত্ৰখনত চহী কৰি দিলে।

কালিনাথ আৰু দিবাকৰে তেওঁক নমস্কাৰ জনাই বিদায় লৈ ওলাই গ'ল।

সিহঁত গৈ পদুলি-মুখ নোপোৱালৈকে কেশৱ মণ্ডল নীৰৱ হৈ ৰ'ল। তাৰ পাছত ইমান পৰে নীৰৱ হৈ বহি থকা মানুহ দুটাৰ ফালে ঘূৰি চাই তেওঁ ক'লে, 'ভদ্ৰ, জয়ৰাম, তোমালোকে দেখিলাই নহয়, মই কি বিপদত পৰিলোঁ। এইমাত্ৰ তোমালোকে সুৰেন মহন্তৰ ওচৰলৈ গৈ গোটেই-বোৰ কথা ভাঙি-পাতি তেওঁক কোৱাগৈ। তেওঁ যিমান পাৰে সোনকালে বিশ্ব হাজৰিকাৰ ওচৰলৈ গৈ কিবা এটা আগতীয়া ব্যৱস্থা লওক। মই কি নিৰুপায় অৱস্থাত পৰি কাগজখনত চহী দিবলৈ বাধ্য হ'লোঁ, সেই কথাও যেন মহন্তই হাজৰিকাত বুজাই কয়। পিছে এটা কথা—মহন্তক কেইদিনমান মোৰ ওচৰলৈ আহিবলৈ নক'বা। কোনে ক'ত চোৰাংচোৱা-গিৰি কৰি থাকে তাৰ একো ঠিক নাই।'

জয়ৰামে ক'লে, 'আপুনিনো এই সামান্য কথাটোৰ কাৰণে ইমান চিন্তা কৰি মৰিছে কিয়? ৰাজনীতিত এইবোৰ ঘটনা হৈয়েই থাকে। যোৰহাটৰ পুণ্যধৰ ভট্টাচাৰ্য্যৰ কথা জানো আপুনি নাজানে? দিনে বাৰেকুৰি ল'ৰা তেওঁৰ ওচৰলৈ আহে, চাকৰি দিব লাগে বুলি তেওঁ মন্ত্ৰীলৈ বা অফিছাৰলৈ চিঠি লিখি দিব লাগে। প্ৰত্যেককে চুপাৰিশ্ কৰি তেওঁ চিঠি একোখন লিখি দিয়ে। কিন্তু ল'ৰাজাকে পিঠি পাছ দিয়াৰ লগে লগেই তেওঁ টেলিফোন তুলি লয়, আৰু মন্ত্ৰী বা অফিছাৰক কয়ঃ 'অমুকাৰ হাতত মই চিঠি এখন লিখি দিছো; জানিছাই নহয়, আমি ৰাজনীতি কৰা মানুহে কাকো অসন্তুষ্ট কৰিব নোৱাৰোঁ। পিছে চিঠিখনৰ কথাবোৰ তুমি সঁচা বুলি নল'বা। সেইখন পেলনীয়া কাকতৰ খৰাহীত পেলাই দিবা'। এতিয়া আপুনিও মন্ত্ৰীলৈ বা এম এল এ লৈ তেনেকুৱা এখন চিঠি লিখি দিলেই হ'ল।'

ভদ্ৰই মাত লগালে, 'চিঠিখন বাৰু লিখি দিলেই। কিন্তু মিটিঙৰ কথাটো কি হ'ব? সেই দিনা সমূহ ৰাইজৰ আগত বক্তৃতাত কোৱা

কথাযাবতো পিছত নাই কোৱা বুলি মণ্ডল দেউতাই আসৈ মাতিব নোৱাৰিব।'

জয়ৰামে উত্তৰ দিলে, 'মিটিঙৰ দিনাখন মণ্ডল দেউতাৰ নিশ্চয় তীব্ৰ কঁপে জ্বৰ উঠিব। নাইবা পেট চলিব। ল'ৰাজাকে তেখেতক মিটিঙলৈ নিবলৈ আহিলেও তেখেতে বিছনা এৰি বাহিৰলৈকে আহিব নোৱাৰিব।'

দৃষ্টিৰে জয়ৰামৰ মুখলৈ চাই ৰ'ল। তাৰ পাছত তেওঁ ক'লে, 'তোমালোকে আৰু বৈ নাথাকিবা। এতিয়াই লৰালৰিকৈ সুৰেন মহন্তৰ ওচৰলৈ যোৱা। মোৰো গোসাঁই-ঘৰত সোমাবৰ সময় হ'ল।'

॥ ১৩ ॥

নিৰ্দিষ্ট দিনত ৰাজহুৱা সভা বহিল, কিন্তু তাত কেশৱ মণ্ডল, ৰেব মহাজন বা বসন্ত বৰা আদি ম'হঘুলিৰ মুখিয়াল নেতা এজনকো দেখা নগ'ল। প্ৰত্যেক জনেই অৱশ্যে সভাত যোগ দিম বুলি কথা দিছিল। কিন্তু সভা বহিবৰ দিনাখনেই কেশৱ মণ্ডলৰ পেটৰ অসুখ হ'ল, ৰেব মহাজনে অতি 'জৰুৰী' কামত আগ দিনাখনেই জিলাৰ সদৰলৈ যাব লগা হ'ল, বসন্ত বৰাৰো ঠিক সেই দিনাখনহে কিবা এৰাব নোৱাৰা ঘৰুৱা লেঠা ওলাল। দিবাকৰে কালিনাথৰ চিন্তিত শুকান মুখখনৰ ফালে চাই কলে, 'তুমি হতাশ নহবা কালিনাথ। ৰাইজৰ শত্ৰুবোৰে এনেকৈ নিজৰ গা উলিয়াই দেখুৱাইছে, ভালেই হৈছে। মানুহে তেওঁলোকৰ আচল ৰূপটো চিনি পাওক। যিবোৰ আচল মানুহ সভালৈ আহিব লাগে, সেই সকলোবোৰ ঠিকেই আহিছে। তুমি মানুহবোৰলৈ চাই পঠোৱাচোন, ইমানবোৰ মানুহ সভালৈ আহিব বুলি জানো

সঁচাকৈয়ে তুমি আশা কৰিছিলা? দেখা গৈছে যে ৰাইজৰ স্বাৰ্থ আৰু ৰাইজৰ তথা-কথিত নেতাসকলৰ স্বাৰ্থ একে নহয়। আমি কেৱল সুৰেন মহন্তইঁতৰ বিৰুদ্ধে যুঁজ কৰিলেই নহ'ব, যুঁজ কৰিব লাগিব ৰাইজৰ নেতা-নাম-ধাৰী শোষকসকলৰ বিৰুদ্ধেও।...এতিয়া তুমি সভাৰ কাম আৰম্ভ কৰি দিয়া।'

সভাত সভাপতিত্ব কৰাৰ কথা আছিল কেশৱ মণ্ডলৰ। এতিয়া তেওঁ নহাত বেলেগ এজন সভাপতি বাছিব লগা হ'ল। কালিনাথে সভা-স্থলীৰ চাৰিওফালে চকু ফুৰাই চাই দেখিলে—ম'হঘুলিৰ যি কেইজন মানুহে ৰাজহুৱা কামত আগভাগ লয় বা সভাত উঠি দু-আষাৰ কথা কয়, তেনেকুৱা মানুহ এজনো সভাত উপস্থিত নাই, আছে কেৱল হেমচন্দ্ৰ। হ'ব পাৰে তেওঁ কমিউনিষ্ট, কিন্তু আজিৰ সভাখনৰ যিহেতু কোনো ৰাজনৈতিক উদ্দেশ্য নাই, সেই কাৰণে সি হেমচন্দ্ৰৰ নামটোকে সভাপতিৰ পদৰ কাৰণে প্ৰস্তাৱ কৰিবলৈ ঠিক কাৰলে। দিবাকৰক কথাষাৰ কোৱাত সি ক'লে, 'হওঁতে আজিৰ সভাত সভাপতিত্ব কৰিবলৈ হেমচন্দ্ৰৰ বাহিৰে আন কোনো যোগ্য মানুহ নাই। কিন্তু চাবা, পিছত কু-চক্ৰী মানুহবোৰে প্ৰচাৰ কৰিব যে মদ-নিবাৰণীৰ নামত এইখন আচলতে কমিউনিষ্টৰহে সভা আছিল। পুলিচেও সেই বুলিয়েই ৰিপোৰ্ট দিব। তুমি ভাবি-চিন্তি যি ভাল দেখা তাকে কৰা।'

কালিনাথে ক'লে, 'আমিতো কংগ্ৰেছ-কমিউনিষ্ট সকলোকে সভালৈ মাতিছিলো। কংগ্ৰেছীসকল নাহিলে আমি এতিয়া কি কৰিম? দুৰ্জনৰ কেতিয়াও ছলৰ অভাৱ নহয়। হেমচন্দ্ৰক সভাপতি নাপাতিলেও সিহঁতে আন কিবা অজুহাত উলিয়াই আমাৰ বিৰোধিতা কৰিব। পাছত যি হ'ব হওক, আমি আজি হেমচন্দ্ৰকে সভাপতি পাতিম।'

কালিনাথৰ কথা মতেই কাম হ'ল, হেমচন্দ্ৰক সভাপতি পতা হ'ল। কালিনাথে সভা-স্থলীৰ চাৰিওফালে আকৌ এবাৰ চকু ফুৰাই চাই দেখিলে—হেমচন্দ্ৰক সভাপতি পতাত যেন সকলো মানুহ খুব সন্তুষ্ট হ'ব পৰা নাই। বহুত মানুহে কণা-কণিকৈ কিবা আলোচনা কৰিব ধৰিছে, এটা অস্ফুট গুঞ্জন-ধ্বনি উঠিছে, বহুতৰে মুখত বিস্ময় আৰু

বিৰক্তিৰ চিহ্ন ফুটি উঠিছে। কালিনাথৰ ধাৰণা হ'ল—হেমচন্দ্ৰৰ প্ৰতি মানুহবোৰৰযে কিবা ব্যক্তিগত অশ্ৰদ্ধাৰ ভাব আছে বা কমিউনিষ্টসকলৰ প্ৰতি তেওঁলোকৰ সচেতনভাবে কিবা আদৰ্শ-গত বিৰোধিতা আছে, সেই কথা বোধহয় সঁচা নহয়। খুব সম্ভৱ, কেশৱ মণ্ডল বা ৰেব মহাজনৰ নিচিনা মানুহক সভাপতিৰ পদত দেখি দেখি মানুহবোৰ ইমান অভ্যস্ত হৈ গৈছে যে সি তেওঁলোকৰ এটা স্বাভাৱিক প্ৰত্যাশাত পৰিণত হৈছে। কোনো পৰিবৰ্তনকেই তেওঁলোকে সহজে স্বীকাৰ কৰি ল'ব নোখোজে। স্থিতাৱস্থাৰ মাজত তেওঁলোকে এনে এটা সহজ নিৰাপত্তা অনুভৱ কৰে যে সকলো দুখ-কষ্ট স্বীকাৰ কৰিও তেওঁলোকে সেই স্থিতাৱস্থাৰ সহজে অবসান নিবিচাৰে। মানুহবোৰৰ প্ৰতিক্ৰিয়া দেখি কালিনাথ কিছু চিন্তিত হ'ল। কিন্তু এতিয়া আৰু আন একো কৰিবলৈ উপায় নাই। হেমচন্দ্ৰই সভাপতিৰ আসনত বহি ইতিমধ্যেই সভাৰ কাম আৰম্ভ কৰি দিলে।

নিৰ্দিষ্ট কাৰ্য্য-সূচী অনুসৰি কালিনাথে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰিবলৈ থিয় হ'ল। এটা দীঘলীয়া বক্তৃতা দি চোৰাং মদৰ অবাধ প্ৰচলনে ম'হঘুলিৰ সামাজিক, আৰ্থিক আৰু নৈতিক জীৱন কিভাবে বিপৰ্য্যস্ত কৰি তুলিছে—সি তাৰ এটা জীৱন্ত ছবি দাঙি ধৰিলে। মদপীৰ অত্যাচাৰে তাৰ নিজৰ ঘৰখনতেই দিনে-ৰাতিয়ে অশান্তিৰ জুই জ্বলাইছে, গতিকে বাস্তৱ অভিজ্ঞতাৰপৰা কথাবোৰ কোৱাৰ কাৰণে তাৰ বক্তৃতা অতি মৰ্ম-স্পৰ্শী হ'ল। তদুপৰি সভাত উপস্থিত থকা বেছিভাগ মানুহৰেই এই বিষয়ে অতি তিক্ত আৰু বেদনা-দায়ক অভিজ্ঞতা আছে। উঠি অহা বেছিভাগ ল'ৰাই মদৰ প্ৰতি আসক্ত হৈ কাম-কাজৰ প্ৰতি পিঠি দিছে, ঘৰে ঘৰে হাঁহাকাৰৰ ৰোল তুলিছে, ম'হঘুলিৰ শতাব্দী-প্ৰাচীন শান্ত পৰিচিত জীৱন-ধাৰাত উচ্ছৃঙ্খলতাৰ জোৱাৰ আনিছে। বক্তৃতাৰ সামৰণীত কালিনাথে যেতিয়া প্ৰস্তাৱ কৰিলে যে ম'হঘুলিৰপৰা চোৰাং মদ দূৰ কৰাৰ প্ৰথম পদক্ষেপ হিচাপে দুৰ্নীতি-পৰায়ণ আবকাৰী ইন্সপেক্টৰ সুৰেন মহন্তক ইয়াৰপৰা বদলি কৰি নিবলৈ চৰকাৰক অনুৰোধ কৰা হওক, আৰু মাইজৰ অনুৰোধ

বিভাগীয় মন্ত্ৰীৰ ওচৰত পেচ কৰিবলৈ চিলঙলৈ এটা সঁজাতী দল পঠোৱা হওক, উপস্থিত ৰাইজে হাত-চাপৰি দি আৰু হৈ-ধ্বনি কৰি কালিনাথৰ প্ৰস্তাৱ সমৰ্থন কৰিলে।

সমজুৱাৰ ফালৰপৰা কেইজনমানে বক্তৃতা দিয়াৰ পাছত সঁজাতী দল নিৰ্বাচনৰ বিষয়ে আলোচনা হ'ল। কালিনাথহঁতে সেইবোৰ কথা আগতে ঠিক কৰি ৰাখিছিল। সঁজাতী দলৰ কাৰণে কালিনাথ, হেমচন্দ্ৰ আৰু ভোলাৰ নাম প্ৰস্তাৱিত হ'ল আৰু সেই প্ৰস্তাৱেও ৰাইজৰ সমৰ্থন লাভ কৰিলে।

অৱশেষত সভাপতিৰ আসনৰপৰা বক্তৃতা দিবলৈ উঠিল হেমচন্দ্ৰ। জীৱনত ইমান বেছি সংখ্যক ৰাইজৰ আগত বক্তৃতা দিয়াৰ এনে সুযোগ তেওঁ আগতে কেতিয়াও পোৱা নাছিল। পাৰ্টি-সাহিত্য পঢ়ি পঢ়ি অক্লান্ত পৰিশ্ৰমেৰে মুখস্থ কৰা বিদ্যাবোৰ তেওঁৰ মগজত এনেভাবে ঠাহ খাই আছিল যে সেইবোৰ ক'তো প্ৰকাশ কৰিবলৈ সুযোগ নাপাই তেওঁ বহুদিন ধৰি ভীষণ যন্ত্ৰণা অনুভৱ কৰি আছিল। আজি আচম্বিতে সেই সুযোগ পাই তেওঁ মনৰ হেঁপাহত এটা দীঘলীয় বক্তৃতা দিবৰ কাৰণে নিজেকে প্ৰস্তুত কৰি ল'লে। হাঁহিৰে উজ্জ্বল মুখেৰে তেওঁ আৰম্ভ কৰিলে: 'কমৰেডসকল, দুনিয়াৰ সৰ্বহাৰা বিপ্লৱী জনতাৰ হৈ মই প্ৰথমেই আপোনাসকলক লাল চালাম জনাইছোঁ। সাম্ৰাজ্যবাদ আৰু পুঁজিবাদৰ বিৰুদ্ধে পৃথিৱীৰ দেশে দেশে সৰ্বহাৰা বিপ্লৱী জনতাৰ যি সংগ্ৰাম চলিব ধৰিছে, ভাৰতবৰ্ষতো যি সংগ্ৰাম আৰম্ভ হৈছে, আজি ম'হঘুলিৰ মাটিতো সেই সংগ্ৰামৰ সূচনা হ'ল। আমাৰ যুৱক-নেতা কালিনাথ ফুকনে সভাৰ উদ্দেশ্য ব্যাখ্যা কৰি কৈছে যে আজিৰ সভাৰ উদ্দেশ্য হ'ল ম'হঘুলিত চোৰাং মদৰ প্ৰচলন বিৰুদ্ধে কাৰ্য-ব্যৱস্থা গ্ৰহণ কৰা। কিন্তু মই ক'ব খোঁজো—এই চোৰাং মদ আচলতে কি? ই হ'ল আচলতে পুঁজিবাদৰ বহতীয়া ভৃত্য ভাৰতীয় জাতীয় বুৰ্জোৱা শ্ৰেণী আৰু তেওঁলোকৰ চৰকাৰৰ হাতত শোষণৰ এপাত অস্ত্ৰ মাত্ৰ। এই অস্ত্ৰ প্ৰয়োগ কৰি তেওঁলোকে দৰিদ্ৰ শোষিত জনতাক বিপ্লৱৰ পথৰপৰা আঁতৰাই ৰাখিব খোজে। চোৰাং মদৰ বিৰুদ্ধে যুঁজ কৰিবলৈ

যোৱাৰ আগতে আমি বুজিব লাগিব আমাৰ সমাজৰ শ্ৰেণী-চৰিত্ৰ, আমি বুজিব লাগিব শ্ৰেণী-সংগ্ৰামৰ মূল নীতি। আজি আমাৰ দেশ স্বাধীন হ'ল হয়, কিন্তু সেই স্বাধীনতা দেশৰ কোটি কোটি দৰিদ্ৰ জনতাৰ হাতলৈ অহা নাই, সি আহিছে এমুঠি মাত্ৰ কম্প্ৰাড'ৰ বুৰ্জোৱাৰ হাতলৈ, শোষক দেশীয় পুঁজিপতি আৰু তেওঁলোকৰ বহুতীয়া জাতীয় বুৰ্জোৱা শ্ৰেণীটোৰ হাতলৈ। গতিকে আজি আমাৰ প্ৰথম কৰ্তব্য হ'ল দেশত এক বিৰাম-বিহীন শ্ৰেণী-সংগ্ৰাম গঢ়ি তোলা, আৰু সেই সংগ্ৰাম দ্বাৰাই বুৰ্জোৱা শ্ৰেণীটোক খতম্ কৰি, কায়েমী স্বাৰ্থক খতম্ কৰি প্ৰকৃত মেহনতী জনতাক পুঁজিবাদৰ নিৰ্মম শোষণৰপৰা মুক্ত কৰা। আমাৰ সমুখত এই সংগ্ৰামৰ পথ পৰিষ্কাৰ। মাৰ্ক্স আৰু লেনিনে দেখুৱাই যোৱা পথেই আমাৰ একমাত্ৰ পথ। আজি আমি ভিয়েটনামত কি দেখিবলৈ পাইছোঁ।......'

ম'হঘুলিৰ পৰা একেটা জাঁপতে হেমচন্দ্ৰ ভিয়েটনাম পালেগৈ, তাৰ পৰা ঘূৰি আহিবলৈ তেওঁৰ আৰু মনত নপৰিল। ভিয়েটনামৰ পৰা চীন, চীনৰ পৰা কিউবা, কিউবাৰ পৰা বলিভিয়া......বিপ্লবী-আবেগৰ তৰংগ-শীৰ্ষত উঠি তেওঁ ইখন দেশৰ পৰা সিখন দেশলৈ, ইতিহাসৰ এটা যুগৰপৰা আনটো যুগলৈ মাৰ্ক্সৰপৰা মাওলৈ—সমগ্ৰ পৃথিৱী আৰু সমগ্ৰ ইতিহাস চলাথ কৰি ভ্ৰমণ কৰি ফুৰিবলৈ ধৰিলে। জীৱনত কোনোদিন মাৰ্ক্স আৰু ভিয়েটনামৰ নাম শুনি নোপোৱা ম'হঘুলিৰ নিৰক্ষৰ মানুহবোৰ আৰু সিহঁতৰ চোৰাং মদৰ সমস্যা ক'ত পৰি থাকিল —হেমচন্দ্ৰৰ মনত তাৰ আৰু কোনো খবৰ নাথাকিল। সমগ্ৰ পৃথিৱী ভ্ৰমণ শেষ কৰি হেমচন্দ্ৰ যেতিয়া পুনৰ ম'হঘুলিলৈ ঘূৰি আহিল আৰু তেওঁৰ বক্তৃতা শেষ হ'ল, তেতিয়া দেখা গ'ল যে গধূলিৰ প্ৰায়ান্ধকাৰত সভা-স্থলীত মাত্ৰ পাঁচজনমান মানুহ প্ৰেত-মূৰ্তিৰদৰে বহি আছে।

হেমচন্দ্ৰই সামান্য অপ্ৰস্তুত হৈ কালিনাথক সুধিলে, 'মই বহুতপৰ বক্তৃতা দিলোনেকি?'

কালিনাথে ক'লে, 'আপুনি কিমানপৰ বক্তৃতা দিলে সেইটো ডাঙৰ কথা নহয়। আপুনি কি উদ্দেশ্যেৰে কাৰ আগত বক্তৃতা দিছিল—

সেইটোহে ভাওৰ কথা। যিবোৰ 'দৰিদ্ৰ শোষিত সৰ্ব-হাৰা জনতাৰ' কাৰণে আপোনাসকলে কান্দি মৰিছে, সেই মানুহবোৰেই আপোনা-সকলক কিয় গ্ৰহণ কৰা নাই—তাৰ ৰহস্য মই আজিহে বুজিলোঁ। গুটি সিঁচাৰ আগতে মানুহে পথাৰখন চহাই ল'ব লাগে। কটুৰ মাটিত পৰা গুটিৰ পৰা কেতিয়াও গজালি ওলাব নোৱাৰে। আপোনাৰ উদ্দেশ্য নিশ্চয় মহৎ, কথাবোৰো শুদ্ধ, কিন্তু আপোনাৰ বক্তৃতাটো হ'ল ক-টোৰ কেইটা চুক তাক চিনি নোপোৱা নিৰক্ষৰ দবাৰ আগত ততোধিক নিৰক্ষৰ বামুণ পুৰোহিতে ভাটৌৰ দৰে মুখস্থ কৰা হোমৰ মন্ত্ৰ পাঠ কৰাৰ নিচিনা। ৰাইজৰ কথাবোৰ ৰাইজে বুজি পোৱা ভাষাত যেতিয়ালৈকে আপোনাসকলে ক'ব নোৱাৰে, তেতিয়ালৈকে মানুহে আপোনাসকলক গ্ৰহণ নকৰে। আপোনাসকলে ৰাচিয়াৰ বিপ্লৱৰ কথা কয়, ভাবে যে আলিবাবাৰ চিচেম-ফাক মন্ত্ৰৰদৰে তাত একেদিনাই বিপ্লৱ হৈ গৈছিল। কিন্তু সি কেতিয়াও তেনেকৈ হোৱা নাছিল। বিপ্লৱৰ বহুত দিন আগৰপৰাই তাত বিপ্লৱী তৰুণসকলে ক্ষেত্ৰখন প্ৰস্তুত কৰি লৈছিল। তেওঁলোকে দলে দলে গাঁৱলৈ গৈ নিৰক্ষৰ গাঁৱলীয়া মানুহবোৰক লেখা-পঢ়া শিকাই বিপ্লৱৰ ভাষা বুজিব পৰাকৈ শিক্ষিত কৰি লৈছিল। কিন্তু আপোনাসকলে সেইবোৰ একো নকৰি সস্তাতে বাজীমাৎ কৰিব খুজিছে। ফল কি হৈছে আপুনি নিজে চকুৰ আগতে দেখিলেই। আপুনি ভিয়েটনামৰ ৰণাংগনত ঘূৰি ফুৰে মানে ম'হঘুলিৰ ৰাইজে আপোনাৰ বক্তৃতা শুনিবলৈ এৰি ঘৰাঘৰি গৈ গৰু-গাই চপোৱাৰ কামত লাগিছেগৈ। আপনিও ব'লক এতিয়া। এই সপ্তাহৰ ভিতৰতে চিলঙলৈ যাব লাগিব। তাৰ কাৰণে যো-জা আৰম্ভ কৰকগৈ।'

চিলঙলৈ কালিনাথ আৰু হেমচন্দ্ৰ অকলেহে যাব লগা হ'ল। ভোলাই যাম বুলি কথা দিও শেষ মুহূৰ্তত মূৰ পোলোকা মাৰিলে। ৰাইজৰ খৰচতে চিলং দেখিবলৈ পোৱাৰ আশাত প্ৰথমতে সি বেছ উৎফুল্লীকৃৎ হৈ উঠিছিল। আনকি ৰাইজৰপৰা দান-বৰঙণি তোলাতো সি আগ ভাগ লৈছিল। যাবলৈ মাত্ৰ এদিন বাকী থাকোঁতে সি ঘোষণা কৰিলে যে তাৰ পুৰণি কঁকালৰ বিষটোৱে নতুনকৈ উক্ দিছে, লাখুটি নোলোৱাকৈ সি এতিয়া পদূলিলৈকে ওলাব নোৱাৰে। গাঁৱত কথা বুলিলেই বতাহ; হেমচন্দ্ৰই আহি কালিনাথক খবৰ দিলেহি যে সুৰেন মহন্তৰ কটকীয়ে ৰাতি ৰাতি ভোলাৰ ঘৰলৈ অহা-যোৱা কৰি আছে, তাৰ মদাহী ডাঙৰ পুতেকটোক আবকাৰী পিয়নৰ কামত ভৰ্তি কৰি দিম বুলিও বোলে কথা দিছে। দিবাকৰে আন এঠাইৰপৰা খবৰ আনিলে যে ভোলাক চিলঙলৈ যোৱাৰ পৰা বিৰত কৰাৰ মূলতে এটা ডাঙৰ ষড়যন্ত্ৰ আছে। ৰাজহুৱা সভাত হেমচন্দ্ৰই সভাপতিত্ব কৰাৰ পাছৰেপৰা চাৰিওফালে এটা কথা প্ৰচাৰ হৈছে যে সেইখন বোলে আচলতে কমিউনিষ্টৰহে সভা আছিল, আৰু কালিনাথেও হেমচন্দ্ৰৰ লগ লাগি কমিউনিষ্ট হৈছে। এতিয়া যদি কেৱল কালিনাথ আৰু হেমচন্দ্ৰহে ৰাইজৰ প্ৰতিনিধি হৈ চিলঙলৈ যায়, তেন্তে সেইটো কেৱল কমিউনিষ্টৰহে সঁজাতী দল বুলি প্ৰমাণ কৰিবলৈ সুবিধা হ'ব। বিশ্ব হাজৰিকাই এই সুবিধা লৈয়েই মন্ত্ৰীক কথাটো আওপাকে বুজাব পাৰিব।

দুৰ্নীতি-পৰায়ণ বিষয়াৰ বিৰুদ্ধে যুঁজ কৰা বা চোৰাং মদৰ প্ৰচলন বন্ধ কৰাৰ নিচিনা সৰ্ব-সাধাৰণ ৰাইজৰ মংগলজনক অৰাজনৈতিক কথা এটাও কেনেকৈ দলীয় ৰাজনীতিৰ মেৰ-পাকত সোমাই জটিল আৰু দুঃসাধ্য হৈ উঠিব পাৰে, সেই কথা চিন্তা কৰি কালিনাথৰ অনভিজ্ঞ মনটো বিবুধি হৈ পৰিল। কিন্তু ইমানখিনিলৈকে আগ বাঢ়ি এতিয়া

পিছ হুঁহকিবলৈ বা বেলেগ কিবা এটা ব্যৱস্থা কৰিবলৈকো কোনো উপায় নাই। মাছ মৰক-নমৰক, বিলখনকে ঘোলা কৰি চাওঁ বুলি সি হেমচন্দ্ৰৰ লগতে চিলঙলৈ যাবলৈ সাজু হ'ল।

ইফালে ৰাইজৰপৰাও বেছি টকা-পইচা নুঠিল। টকা দিব পৰাৰ ক্ষমতা থকা ৰেব মহাজন প্ৰমুখ্যে ধনী মানুহকেইজনে আজি দিম কালি দিম কৰি কালিনাথহঁতক ঘূৰাই মাৰিলে। উপায়ান্তৰ হৈ কালিনাথে দেউতাকৰ ওচৰত হাত পাতিলে। শিৱনাথে এনেয়েও হয়তো কিছু টকা দিলেহেঁতেন, কিন্তু এতিয়া নিজৰ ব্যক্তিগত স্বাৰ্থ জড়িত থকাৰ কাৰণে কালিনাথহঁতৰ চিলং-যাত্ৰাৰ প্ৰায় সমস্ত খৰচকে বহন কৰিবলৈ তেওঁ ৰাজী হ'ল। সেই ভাবেই কালিনাথহঁতৰ টকা-পইচাৰ সমস্যাটোৰ সমাধান হ'ল।

কালিনাথে গুৱাহাটী এৰি অহা আজি প্ৰায় এবছৰেই হ'বৰ হ'লহি। নিজৰ ঘৰখনৰ আৰু ম'হঘুলিৰ নানা সমস্যাৰ চিন্তাত মগ্ন হৈ থাকোঁতে এটা বছৰ কেনেকৈ পাৰ হৈ গ'ল—ক'বই নোৱাৰিলে। চিলং-যাত্ৰাৰ আগ মুহূৰ্তত তাৰ হঠাৎ মনত পৰিল যে দীঘলীয়া এটা বছৰৰ মূৰত সি আকৌ তাৰ মৰমৰ গুৱাহাটীখন দেখিবলৈ পাব। তাৰ মনটো আনন্দত নাচি উঠিল। গাঁৱত সোমাই থাকি সি গুৱাহাটীৰ কত সুবিধাৰপৰাই বঞ্চিত হৈছে—দিনে দিনে নতুন নতুন কিতাপৰ পাত লুটিয়াই চোৱাৰ আৰু পঢ়াৰ সুবিধা, ৰাস্তাইদি গৈ থাকোঁতে দেৱালত শোভা পোৱা বিচিত্ৰ ইস্তাহাৰ আৰু প্ৰাচীৰ-পত্ৰৰ মাজত চলমান জীৱনৰ প্ৰাণ-স্পন্দন অনুভৱ কৰাৰ সুবিধা, বিভিন্ন সভা-সমিতিত যোগ দি বিচিত্ৰ চিন্তা আৰু আদৰ্শৰ সংঘাতৰ উত্তাপ অনুভৱ কৰাৰ সুযোগ, সৰ্বোপৰি তাৰ মৰমৰ বন্ধুকেইজনৰ লগত যুক্তি, তৰ্ক আৰু আলোচনাৰ মাজেদি সম-সাময়িক ভাব-প্ৰবাহৰ জটিল জটাজালৰ মাজত সত্য আৱিষ্কাৰৰ অভিযানৰ উল্লাস—এই সকলোবোৰ সুবিধাৰপৰাই সি বঞ্চিত হৈছে। সি মুহূৰ্ততে ঠিক কৰিলে যে চিলঙৰ পৰা ঘূৰি আহোঁতে সি গুৱাহাটীত কেইদিমান থাকি আহিব। আকৌ কেতিয়া

গাঁৱৰ পৰা বাহিৰ হোৱাটো সম্ভৱ হয় তাৰ একো নিশ্চয়তা নাই। সি লৰালৰিকৈ সৌমিত্ৰলৈ এখন চিঠি লিখিলে। চিঠিখন সি গুৱাহাটীতে ডাকত দি থৈ যাব। চিলঙৰ পৰা ঘূৰি আহোঁতে সি সৌমিত্ৰহঁতৰ ঘৰতে দুদিনমান থাকি আহিব।

সৌমিত্ৰ গুৱাহাটীৰ স্থানীয় বাঙালী ল'ৰা, কালিনাথৰ সহপাঠী বন্ধু। তাৰ দেউতাক গুৱাহাটীৰ এজন বিখ্যাত ডাক্তৰ, প্ৰাইভেট প্ৰেকটিচ কৰে। গুৱাহাটীত এবাৰ চুচুৰিয়াকৈ অসমীয়া-বাঙালীৰ সংঘৰ্ষ হওঁতে ছাত্ৰৰ কমন-ৰুমত সৌমিত্ৰৰ লগত কেইজনমান অসমীয়া ছাত্ৰৰ ডাঙৰ তৰ্ক-যুদ্ধ হৈছিল; বে-পৰোৱা আৰু মুখ-চোকা সৌমিত্ৰই তেতিয়া এনে কিছুমান কথা কৈছিল যে অসমীয়া ছাত্ৰকেইজনে তাক মাৰি-বলৈকে উদ্যত হৈছিল। কালিনাথে হস্তক্ষেপ কৰি কাজিয়াখন একৰাই দিলে। সেই সময়তে সম্পূৰ্ণ নিৰপেক্ষ দৃষ্টিভংগীৰে সি এনে কিছুমান কথা ক'লে যে তাৰ উদাৰ যুক্তিবাদী মনৰ পৰিচয় পাই সৌমিত্ৰ অতিশয় মুগ্ধ হ'ল। সেয়েই হ'ল সিহঁতৰ বন্ধুত্বৰ সূচনা। ক্ৰমশঃ দুয়ো পৰস্পৰৰ কাষ চাপি আহিল, আৰু অকণ অকণকৈ ইজনে সিজনক আৱিষ্কাৰ কৰিবলৈ ধৰিলে। ইয়াৰ আগতে কালিনাথে দূৰৰপৰা জানিছিল যে সৌমিত্ৰ এজন অসাধাৰণ প্ৰতিভাশালী ছাত্ৰ, ধনীৰ ঘৰৰ সন্তান, মুখ-চোকা, দুৰন্ত আৰু বে-পৰোৱা; তাৰ মুখত চাহাবৰ দৰে ইংৰাজী আখৈ ফুটাদি ফুটে, কথাই কথাই বুদ্ধিৰ স্ফুলিংগ উফৰি পৰে, যি সমাজতেই সি থাকে তাতেই সি হয় আকৰ্ষণৰ মধ্য-বিন্দু। যদিও দুয়ো একেটা শ্ৰেণীতে পঢ়ে, তথাপি কালিনাথে নিজকে সৌমিত্ৰৰ জোৰৰো নহয় ফেৰৰো নহয় বুলি তাৰ কাষ চপাৰ কথা কোনোদিন ভবা নাছিল। সৌমিত্ৰয়ো কেৱল চকুৰে কালিনাথক সহপাঠী বুলি চিনি পাইছিল যদিও সদায় তাক এটা অৱজ্ঞাৰ দৃষ্টিৰে চাইছিল, কাৰণ কালিনাথ আছিল এটা সাধাৰণ বুদ্ধি-বৃত্তিৰ আৰু দেখাই-শুনাই সকলো প্ৰকাৰে এটা সাধাৰণ ধৰণৰ নিমাখিত ল'ৰা; বিশ্ব-বিদ্যালয়ৰ হাজাৰ-হাজাৰ ল'ৰাৰ পৰা তাক বেলেগ কৰি চাবলৈ কেতিয়াও কোনো উপলক্ষ ঘটা নাছিল। কিন্তু কমন-ৰুমত ঘটা

সেই ঘটনাৰ দিনাই সৌমিত্ৰই কালিনাথৰ এটা নতুন ৰূপ আৱিষ্কাৰ কৰিলে। সি দেখিলে যে কালিনাথৰ এটা যুক্তিবাদী মন আছে, এটা নিজস্ব মৌলিক দৃষ্টি-ভংগী আছে, তাতোকৈ ডাঙৰ কথা—তাৰ আছে এটা বিৰল নৈতিক সাহস।

সি নিজে উপযাচি আহি কালিনাথৰ লগত বন্ধুত্ব স্থাপন কৰিলে। এদিন সি কালিনাথক নিজৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলে আৰু মাক-দেউতাকৰ লগত চিনাকি কৰি দিলে। অতি সোনকালেই সিহঁতৰ সম্পৰ্ক এনেকুৱা হ'ল যে ইজনে সিজনক এৰিব নোৱাৰা হ'ল। মাত্ৰ কেইদিনমানৰ ভিতৰতে কালিনাথে আৱিষ্কাৰ কৰিলে যে সৌমিত্ৰ ধনীৰ ঘৰৰ সন্তান আৰু অসাধাৰণ প্ৰতিভাশালী ছাত্ৰ হ'লেও জীৱনৰ সহজ পথেদি সি আগ বাঢ়িব খোজা নাই, তাৰ লক্ষ্য হ'ল বিপ্লৱৰ পথেৰে পৃথিৱীখন নতুন সাঁচত ঢালি নতুনকৈ নিৰ্মাণ কৰা। তাৰ নিজৰ পঢ়া কোঠালীটো মজিয়াৰপৰা চিলিঙলৈকে কিতাপেৰে ঠাহ খোৱা এটা সুৰু-সুৰা লাইব্ৰেৰী; তাতে এদিন সি বহি পাইপৰ ধোঁৱাৰে গোটেই ঘৰটো ধোঁৱাময় কৰি কালিনাথক ক'লে, 'কালিনাথ, এই গোটেই কিতাপবোৰ মই পঢ়ি শেষ কৰিছোঁ; এতিয়া তুমিও এইবোৰ পঢ়ি শেষ কৰিব লাগিব।'

'কিয়?'—এটা সৰু দ'ৰাৰ দৰে কালিনাথে প্ৰশ্ন কৰিলে।

'কিয়?'—সৌমিত্ৰই হো হোকৈ হাঁহি উঠিল, 'কিতাপ পঢ়িবলৈ ক'লে কোনোবাই প্ৰশ্ন কৰেনেকি—কিয়?।' তাৰ পাছত সি হাঁহি সামৰি ক'লে, 'শুনা কালিনাথ, বহু বছৰৰ আগৰ কথা। পেৰিচৰ এখন ৰেস্তোৰাঁত সদায় ৰাতি ৰাতি বহুতো শিল্পী, লিখক, বুদ্ধিজীৱি লগ লাগে, মাজ ৰাতিলৈকে তেওঁলোকে তাত আড্ডা দিয়ে। বিভিন্ন দেশৰ মানুহ তেওঁলোক: স্পেইনৰ চিত্ৰকৰ, আমেৰিকাৰ লেখক, জাৰ্মানিৰ গায়ক, ইংলেণ্ডৰ অৰ্থনীতিবিদ; নিজ নিজ দেশৰপৰা নিৰ্বাসিত বা স্বেচ্ছা-নিৰ্বাসিত এই আটাইবোৰ গুণী প্ৰতিভাশালী মানুহে আশ্ৰয় লৈছেহি বিশ্ব-জগতৰ ৰাজধানী পেৰিচত। জানাইতো—ইউৰোপত এষাৰ কথা প্ৰচলিত আছে যে প্ৰত্যেক মানুহৰে দুখন স্বদেশ আছে: এখন

হ'ল তেওঁক নিজৰ দেশ, আনখন হ'ল পেৰিচ। যিহওক, তেওঁলোকে সদায় ৰাতি সেই ৰেস্তোৰাঁত আড্ডা দিয়ে আৰু তেওঁলোৰ আড্ডাৰ মাজতে জন্ম লয় আধুনিক সভ্যতা-সংস্কৃতিৰ গতি-ধাৰা সলনি কৰি দিব পৰা নানা চিন্তা, আদৰ্শ আৰু কল্পনাই। কিছুদিনৰ মূৰত দেখা গ'ল যে তেওঁলোকৰ আড্ডাৰ পৰা অলপ দূৰতে এখন সুকীয়া টেবুলত এজন সৰুফুটীয়া টপা-মূৰীয়া মানুহে অকলে বহি বহি কফিৰ কাপ আগত লৈ তেওঁলোকৰ কথা-বাৰ্তা শুনি থাকিবলৈ আৰম্ভ কৰিছে। দিনৰ পাছত দিন এই দৃশ্যৰ পুনৰাভিনয় হয়। এদিন আড্ডাৰ কোনোবা এজন সদস্যই কৌতূহল সামৰিব নোৱাৰি টপামূৰীয়া অচিনাকি মানুহজনলৈ চাই সুধিলে : 'ডাঙৰীয়া, আমি ইয়াত বহি বহি কি কথা আলোচনা কৰো, কি কৰিব খোজোঁ—সেই কথা আপুনি জানিছেই ; কিন্তু আপুনি কি কৰিব খোজে সেই কথাও আমাকে ক'বনে' ?

'টপামূৰীয়া মানুজনে গহীনাই উত্তৰ দিলে : 'মই ৰাচিয়াৰ অত্যাচাৰী জাৰ্ আমোলক উচ্ছেদ কৰিব খোজোঁ'।

'ৰাচিয়াৰ প্ৰবল-প্ৰতাপী জাৰক এই অকণমানি সৰুফুটীয়া টপামূৰীয়া মানুহজনে সিংহাসন-চ্যুত কৰাৰ প্ৰস্তুতি চলাইছে! পেৰিচৰ নৈশ-আড্ডাত কিমান ধৰণৰ পাগলকেইযে দেখা নাযাব! আড্ডাৰ সকলো মানুহেই অট্টহাস্য কৰি হাঁহি উঠিল। টপামূৰীয়া মানুহজন কিন্তু গহীন হৈয়েই ৰ'ল। তাৰ কেইবছৰমান পাছত সকলোৱেই বিস্ময়াভিভূত হৈ খবৰ পালে যে ৰাচিয়াৰ জাৰ্ সঁচাকৈয়ে সিংহাসন-চ্যুত হৈছে, আৰু তাৰ মূলতে হ'ল সেইদিনা আড্ডাৰ সকলোৰে উপহাসৰ পাত্ৰ সেই সৰুফুটীয়া, নিমাখিত প্ৰকৃতি টপা-মূৰীয়া মানুহজন। কাৰণ তেওঁ আছিল লেনিন।'

নুমাই যোৱা পাইপটো জ্বলাই লৈ সৌমিত্ৰই ক'লে, 'কালিনাথ, তুমিও হাঁহিবানেকি—যদি মই তোমাক কওঁ যে মোৰ এই কোঠাটোত মোৰ এই কিতাপবোৰৰ মাজত বহি বহি ময়ো ভাৰতবৰ্ষৰ পুঁজিবাদী বুৰ্জোৱা চৰকাৰক উচ্ছেদ কৰি জনতাৰ বৈপ্লৱিক চৰকাৰ স্থাপন কৰাৰ প্ৰস্তুতি চলাইছোঁ ?'

সৌমিত্রৰ কথা শুনি কালিনাথে হঁহা নাছিল ; বৰং জীৱনত প্ৰথম বাৰৰ কাৰণে তুচ্ছতাৰপৰা কিছু উৰ্ধলৈ উঠাৰ আৰু বিৰাট স্বপ্নৰ মুখামুখি হোৱাৰ এটা অভিনৱ শিহৰণ সি অনুভৱ কৰিছিল। তাৰ সীমিত বুদ্ধি আৰু সীমিত কল্পনাৰে নিজৰ জীৱনটো শুদ্ধ পথেৰে চলোৱাৰ বাহিৰে সি আন কোনো ডাঙৰ কথা চিন্তা কৰি পোৱা নাছিল, তাৰ সৰ্বোচ্চ আকাংক্ষা আছিল কোনোমতে এম এ টো পাছ কৰি কিবা এটা কাম-কাজ যোগাৰ কৰি লৈ শান্ত আৰু নিৰুদ্বিগ্ন ভাবে নিজৰ জীৱনটো অতিবাহিত কৰা। তাৰ নিজৰ মাজতোযে এটা আদৰ্শ-বাদী মন সুপ্ত অৱস্থাত আছে, সেই কথা সি নিজেই কোনোদিন কল্পনা কৰা নাছিল। কিন্তু সৌমিত্রৰ সান্নিধ্যলৈ আহি সি তাৰ সেই মনটো অকণ অকণকৈ সাৰ পাই উঠা যেন অনুভৱ কৰিলে।

কালিনাথে সৰল মনেৰে ক'লে, 'চাকৰি কৰাৰ বাহিৰেনো আমাৰ দৰে মানুহৰ আন কি গতি আছে? কিন্তু আজি-কালি চাকৰিৰ বজাৰ দেখিছাই ; ইউনিভাৰ্ছিটিত ভাল পজিশ্যান পোৱা ল'ৰা-ছোৱালীয়েই চাকৰিৰ কাৰণে হাঁহাকাৰ কৰি ফুৰিছে। পৰীক্ষাটো দি উঠি প্ৰথমতে গাঁৱৰ স্কুলখনতে মাষ্টৰী কাম এটা যোগাৰ কৰিবলৈ চেষ্টা কৰিম ; পাৰিলে লাহে লাহে তাতে কলেজ এখন পতাৰ চেষ্টা কৰাৰ কথাও ভাবি আছোঁ। আমাৰ নিচিনা সাধাৰণ এম এ বোৰৰ আজি-কালি কেৱল সিয়েই একমাত্ৰ অগতিৰ গতি।'

পাইপত ধঁপাত ভৰাই ভৰাই সৌমিত্রই ক'লে, 'কলেজৰ শেষ পৰীক্ষাত কাৰ্ল মাৰ্ক্সে এখন ৰচনা লিখিছিল। ৰচনাৰ বিষয়-বস্তু আছিল : কোনো এটা বৃত্তি বাছি লোৱাৰ আগতে এজন যুৱকৰ চিন্তা-ধাৰা। সেই ৰচনাত মাৰ্ক্সে কি লিখিছিলো জানা?—'

সৌমিত্রই উঠি গৈ শ্বেল্‌ফৰ পৰা বিচাৰি বিচাৰি কিতাপ এখন উলিয়াই আনিলে ; তাৰ পাছত পৃষ্ঠা এটা উলিয়াই লৈ সি পঢ়িবলৈ ধৰিলে। তেওঁ লিখিছিল : 'We can not always take up the profession for which we feel ourselves suited ; our relations in society have begun to crystalize

more or less before we are in a position to determine them.—শুনা কালিনাথ, পৃথিবীত বেছিভাগ মানুহেই গড্ডালিকা প্ৰৱাহত মিলি নিশ্চিন্ত হৈ যায়। কিন্তু এনেকুৱা দুই-এজন মানুহ নিশ্চয় থকা উচিত—যি ভিৰৰ মাজৰপৰা ওলাই ৰাস্তাত একাষৰীয়া হৈ থিয় হ'ব আৰু প্ৰতিটো কথাকে পুংখাণুপুংখকৈ চিন্তা কৰি নতুন পথ লোৱাৰ কথা চিন্তা কৰিব। তোমাৰ এটা বেলেগ ধৰণৰ মন আছে। মই নিবিচাৰোঁ যে তুমি ভেৰাৰ জাকত মিলি যোৱা। পৃথিৱীখন নতুনকৈ নিৰ্মাণ কৰিব লাগিব, বুজিছা? আৰু যিসকলে তাকেই জীৱনৰ ব্ৰত কৰি লৈছে, তুমিও সেই সকলৰে এজন হ'ব লাগিব……। এতিয়া তোমাৰ প্ৰথম কৰ্তব্য হ'ল—ছমাহৰ ভিতৰতে মোৰ এই লাইব্ৰেৰীটোৰ গোটেই কিতাপবোৰ পঢ়ি শেষ কৰা। বৰ্তমানৰ সমাজখনক ভাঙি গুড়ি কৰি তাক নতুনকৈ সৃষ্টি কৰিবলৈ হ'লে এতিয়া সি কি অৱস্থাত আছে সেইটো যেনেকৈ বুজিব লাগিব, তাৰ ঠাইত আমি কি গঢ়ি তুলিব খোজোঁ সেইটোও পৰিষ্কাৰকৈ জানিব লাগিব। তাৰ কাৰণে প্ৰণালীবদ্ধ অধ্যয়নৰ বাহিৰে আন কোনো গত্যন্তৰ নাই।' কথা কৈ কৈয়েই সৌমিত্ৰ বহাৰ পৰা উঠি গ'ল, আৰু শ্বেলফৰ পৰা বাছি বাছি দহ-বাৰখনমান কিতাপ উলিয়াই আনি কালিনাথৰ সমুখৰ টেবুলত পেলাই দি ক'লে, 'আজিলৈ এই কেইখন লৈ যোৱা। দুমাহৰ পাছত মই তোমাক পৰীক্ষা কৰিম। তাৰ পাছত মই তোমাক আৰু কিতাপ দিম।'

হোষ্টেললৈ ঘূৰি আহি কালিনাথে কিতাপবোৰৰ পাত লুটিয়াই চাবলৈ ধৰিলে। দুপাত মান পঢ়িয়েই সি বুজিলে যে এইবোৰ কিতাপ পঢ়া যিকোনো মানুহৰ কৰ্ম নহয়। কোনোমতে যোগ-বিয়োগ অংক কৰিবলৈ শিকা ল'ৰা এটাক জোৰকৈ বীজগণিতৰ টান অংক কৰিবলৈ লগাই দিলে যি অৱস্থা হ'ব তাৰো সেই অৱস্থা হ'ল। কিন্তু সৌমিত্ৰৰ ব্যক্তিত্বত এনে এটা কৰ্তৃত্ব-সূচক গুণ আছিল যে তাৰ ভয়তে কালিনাথে কিতাপকেইখন পঢ়িবলৈ আৰম্ভ কৰিলে। তাৰ এটা নতুন জীৱন আৰম্ভ হ'ল।

কেইদিনমানৰ মূৰত সৌমিত্ৰ এদিন কালিনাথৰ হোষ্টেলৰ ৰুমলৈ আহিল। তাক দেখিয়েই কালিনাথে ভয়ে ভয়ে সুধিলে, 'তুমি পৰীক্ষা ল'বলৈ তুমাহৰ মূৰতহে অহাৰ কথা আছিল—এতিয়া দেখোন এসপ্তাহ নৌ হওঁতেই আহিলা। মোৰ কিন্তু এখন কিতাপো পঢ়ি শেষ হোৱা নাই।'

সৌমিত্ৰই হাঁহি ক'লে, 'ভয় নকৰিবা। মই আজি তোমাৰ পৰীক্ষা ল'বলৈ অহা নাই। কিন্তু পঢ়িছানে নাই তাৰহে খবৰ ল'বলৈ আহিলোঁ। চোৱা কালিনাথ, তুমি যদি এইবোৰ কথা কিতাপৰ শুকান জ্ঞান বা জীৱনৰ লগত সম্পৰ্ক-ৰহিত তত্ত্ব হিচাপে পঢ়িবলৈ চেষ্টা কৰা, তেন্তে এটা কথাই ভালকৈ তোমাৰ মূৰত নোসোমাব। পঢ়াতো তোমাৰ বৰ কষ্ট হ'ব। কিন্তু মনত ৰাখিবা, এইবোৰ কিতাপৰ প্ৰত্যেকটো শব্দই একো একোটা বাৰুদ-স্তূপ ; এই শব্দবোৰেই মানুহৰ সভ্যতাত যুগ যুগ ধৰি পুঞ্জীভূত হোৱা সামাজিক অন্যায়, শোষণ, প্ৰতিক্ৰিয়াশীলতা,—সমস্ত অশুভ-শক্তি, যিবোৰে সমাজৰ অধিকাংশ মানুহৰ জীৱনৰ সুস্থ বিকাশৰ পথ জগদ্দল-পাথৰৰ দৰে ৰুদ্ধ ৰাখিছে, অধিকাংশ মানুহক চিৰন্তন দাৰিদ্ৰ্যৰ অন্ধকাৰ পাতালত নিৰ্বাসিত কৰি ৰাখিছে—মানুহৰ দ্বাৰা মানুহৰ নিৰ্মম শোষণৰ ভিত্তিত প্ৰতিষ্ঠিত হোৱা মানৱ-সভ্যতাৰ সেই প্ৰাচীন যুগ-জীৰ্ণ অচলায়তন এফালৰপৰা ভাঙি চূৰমাৰ কৰি আনিছে আৰু নতুন মুক্ত মানৱ-সমাজৰ ভেটি স্থাপন কৰাৰ ক্ষেত্ৰ প্ৰস্তুত কৰি তুলিছে। এইবোৰ কিতাপৰ প্ৰত্যেকটো শব্দই তোমাৰ হাতত তুলি দিছে একোপাত নতুন অস্ত্ৰ। তুমি যদি সেই কথা মনত ৰাখি কিতাপবোৰ পঢ়া, তেন্তে তুমি ৰণ-সংগীতৰ তালে তালে তেজ মতলীয়া হোৱা সৈনিকৰদৰে এক নতুন উন্মাদনা অনুভৱ কৰিবা, কিতাপ হাতৰপৰা এৰিবলৈ তোমাৰ মন নাযাব।'

কথাবোৰ কৈ থাকোঁতে বুদ্ধিৰ দীপ্তিত উজ্জ্বল সৌমিত্ৰৰ মুখখন এটা গভীৰ আবেগত আৰু বেছি উজ্জ্বল হৈ উঠিল। হাতৰ পাইপটো জ্বলাবৰ কাৰণে সি অলপ সময় থমকি ৰ'ল। তাৰ পাছত পাইপত

টান এটা মাৰি খোঁৱা এমোকোৰা উলিয়াই সি আকৌ ক'বলৈ ধৰিলে, 'জানা কালিনাথ, কাৰ্ল মাক্স'ৰ আটাইতকৈ প্ৰিয় চৰিত্ৰ আছিল প্ৰমিথিউচ —মানুহৰ সাহিত্যৰ সৰ্ব-প্ৰথম আৰু সৰ্ব-শ্ৰেষ্ঠ বিদ্ৰোহী চৰিত্ৰ। কিন্তু মই নিজে নিজে ভাবোঁ, কাৰ্ল মাক্স' নিজেই আছিল এজন প্ৰমিথিউচ। তেওঁ নিজৰ এটা প্ৰবন্ধৰ সামৰণী মাৰিছিল ইস্কাইলাচৰ 'প্ৰমিথিউছৰ' এই উক্তিৰে :

For your vile slavery, be assured
Never would I change my unhappy lot.

মাক্সে' তেওঁৰ সমস্ত জীৱনেৰে প্ৰমিথিউছৰ এই উক্তি আখৰে আখৰে যাপন কৰি গৈছে, আৰু বিশ্বৰ সমস্ত মুক্তিকামী সংগ্ৰামী মানুহৰ কাৰণে উত্তৰাধিকাৰ হিচাপে এৰি থৈ গৈছে বিপ্লৱী জীৱনৰ এই মহৎ শিক্ষা। পৃথিবীৰ বহু দেশত এই যুদ্ধ শেষ হৈ গৈছে, কিন্তু আমাৰ দেশত সি এতিয়াও আৰম্ভই হোৱা নাই। কিন্তু আৰম্ভ হ'বলৈ বেছি দিন নাই। মাটিত কাণ পাতিলেই তুমি ভূমিকম্পৰ গুৰু গুৰু শব্দ শুনিবলৈ পাবা। ই হ'ব এক ভীষণ আৰু নিৰ্মম যুদ্ধ। তাত জয় লাভ কৰিবৰ কাৰণে আমি চৰম মূল্য দিবলৈ প্ৰস্তুত হ'ব লাগিব। কালি কলিকতাৰ পৰা মোৰ এজন বন্ধুৰ চিঠি পালোঁ। তেওঁ লিখিছে, যুদ্ধৰ কাৰণে তেওঁলোক তৈয়াৰ হৈছে। মাক্স'ৰ ৰচনাত ইস্কাইলাচৰ উদ্ধৃতিৰ কথা তেৱেঁই মোক মনত পেলাই' দিলে। চিঠিখনৰ সামৰণীত তেওঁ লিখিছে : 'আমাৰ প্ৰতিপক্ষ ভীষণ শক্তিশালী। এই ধনিকসকল ইমান শক্তিশালী যে তেওঁলোকে সাফল্যৰে সৈতে মাৰাতৰ লিখনী আৰু সন্ত্ৰাসবাদীসকলৰ গিলোটিন, নাপলেয়ঁৰ তৰবাৰী, চাৰ্চৰ ক্ৰশ আৰু বুৰ্ব'সকলৰ অভিজাত-বংশক পৰাজিত কৰিছে। কিন্তু আমিও প্ৰস্তুত হৈছো :

Fightened neither by lightning, nor the threats of Gods,
Nor the growling thunders of Heaven.

[ PROMETHEUS BOUND : AESCHYLUS ]

বৃহৎ এক দৰ্শক-মণ্ডলীৰ আগত অভিনয় কৰাৰদৰে সৌমিত্ৰই ইস্কাইলাচৰ সেই কবিতাফাকি আবৃত্তি কৰিলে, তাৰ পাছত নাটকীয় ভাবে থমকি ৰৈ সি বহুতপৰ নীৰৱ হৈ ৰ'ল।

সৌমিত্ৰৰ মুখলৈ চাই চাই কালিনাথৰ অনুভৱ হ'ল—সৌমিত্ৰৰ এই সকলো কথা-কাণ্ডৰ মূৰতে এক গোপন আৰু গভীৰ উদ্দেশ্য নিহিত হৈ আছে। শত্ৰুৰদ্বাৰা দেশ আক্ৰান্ত হোৱাৰ সময়ত সৈন্য ভৰ্তি কৰা বিষয়াই যেনেকৈ জ্বালাময়ী বক্তৃতা দি মানুহক সৈন্য-বাহিনীত যোগ দিবলৈ উদ্বুদ্ধ কৰিব খোজে, সৌমিত্ৰয়ো যেন ঠিক তাকেই কৰিছে। আৰু ঠিক এই মুহূৰ্তত তাৰ সকলো চেষ্টাৰ লক্ষ্য হ'ল কালিনাথ। কোনো এক গোপন সৈন্য-বাহিনীৰ সি ৰিক্ৰুটিং অফিছাৰ। কিন্তু সেই সৈন্য-বাহিনীটো কি? কি তাৰ উদ্দেশ্য? সি কিবা এষাৰ সুধিবলৈ মুখ মেলিব খোজোঁতেই সৌমিত্ৰই তাৰ চকুলৈ অৰ্থ-পূৰ্ণ দৃষ্টিৰে চাই ক'লে, 'কালিনাথ, তোমাক মই মোৰ লগত বিচাৰোঁ। তুমি সোনকালে সাজু হোৱাঁ।'

তাৰ পাছত কালিনাথক একো এষাৰ কবলৈ সুযোগ নিদি সি ঘপহকৰে ওলাই গুচি গ'ল।

তাৰ কিছুদিন পাছতেই কালিনাথে হঠাৎ গুৱাহাটী এৰিব লগা হ'ল। এনে এটা সম্ভাৱনাৰ কাৰণে সৌমিত্ৰ অকণো প্ৰস্তুত নাছিল। সি জানিছিল যে কালিনাথৰ দেউতাক গাঁৱৰ ধনী খেতিয়ক, এজন সৰু-সুৰা জমিদাৰ। কালিনাথে ঘৰৰ দায়িত্ব লব লগাৰ কোনো সমস্যা নাই। কালিনাথক কেন্দ্ৰ কৰি সি মনে মনে এটা ডাঙৰ পৰিকল্পনা প্ৰায় সম্পূৰ্ণ কৰি আনিছিল। কিন্তু ঘটনাৰ আকস্মিক গতি-পৰিৱৰ্তনত সি গভীৰ ভাবে হতাশ হ'ল। তথাপি কালিনাথে গুৱাহাটী এৰাৰ আগদিনা সৌমিত্ৰই তাক সিহঁতৰ ঘৰলৈ ভাত খাবলৈ নিমন্ত্ৰণ কৰি ক'লে, 'কালিনাথ, তোমাক এনেকৈ হেৰুৱাব লগা হোৱাত মই মনত কিমান দুখ পাইছোঁ তুমি বুজিব নোৱাৰিবা। তুমি ইতিমধ্যেই নিশ্চয় অনুমান কৰিব পাৰিছা—মই মনে মনে এটা ডাঙৰ কামৰ কাৰণে সাজু হৈছিলোঁ, আৰু সেই কামত তোমাক প্ৰধান সাৰথি হিচাপে পাম বুলি

ভাবিছিলোঁ। যিহওক, এতিয়া যি হৈছে, সিও হয়তো ভালৰ কাৰণেই হৈছে। মোৰ —বা অধিক শুদ্ধকৈ ক'বলৈ হ'লে আমাৰ— কৰ্ম-ক্ষেত্ৰ কেৱল গুৱাহাটী নহয়, সমগ্ৰ দেশেই আমাৰ কৰ্মক্ষেত্ৰ। হয়তো গাঁৱত থাকিয়েই তুমি আমাক বেছিকৈ সহায় কৰিব পাৰিবা। মই তোমাক যিখিনি কিতাপ দিছিলোঁ সেইখিনি তুমি লৈ যোৱা। আজি তোমাক মই আৰু কিছু কিতাপ দিম। এইবোৰ পঢ়ি শেষ কৰি তোমাৰ মনৰ কি পৰিবৰ্তন হয় বা তুমি কি সিদ্ধান্তত উপনীত হোৱা—মোক জনাবা। তোমাৰপৰা চিঠি পোৱাৰ পাছতেই মই তোমালৈ আৰু কিছু কিতাপ পঠাম। চিঠি-পত্ৰৰে তুমি মোৰ লগত যোগাযোগ ৰাখি থাকিবা। কেৱল মনত ৰাখিবা—তুমি য'তেই নাথাকা, তোমাক এটা বিশেষ দায়িত্বৰ কাৰণে চিহ্নিত কৰা হৈছে। সেই দায়িত্ব তুমি কেতিয়াও এৰাই চলিব নোৱাৰা।…আৰু এটা কথা। মই কিন্তু এদিন গৈ তোমাৰ গাঁও ওলামগৈ। নিমন্ত্ৰণটো নিজেই খুজি ল'লোঁ।'

কালিনাথে কিবা এটা চিন্তা কৰি কিছু সময় নীৰৱ হৈ থাকি অৱশেষত ক'লে, 'সৌমিত্ৰ, মই গাঁৱত নিগাজীকৈ থাকিম বুলিয়েই ওলাইছোঁ। আকৌ কেতিয়া তোমাৰ লগত দেখা হয় তাৰ ঠিক নাই। তোমাৰ লগত বন্ধুত্ব হোৱাৰ অতি কম দিনৰ ভিতৰতে তুমি মোৰ মাজত এটা নতুন মানুহ জগাই তুলিছিলা। তোমাক লগ পোৱাৰ আগলৈকে মোৰ অৱস্থা আছিল প্লেটোৰ সেই বিখ্যাত গুহা-বাসী মানুহবোৰৰ নিচিনা; নিশ্ছিদ্ৰ, চিৰ-পৰিচিত অন্ধকাৰেই যাৰ জীৱনত একমাত্ৰ সত্য। কিন্তু তোমাৰ সান্নিধ্যলৈ আহি মই পোহৰ চিনি পালোঁ, এতিয়া আৰু মই ইমান দিনে জানি-বুজি অহা কোনো কথাকেই আগৰ নিচিনাকৈ বিনা-প্ৰশ্নে সহজ ভাবে গ্ৰহণ কৰিব নোৱাৰোঁ। মই যে সাৰ পাই উঠিলোঁ—তাৰ কাৰণে মই তোমাৰ ওচৰত কৃতজ্ঞ। কিন্তু তোমাৰপৰা শেষ বিদায় লোৱাৰ আগতে তুমি মোক এটা কথা ক'ব লাগিব। কি সেই বিশেষ দায়িত্ব—যাৰ কাৰণে তুমি মোক অকণ অকণকৈ প্ৰস্তুত কৰি তুলিব খুজিছা।'

'তোমাৰ প্ৰশ্নটোৰ আধা উত্তৰ'—সৌমিত্ৰই উত্তৰ দিলে, 'মই তোমাক দিয়া কিতাপবোৰৰ মাজতে লুকাই আছে। কিতাপবোৰ প্ৰণালী-বদ্ধ ভাবে এফালৰপৰা পঢ়ি যোৱা আৰু নিজে গভীৰ ভাবে চিন্তা কৰা। তেতিয়াই তুমি তোমাৰ প্ৰশ্নটোৰ আধা উত্তৰ পাই যাবা। বাকী আধা উত্তৰ উপযুক্ত সময় হ'লেই মই তোমাক জনাম। মোৰ লগত তোমাৰ সোনকালে দেখা নহ'ব—এনে কথা তুমি মনলৈকে নানিবা। পৰ্বত যদি মহম্মদৰ ওচৰলৈ নাহে, তেন্তে মহম্মদে নিজেই পৰ্বতৰ ওচৰলৈ যাব লাগিব।'

সৌমিত্ৰই উপহাৰ দিয়া এবোজা কিতাপ লৈ কালিনাথ গাঁৱলৈ উভতি গ'ল। কিতাপ আছিল মাৰ্ক্স, এঙ্গেলছ, লেনিনৰ পৰা আৰম্ভ কৰি মাও চে তুং, লিন পিয়াও আৰু চে গোৱাভেৰালৈকে কমিউনিষ্ট বিপ্লৱৰ দাৰ্শনিক আৰু নেতাসকলে মাৰ্ক্সীয় দৰ্শন আৰু বিপ্লবী ৰণ-কৌশলৰ ওপৰত লিখা বিভিন্ন কিতাপ। কালিনাথৰ বুজিবলৈ বাকী নাথাকিল যে সৌমিত্ৰই মাৰ্ক্সীয় দৰ্শনত আধুনিক জগতৰ সমস্যাৰ সমাধানৰ পথ বিচাৰি পাইছে আৰু কালিনাথকো সেই মন্ত্ৰত দীক্ষিত কৰিব খুজিছে। তাৰ মাত্ৰ এটা কথা বুজিবলৈ বাকী থাকিল: কি সেই 'বিশেষ দায়িত্ব'—যাৰ কাৰণে কালিনাথক বিশেষ ভাবে 'চিহ্নিত' কৰা হৈছে? সৌমিত্ৰই নিজেইবা কি বিশেষ লক্ষ্যৰ কাৰণে নিজকে প্ৰস্তুত কৰিছে?

গুৱাহাটীত থাকোঁতে কালিনাথে যি উদ্যমেৰে সৌমিত্ৰই দিয়া কিতাপ-পত্ৰবোৰ পঢ়িবলৈ আৰম্ভ কৰিছিল, গাঁৱৰ ঘৰলৈ অহাৰ পাছত তাৰ সেই উদ্যমত বহুতো ভাটা পৰিল। হ'ব পাৰে—যি মানসিক সক্ৰিয়তা আৰু অনুসন্ধিৎসাই বহুতো মানুহক চিন্তাৰ দুৰ্গম অভিযান আৰু সত্য-অন্বেষণৰ পথত ঠেলি ঠেলি লৈ যায়—তাৰ সেই সক্ৰিয়তাৰ নিতান্তই অভাৱ। কিন্তু কালিনাথে লগতে এই কথাও অনুভৱ কৰিলে যে, মাৰ্ক্সীয় দৰ্শনৰ নানা সিদ্ধান্তৰ লগত সি সহজ আত্মীয়তা স্থাপন কৰিব পৰা নাই; বহুতো অনুত্তৰিত প্ৰশ্নই তাৰ অধ্যয়নৰ গতি মন্থৰ আৰু বাধা-গ্ৰস্ত কৰিবলৈ ধৰিলে। তথাপি এটা কৰ্তব্য-বোধৰ তাড়নাত

সি কিতাপবোৰ পঢ়ি থাকিল, আৰু যিমানেই সি পঢ়িলে, সিমানেই সি নতুন নতুন উত্তৰতকৈ নতুন নতুন প্ৰশ্নৰ সম্মুখীন হ'ল।

এনে সময়তে তাৰ গুৱাহাটীলৈ যোৱাৰ সুযোগ আহি পৰিল, আৰু প্ৰায় এবছৰৰ মূৰত সৌমিত্ৰক পুনৰ লগ পোৱাৰ সম্ভাৱনাই তাক আনন্দ আৰু উত্তেজনাত চঞ্চল কৰি তুলিলে।

॥ ১৮ ॥

ঘৰৰ কোনোবা মানুহ দূৰণিবটীয়া ঠাইলৈ যাত্ৰা কৰিব লগা হ'লে গোসাঁই-ঘৰত চাকি এগছ জ্বলাই সেৱা এটা কৰি গৃহ-দেৱতাৰ আশীৰ্বাদ ল'ব লাগে—এইটো শিৱনাথহঁতৰ ঘৰত পূৰ্বাপৰ চলি অহা নিয়ম। কালিনাথ চিলঙলৈ যাবৰ দিনাও মাকে ওচৰৰে দুজনমান বুঢ়াভকত মাতি আনি গোসাঁই-ঘৰত চাকি-শলিতা জ্বলালে, আৰু কালিনাথেও সেৱা এটা কৰি সকলোৰে আশীৰ্বাদ লৈ চিলঙলৈ যাত্ৰা কৰিলে। মাকে তাক পদূলি-মুখলৈকে আগ বঢ়াই থৈ ঘৰলৈ ঘূৰি আহিল, আৰু মনতে কি এটা ভাবি তেওঁ আকৌ গোসাঁই-ঘৰলৈ সোমাই গ'ল। থাপনাৰ আগত দীঘল দি পৰি তেওঁ পৰম নিষ্ঠা আৰু ব্যাকুলতাৰে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে—কালিনাথৰ উদ্দেশ্য যেন সফল হয়, চোৰাং মদৰ অভিশাপৰ পৰা যেন ম'হঘুলি মুক্ত হয়, ঘৰখনলৈ যেন আগৰ সুখ-শান্তি পুনৰ ঘূৰি আহে। বহুত পৰ তেনেকৈ প্ৰাৰ্থনা কৰি থাকি তেওঁ লাহে লাহে উঠি বহিল। ঠিক সেই সময়তে তেওঁ অনুভৱ কৰিলে—হঠাৎ যেন তেওঁৰ মূৰটো আচন্দ্ৰাই কৰাৰদৰে ঘূৰিব ধৰিছে আৰু চকুৰ সমুখত তেওঁ সকলো বস্তু ধোঁৱা-কোঁৱা দেখিবলৈ ধৰিছে। হাতেৰে কপালখন খামুচি ধৰি চকু দুটা মুদি তেওঁ কিছু সময় বহি ৰ'ল। অলপ পাছত তেওঁ উঠি থিয় হ'বলৈ চেষ্টা কৰিলে। কিন্তু তেওঁ

ভালকৈ থিয় হ'বলৈ নাপালেই, এটা ভীষণ যন্ত্ৰণাত অস্ফুট চীৎকাৰ কৰি তেওঁ মাটিত পৰি গ'ল।

ঠিক সেই সময়তে ৰন্তাই কুঁৱাৰপৰা পানী একলহ আনি গোসাঁই-ঘৰৰ ওচৰৰে পানীৰ কলহ থোৱা ঠাইত থৈছিল মাত্ৰ, এনেতে গোসাঁই-ঘৰত কিবা এটা ঘপহ কৰে পৰাৰ শব্দ শুনি তাই দুৱাৰখন ঠেলা মাৰি ভিতৰলৈ সোমাই গ'ল। গৈ দেখে, মাক অজ্ঞান হৈ পৰি গৈছে। তাই চিঞৰ-বাখৰ কৰি হুৱা-দুৱা লগাবলৈ ধৰিলে। ৰন্তাৰ চিঞৰ শুনি সাবিত্ৰী দৌৰি আহিল। ৰন্তাই কান্দি কান্দি ক'বলৈ ধৰিলে, 'আইৰ কিবা এটা হৈছে। দেউতাক মাত, দেউতাক মাত।'

খবৰ পাই দেউতাক বাহিৰৰপৰা দৌৰি আহিল। বাপেক-জীয়েকে মিলি মাকক দাঙি বিছনালৈ নিলে আৰু মূৰত তেল-পানী দিবলৈ ধৰিলে। কিন্তু মাকৰ চেতনা ঘূৰি নাহিল। ডাক্তৰ নানিলেই নহয়। কিন্তু ডাক্তৰ মাতিবলৈ পঠাবলৈকো ঘৰখনত ল'ৰা এটা নাই। ওচৰৰ কেৰকণহঁতৰ ঘৰত খবৰ কৰি চালে, সিহঁতৰ ঘৰতো আটাইবোৰ মতা মানুহ পথাৰলৈ গৈছে। নিৰুপায় হৈ সাবিত্ৰী নিজেই ডাক্তৰ মাতিবলৈ গ'ল।

ৰন্তাই পাগলীৰদৰে কান্দি কান্দি মাকৰ গাত ধৰি জোকাৰি কেৱল মাতিবলৈ ধৰিলে, 'আই, আই, অ' আই।' চিঞৰি চিঞৰি মাকৰ চেতনা জাগ্ৰত কৰিবলৈ চেষ্টা কৰাৰ বাহিৰে সেই মুহূৰ্তত আন একো কৰিবলৈ তাই উপায় বিচাৰি পোৱা নাছিল। শিৱনাথে ঘৈণীয়েকৰ হাত এখন নিজৰ হাতৰ মুঠিত লৈ তেওঁৰ মূৰৰ শিতানতে স্তব্ধ হৈ বহি ৰ'ল। ঘৈণীয়েকৰ অজ্ঞান যন্ত্ৰণা-কাতৰ মুখখনৰ ফালে চাই চাই তেওঁৰ অনুভৱ হ'ল—বহুত দিন বহুত মাহ ঘৈণীয়েকৰ মুখৰ ফালে চাবলৈ তেওঁৰ সময় আৰু প্ৰয়োজন হোৱা নাছিল; ঘৈণীয়েকযে আছে—কেৱল সেই চেতনাৰ মাজতেই তেওঁ নিশ্চিন্ত আৰু নিৰাপদ হৈ আছিল। কিন্তু আজি—যেন বহুত যুগৰ মূৰত তেওঁ ঘৈণীয়েকৰ মুখৰ ফালে চাই দেখিলে—বিৰাম-বিহীন শাৰীৰিক পৰিশ্ৰম আৰু উপৰ্য্যুপৰি মানসিক আঘাতে মানুহজনীক কেতিয়াবাৰ পৰাই তিলে তিলে মাৰি আনিছিল,

কিন্তু তেওঁ ইমান নীৰৱে সেই সমস্ত দুখ বহন কৰিছিল যে আন কি শিৱনাথেও তাৰ কোনো গম পোৱা নাছিল। তেওঁৰ সংসাৰৰ কল চলি আছিল ঘৈণীয়েকৰ তেজেৰে; কিন্তু কেতিয়া সেই তেজ নিঃশেষ হৈ এটা মাত্ৰ জীৱন্ত মৰা-শ পৰি আছিল—তাৰ প্ৰতি শিৱনাথৰ ভ্ৰূক্ষেপ নাছিল। ঘৈণীয়েকৰ মুখৰ ফালে স্তব্ধ নির্নিমেষ দৃষ্টিৰে তেওঁ চাই ৰ'ল, আৰু এটা ভয়ংকৰ বোবা ভয়ে তেওঁৰ টেঁটুটো চেপি ধৰিলে। অভিজ্ঞ দৃষ্টিৰে শিৱনাথে বুজি পালে যে জীৱন-জোৰা যি অপৰিসীম ক্লান্তিৰ টোপনিয়ে ঘৈণীয়েকক হেঁচা মাৰি ধৰিছে, সেই টোপনি ভগাৰ কোনো আশাই বোধহয় আৰু নাই। মৃত্যুৰ পদ-ধ্বনিৰদৰে মুহূৰ্তবোৰে তেওঁৰ চেতনাৰ ওপৰেদি সশব্দে পাৰ হৈ যাবলৈ ধৰিলে, আৰু শিৱনাথ নিস্পন্দ হৈ বহি ৰ'ল চৰম মুহূৰ্তটোৰ প্ৰতীক্ষাত।

শিৱনাথৰ ঘৈণীয়েক মূৰ্ছিত হৈ পৰাৰ খবৰ পাই ইতিমধ্যেই ওচৰ-চুবুৰীয়া তিৰোতাবোৰ আহি তেওঁৰ ঘৰ ভৰি পৰিলহি, আৰু প্ৰত্যেকেই নানা প্ৰতিকাৰৰ পৰামৰ্শ দিবলৈ ধৰিলে। কিন্তু এটা সম্মিলিত ভয়ংকৰ গুঞ্জন-ধ্বনিৰ বাহিৰে কাৰো কথাই স্পষ্টভাবে শিৱনাথৰ কাণত নপৰিল। তেওঁ কেৱল অপলক দৃষ্টিৰে ঘৈণীয়েকৰ মুখৰ ফালে চাই ৰ'ল, আৰু তেওঁৰ মনত অনুভৱ হ'বলৈ ধৰিলে যে ঘৈণীয়েকৰ লগে লগে তেৰোঁ তিলে তিলে এফালৰপৰা মৰি আহিছে।

অলপ পাছতে আউলী-বাউলী হৈ সাবিত্ৰী সোমাই আহিল, আৰু কান্দি কান্দি তাই ঘোষণা কৰিলে যে ডাক্তৰ হস্পিটালত নাই, ক'ৰবাত ৰোগী চাবলৈ গৈছে। কম্পাউণ্ডাৰেও এতিয়া হস্পিটাল এৰি আহিব নোৱাৰে। হস্পিটাল বন্ধ হোৱাৰ পাছতহে তেওঁ এবাৰ আহিব। ডাক্তৰৰ ওপৰতে শেষ আশা কৰি ইমান পৰে ৰত্নাই কিছু ধৈৰ্য্য ধৰি আছিল; কিন্তু এতিয়া ডাক্তৰ নাহিব বুলি শুনি তাই কান্দি কান্দি বিতত হৈ মাকৰ গাৰ ওপৰতে বাগৰি পৰিল। সাবিত্ৰীয়েও সেই কান্দোনত যোগ দিলে।

শিৱনাথৰ ঘৈণীয়েকৰ চেতনা আৰু ঘূৰি নাহিল। প্ৰায় এঘণ্টামানৰ মূৰত তেওঁ শেষ নিশ্বাস ত্যাগ কৰিলে।

মৃতকৰ অন্ত্যেষ্টি-ক্রিয়া শেষ হয় মানে আবেলি হ'ল। মানুহবোৰে গা-পা ধুই ঘৰলৈ যাবলৈ ওলাল। কিন্তু শিৱনাথৰ ঘৰলৈ ঘূৰাৰ কোনো লক্ষণ দেখা নগ'ল। নৈৰ পাৰৰ বালিত আধা পোত খাই থকা গছৰ মূঢ়া এটাতে তেওঁ এনে ভাবে বহি পৰিল—যেন বেছ কিছু সময়ৰ কাৰণে তেওঁ তাতে বহি থাকিবলৈ প্ৰস্তুত হৈছে। ঘৰৰ ফালে মুখোজমান আগ বাঢ়ি গৈয়ো ধনীৰাম আৰু দেবেৰা বুঢ়াই কিবা এটা ভাবি পিছলৈ ঘূৰি চালে, আৰু শিৱনাথক অকলে বহি থকা দেখি দুয়ো আকৌ ঘূৰি আহিল।

ধনীৰামে ক'লে, 'দদাইদেউ, গধূলি হ'ববে হ'ল, ঘৰলৈ ব'লক।'

শিৱনাথে তেওঁলোকৰ ফালে নোচোৱাকৈয়ে ক'লে, 'তোমালোকে আগ বাঢ়া বোপাই। মই অলপ পাছতে গৈছোঁ।'

বিষণ্ণতা ওপচি পৰা শান্ত অৰ্ধ-স্ফুট মাতেৰে তেওঁ কথা কেইটা ক'লে ; কিন্তু তাৰ মাজতেই এনে এটা দৃঢ়তা ফুটি উঠিল যে ধনীৰামে কথা বঢ়াবলৈ আৰু সাহস নাপালে। দেবেৰা বুঢ়াই স্বগতোক্তি কৰাৰদৰে কৰি ক'লে, 'আমিনো তোমাক কি বুলি বুজাম ময়না, তুমি আমাতকৈ বহুত বেছি শাস্ত্ৰজ্ঞানী মানুহ। আমি কেৱল জানো— 'কচুপাতৰ পানী টলবল কৰে, পৰিলে পাবলৈ নাই'। গুৰুসকলে কৈয়েই গৈছে :

ভাৰ্য্যা পুত্ৰ ধন সৱ অকাৰণ
হৰিৰ নামে কৰা সাৰ।
মহা সংকটত অভয় সাগৰে
হৰিৰ নামে হ'বা পাৰ ॥'

আন মানুহবোৰ ইতিমধ্যে বহুত বাট আগ বাঢ়িছিল, বাকী আছিল কেৱল ধনীৰাম আৰু দেবেৰা বুঢ়া। শিৱনাথে লৰচৰ কৰাৰ অকণো লক্ষণ নেদেখি দুয়োজনেই দীঘলকৈ আৰু সশব্দে হুমুনিয়াহ একোটা পেলাই শিৱনাথৰ প্ৰতি নীৰৱ সহানুভূতি জনাই নিজৰ বাটত আগ বাঢ়িল।

শূন্য উদাস দৃষ্টিৰে সমুখলৈ চাই চাই শিৱনাথ নিশ্চল হৈ বহি ৰ'ল। ৰাতি পুৱাবৰ পৰা আবেলি পৰলৈকে এই দীঘল সময়ছোৱা কি কি

ঘটনা ঘটি গ'ল—তেওঁ যেন ইমানপৰে ক'বই পৰা নাছিল ; এটা আকস্মিক প্ৰচণ্ড আঘাতত তেওঁৰ সমস্ত চেতনা অসাড় হৈ গৈছিল। কিন্তু এই একান্ত নিৰ্জনতাৰ অৱকাশত প্ৰথম বাৰৰ কাৰণে তেওঁ সচেতন ভাবে উপলব্ধি কৰিলে যে আজি তেওঁৰ ঘৈণীয়েক মৰিল ; জীৱনৰ সুদীৰ্ঘ পঁয়ত্ৰিছটা বছৰ ধৰি যাৰ অস্তিত্ব আছিল ভৰিৰ তলত মাটিৰ দৰেই সহজ আৰু স্বাভাৱিক, যাৰ সান্নিধ্য উশাহ-নিশাহৰদৰেই তেওঁৰ জীৱনৰ সৰ্বপ্ৰধান প্ৰয়োজনত পৰিণত হৈছিল, আজিৰপৰা তেওঁ চিৰকাললৈ হেৰাই গ'ল। আজি যেতিয়া তেওঁ ঘৰলৈ ঘূৰি যাব, কোনেও ওলাই আহি তেওঁৰ কাষত নীৰৱে থিয় নহ'বহি, কোনেও তেওঁৰ মুখলৈ চায়েই তেওঁৰ মনৰ ভাব বুজি নাপাব, কাৰো সমস্ত চেতনা উৎকৰ্ণ হৈ নাথাকিব তেওঁৰ বুকুৰ প্ৰতিটো স্পন্দন শুনিবৰ কাৰণে। ঘৈণীয়েক জীয়াই থকালৈকে শিৱনাথে বুজি পোৱা নাছিল যে, তেওঁৰ সমস্ত ভুৱন সেই কৃশ-কায়া, মুখৰ মাত নোহোৱা তিৰোতাজনীয়েই সম্পূৰ্ণ ভাৱে অধিকাৰ কৰি আছিল ; আজি এক সীমা-হীন শূন্যতাই বাৰে বাৰে তেওঁক মনত পেলাই দিলে যে তেওঁৰ ঘৈণীয়েকেই তেওঁৰ কাৰণে আছিল সমস্ত পৃথিৱী। ঘৈণীয়েক মৰিবৰ পৰা সেই মুহূৰ্তলৈকে তেওঁ কন্দা নাছিল, কিন্তু এতিয়া তেওঁৰ দুই চকু ফাটি ধাৰাসাৰে চকু-পানী ওলাবলৈ ধৰিলে, আৰু এটা মুহূৰ্তত তেওঁৰ অনুভৱ হ'বলৈ ধৰিলে যে তেওঁৰ সমস্ত হৃদয় যেন গলি গলি শেষ হৈ গ'ল। নিজকে তেওঁৰ এটা অশৰীৰি সত্বা হেন অনুভৱ হ'ল।

অশ্ৰু-সজল দৃষ্টিৰে শিৱনাথে সমুখৰ ফালে চাই ৰ'ল। চ'ত-মহীয়া বেলিটো প্ৰায় মাৰ যাবলৈ ধৰিছে, সমুখৰ নৈৰ পানীখিনি আৰু চাৰিওফালৰ সেউজীয়া গছ-বনবোৰ এটা অপাৰ্থিৱ পোহৰত জলমলাই উঠিছে। কিন্তু সেই সকলোৰে মাজত শিৱনাথে দেখিবলৈ পালে কেৱল এক অতল আৰু অপৰিমেয় বিষাদৰ ছবি, তাৰ পাষাণ-ভাৰত যেন তেওঁৰ সমস্ত দেহ-মন ভাগি গুড়ি হৈ যোৱাৰ উপক্ৰম হ'ল। ঠিক সেই সময়তে এজাক বতাহ বলিবলৈ ধৰিলে, আৰু নৈৰ পাৰৰ ঝাউ-বনডৰাত এটা হো-হোৱনি শব্দ উঠিল। নিখিল চৰাচৰৰ

কান্দোনৰ বিননিৰদৰে সেই শব্দটো চাৰিওফালে বিয়পি পৰিল। শিৱনাথৰ সমস্ত সত্তা বিশ্ব-ব্যাপী শোকৰ সেই মহা-সংগীতৰ লগত এক হৈ মিলি গ'ল।

বহুত পৰৰ মূৰত শিৱনাথৰ মনত প্ৰথম যি চিন্তাৰ উদয় হ'ল, সেইটো হ'ল এই যে যৈণীয়েকৰ মৃত্যুৰ লগে লগেই তেওঁৰ নিজৰো যেন মৃত্যু হ'ল। তেওঁৰ তেজ-মাংসৰ শৰীৰটো হয়তো আৰু কিছুদিন জীয়াই থাকিব, কি সি হ'ব কেৱল এটা জীৱন্ত মৰা-শ। নিজৰ মৰা-শটোকে তেওঁ আৰু কিছুদিন অতিশয় কষ্টেৰে চোঁচোৰাই ফুৰিব লাগিব। এতিয়া মৃত্যু আহি তাৰ নিজৰ কোলাত শিৱনাথক সামৰি ল'লেই তেওঁ ৰক্ষা পৰে। এদিন এই মৃত্যুকেই তেওঁ কিমান ভয় কৰিছিল। বহুত প্ৰাচীন স্মৃতি এটাকৈ এটাকৈ শিৱনাথৰ মনত পৰিবলৈ ধৰিলে।

তেওঁৰ বয়স তেতিয়া কিজানি মাত্ৰ দহ-বাৰ বছৰ। সেই সময়তে তেওঁৰ লগৰীয়া গাঁৱৰে ঘনকান্তৰ মাক হঠাতে এদিন মৰি থাকিল। গধূলি সময়ত তেওঁৰ মৃত্যু হৈছিল, গাঁৱৰ আন সকলো মানুহৰ লগত শিৱনাথৰ দেউতাকো শ্মশানলৈ গ'ল। শিৱনাথৰ জীৱনত সেয়েই প্ৰথম মৃত্যুৰ অভিজ্ঞতা। ৰাতি মাকে বিছনাত শিৱনাথক বুকুত সাবটি ধৰি শুৱাবলৈ চেষ্টা কৰিছে, কিন্তু ঘনকান্তহঁতৰ ঘৰৰপৰা ভাহি অহা কান্দোনৰ বিননি শুনি শুনি কাৰো চকুলৈ টোপনি অহা নাই। শিৱনাথে মাকক সুধিলে, 'ঘনকান্তৰ মাকৰ আজি কি হ'ল আই ?'

'মৰিল'—মাকে চমুকৈ উত্তৰ দিলে।

'মৰিলে মানুহৰ কি হয় ?'

'মৰিলে মানুহৰ আত্মাটো স্বৰ্গ লৈ যায়, দেহটো পুৰি পেলায়।'

'পুৰি পেলায় ?'—শিৱনাথে মাকক আৰু জোৰেৰে সাবটি ধৰি সুধিলে, 'মানুহে তেতিয়া দুখ নাপায়নেকি ?'

মাক অন্যমনস্ক হৈ পৰিছিল, শিৱনাথৰ প্ৰশ্নৰ তেওঁ একো উত্তৰ নিদিলে।

কিছুপৰ নীৰৱ হৈ থাকি শিৱনাথে আকৌ মাকক সুধিলে, 'আই, ঘনকান্তৰ মাক আৰু কেতিয়াও ঘূৰি নাহিবনেকি ?'

মাকে অশ্রু-ভৰা মাতেৰে ক'লে, 'আৰু ক'ত আহিব বোপাই। যোৱাজন যায়েই, আৰু কোনোকালেই তেওঁ ঘূৰি নাহে।'

মাকৰ কথাষাৰ হৃদয়ংগম কৰিবৰ কাৰণে শিৱনাথে কিছু সময় অপেক্ষা কৰিলে, তাৰ পাছত তেওঁ আকৌ সুধিলে, 'তেন্তে আজিৰপৰা ঘনকান্ত কাৰ লগত শুব ?'

'কিয়, দেউতাকৰ লগত। এতিয়া টোপনি যোৱা সোণ। বহুত ৰাতি হ'ল।'

মাকৰ কথাষাৰ শিৱনাথে কাণতেই নুতুলিলে, তেওঁ আকৌ প্ৰশ্ন কৰিলে, 'তুমিও এদিন মৰিবানেকি আই ?'

মৃত্যুৰ জীৱন্ত চেতনাই শিৱনাথৰ মাকৰ মনলৈ এটা সাময়িক বৈৰাগ্যৰ ভাব আনি দিছিল, পুতেকৰ অনুভূতিলৈ ভ্ৰূক্ষেপ নকৰি তেওঁ ক'লে, 'নমৰাকৈনো কোন থাকে বোপাই। ময়ো মৰিম। সেয়া দেখিছাই নহয়, আমাৰ লগৰবোৰ যাবলৈ আৰম্ভ কৰিলেই। আমাৰো চমন আহি পায়হিহে লাগে। এতিয়া তুমি শোৱা সোণ। মই নাম এষাৰ গাওঁ, তুমি শুনি শুনি টোপনি যোৱা—

ৰৰঘৰ বান্ধিলোঁ মাৰলি ছাটিলোঁ
ইকৰাৰ বনালোঁ ৰুই।
সেই ঘৰৰ পাৰত শুবলৈ নাপালোঁ
নদীৰ পাৰত দিলে জুই ॥'

কিছুপৰ নাম গাই গাই মাক হঠাৎ এবাৰ নীৰৱ হৈ পৰিল, বোধহয় টোপনি গ'ল। কিন্তু শিৱনাথ বহুত পৰলৈকে সাৰে থাকিল। ঘনকান্তৰ মাকৰ নিচিনাকৈ শিৱনাথৰ মাকো এদিন মৰি যাব, আৰু কোনোদিনেই তেওঁ ঘূৰি নাহিব, শিৱনাথে এনেকৈ তেওঁৰ বুকুত মুখ গুজি শুবলৈ নাপাব- -এইবোৰ চিন্তাই তেওঁক ভয় আৰু বিষাদত পাগল কৰি তুলিলে। শিৱনাথৰ মৃত্যু-চিন্তাৰ সেয়া আৰম্ভণী মাত্ৰ। তেওঁৰ এতিয়াও ভালকৈ মনত পৰে—প্ৰায় সমস্ত শৈশৱ-কাল এই মৃত্যুৰ

চিন্তাই তেওঁৰ মনটো গভীৰ বিষাদেৰে আচ্ছন্ন কৰি ৰাখিছিল। দিনৰ ব্যস্ততাৰ সময়খিনিত মৃত্যুৰ চিন্তা তেওঁৰ মনলৈ বৰকৈ নাহে, কিন্তু ৰাতি বিছনাত পৰাৰ লগে লগেই টোপনি নহা পৰ্য্যন্ত তেওঁ মৃত্যুৰ চিন্তাত তন্ময় হৈ পৰে। অৱশ্যে সেই সময়ত তেওঁ নিজৰ মৃত্যুৰ কথা বৰকৈ ভবা নাছিল, তেওঁৰ একমাত্ৰ চিন্তা হৈছিল যে তেওঁৰ মাক-বাপেক এদিন মৰি যাব আৰু তেওঁ তেওঁলোকক কেতিয়াও পুনৰ দেখিবলৈ নাপাব। তেওঁৰ মাক-দেউতাক নাই—এনেকুৱা এখন পৃথিবীৰ কথা কল্পনা কৰাটোও আছিল তেওঁৰ কাৰণে জীৱনৰ আটাইতকৈ যন্ত্ৰণাদায়ক অভিজ্ঞতা। লাহে লাহে তেওঁ হিন্দু-জীৱনৰ এই পৰম্পৰাগত বিশ্বাস আয়ত্ত কৰিলে যে, মৃত্যুতেই মানুহৰ জীৱনৰ অন্ত নপৰে, মানুহৰ পুনৰ্জন্ম হয়, আৰু জন্ম-জন্মান্তৰ ধৰি জীৱনৰ প্ৰবাহ চলি থাকে। কিন্তু এই বিশ্বাসে শিৱনাথৰ সমস্যাৰ সমাধান কৰিব নোৱাৰিলে। তেওঁৰ মনত নতুনকৈ প্ৰশ্ন হ'ল: মৃত্যুৰ পাছত মাকে ক'ত আৰু কি হৈ নতুনকৈ জন্ম ল'ব? পৰ-জন্মতো শিৱনাথে একেজনী মাককেই আকৌ মাক হিচাপে পাবনে? মাকে শিৱনাথক নিজৰ পুতেক হিচাপে চিনি পাবনে? পৰ-জন্মত শিৱনাথৰ মাক আন কাৰোবাৰ মাক হৈ যাব—এই সম্ভাৱনাৰ চিন্তাই শিৱনাথৰ সমস্ত শৈশৱ-কাল এক করুণ আৰু দুঃসহ দুখৰ চেতনাৰে আৱিল কৰি ৰাখিলে। সকলো স্নেহ-বন্ধন অসাৰ আৰু অৰ্থ-হীন বুলি তেওঁৰ মনত অনুভৱ হ'ল। তেওঁ ডাঙৰ হোৱাৰ পাছত মাকৰ এদিন মৃত্যু হ'ল, কেইবছৰ মানৰ পিছত দেউতাকৰো মৃত্যু হ'ল, আৰু মাক-দেউতাকৰ অবিহনে যিখন জগত বিৰাট শূন্যতাৰে ভৰি যাব বুলি তেওঁ জ্ঞান হ'বৰ দিন ধৰি কল্পনা কৰি আহিছিল, সেই জগত কিন্তু একে-দৰেই চলি থাকিল। কিছুদিনৰ পাছত মাক-দেউতাকৰ কথা এটা মাত্ৰ স্মৃতিত পৰিণত হ'ল।

কিন্তু মৃত্যুৰ চিন্তাই শিৱনাথৰ লগ নেৰিলে। মৃত্যুৰ প্ৰতি মানুহৰ যি স্বাভাৱিক আৰু চিৰন্তন ভয়, তাৰ বাহিৰেও, ব্যক্তিগত অস্তিত্ব-নাশৰ কথা বাদ দিও, মৃত্যু তেওঁৰ কাৰণে জীৱনৰ সেই চিৰন্তন

মৌলিক প্ৰশ্ন হৈ দেখা দিলে : মৃত্যুতেইকি জীৱনৰ সকলো শেষ হয়? জীৱনৰ এই সমস্ত আয়োজন, এই মায়া-মমতাৰ বন্ধন, এই কৰ্মোদ্যম, এই বিৰাট সৃষ্টি-কাণ্ড—এই সকলোবোৰ কি মৃত্যুৰ চিৰ-অন্ধকাৰ অতল গহ্বৰত চিৰকাললৈ হেৰাই যাবৰ কাৰণেই? মৃত্যুতেই যি জীবনৰ চূড়ান্ত সমাপ্তি হয়, বহুত চিন্তা কৰিও তেওঁ সেই জীৱনৰ কোনো অৰ্থ বিচাৰি নাপালে। জীৱন যদি মানুহে মাত্ৰ এবাৰেই পায় আৰু মৃত্যুৱে তাৰ ওপৰত চিৰ-যৱনিকা টানি দিয়ে, তেন্তে সেই জীৱনৰ কোনো নৈতিক ভিত্তি থাকিব নোৱাৰে, কাৰণ প্ৰত্যেক মানুহে নিজৰ নিজৰ ভাগৰ ক্ষুদ্ৰ সময়খিনি কেনেকৈ অতিবাহিত কৰে তাৰ এটা সূত্ৰ বান্ধি দিবলৈ কাৰো একো অধিকাৰ নাই। আনন্দ নিশ্চয় কাম্য হ'ব পাৰে, কিন্তু দুখো দুঃসহ নহয়, কাৰণ সকলো দুখৰ চিৰ-অবসানৰ কাৰণে আছে মৃত্যুৰ নিশ্চিত প্ৰতিশ্ৰুতি। মৃত্যুতেই যি জীৱনৰ চিৰ-সমাপ্তি, সেই জীৱন অৰ্থহীন বুলি শিৱনাথৰ মনত নিশ্চিত প্ৰত্যয় জন্মিল। কিন্তু মৰণৰ সিপাৰত জীৱনৰ অস্তিত্ব সম্পৰ্কেও তেওঁ কোনোদিন সংশয়মুক্ত হ'ব নোৱাৰিলে। আনকি পৰম্পৰা-গত ধৰ্মীয় বিশ্বাসৰ বেদীত আত্ম-নিবেদন কৰিও সমস্ত জীৱন ধৰি তেওঁ অনুভৱ কৰি থাকিল যে তেওঁৰ সহজ অভ্যাস-জাত বিশ্বাসৰ অন্তৰালত অন্তঃস্ৰোতা ফল্গুধাৰাৰ দৰে ব'ব ধৰিছে আত্মাৰ অমৰতা সম্পৰ্কে এক বেদনাময় সংশয়, তাৰপৰা কোনোদিনেই তেওঁ মুক্ত হ'ব নোৱাৰিলে।

জীৱন-যাপনৰ অভিজ্ঞতাই তেওঁৰ মন বহুখিনি কঠিন কৰি আনিলে, কিন্তু তেওঁৰ মনৰপৰা মৃত্যু-ভয় সম্পূৰ্ণ ৰূপে দূৰ নহ'ল। এতিয়া আৰু অৱশ্যে তেওঁ প্ৰতি দিনেই মৃত্যুৰ কথা চিন্তা নকৰে। কিন্তু একো একোটা নিৰ্জন মুহূৰ্তত তেওঁ যেতিয়া কেৱল নিজৰ মুখামুখি হৈ ৰহে, তেতিয়া অনিবাৰ্য্য ভাবেই অস্তিত্ব-ৰহস্যৰ চিন্তা তেওঁৰ মনলৈ আহি যায়, আৰু এদিন মৃত্যুৰ অন্ধকাৰে তেওঁৰ চকুৰ আগত এখন চিৰ-যৱনিকা টান দি এই সুন্দৰী ধৰণী আৰু পৰিচিত মানুহৰ মুখবোৰ বিলুপ্ত কৰি দিব—সেই চিন্তাই তেওঁৰ মনত এটা গোপন হাঁহাকাৰৰ সৃষ্টি কৰে। গভীৰতম যন্ত্ৰণাৰ মাজতো জীৱন কাম্য, কাৰণ সি পৰিচিত,

সি নিশ্চিত, সি ইন্দ্ৰিয়-গ্ৰাহ্য; আনহাতে হাজাৰ প্ৰতিশ্ৰুতি সত্বেও মৃত্যু অপৰিচিত আৰু ৰহস্যময়। জীৱনৰ পৰিচিত আশ্ৰয় ত্যাগ কৰি সেই অজ্ঞাত, অপৰিচিত আৰু ৰহস্যময় অন্ধকাৰ অতল গহ্বৰত জাঁপ দিবলৈ স্বাভাৱিকতেই কাৰো সাহস নহয়। জীৱনৰ বাটত তেওঁ যিমানে আগ বাঢ়িল আৰু মৃত্যুৰ সন্নিকট হ'ল, সিমানেই সেই অজ্ঞান-অপৰিচিতৰ ভয়ে তেওঁৰ চেতনাৰ ওপৰত এটা দুখৰ প্ৰলেপ পেলাবলৈ ধৰিলে।

কিন্তু শিৱনাথে ভাবি অবাক হ'ল যে, যি মৃত্যু-ভয়ে সমস্ত জীৱন ধৰি এটা বজ্ৰলেপৰ দৰে তেওঁৰ বুকুত কামোৰ মাৰি আছিল, আজি ঘৈণীয়েকৰ মৃত্যুৰ লগে লগে সি যেন হঠাৎ খহি পৰিল। এনে এটা মুক্তিৰ চেতনা তেওঁ জীৱনত আগতে কেতিয়াও অনুভৱ কৰা নাছিল। তেওঁৰ মৃত্যু-ভয় মুহূৰ্ততে নোহোৱা হৈ গ'ল, বৰং মৃত্যুৰ কাৰণে তেওঁ এটা ব্যগ্ৰতাহে অনুভৱ কৰিবলৈ ধৰিলে। পৃথিৱীখন এতিয়াও পৰম সৌন্দৰ্যময়; এই মাত্ৰ তেওঁৰ চকুৰ আগতে নৈৰ পানীখিনিয়ে বসন্ত-সন্ধ্যাৰ শেষ সোণালী পোহৰত এক অপাৰ্থিৱ ৰূপ ধাৰণ কৰিছে; সিপাৰৰ চাপৰিৰপৰা ঘৰ-মুৱা গৰুবোৰে পানীত চলাং চলাং শব্দ তুলি নৈ পাৰ হৈছে; সন্ধিয়াৰ সোণালী পোহৰ গাত সানি এযুৰি চাকৈ-চকোৱা পানী-যুঁৱলীত পৰম প্ৰশান্তিত বহি আছে; সিপাৰৰ চাপৰিৰ-পৰা ঘৰমুৱা গৰখীয়াৰ বনগীতৰ দীঘলীয়া কৰুণ উকি শুনা গৈছে; জুৰ বতাহত বনৰীয়া গছ-লতা আৰু নৈৰ পানীৰ মদিৰ গন্ধ ভাহি আহিছে। কিন্তু শিৱনাথৰ কাৰণে এই ৰূপ-ৰস-গন্ধ-ভৰা পৃথিৱীৰ মোহিনী আকৰ্ষণ চিৰকাললৈ যেন নোহোৱা হৈ গ'ল। এক চিৰ-বিৰহৰ বিষাদ-কুঁৱলীয়ে লাহে লাহে গোটেই পৃথিৱীখন এফালৰ পৰা ঢাকি আনিলে; মৃত্যুৰ উপান্তত, জগতৰ শূন্য প্ৰান্তৰত এতিয়া বিৰাজ কৰিছে চাৰিওফালে কেৱল এক অন্ত-হীন নিৰ্জনতা। শিৱনাথে বুজিলে—আজি আৰু তেওঁৰ মৰিবলৈ ভয় নাই, কাৰণ এক পৰম নিঃসংগতাই মৃত্যুতকৈ জীয়াই থকাটোকহে তেওঁৰ চকুত বেছি ভয়াবহ কৰি তুলিছে। তদুপৰি, তেওঁৰ ঘৈণীয়েক আজি যি অজান ৰাজ্যলৈ

গুচি গ'ল, সেই ঠাইখনেও যেন আজি তাৰ সকলো অনিশ্চয়তা আৰু ভয়ংকৰ ৰহস্যময়তা হেৰুৱাই পেলালে। মৃত্যু আজি তেওঁৰ কাৰণে অতল অন্ধকাৰৰ বুকুলৈ জাঁপ দিয়া নহয়, বৰং সি এক আৱিষ্কাৰৰ অভিযান। মৃত্যুৰ পাছতো যদি জীৱনৰ অস্তিত্ব থাকে, তেন্তে তেওঁ ঘৈণীয়েকক নিশ্চয় বিচাৰি পাব ; আৰু যদি নাপায়, তেন্তে তেওঁৰ কাৰণে জীয়াই থকা আৰু মৰা সমানেই অৰ্থ-হীন। জীৱনৰ নিচিনাকৈ মৃত্যুও এদিন কেনেকৈ মানুহৰ কাম্য হৈ উঠিব পাৰে, মানুহে অৱশেষত কেনেকৈ মৃত্যু-ভয় জয় কৰে, সেই কথা শিৱনাথে অৱশেষত উপলব্ধি কৰিলে। মায়াৰ সহস্ৰ বন্ধনে জীৱনক বান্ধি ৰখালৈকে অনুভৱ হয়— সেইবোৰ যেন চিৰ-অচ্ছেদ্য। কিন্তু এটা এটাকৈ বন্ধন ছিগি থাকে ; যিসকল প্ৰিয়জন মৃত্যুৰ পৰ-পাৰলৈ গুচি যায়, তেওঁলোকে বৰং মৃত্যুৰ আকৰ্ষণৰ বন্ধনেৰেহে মানুহক টানিবলৈ ধৰে। ক্ৰমে ক্ৰমে মৃত্যুৱে হেৰুৱাই পেলায় তাৰ বহুখিনি ভয়াবহতা।

হঠাৎ বেলিটো ডুব গ'ল। নৈৰ পাৰৰ বন-ভূমিত অন্ধকাৰ নিবিড় হৈ আহিল। শিৱনাথে ভাবিলে—এতিয়া ঘৰলৈ যোৱা উচিত। ছোৱালী দুজনীৰ কি অৱস্থা হৈছে ভগবানেহে জানে ; নিজৰ শৰীৰটো মৰা-শ চোঁচোৰাই নিয়াৰ নিচিনাকৈ টানি টানি তেওঁ ঘৈণীয়েকৰ মৰিশালীটোৰ ওচৰত থিয় দিলেগৈ—যেন শেষবাৰৰ কাৰণে বিদায় ল'বলৈ। তেওঁৰ ঘৈণীয়েকযে মৰিল, আনকি শ-টোও পুৰি ছাই হৈ গ'ল, এই সত্যটো তেওঁৰ চেতনাই তেতিয়াও ভালকৈ গ্ৰহণ কৰিব পৰা নাই। নৈৰ পাৰৰ এই নিৰ্জান মৰিশালীখনত ঘৈণীয়েকক অকলশৰীয়া কৰি এৰি থৈ যাব লাগিব—এই চিন্তাই তেওঁৰ বুকুত আকৌ এবাৰ অশ্ৰু-হীন কান্দোন জগাই তুলিলে। স্বগতোক্তি কৰাৰদৰে তেওঁ মনৰ ভিতৰতে ক'লে : ভয় নকৰিবা, মই বেছিদিন তোমাক অকলশৰীয়া কৰি এৰি নথওঁ।......

যোৱাৰ আগতে তেওঁ আকৌ এবাৰ চাৰিওফালে ঘূৰি চালে। হঠাৎ তেওঁৰ অনুভৱ হ'ল, ঘৈণীয়েকক তেওঁ যিমান অকলশৰীয়া বুলি ভাবিছিল, সিমান অকলশৰীয়া তেওঁ নিশ্চয় নহয়। গাঁৱৰ সকলো

মানুহৰে শেষ আশ্ৰয়-স্থল এই মৰিশালীত সকলো পৰিচিত প্ৰিয়জন, আত্মীয় আৰু বন্ধু-বান্ধৱ শুই আছে। অৱশ্যে মুছলমান বা খ্ৰিষ্টিয়ানৰ কবৰ-খানাৰ দৰে প্ৰত্যেকৰে মৰিশালীৰ স্বকীয়া চিনাকি দিবলৈ কাৰো স্মৃতিফলক থিয় হৈ থকা নাই। ভঙা টেকেলি এটা আৰু আধা-পোৰা এঙাৰখিনিয়ে মাত্ৰ কিছুদিনলৈ মৰিশালীৰ চিনাকি দিয়ে। তাৰ পাছত প্ৰতি বছৰে বাৰিষা আহি মৰিশালীৰ চিন একাকাৰ কৰি পলস পেলাই থৈ যায়, তাৰ ওপৰত ভৰ্ ভৰ্কৈ গজি উঠে বনৰীয়া ঘাঁহ আৰু ঝাউবন। তথাপি শিৱনাথ বহুতৰে মৰিশালী চিনি পায়।

সেই বুঢ়া বগৰীজোপাৰ তলতে আছে শিৱনাথৰ মাকৰ মৰিশালী। নৈত গা ধুবলৈ আহোঁতে শিৱনাথে সদায় একোবাৰ মাকৰ মৰিশালীটোলৈ চাই গৈছিল। এদিন তেওঁ দেখিলে, ঠিক মাকৰ ছাইখিনি পোতা ঠাইখিনিৰ ওপৰতে এটা বগৰী-পুলি লহপহকৈ বাঢ়ি আহিছে। এতিয়া সি এজোপা প্ৰকাণ্ড বুঢ়া গছত পৰিণত হ'ল। দুফেৰেঙীয়া প্ৰাচীন শিমলু গছজোপাৰ তলতে পোতা হৈছিল দেবেৰা বুঢ়াৰ ঘৈণীয়েকক। যোৱা বছৰ মৰা শ্ৰীধৰ বুঢ়াৰ মৰিশালীটোৰ ওপৰতে এতিয়া এডাল ঝাউগছ থিয় হৈ আছে, আকাশী-লতাই গছডাল প্ৰায় গ্ৰাস কৰি ধৰিছে। শিৱনাথে যেনিয়েই চকু দিলে, তেনিয়েই দেখিবলৈ পালে তেওঁৰ চিনাকি মানুহবোৰক—যিবোৰ মানুহ এতিয়া জীয়াই থকাবোৰতকৈ তেওঁৰ বেছি প্ৰিয়, বেছি আপোন—কাৰণ সেইবোৰ মানুহ আছিল তেওঁৰ স্বপ্ন, তেওঁৰ আশা, তেওঁৰ সুখ-দুখ আৰু আনন্দ-বিষাদৰ সমান অংশীদাৰ, সেইবোৰ মানুহৰ লগত জড়িত হৈ আছে তেওঁৰ সমস্ত অতীত জীৱনৰ কৰুণ-মধুৰ সোঁৱৰণী। এই মৰিশালীত শুই আছে তেওঁৰ সমস্ত অতীত, আৰু যিহেতু জীৱনৰ এই গধূলি-পৰত তেওঁৰ কোনো ভবিষ্যত নাই, সেই কাৰণে অদূৰত জোনাকী পৰুৱাৰদৰে চাকি জ্বলি থকা জীয়া মানুহৰ গাঁওখনতকৈ তেওঁৰ স্বপ্ন আৰু স্মৃতিৰ মৰিশালী এই মৰা মানুহৰ গাঁওখনেই তেওঁক প্ৰবলতৰ আকৰ্ষণেৰে টানিবলৈ ধৰিলে।

আগেয়ে শিৱনাথে ঘৰৰপৰা নৈৰ পাৰত কিছু সময় ফুৰিবলৈ আহিছিল। কিন্তু আজি যেন তেওঁ নৈৰ পাৰৰ পৰাহে ঘৰলৈ কিছু সময়ৰ কাৰণে ফুৰিবলৈ গৈছে, এনে এটা ভাবেৰে তেওঁ এখোজ-দুখোজকৈ ঘৰৰ ফালে খোজ ল'লে। ক্লান্ত অবশ খোজেৰে গৈ থাকোঁতে তেওঁৰ মনত ভাব আহিবলৈ ধৰিলে যে তেওঁ আৰু বোধহয় বেছি দিন নাবাচে, জীয়াই থকাৰ ইচ্ছা তেওঁৰ মনৰপৰা সম্পূৰ্ণ তিৰোহিত হৈছে, কিন্তু তেওঁৰ জীৱনৰ প্ৰায় সকলো কৰ্তব্যই বাকী থাকিল। বৰ পুতেকে তেওঁক পৰিত্যাগ কৰিলে, সৰু পুতেক জীয়াই থাকিও তেওঁৰ কাৰণে মৰাৰদৰে হ'ল, কালিনাথৰ ওপৰত এৰি থৈ যাব লগা হ'ল দুজনী আবিয়৷ ছোৱালীৰ দায়িত্ব। বস্তাৰ যে কোনোবা দিনা বিয়া হ'ব—তাৰ কোনো আশা নাই। চিৰকাল তাই কালিনাথৰ কান্ধৰ ওপৰত এটা বোজা হৈ থাকিব। যি ভূমি-সম্পত্তিৰ ওপৰত তেওঁৰ ঘৰখনে বংশানুক্ৰমে নিশ্চিন্ত-নিৰুদ্বেগ জীৱন যাপন কৰি আহিছিল, তাৰেইবা এতিয়া কি দশা হ'ব সেই কথা কোনে জানে? চিলিং আইনৰ হাত সাৰিবলৈ তেওঁ কেইবছৰমানৰ আগতে সকলোবোৰ মাটি-বাৰী আটাইকেইটা পুতেক-জীয়েকৰ নামত ভাগ কৰি সুকীয়া পট্টা কৰি থৈছিল। কেৱল সেয়েই নহয়, মথাউৰি বন্ধাৰ ফলত নতুনকৈ খেতিৰ উপযোগী হোৱা চাপৰিৰ মাটি দহ বিঘাত কোনেও ক'ব নোৱাৰাকৈ গিৰিধৰ কানুনগোৰ বুধি মতে কালিনাথৰ নামত পট্টা লগাই থৈছিল। কালিনাথে সেইবোৰ চম্ভালি খাব পাৰিবনে?

নিজেই নিজৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ নিচিনাকৈ তেওঁ মূৰটো জোকাৰিলে—কোনো আশা নাই। বাপেক হৈয়ো তেওঁ নিজৰ পুতেকহঁতক অকণো বুজি নাপায়, সিহঁত যেন তেওঁৰ কাৰণে সম্পূৰ্ণ অচিনাকি মানুহ। তেওঁৰ প্ৰত্যেকটো পুতেকেই নিজৰ নিজৰ পথেৰে তেওঁৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিছে, তেওঁৰ কৰ্তৃত্বক সম্পূৰ্ণৰূপে অস্বীকাৰ কৰিছে। গৌৰীনাথে তেওঁৰ ইচ্ছাৰ বিৰুদ্ধে 'নীহ-কুলীয়া, কৈৱৰ্ত ছোৱালীক বিয়া কৰি তেওঁৰ বংশত নেহোৱা-নোপজা কাম কৰিলে, আনকি তাৰ কাৰণে মাক-বাপেককো সি চিৰকালৰ কাৰণে পৰিত্যাগ

কৰিলে। তাৰ শেষ চিঠিখনৰ প্ৰত্যেকটো মৰ্ম-ঘাতী শব্দ তেওঁৰ এতিয়াও স্পষ্টভাবে মনত আছে: 'পিতৃয়ে স্নেহেৰে বা যুক্তিৰে যেতিয়া পুত্ৰক আদেশ মনাব নোৱাৰে, তেতিয়া তেওঁ শেষ অস্ত্ৰ হিচাপে প্ৰয়োগ কৰে অৰ্থনৈতিক ক্ষমতা। পিতৃৰ স্বেচ্ছাচাৰী শাসন অব্যাহত ৰাখিবলৈ বা ৰক্ষণশীলতাৰ দুৰ্গটো ৰক্ষা কৰিবলৈ এইটোৱেই পিতৃৰ হাতত ডাঙৰ অস্ত্ৰ। কিন্তু পুৰণি সামন্ত-বাদী সমাজত এই অস্ত্ৰই কাম দিছিল যদিও আধুনিক যুগত সি অচল'।

······গৌৰীনাথৰ কথাই বোধহয় সঁচা, মথাউৰি ভঙা লুইতৰ বান-পানীৰ দৰে সমাজলৈ নতুন যুগৰ প্লাৱন আহিব ধৰিছে। নহ'লে যিখন সমাজৰ ভয়ত তেওঁ প্ৰাণাধিক বৰ-পুত্ৰ গৌৰীনাথক ত্যাজ্য-পুত্ৰ কৰিছিল, হৰকান্তই অজাতিৰ ছোৱালী বিয়া কৰোৱাৰ কাৰণে মাত্ৰ কেইবছৰমানৰ আগতে যিখন সমাজত ভূমিকম্প সৃষ্টি হৈছিল, সেইখন সমাজতেই আজি কেই বছৰমানৰ ভিতৰনে এনে বিৰাট পৰিবৰ্তন হ'ব ধৰিছে যে কেৱল ম'হঘুলি গাঁৱতে যোৱা কেইবছৰত চাৰিখনলৈ অসবৰ্ণ বিয়া হোৱা সত্বেও মানুহে সেই কথা সহজ ভাবে মানি ল'বলৈ আৰম্ভ কৰিছে। তাৰ কাৰণ হ'ল, বাহিৰৰপৰা শ শ মানুহ আহি ম'হঘুলিত বসতি কৰিবলৈ লোৱাৰ ফলত বাৰে মিহলি মানুহৰ এখন নতুন সমাজ সৃষ্টি হৈছে, আৰু গাঁৱৰপৰা সমাজ-চ্যুত হোৱা মানুহে থাওকতে এখন নতুন সমাজ বিচাৰি পাইছে। তদুপৰি, মাটিৰ অনুপাতে গাঁৱৰ জন-সংখ্যা বাঢ়ি অহাৰ ফলত প্ৰত্যেক পৰিয়ালৰ একাধিক ল'ৰাই খেতি বাদ দি নতুন নতুন বৃত্তি ল'বলৈ বাধ্য হৈছে; কোনো দৰ্জী হৈছে, কোনো দোকানী হৈছে, কোনো ঠিকাদাৰ হৈছে; আৰু এইদৰে মাটিৰ ওপৰত একান্ত-নিৰ্ভৰতাই মানুহৰ ওপৰত যি মানসিক আৰু শাৰীৰিক নিশ্চলতা আৰোপ কৰে, তাৰপৰা সিহঁতে মুক্তিলাভ কৰিছে। মাটিৰ উত্তৰাধিকাৰৰ পৰা বঞ্চিত কৰাৰ ভয় দেখুৱাই সিহঁতক আৰু অচলায়তন কৃষক-সমাজৰ অজৰ-অচৰ কৰ্তৃত্ব মনাব নোৱাৰি।

কিন্তু কেৱল গৌৰীনাথে কিয়, লক্ষ্মীনাথেও তাৰ নিজৰ পথেৰে শিৱনাথৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠিছে। তাৰ বিদ্ৰোহ কেৱল

বাপেকৰ বিৰুদ্ধে নহয়, সমাজৰ বিৰুদ্ধে নহয়, সি যেন জীৱনৰ বিৰুদ্ধেই বিদ্ৰোহ কৰি উঠিছে। লক্ষ্মীনাথৰ বিষয়ে আগতে কোনোদিন নভবা এটা নতুন কথা হঠাৎ শিৱনাথৰ মনলৈ আহিল। সেই অকণমানি ল'ৰাটোৱে যেতিয়া ডিঙিলৈকে মদ খাই তেজ বমি কৰি যন্ত্ৰণাত চেঙালুটি পাৰি উঠে, আহত পশুৰদৰে প্ৰচণ্ড আৰ্তনাদ কৰি উঠে, তাৰ সেই যন্ত্ৰণা আৰু আৰ্তনাদৰ মাজত জানো পৰিচিত জীৱনৰ বাহিৰৰ আন কিবা এটা ৰহস্যময় অভিজ্ঞতাৰ কাৰণে এক ব্যাকুল আকূতি ফুটি নুঠে? বুঢ়া ছটিয়না গছজোপাৰ তলত থিয় হৈ শিৱনাথে অদূৰৰ বজাৰ-অঞ্চলটোলৈ চাই পঠালে। পেট্ৰ'মাক্সৰ পোহৰত বজাৰখন দিন যেন পোহৰ হৈ পৰিছে, গাঁৱৰ মদাহী ডেকাবোৰে তাত এতিয়া এটা ভয়ংকৰ উৎসৱৰ আয়োজন কৰিছে। সেই ডেকাবোৰৰ মাজত নিশ্চয় লক্ষ্মীনাথো আছে। পৰিচিত চিৰাভ্যস্ত জীৱনৰ মাজত সিহঁতে কি বস্তু বিচাৰি পোৱা নাই—যাৰ কাৰণে সিহঁতে আত্মক্ষয়ী যন্ত্ৰণা আৰু উত্তেজনাৰ মাজত এক বেলেগ জীৱন, বেলেগ অভিজ্ঞতাৰ কাৰণে চীৎকাৰ কৰি মৰিছে? শিৱনাথে অনুভৱ কৰিলে—সিহঁতৰ জীৱনৰ-পৰা কিবা এটা বস্তু চিৰকাললৈ হেৰাই গৈছে, সেই শূন্যতাখিনি পূৰাব পৰা নতুন একো এটা বস্তুও এতিয়ালৈকে ওলোৱা নাই, ফলত সিহঁতে জীৱনৰ বিৰুদ্ধেই বিদ্ৰোহ কৰি উঠিছে।

আৰু কালিনাথ। শিৱনাথে হঠাতে অনুভৱ কৰিলে—যদিও কালিনাথেই এতিয়া তেওঁৰ একমাত্ৰ আশা, একমাত্ৰ ভৰসা, চৰিত্ৰৰ মহিমাৰে সি উজ্জ্বল—তথাপি তেওঁৰ তিনিটা পুতেকৰ ভিতৰত শিৱনাথে যদি কাৰোবাক আটাইতকৈ বেছিকৈ চিনিব নোৱাৰে আৰু ভয় কৰে—তেন্তে সি হ'ল কালিনাথ। সি বেছি ভয়ংকৰ. কাৰণ সি নিৰ্লোভ। সি নিশ্চয় দিবাকৰৰ ভনীয়েকৰ প্ৰতি আকৃষ্ট হৈছিল। কিন্তু শিৱনাথে যেই তাক দিবাকৰৰ ঘৰলৈ যাবলৈ মানা কৰি দিলে, সি তৎক্ষণাৎ তালৈ যোৱাটো বন্ধ কৰি দিলে। যি মানুহে ব্যক্তিগত লোভ আৰু আশা-আকাংক্ষা দমন কৰিব পাৰে, তাতোকৈ ভয়ংকৰ আৰু আন কোন হ'ব পাৰে? হৃদয়ৰ সমস্ত শক্তি আৰু আবেগ সিহঁতে সঞ্চয় কৰে কিবা

এটা উচ্চতৰ আদৰ্শৰ কাৰণে। গৌৰীনাথৰ বিদ্ৰোহ আছিল একান্ত ব্যক্তিগত। কিন্তু কালিনাথে বিদ্ৰোহ কৰিব খোজে সমাজৰ কাৰণে, সমাজৰ মানুহক লগত লৈ। শিৱনাথে নিজেও গোটেই জীৱন বহুতো আদৰ্শৰ কথা চিন্তা কৰিছিল, মনে মনে মানুহৰ মংগল কামনা কৰিছিল। কিন্তু তেওঁ আছিল কেৱল ভাবুক, কামৰ নামত তেওঁ এগছ কুটা দুগছ কৰিবলৈ কেতিয়াও চিন্তা কৰা নাছিল। কিন্তু কালিনাথ বেছি ভয়ংকৰ, কাৰণ সি কামৰ মানুহ। শিৱনাথে জানে, কালিনাথৰ হাততেই তেওঁৰ বংশৰ শতাব্দী-প্ৰাচীন পৰম্পৰাৰ চূড়ান্ত বিনাশ ঘটিব; সামাজিক আভিজাত্য আৰু ভূ-সম্পত্তিৰ যি দুৰ্গ বংশানুক্ৰমে তিলে তিলে গঢ়ি উঠিছিল, কালিনাথৰ দিনতেই সি ধূলিসাৎ হৈ যাব।

গছৰ পাতত জিৰ্ জিৰ্ শব্দ তুলি হঠাৎ এজাক ঠাণ্ডা বতাহ বৈ আহিল। জাৰত শিৱনাথৰ গাৰ নোমবোৰ থিয় হৈ উঠিল। কিন্তু শিৱনাথে অনুভৱ কৰিলে—তাতোকৈ বেলেগ এজাক বতাহেহে তেওঁৰ বুঢ়া দেহত জাৰৰ আৰু যন্ত্ৰণাৰ শিহৰণ জগাই তুলিছে। সেইজাক বতাহ আহিছে বহুত দূৰ-দূৰণিৰ পৰা, আৰু সেই বতাহে কঢ়িয়াই অনা কিবা এবিধ মাৰাত্মক বীজাণুৰ স্পৰ্শ লাগি মানুহবোৰ যেন পাগল হৈ উঠিছে। ইমান দিনে যিবোৰ বস্তুত সিহঁতে সত্য, ধ্ৰুৱ আৰু অপৰিৱৰ্তনীয় বুলি জানি আহিছিল, এতিয়া সেই সকলোবোৰ বস্তুৱেই সিহঁতৰ চকুত হৈ উঠিছে অসত্য, ভঙ্গুৰ আৰু পৰিবৰ্তনীয়। এই নতুন আৱিষ্কাৰৰ উন্মাদনাই সিহঁতক হিংস্ৰ আৰু দুঃসাহসী কৰি তুলিছে, সিহঁতে চকুৰ আগতে যিহকে পায় তিহকেই ভাঙিবলৈ আৰম্ভ কৰিছে। জীৱনত শেষবাৰলৈ চোৱাৰদৰে তেওঁ খন্তেক থমকি বৈ নিজৰ গাঁওখনলৈ চাই ৰ'ল। জীৱনত তেওঁ দেশ-বিদেশ দেখা নাই, কিন্তু গৰুৰ খোজৰ পানীত আকাশ দেখাৰদৰে তেওঁ নিজৰ গাঁওখনৰ মাজতে সমগ্ৰ দেশ, সমগ্ৰ পৃথিবীৰ প্ৰতিবিম্ব দেখিবলৈ পালে। মাটিৰ তলত এটা গুৰু গুৰু শব্দ উঠিছে, বোধহয় এটা বিৰাট ভূমিকম্পৰ পূৰ্বাভাস। তাৰ প্ৰথমটো মৃদু জোকাৰণিতেই ম'হঘুলি গাঁৱৰ অচলায়তনত, তেওঁৰ ঘৰখনত, ফাট মেলিবলৈ আৰম্ভ কৰিছে। ভূমিকম্পৰ কোব যেতিয়া

হিব, ইটোৰ পিছত সিটোকৈ জোকাৰণি আহিব, তেতিয়া ছিগি-খহি ধূলিত মিহলি হৈ যাব। শিৱনাথৰ একমাত্র সান্ত্বনা এয়েই যে, তাৰ আগতেই তেওঁ পৃথিৱীৰপৰা বিদায় ল'ব।

নহয়, সি ঠিক বিদায় নহয়, সি হ'ব পলায়ন।

॥ ১৯ ॥

চিলঙলৈ যোৱাৰ পথত গুৱাহাটীত সোমাবলৈ কালিনাথৰ সময় নহ'ল। তিনি দিন চিলঙত থাকি সি এদিন গধূলি পৰত টেক্সি লৈ গুৱাহাটীলৈ ঘূৰিল, আৰু পোনে পোনে সৌমিত্রহঁতৰ ঘৰলৈ বুলি ৰিক্সাত উঠিল। সি যেতিয়া সৌমিত্রহঁতৰ ঘৰত ভৰি দিলেগৈ, তেতিয়া ৰাতি নটা বাজিছে।

সৌমিত্র ঘৰত নাছিল। তাৰ মাক দেউতাকে অতি উচ্ছ্বসিত ভাবে কালিনাথক আদৰ অভ্যৰ্থনা কৰিলে। মুখ-হাত ধুই ড্ৰইংৰুমত চাহৰ কাপ আগত লৈ কালিনাথে ড° মুখাৰ্জী অৰ্থাৎ সৌমিত্রৰ দেউতাকক প্রশ্ন কৰিলে, 'ইমান ৰাতিলৈকে ই গ'ল কলৈ?'

ড° মুখাৰ্জীয়ে লগে লগে একো উত্তৰ নিদিলে। নিৱিষ্টচিত্তে পাইপ টানি টানি তেওঁ বেছ কিছু সময় নীৰৱ হৈ ৰ'ল। কিন্তু কালিনাথে লক্ষ্য কৰিলে যে তাৰ প্রশ্নটো শুনাৰ লগে লগেই যেন তেওঁৰ কপালৰ গাঁঠিটো নিজে নিজেই থূপ খালে আৰু এটা অৱদমিত খঙত তেওঁৰ মুখখন সামান্য ক'লা হৈ পৰিল। কিছু সময়ৰ মূৰত তেওঁ মাত লগালে, 'আমাৰো সেই একেটাই প্রশ্ন কালিনাথ, সদায় ইমান ৰাতিলৈকে ই যায় ক'লৈ? ক'ত কি কৰি ফুৰে? তোমাক আমি পৰ বুলি নাভাবোঁ কালিনাথ, গতিকে তোমাৰ আগত কথা লুকুৱাই লাভ কি। সৌমিত্রক লৈ আমি বৰ দুশ্চিন্তাত পৰিছোঁ। সি ঘৰখনত অশান্তিৰ জুই

জ্বলাইছে। তুমি জানাই, সি পঢ়া-শুনাত কিমান ভাল ল'ৰা আছিল, সকলোৱেই তাৰ পৰা বহুখিনি আশা কৰিছিল। প্ৰফেছৰ বৰুৱাই মোক লগ পালেই কয়—আই এ এছটো সৌমিত্ৰৰ হাতৰ মুঠিত, কেৱল সি পৰীক্ষাটো দিলেই হয়। তেওঁৰ গোটেই শিক্ষকতাৰ জীৱনত সৌমিত্ৰৰ নিচিনা ব্ৰিলিয়েণ্ট ছাত্ৰ বোলে দ্বিতীয় এজন তেওঁ পোৱা নাই। কিন্তু ঈশ্বৰে তাক প্ৰতিভা দিলে কি হ'ব, সেই প্ৰতিভাৰ সদ্ব্যৱহাৰ কৰিবৰ জোখাৰে সুবুদ্ধি তেওঁ তাক নিদিলে। আই এ এছ পৰীক্ষা দিয়াৰ নাম ক'লেই সি আমাক চুই কিলাবলৈহে বাকী এৰে। আমি তাক কৈছোঁ—আই এ এছ নিদিয় বাৰু নালাগে দিব, কেইবছৰমানৰ কাৰণে বিলাততে পঢ়ি আহগৈ। ঈশ্বৰে তোক প্ৰতিভা দিছে, সেই প্ৰতিভাৰ বিকাশত সহায় কৰিবৰ কাৰণে ঈশ্বৰে মোক কিছু সামৰ্থ্য দিছে। কিন্তু আমাৰ এনেকুৱাই দুৰ্কপাল যে সি সেইটোকো কৰিব নোখোজে।

খং গোপন কৰিবৰ এটা কঠিন প্ৰয়াস ড° মুখাৰ্জীৰ মুখত স্পষ্টভাবে ফুটি উঠিল।

অস্বস্তিকৰ নীৰৱতাখিনি ভংগ কৰিবৰ কাৰণে কালিনাথে আকৌ প্ৰশ্ন কৰিলে, 'তেন্তেনো সি কি কৰিব খোজে ?'

'বিপ্লৱ'—মানুহৰ ভাষাত যেন তাতকৈ অধিক ঘৃণনীয় আন এটা শব্দ নাই, এনেভাবে সম্ভৱপৰ সমস্ত শ্লেষ ঢালি দি শব্দটো উচ্চাৰণ কৰি ড° মুখাৰ্জীয়ে ক'লে, 'সি আন একো নকৰে, কেৱল বিপ্লৱ কৰিব খোজে। সমাজৰ সমস্ত দায়িত্ব আহি পৰিছেহি একমাত্ৰ মোৰ পুত্ৰৰ কান্ধত ; সি যদি বিপ্লৱ কৰি পৃথিৱীত সৰ্বহাৰাৰ স্বৰ্গ-ৰাজ্য স্থাপন নকৰে, তেন্তে সেই কাম কৰিবলৈ দ্বিতীয় আন কোনো মানুহ নাই। আচলতে এই সকলোবোৰ লম্ফ-জম্ফ যৌৱনৰ স্বপ্ন-বিলাস মাত্ৰ, বুজিছা ? ডেকা-তেজৰ পিৰ-পিৰণি মাৰ গ'লেই এই সমস্ত স্বপ্ন-বিলাস ধোঁৱাৰ দৰে শূন্যত মিলি যাব। নীৰদ চৌধুৰী নে কোনে জানো কোৱা নাছিল যে প্ৰত্যেকজন ভাব-বিলাসী আদৰ্শ-বাদী ভাৰতীয় যুৱকে মাৰ্ক্সৰ শিষ্য হৈ জীৱনটো আৰম্ভ কৰে, আৰু শেষ কৰে ৰামকৃষ্ণ পৰমহংসৰ শিষ্য

হৈ। কিন্তু সমস্যা হ'ল—এইবোৰ ভাব-বিলাসিতা কৰি যৌৱন-কালটো অপচয় কৰাৰ ফলত যি সোণালী সুযোগ চিৰকাললৈ হেৰাব, পিছত শিলত মূৰ আফালি মৰিলেও সেই সুযোগ জানো নি পুনৰ ঘূৰাই পাব? বাকী গোটেই জীৱন সি অনুতাপৰ জুইত জ্বলি-পুৰি মৰিব। তুমি আহিছা, খুব ভালেই হৈছে কালিনাথ। তুমি যদি তাক বুজাই-মেলি সৎ পথলৈ ঘূৰাই আনিব পাৰা, তেন্তে আমি গোটেই জীৱন তোমাৰ ওচৰত কৃতজ্ঞ হৈ থাকিম। ভাৰতীয় আদৰ্শই যে পিতৃ-ভক্তি অৰ্থাৎ পিতৃৰ প্ৰতি পুত্ৰৰ বাধ্যতা আৰু আনুগত্যৰ ওপৰত ইমান ডাঙৰ গুৰুত্ব আৰোপ কৰি গৈছে, তাৰ এটা মহৎ উদ্দেশ্য আছিল। ৰামায়ণ মহাকাব্যৰনো মূল বিষয় কি? সি হ'ল পিতৃৰ প্ৰতি পুত্ৰৰ চৰ্ত-বিহীন আনুগত্য। ভাৰতীয় সমাজত পিতা-পুত্ৰৰ এনে সম্পৰ্ক আছিল বুলিয়েই পৃথিবীৰ আন সকলো প্ৰাচীন সভ্যতা মৰি-জহি শেষ হৈ যোৱা সত্বেও ভাৰতীয় সভ্যতা যোৱা পাঁচ হাজাৰ বছৰ ধৰি নিৰৱচ্ছিন্ন ভাবে জীয়াই আছে। কিন্তু আমাৰ দেশত আজি বিজতৰীয়া আদৰ্শ আৰু সভ্যতা-সংস্কৃতিৰ প্ৰভাৱ ইমান বাঢ়িছে যে এই দেশৰ পাঁচ হাজাৰ বছৰীয়া সভ্যতা আৰু পৰম্পৰাৰ বিনাশ ঘটিবৰ উপক্ৰম হৈছে। পুত্ৰৰ যেতিয়া পিতাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি উঠে, তেতিয়াই সমাজৰ অন্তিম-কাল উপস্থিত হয়। আজি আমাৰ দেশত চাৰিওফালে তাৰেই লক্ষণ দেখিবলৈ পাইছোঁ।'

বহুত দিনৰ মূৰত মনৰ দুখৰ কথা খুলি ক'বলৈ সুযোগ পাই ড° মুখাৰ্জীৰ মুখ বন্ধই হ'ব খোজা নাছিল, কিন্তু এনেতে সৌমিত্ৰৰ মাকে ওলাই আহি মাত লগালে, 'আপুনি আজি কেৱল লেকচাৰ দিয়েই ল'ৰাটোৰ পেট ভৰাম বুলি ভাবিছেনেকি? দহটা বাজিবৰ হ'ল, ভাত দিছোঁ, খাবলৈ আহক।... কালিনাথ, মোৰ ভাত কেতিয়াবাই হ'ল। সৌমিত্ৰও আহি পায়হেনেকি বুলি অলপ পলম কৰিছিলোঁ। ভাবিছিলোঁ, বহুত দিনৰ মূৰত দুয়ো বন্ধু লগ হ'বা, একেলগে ভাত কেইটা খাবা। পিছে ঈশ্বৰে তাৰ কপালত সেই সুখ লিখা নাই। আহাঁ বোপা, ভাত ঠাণ্ডা হ'ব।'

ভাত-পানী খাই উঠি শুবলৈ গৈ কালিনাথে দেখিলে, সৌমিত্ৰৰ কোঠাতেই তাৰ কাৰণেও দ্বিতীয় এখন বিছনা কৰা হৈছে। টেবুলত সৌমিত্ৰৰ কাৰণে ভাত সজাই থোৱা হৈছে। শোৱাৰ আগতে সৌমিত্ৰৰ মাকে কালিনাথক মাত লগাবলৈ আহি ক'লে, 'কালিনাথ, তোমাক এটা সুকীয়া কোঠা দিব পাৰিলোহেঁতেন। কিন্তু ভাবিলোঁ, সৌমিত্ৰই আহি তোমাক দেখি ভাল পাব। সি সোনকালে ঘূৰি আহিলে দুই-এষাৰ কথাও পাতিব পাৰিবা। আমাৰ অশান্তিৰ কথাবোৰতো তুমি শুনিলাই। তুমি তাক অলপ বুজাবলৈ চেষ্টা কৰিবা।'

কালিনাথে ঘড়ীটো চাই দেখিলে—দহটা বাজি গৈছে। বৰ বেছি ৰাতি হোৱা নাই। সৌমিত্ৰৰ কাৰণে কমেও আৰু এঘণ্টা সময় বাট চাব পৰা হ'ব। সি সৌমিত্ৰৰ শ্বেলফৰ পৰা কিতাপ এখন টান মাৰি আনি পঢ়িবলৈ চেষ্টা কৰিলে। কিন্তু এপাতমান পঢ়াৰ পাছত সি অনুভৱ কৰিলে যে, কিতাপত তাৰ সমূলি মন বহা নাই; ইমান পৰে যি পঢ়িলে—তাৰো এটা শব্দও তাৰ মগজুত সোমোৱা নাই। কিতাপ-খন থৈ সি হাত-ভৰি দীঘলকৈ মেলি আৰাম কৰিবলৈ চেষ্টা কৰিলে।

সাৰ পাই থাকিবলৈ চেষ্টা কৰা সত্ত্বেও কালিনাথৰ চিলমিলকৈ টোপনি আহিছিল, এনেতে বাহিৰৰ বাৰান্দাত মানুহৰ খোজৰ শব্দ শুনি সি সাৰ পাই গ'ল। নিশ্চয় সৌমিত্ৰ আহিছে। তাক এনেভাবে দেখি সৌমিত্ৰৰ মুখত যি বিস্ময় আৰু আনন্দৰ ভাব ফুটি উঠিব—সেইখিনি উপভোগ কৰিবৰ কাৰণে কালিনাথে দুৱাৰমুখৰ ফালে চাই ৰ'ল।

দুৱাৰ খুলি সৌমিত্ৰ সোমাই আহিল, আৰু লগে লগে মদৰ গোন্ধ আহি কালিনাথৰ নাকত লাগিল। কালিনাথৰ মুখলৈ চাই সৌমিত্ৰ এক মুহূৰ্তমান সময় হতবাক হৈ থিয় হৈ ৰ'ল। সি যেন নিজৰ চকুকেই বিশ্বাস কৰিব পৰা নাই। পাছ মুহূৰ্ততে সি আনন্দৰ উত্তেজনাত চিঞৰি উঠিল, 'আৰে কালিনাথ, তুমি!'

অপ্ৰকৃতিস্থ খোজেৰে আগবাঢ়ি গৈ সৌমিত্ৰই কালিনাথক বিছনাতে সাবটি ধৰিলে।

সৌমিত্ৰৰ আলিংগনত এক মুহূৰ্তমান সময় কালিনাথ নিশ্চল হৈ ৰ'ল। তাক দেখি যে সৌমিত্ৰ পৰম আনন্দিত হৈছে, সেই বিষয়ে কোনো সন্দেহ নাই; কিন্তু আলিংগনৰ দ্বাৰা সেই আনন্দ-প্ৰকাশৰ মাত্ৰাধিক্য খুব সম্ভৱ মদৰ নিচাৰ ফল—কালিনাথে মনে মনে ভাবিলে। আবেগ-অনুভূতিৰ বহিঃপ্ৰকাশত সৌমিত্ৰ সাধাৰণতে খুব সংযত।

সৌমিত্ৰৰ আলিংগনৰ পৰা নিজকে মুক্ত কৰি কালিনাথ বিছনাত উঠি বহিল।

'মোক দেখি তুমি ইমান আচৰিত হৈছা কিয়?'—কালিনাথে ক'লে, 'মই আহিম বুলি দেখোন তোমাক আগতেই চিঠি লিখি জনাইছিলোঁ।'

'সেই কাৰণেইতো আনন্দ বেছি হৈছে। তুমিতো মোক দিনটো নিৰ্দিষ্ট কৰি জনোৱা নাছিলা। তোমাৰ চিঠি পাবৰ দিন ধৰি মই প্ৰত্যেক দিনেই বাটলৈ চাই আছোঁ।'

'বাটলৈ চাই থকাৰ নমুনাতো ভালকৈয়ে পালোঁ'—কালিনাথে বিদ্ৰূপ কৰি ক'লে, 'ঘৰত বহি বহি বাটলৈ চাই আমনি লাগি এই মাজ-ৰাতিলৈকে গুৱাহাটীৰ বাটে বাটে বোধহয় মোক বিচাৰি থকা হৈছিল।'

সৌমিত্ৰই কাপোৰ সলাবলৈ আৰম্ভ কৰিলে।

তাৰ অপ্ৰকৃতিস্থ খোজ-কাটললৈ লক্ষ্য কৰি কালিনাথে দীঘল হুমুনিয়াহ এটা পেলাই স্বগতোক্তি কৰাৰদৰে ক'লে, 'ইয়াকে বোলে বোধহয় ভাগ্যৰ পৰিহাস। মই ৰাজধানীলৈ আহিছিলোঁ মোৰ গাঁওখনত মদৰ প্ৰচলন বন্ধ কৰাৰ ব্যৱস্থা কৰাবলৈ; আৰু মোৰ প্ৰিয়তম বন্ধুৰ ঘৰত আলহী থাকিবলৈ আহি দেখিলোঁ—তেওঁ স্বয়ং মদৰ ৰাগীত বেহুঁচ।'

সৌমিত্ৰই তৎক্ষণাৎ মুখখন ঘূৰাই ক'লে, 'কি কলা? মই মদৰ ৰাগীত বেহুঁচ? মদ খালেই বেহুঁচ হোৱা হয় নেকি?'

'নিশ্চয় নহয়। কিন্তু তুমি হৈছা। আৰু এইদৰেই বোধহয় তুমি আসন্ন বিপ্লৱৰ কাৰণে নিজকে প্ৰস্তুত কৰিছা।' কালিনাথৰ মাতত হঠাতে এনে এটা কঠিন বিদ্ৰূপ ফুটি উঠিল যে সি নিজেই খুব আচৰিত হৈ গ'ল।

কালিনাথৰ বিদ্ৰূপে সৌমিত্ৰৰ এটা অতি দুৰ্বল স্থানত আঘাত কৰিলে। তাৰ ভমকবৈক খং উঠি গ'ল। কিন্তু পিছ মুহূৰ্ততে সি খং দমন কৰি হঠাৎ হো হোকৈ হাঁহি মাৰি ক'লে, 'হৈছে হৈছে, ইমানতে ক্ষান্ত দিয়া। ইতিমধ্যেই গুৰু-বাক্য বহুত শুনিছোঁ, শুনি শুনি কাণ গেলি গৈছে। তুমি নতুনকৈ কটা ঘাঁত চেঙা তেল দিব নালাগে। কাৰোবাৰ কথা যদি শুনিব লাগে, তেন্তে মই নিজৰ গুৰুৰেই কথা শুনিম।'

ওঠৰ কোণত বিদ্ৰূপৰ হাঁহি ফুটাই কালিনাথে সুধিলে, 'কোননো সেই মহাপুৰুষ? তেওঁ কি কয় আমিও শুনি জীৱনটো ধন্য কৰোঁ দিয়া।'

'ঠাট্টা কৰিব নালাগে। তোমাৰ নিচিনা ক্ষীণ-প্ৰাণ পিউৰিটান-বোৰে নিজেও জীৱনৰ সোৱাদ লব নাজানা, আনে লোৱাটোও সহ্য নকৰা। মোৰ গুৰু অলিভাৰ গোল্ডস্মিথে কি কয় জানা?

'Let Schoolmasters puzzle their brain
With grammar and nonsense and learning,
Good liquor, I stoutly maintain
Gives genius a better discerning.'

কাপোৰ সলাই শেষ কৰি সৌমিত্ৰই কালিনাথৰ বিছনাৰ ওচৰতে চকী এখন পাৰি বহিল। কালিনাথে ক'লে, 'ভাতকেইটা খাই লোৱা।'

'আজি আৰু ভাত নাখাওঁ'—সৌমিত্ৰই ক'লে, 'তোমাক লগ পায়েই মোৰ পেট ভৰিল। এতিয়া ৰাতি পুৱাই নোযোৱালৈকে দুয়ো কথা পাতিম। টোপনি খতি সহ্য কৰিব পাৰিবাতো?'

'তুমি যদি পাৰা, মই কিয় নোৱাৰিম? মোৰ টোপনি খতি কৰা যথেষ্ট অভ্যাস আছে।'

'তুমি ভাগ্যবান কালিনাথ। ইচ্ছা কৰিলেই তুমি টোপনি খতি কৰিব পাৰা। মোৰ সমস্যাটো সম্পূৰ্ণ বেলেগ। ইচ্ছা কৰিলেও মই টোপনি যাব নোৱাৰোঁ। আজি বহুত দিনৰ পৰা মই ইন্‌চম্‌নিয়াত ভুগিছোঁ। পিল খাইহে টোপনি যাব পাৰোঁ।'

'বিপ্লৱৰ চিন্তাতেই বোধহয় তোমাৰ চকুত টোপনি নাই।'—আকৌ এবাৰ সৌমিত্ৰক ঠাট্টা কৰাৰ লোভ কালিনাথে সামৰিব নোৱাৰিলে।

সৌমিত্ৰই তীক্ষ্ণ দৃষ্টিৰে এবাৰ কালিনাথৰ চকুলৈ চালে; কিন্তু একো মন্তব্য নকৰিলে। কালিনাথৰ ঠাট্টাটো কাণতেই নোতোলাৰ ভংগী দেখুৱাই সি ক'লে, 'ব'বা, তোমাৰ লগত তৰ্ক-যুদ্ধ কৰিবলৈ ভালকৈ সাজু হৈ লওঁ। জৰ্জ গ্ৰচস্মিথৰ—এইবাৰ গোল্ডস্মিথ নহয় দেই, গ্ৰচস্মিথ—জৰ্জ গ্ৰচস্মিথৰ সেই বিখ্যাত গানটো শুনিছানে কেতিয়াবা—Another little drink woud'nt do us any harm,—আৰু অকণমান খাই লওঁ ব'বা।'

আলমাৰী খুলি সৌমিত্ৰই এটা মদৰ বটল উলিয়াই আনিলে আৰু গিলাচত ঢালি লৈ খাবলৈ আৰম্ভ কৰিলে।

কালিনাথে ক'লে, 'মকিবুৰক মনত আছেনে তোমাৰ? ছিক্সথ ইয়েৰলৈ প্ৰমোশ্যন পায়েইযে টকাৰ অভাৱত পঢ়া এৰি থৈ গুচি গ'ল—সেই ল'ৰাজন। তাক চিলঙত লগ পালোঁ। সি এতিয়া ছেক্ৰেটাৰিয়েটত কেৰাণী কাম কৰে। ইউনিভাৰ্ছিটিত থাকোঁতে সিও তোমাৰ নিচিনাকৈ বিপ্লৱৰ স্বপ্ন দেখিছিল। তোমাৰ নিচিনাকৈ সিও মোক ধৈৰ্য্যশীল আৰু নীৰৱ শ্ৰোতা পাই তাৰ নানা পৰিকল্পনাৰ কথা কৈ শুনাইছিল। চিলঙত তাক লগ পাই সুধিলোঁ, 'এবছৰ গাঁৱত সোমাই আছোঁ। দৈনিক বাতৰি-কাকতখনো তাত এসপ্তাহৰ মূৰতহে গৈ পায়। এই বছৰে সংসাৰৰ কোনো খবৰৰ মই পোৱা নাই। আমাৰ বিপ্লৱীসকলৰ খবৰ কি'? মকিবুৰে ক'লে, মই নিজে ছেক্ৰেটাৰিয়েটৰ ফাইলত বিপ্লৱ কৰিছোঁ। ই হ'ল ঘানিৰ বলদৰ কাম, চক্ৰাকাৰে কেৱল ঘূৰি থাকিব লাগে। সমাজখনকো ই কেৱল চক্ৰাকাৰে ঘূৰাই থাকে। মাজে মাজে গুৱাহাটীলৈ যাওঁ। তাত বিপ্লৱীসকলৰ এটা আড্ডা আছে। আড্ডাটো বহে এজন সফল ব্যৱসায়ী ডেকা ধনী মানুহৰ ঘৰত। গুৱাহাটীলৈ গ'লেই ময়ো সেই আড্ডাত যোগ দিওঁ। দিনৰ দিনটো প্ৰত্যেকেই নিজৰ নিজৰ ধান্দাত ঘূৰে; কোনোবাই ব্যৱসায় কৰে, কোনোবাই অধ্যাপনা কৰে,

কোনোবাই ওকালতী কৰে—ইত্যাদি। গধূলিৰ লগে লগে ধনী ডেকাজনৰ ঘৰত বিপ্লৱীসকলৰ আড্ডা বহে। প্ৰচুৰ পান-ভোজনৰ আয়োজন হয়। জিভাত এটোপা মদ পৰাৰ লগে লগেই প্ৰত্যেকজন বন্ধুৰ বিপ্লৱৰ উন্মাদনা এনে ভাবে জাগি উঠে যে তেওঁলোকৰ কথাত জুই বৰষিবলৈ ধৰে; কিছু সময় তেওঁলোকৰ কথা শুনি থাকিলে এনেহে ভাব হয়—যেন বৰ্তমানৰ এই শোষণকাৰী সমাজ-ব্যৱস্থা আৰু প্ৰতিক্ৰিয়াশীল লোকসকল বিপ্লৱৰ জুইত পুৰি ছাই হ'বলৈ বেছি সময় আৰু নাই! অৱশ্যে কিছুদিনৰ পাছত বুজিবলৈ আৰু বাকী নাথাকে যে এই জুই তেওঁলোকৰ মুখৰ কথা আৰু ঘৰটোৰ চাৰিবেৰৰ মাজতে সীমাবদ্ধ। বাহিৰৰ পৃথিবীলৈ সি বিয়পি পৰাৰ কোনো আশংকা নাই। বেচেৰাহঁতক দোষ দি লাভ নাই। সিহঁতযে ভণ্ড—সেই কথাও মই নকওঁ। সমাজৰ দুখ-দুৰ্দশাই সিহঁতক সঁচাকৈয়ে বিচলিত কৰে; কিন্তু আৰাম আৰু নিৰাপত্তাৰ জীৱন ত্যাগ কৰি সমাজৰ ৰণ-ক্ষেত্ৰত জঁপিয়াই পৰিবলৈ সিহঁতে কেতিয়াও সাহস বা মনোবল বা নৈতিক শক্তি অৰ্জন কৰিব নোৱাৰে। গতিকে পেটত এটোপা মদ পেলাই লৈ বিপ্লৱী তৰ্জন-গৰ্জন কৰা বা শোষক-শ্ৰেণীৰ বিৰুদ্ধে বিষোদগাৰ কৰাটোৱেই হ'ল সিহঁতৰ কাৰণে নিজৰ অপৰাধী বিবেকক প্ৰশমিত কৰাৰ একমাত্ৰ উপায়'।'

সৌমিত্ৰই আধা গিলাচ মান মদ একে শোহাই গিলি গিলাচটো টেবুলত সশব্দে থৈ কালিনাথৰ চকুলৈ তীক্ষ্ণ দৃষ্টিৰে চাই ক'লে, 'তুমি নিশ্চয় ক'ব খুজিছা যে ময়ো ঠিক সেই ধৰণেৰে বিপ্লৱী?'

'তোমাৰ নামটো এতিয়ালৈ আলোচনালৈ অহাই নাই'—কালিনাথে সৌমিত্ৰৰ অৱদমিত খংখিনি সম্পূৰ্ণৰূপে উপেক্ষা কৰি ক'লে, 'মই মাত্ৰ পাতনি মেলিছোঁ। মকিবুৰে আৰু কি ক'লে শুনা। মই তাক সুধিলোঁ, 'তুমি ক'ব খোজানেকি যে গুৱাহাটীৰ, অসমৰ সকলো বিপ্লৱীয়েই কেৱল চৌখিন বিপ্লৱী, ৰোমাণ্টিক বিপ্লৱী,—তাৰ প্ৰেৰণা বা উত্তেজনাৰ একমাত্ৰ উৎস হ'ল এগিলাচ মদ'? সি উত্তৰ দিলে, 'নিশ্চয় নহয়। আন কি কেৱল মদৰ আড্ডাতহে যিসকল ডেকাৰ বিপ্লৱী

কল্পনাৰ স্ফূৰণ ঘটে—তেওঁলোকৰো আন্তৰিকতাক মই সন্দেহ নকৰোঁ। এনে শ শ ডেকা নিশ্চয় আছে—তাৰে বহুতকে মই নিজেও লগ পাইছোঁ, যিসকলে বৰ্তমানৰ সমাজ-ব্যৱস্থাক এটা অবিমিশ্ৰ অভিশাপ বুলি গণ্য কৰে আৰু তাৰ পৰিৱৰ্তন ঘটাবৰ কাৰণে সৰ্বস্ব ত্যাগ কৰিবলৈকো প্ৰস্তুত বুলি তেওঁলোকে মনে মনে ভাবে। কিন্তু খৰিবোৰ একেলগ কৰিলেহে যেনেকৈ জুই জ্বলে, খৰিবোৰ দূৰে দূৰে এডাল এডাল হৈ থাকিলে তাৰে জুই ধৰিব নোৱাৰি, ঠিক তেনেকৈ বিপ্লৱী আদৰ্শ আৰু মনোভাবৰ মানুহবোৰকো একত্ৰিত কৰাৰ প্ৰয়োজন আছে। এইখিনিতে আহি পৰে নেতৃত্বৰ প্ৰশ্ন। ইতিহাসৰ ব্যাখ্যা যিয়েই নহওক, উপযুক্ত নেতৃত্বৰ প্ৰয়োজন বোধহয় কোনেও অস্বীকাৰ কৰিব নোৱাৰে। বিপ্লৱৰ সকলো প্ৰয়োজন প্ৰস্তুত, এতিয়া অপেক্ষা কেৱল নেতৃত্বৰ। নহয়, মই বোধহয় ভুল ক'লোঁ। বিপ্লৱৰ আয়োজনো সম্পূৰ্ণ হোৱা নাই। আমাৰ যিসকল ডেকাই বিপ্লৱৰ আয়োজন কৰা বুলি নিজে ভাবিছে, বিপ্লৱৰ কাৰণে মানুহৰ মন প্ৰস্তুত কৰা বুলি নিজে ভাবিছে, তেওঁলোকে আচলতে বিপ্লৱৰ বিষয়ে কিতাপ পঢ়িছে আৰু কিতাপ লিখিছে। কিন্তু কিতাপ আৰু জীৱন সম্পূৰ্ণ একে নহয়। ৰাচিয়াতো কেৱল কিতাপ লিখি বিপ্লৱ কৰা হোৱা নাছিল। ওৱইটংস্কিৰ লিখা তুমি নিশ্চয় পঢ়িছা। তেওঁ লিখিছে যে জাৰৰ আমোলৰ শেষ দিনবোৰত ৰাচিয়াৰ বিপ্লৱী মনোভাবাপন্ন ছাত্ৰ আৰু যুৱকসকলে ৰাচিয়াৰ জনসাধাৰণক বিপ্লৱৰ আহ্বান দিয়া নাছিল; বিপ্লৱৰ ক্ষেত্ৰ প্ৰস্তুত কৰিবৰ কাৰণে তেওঁলোকে দলে দলে গাঁৱলৈ গৈ গাঁৱৰ নিৰক্ষৰ মানুহবোৰক লেখা-পঢ়া শিকাবলৈ চেষ্টা কৰিছিল। তেওঁ দুঃখ কৰি লিখিছে যে সেই ক্ৰুছেদৰ সমতুল্য কোনো ঘটনা তেওঁ ভাৰতবৰ্ষত দেখা নাই। আমি ভাৰতৰ মানুহ-বোৰে সকলো কথাতে কেৱল শৰ্ট-কাট বিচাৰোঁ। কিন্তু বিপ্লৱৰ পথলৈ কোনো শৰ্ট-কাট নাই। নিজৰ নিৰাপদ অন্ন-সংস্থান কৰি লৈ গুৱাহাটীত বহি বহি বিপ্লৱী আলোচনী উলিয়ালেই বা প্ৰতিক্ৰিয়াশীল লোকসকলক গুৱাল-গালি দিলেই দেশত বিপ্লৱৰ জুই জ্বলি নুঠে।

কিন্তু আমাৰ বিপ্লৱী ডেকাসকলে ঠিক তাকেই কৰিবলৈ চেষ্টা কৰিছে।'

'তুমি সেই কাৰণে বোধহয় আজি এছৰে গাঁৱত সোমাই থাকি গাঁৱৰ নিৰক্ষৰ মানুহক লেখা-পঢ়া শিকাই তেওঁলোকক বিপ্লৱৰ কাৰণে প্ৰস্তুত কৰি তুলিবলৈ চেষ্টা কৰিছা।'—সৌমিত্ৰই ইমানপৰে কালিনাথৰ ঠাট্টা শুনি থাকি এইবাৰ ঘূৰাই তাক ঠাট্টা কৰিবলৈ চেষ্টা কৰিলে।

কালিনাথৰ মন অতি ডাঠ, সহজে একো কথাই তাক আঘাত নকৰে। সৌমিত্ৰৰ ঠাট্টাখিনি গাত নলগাই সি হাঁহি হাঁহি ক'লে, 'নহয় ভাই, সিমান ডাঙৰ উচ্চাকাংক্ষা মোৰ নাই। আজি এবছৰে গাঁৱত সোমাই থাকি মই কেৱল এটা কামেই কৰিবলৈ চেষ্টা কৰিছোঁ ; সেইটো হৈছে—মোৰ গাঁৱত চোৰাং-মদৰ অবাধ প্ৰচলন বন্ধ কৰা। তাকো কৰিবলৈ চেষ্টা কৰিছোঁ যিমানখিনি মোৰ নিজৰ ঘৰখনৰ স্বাৰ্থৰ কথা ভাবি—সিমানখিনি কিন্তু সমাজৰ স্বাৰ্থৰ কথা ভাবি নহয়।'

তীক্ষ্ণ বিদ্ৰূপৰ সুৰেৰে সৌমিত্ৰই সুধিলে, 'পিছে তোমাৰ সেই মহান উদ্দেশ্য সফল হ'লনে নাই ?'

'নহ'ল, মানে এতিয়াও হোৱা নাই'—কালিনাথে বিষণ্ণ মাতেৰে ক'লে, 'চোৰাং মদৰ প্ৰচলন বন্ধ কৰিবলৈ চৰকাৰে তাত যি কেইটা কৰ্মচাৰী ৰাখিছে, সিহঁতেই হ'ল এই ব্যৱসায়ৰ ঘাই পৃষ্ঠপোষক। বহুত ভাবি-চিন্তি দেখিলোঁ—এই কৰ্মচাৰীকেইটা তাত থকালৈকে ম'হঘুলিত চোৰাং মদৰ ব্যৱসায় বন্ধ কৰিব পৰাৰ কোনো আশা নাই। সেই কাৰণে ৰাজহুৱা স'জাতী দল এটা লৈ চিলঙলৈ আহিছিলোঁ—পাৰিলে মন্ত্ৰীৰ হাতে-ভৰিয়ে ধৰি সিহঁতৰ বদলিৰ হুকুম কৰাবলৈ।'

'পিছে পাৰিলানে নাই'—গিলাচৰ শেহ ঢোক মদ গিলি শেষ কৰি সৌমিত্ৰই সুধিলে।

'নোৱাৰিলোঁ। মন্ত্ৰী প্ৰায় ৰাজী হৈছিল। কিন্তু ৰাইজৰ প্ৰতিনিধি হৈ আমি চিলঙলৈ অহাৰ খবৰ পোৱাৰ লগে লগে আবকাৰী কৰ্মচাৰীৰ প্ৰতিনিধি বা উকীল হৈ চিলঙত হাজিৰ হ'লহি স্থানীয় এম এল এ।

তিনিদিন ধৰি আমাৰ দুয়োপক্ষৰ মাজত টাগ্-অব্-ওৱাৰ চলিল। অৱশেষত আমি হাৰিলোঁ।'

'কিয়? এফালে ম'হঘুলিৰ সদৌ ৰাইজ, আৰু আনফালে কেৱল আবকাৰী কৰ্মচাৰীকেইটা আৰু এম এল এ জন,—তথাপি তোমালোক হাৰিলা কিয়?'

'কিয়? উত্তৰ দেখোন অতি সহজ। এম এল এ জন জানো ম'হঘুলিৰ সদৌ ৰাইজৰ নিৰ্বাচিত প্ৰতিনিধি নহয়? আমি এদিন এখন ৰাজহুৱা সভা পাতি নিজকে ৰাইজৰ প্ৰতিনিধি বুলি ক'লে কি হ'ব? বিশ্ব হাজৰিকাক যেনেকৈ ৰাইজে ভোট দি এম এল এ পাতিছে, ৰাইজৰ প্ৰতিনিধি পাতিছে, আমাক জানো কোনোবাই তেনেকৈ পাতিছে? মন্ত্ৰীয়ে তেন্তে কাৰ কথা শুনিব?'

'ৰ'বা, ৰ'বা'—সৌমিত্ৰই গহীন হৈ ক'লে, 'এটা কথা মই এতিয়াও বুজি পোৱা নাই। সদৌ ৰাইজৰ স্বাৰ্থৰ বিপক্ষে গৈ এম এল এ জনে কেৱল আবকাৰী কৰ্মচাৰীকেইটাৰ পক্ষ লোৱাৰ কাৰণ কি? তাৰপৰা তেওঁৰ কি লাভ হ'ব?'

কালিনাথে হঠাৎ ঢেকঢেকাই হাঁহি এটা মাৰি ক'লে, 'সৌমিত্ৰ, মাৰ্ক্স—এঙ্গেলছ—লেনিনৰ সমস্ত ৰচনাৱলী তোমাৰ কণ্ঠস্থ, চীন-ৰাছিয়া-ইন্দোচায়নাৰ বাস্তৱ পৰিস্থিতি তোমাৰ নখ-দৰ্পণত, অথচ নিজৰ দেশখন কেনেকৈ চলিছে সেই কথা তুমি নাজানা। ভোট কিনি এম এল এ হ'বলৈ বিশ্ব হাজৰিকাক টকা লাগে—বুজিছা? সেই টকা ক'ৰপৰা আহে? কাৰোবাক হয়তো টকা দিয়ে মাৰোৱাৰী মহাজনে, কাৰোবাক টকা দিয়ে ঠিকাদাৰে, বিশ্ব হাজৰিকাক টকা দিয়ে এই আবকাৰী কৰ্মচাৰী কেইটাই। ভাৰতত ৰাজনীতি কৰিবলৈ বেছিভাগ মানুহেই একো একোজনী কামধেনু গাই পুহিব লগা হয়। দলবোৰেও এনে কামধেনু গাই পোহে, ব্যক্তিগত ৰাজনীতিক সকলেও পোহে। আমাৰ বিশ্ব হাজৰিকাৰ কামধেনু গাই হ'ল এই আবকাৰী কৰ্মচাৰীকেইজন। এতিয়া ৰহস্যটো বুজিলা?'

সৌমিত্ৰই স্থিৰ দৃষ্টিৰে কেই মুহূৰ্তমান সময় কালিনাথৰ চকুলৈ চাই ৰ'ল। কিবা এখন যুদ্ধ জয় কৰাৰ আনন্দত তাৰ চকু-মুখ উদ্ভাসিত হৈ পৰিল। বিজয়-গৰ্বৰে সি কালিনাথক সুধিলে, 'এই গোটেই ঘটনাটোৰ পৰা তুমি কি শিক্ষা আহৰণ কৰিলা ?'

কিবা এষাৰ ক'বলৈ গৈ কালিনাথ হঠাৎ থমকি ৰৈ গ'ল। অসহায় ভাবে সি কেৱল কেইবাৰমান মূৰ জোকাৰিলে।

কালিনাথৰ অসহায় নিৰুত্তৰ অৱস্থা দেখি সৌমিত্ৰৰ উত্তেজনা বাঢ়ি গ'ল। সি আঙুলি টোঁৱাই কালিনাথৰ চকুত পূৰ্ণ দৃষ্টি ৰাখি ক'লে, 'এই হতভাগ্য দেশৰ হাজাৰ হাজাৰ বৃহৎ সমস্যাৰ তুলনাত চোৰাং মদৰ সমস্যাটো ইমান তুচ্ছ যে সি ধৰ্তব্যই নহয়। অথচ আজি এবছৰে চেষ্টা কৰি মাত্ৰ এখন গাঁৱৰ সেই সমস্যাটোকে তুমি সমাধান কৰিব নোৱাৰিলা। সমস্ত ৰাইজৰ প্ৰতিনিধি হৈ আহিও তুমি সামান্য কেইজনমান আবকাৰী কৰ্মচাৰীৰ বদলিৰ হুকুমটোকে মন্ত্ৰীৰ হতুৱাই কৰাই ল'ব নোৱাৰিলা। তেনেস্থলত তুমি সঁচাকৈয়ে বিশ্বাস কৰানে যে কেৱল আবেদন-নিবেদনৰ দ্বাৰা, কেৱল তথাকথিত সংসদী গণতন্ত্ৰৰ ভেকো-ভাওনাৰ দ্বাৰা এই দেশৰ হাজাৰটো বৃহৎ সমস্যাৰ তুমি সমাধান কৰিব পাৰিবা ? এই দেশত যুগ যুগ ধৰি পুঞ্জীভূত হোৱা দাৰিদ্ৰ্য, শোষণ আৰু অন্যায়-অবিচাৰৰ তুমি প্ৰতিকাৰ কৰিব পাৰিবা ? কালিনাথ, অন্ততঃ এবাৰ তুমি সত্যৰ সম্মুখীন হবলৈ চেষ্টা কৰা ; তুমি যি-পথেৰে কাম কৰিবলৈ চেষ্টা কৰিছা, সেই পথত হাজাৰ বছৰ ধৰি কাম কৰিলেও তুমি এই বিৰাট অচলায়তনৰ বালি-কণা এটাও খহাব নোৱাৰা। মনত ৰাখিবা গণতন্ত্ৰ ময়ো বিচাৰোঁ। কিন্তু যি গণতন্ত্ৰই কেৱল তোমাৰ বিশ্ব হাজৰিকাৰ নিচিনা কিম্ভূত-কিমাকাৰ প্ৰাণীৰ জন্ম দিয়ে, যি গণতন্ত্ৰত ৰাইজৰ পৰম শত্ৰুবোৰকো শাস্তি দিয়াৰ কোনো উপায় নাই, সেই গণতন্ত্ৰত মই বিশ্বাস নকৰোঁ। মই বিচাৰোঁ সমাজৰ শোষিত লাঞ্ছিত সৰ্ব-হাৰা মানুহৰ গণতন্ত্ৰ ; যি গণতন্ত্ৰই সমাজৰ দৰিদ্ৰতম মানুহজনকো সৰ্বপ্ৰকাৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক দাসত্বৰ পৰা মুক্তি দিব—সেই গণতন্ত্ৰ। আৰু সেই গণতন্ত্ৰ স্থাপনৰ একমাত্ৰ পথ

হ'ল বিপ্লৱৰ পথ, সশস্ত্ৰ বিপ্লৱৰ পথ।'—সৌমিত্ৰই মাতটো আগতকৈ সৰু কৰি ক'লে, 'দেশৰ অৱস্থাই আজি আমাক চৰম সীমালৈ ঠেলি দিছে কালিনাথ। সশস্ত্ৰ বিপ্লৱৰ বাহিৰে আমি এই দেশৰ মুক্তিৰ আন কোনো পথ দেখা নাই। তোমাক এবছৰৰ আগতেই মই কৈছিলোঁ যে সময়ত এটা বিশেষ কামৰ কাৰণে মই তোমাৰ সহায় বিচাৰিম। আজি সেই কথাটো তোমাক খুলি কোৱাৰ সময় আহিছে। আমি সশস্ত্ৰ বিপ্লৱৰ কাৰণে প্ৰস্তুত হৈছোঁ। পাহাৰত, অৰণ্যত, মহানগৰীৰ অন্ধ গলিত ঠিক এই মুহূৰ্ততো সেই বিপ্লৱৰ প্ৰস্তুতি চলি আছে। তুমিও আহি আমাৰ লগত যোগ দিয়া—এয়েই মোৰ অনুৰোধ। সংসদী বুৰ্জোৱা গণতন্ত্ৰৰ অন্ধগলিৰ অভিজ্ঞতা তোমাৰ যথেষ্ট হ'ল; এতিয়া আৰু বেছি সময় অপচয় নকৰি বিপ্লৱৰ ৰণ-চালীত যোগ দিয়াহি। আৰু কেইদিন মানৰ পাছতেই মই ঘৰ এৰিম, তুমিও মোৰ লগত যাব লাগিব।'

দুয়ো বহুত সময় নীৰৱ হৈ ৰ'ল। কপালৰ গাঁঠি থুপ খুৱাই কালিনাথে কিবা এটা ভাবিবলৈ চেষ্টা কৰিলে। তাৰ পাছত এটা সময়ত নীৰৱতা ভংগ কৰি কালিনাথে ক'লে, 'বিপ্লৱ ময়ো বিচাৰোঁ সৌমিত্ৰ, কিন্তু মই বিশ্বাস নকৰোঁ যে বিপ্লৱৰ এটাই মাত্ৰ পথ আছে, আৰু সি হ'ল সশস্ত্ৰ বিপ্লৱৰ পথ। সেই চৰম পথলৈ যোৱাৰ আগতে আমি অন্যান্য সকলো বিকল্প পথ পৰীক্ষা কৰি চাব লাগিব।'

সৌমিত্ৰৰ হঠাতে ভীষণ খং উঠি গ'ল। উত্তেজিত ভাবে সি প্ৰায় চিঞৰি উঠিল, 'জীৱনৰ কোনো কোনো লক্ষ্য-স্থলৰ কাৰণে হাজাৰটা বিভিন্ন পথ নাথাকে কালিনাথ। তিৰোতাক গৰ্ভৱতী কৰিবলৈ এটাই মাত্ৰ পথ আছে। সেই পথ চৰম আনন্দৰো পথ। আজিৰ এই সমাজৰ গৰ্ভত যদি নতুন শোষণ-হীন মুক্ত সমাজৰ বীজ প্ৰতিষ্ঠা কৰিব লাগে, তাৰো মাত্ৰ এটাই পথ আছে: সি হ'ল সশস্ত্ৰ বিপ্লৱৰ পথ। যিবোৰ ভণ্ড, বদমাইচ আৰু কাপুৰুষ হিংসাৰ বিৰুদ্ধে পঞ্চ-মুখ, সেইবোৰ মানুহ কিন্তু সমাজত প্ৰতিদিনে প্ৰতি মুহূৰ্ততে ঘটি থকা নীৰৱ-নিৰৱচ্ছিন্ন হিংসাৰ বিৰুদ্ধে সম্পূৰ্ণ নীৰৱ। তুমিও কি সেই ভণ্ড আৰু আৰু বদমাইচবোৰৰে মাজৰ এজন?'

কালিনাথ আকৌ নীৰৱ হৈ পৰিল। কিছু সময়ৰ মূৰত সি ক'লে, 'মোৰ কিন্তু টোপনি ধৰিছে। তুমি যি প্ৰশ্ন উত্থাপন কৰিছা, ঠিক এই মুহূৰ্তত সমগ্ৰ ভাৰতবৰ্ষৰ সমুখত সেইটোৱেই আটাইতকৈ ডাঙৰ প্ৰশ্ন : আৰু কিমান দিনলৈ আমি এই দেশত হিংসাত্মক বিপ্লৱৰ চৰম পথ পৰিহাৰ কৰি চলিব পাৰিম। এটা কথাত তুমি মোতকৈ বেছি সুখী আৰু ভাগ্যবান। তোমাৰ কোনো অন্তৰ্দ্বন্দ্ব নাই। তুমি এটা পথ বিচাৰি পাইছা, আৰু আগ-পিছ নুগুণি তুমি সেই পথত আগ বাঢ়িবলৈ প্ৰস্তুত। তুমি হয়তো ব্যৰ্থ হ'বা, কিন্তু তোমাৰ ৰক্ত-দান অথলে নাযাব। যুগ যুগ ধৰি তোমাৰ নিচিনা বে-পৰোৱা স্বপ্ন-বিলাসী মানুহেৰ তেজেই মানুহৰ মনৰ ক্ষেত্ৰ জীপাল আৰু সাকৰা কৰি ৰাখিছে। কিন্তু মই হিচাপী, দ্বিধা-গ্ৰস্ত আৰু অন্তৰ্দ্বন্দ্বত ক্ষত-বিক্ষত। চূড়ান্ত ভাবে এটা পথ বাছি লোৱাৰ আগতে আন হাজাৰটা পথ মই পৰীক্ষা কৰি চাব খোজোঁ, আৰু তাকে কৰোঁতেই হয়তো মোৰ গোটেই জীৱন শেষ হৈ যাব। হয়তো দেশৰ বেছিভাগ মানুহেই মোৰ নিচিনা, সেই কাৰণেই এই দেশ বহু শতাব্দী ধৰি স্থাণু হৈ আছে।......তুমি যি প্ৰশ্ন উত্থাপন কৰিছা,—বিংশ শতাব্দীৰ শেষ যামত ভাৰতৰ সমুখত আটাইতকৈ ডাঙৰ প্ৰশ্ন—আজি ৰাতিৰ শেষ যামতেই তাৰ মীমাংসা কৰাৰ দায়িত্ব কেৱল তোমাৰ আৰু মোৰ ওপৰতে নাই নিশ্চয়? আহাঁ, শোওঁ এতিয়া। কালিলৈ আমি আকৌ কথা পাতিম।'

'কালিলৈ পুৱাই মোৰ এঠাইলৈ যোৱাৰ কথা আছে'—সৌমিত্ৰই ক'লে, 'গোটেই দিনটো তোমাৰ লগত মোৰ বোধহয় দেখাদেখিয়েই নহ'ব।'

'ঠিক আছে'—কালিনাথে বিছনাত দীঘল দি ক'লে, 'তুমি তোমাৰ পথেৰে আগ বাঢ়ি গৈ থাকা, ময়ো মোৰ পথৰ শেষত কি আছে চাবলৈ চেষ্টা কৰোঁ। এদিন আমি নিশ্চয় ক'ৰবাত ভেটাভেটি হ'ম। সেইদিনা আমি হিচাপ-নিকাচ কৰিম, আৰু পৰস্পৰৰ পথৰ অভিজ্ঞতাৰ তুলনা কৰিম।'

কালিনাথে মূৰলৈকে লেপখন টানি ল'লে।

সৌমিত্ৰই এক মুহূৰ্তমান নীৰৱ হৈ থাকি ক'লে, 'উট চৰাইয়ে বালিত মুখ লুকুউৱাৰ দৰে তুমি এতিয়া লেপৰ তলত মুখ লুকুৱাবলৈ চেষ্টা কৰিছা? কিন্তু এটা কথা তোমাক এতিয়াই কৈ থওঁ কালিনাথ। ছুটা সমান্তৰাল ৰেখাই ক'তো যেনেকৈ লগ নালাগে, তেনেকৈ তোমাৰ লগতো মোৰ ভেটা-ভেটি হোৱাৰ কোনো আশা মই দেখা নাই—অন্ততঃ যেতিয়ালৈকে তুমি শ্ৰেণী-শত্ৰুৰ পথ পৰিহাৰ কৰি মোৰ পথলৈ নাহাঁ। লগতে এই কথাও মনত ৰাখিবা—বিপ্লৱৰ পথ মাত্ৰ একেটাই, যেনেকৈ তিৰোতাক গৰ্ভৱতী কৰাৰ পথ মাত্ৰ একেটাই।'

সৌমিত্ৰই এটা স্লিপিং টেবলেট খাই গিলাচত নতুনকৈ এগিলাচ মদ ঢালি ললে।

ইয়াৰ কিছুদিনৰ পাছতেই দেশৰ বিভিন্ন অঞ্চলত নক্সাল-পন্থী সশস্ত্ৰ বিদ্ৰোহ আৰম্ভ হ'ল আৰু সৌমিত্ৰই সেই বিদ্ৰোহত যোগ দি পুলিচৰ হাতত বন্দী হ'ল। তেজপুৰ জেইলত বিচাৰাধীন বন্দী হৈ থকা অৱস্থাতে সি এদিন বাতৰি-কাকতত পঢ়িবলৈ পালে যে কালিনাথে ১৯৭২ চনৰ সাধাৰণ নিৰ্বাচনত কংগ্ৰেছ-প্ৰাৰ্থী ৰূপে বিধান সভালৈ নিৰ্বাচিত হৈ মন্ত্ৰী-পদ লাভ কৰিছে। খবৰটো পঢ়ি সৌমিত্ৰই নিজকে নিজে ক'লে, 'আমি দুয়ো দুখন কাৰাগাৰত বন্দী। কেতিয়াকৈ আমি মুক্তি লাভ কৰিম? কেতিয়াকৈ আমি পুনৰ লগা-লগি হৈ পৰস্পৰৰ অভিজ্ঞতা বিনিময় কৰিবলৈ সুবিধা পাম?'

সৌমিত্ৰ আৰু কালিনাথে নিজৰ নিজৰ কাৰাগাৰৰ পৰা কি অভিজ্ঞতা লৈ মুক্ত হৈ ওলাই আহে তাৰ কাৰণে আমিও উদগ্ৰ হৈ অপেক্ষা কৰিছোঁ। ইয়াৰ পাছৰ কাহিনী হ'ব বিংশ শতাব্দীৰ শেষ তিনিটা দশকৰ ভাৰতবৰ্ষৰ ইতিহাস।

++